# অসম লেখক-কোষ

চতুৰ্থ খণ্ড (আধুনিক ভাগ)

(যুদ্ধোত্তৰ-স্বৰাজোত্তৰ যুগ)



সম্পাদক
ড° ইব্ৰাত আলী
দৰ্পণা বৰা নেওগ




অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-১

**Asom Lekhok Kosh** : An Encyclopaedia of Assamese writer, published by Dr. Paramananda Rajbongshi, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat-1

গ্ৰন্থস্বত্ব
অসম সাহিত্য সভা

প্ৰথম প্ৰকাশ
২০১২ খ্ৰীষ্টাব্দ

প্ৰকাশক ঃ
ড° পৰমানন্দ ৰাজবংশী
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট-১

এই খণ্ডৰ সম্পাদনা সমিতি ঃ
সম্পাদক ঃ ড° ইব্ৰাত আলী, দৰ্পণা বৰা নেওগ
সহকাৰী ঃ ৰাম্না পালক, ৰীমা কলিতা
সমন্বয়ক ঃ মনোজ কুমাৰ দাস

বেটুপাত
মনজিৎ ৰাজখোৱা

অক্ষৰ বিন্যাস
কবিতা বৰা নেওগ

মূল্য ঃ ৩০০.০০ টকা

মুদ্ৰণ ঃ
ভৱানী প্ৰিণ্ট এণ্ড পাব্লিকেশ্যনচ্
হাতীশিলা, পানীখাইতি, গুৱাহাটী - ৭৮১০২৬



## প্ৰধান সম্পাদকৰ এষাৰ

অসমীয়া সাহিত্যৰ প্ৰকৃতাৰ্থত সম্পূৰ্ণ তথা বিজ্ঞানসন্মত বুৰঞ্জী তেতিয়াহে সম্ভৱ যেতিয়া প্ৰত্যেকগৰাকী লেখকৰ জীৱন-পঞ্জী তথা সাহিত্যকৃতিক সামৰিব পৰা যায়। ইয়াৰ লগত জড়িত হৈ আছে প্ৰাচীন সাহিত্যখিনিৰ পাঠ সমীক্ষিত (Textual Criticism) ৰূপটো।

যেতিয়া পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে সম্পূৰ্ণ একক প্ৰচেষ্টাৰে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ অসমীয়া প্ৰাচীন গ্ৰন্থৰ পাণ্ডুলিপি বিচাৰি ফুৰিছিল সেয়াই আছিল অসমীয়া সাহিত্যৰ বুৰঞ্জী সৃষ্টিৰ পাতনি। **অসমীয়া সাহিত্যৰ চানেকি** সেয়ে আমাৰ বাবে পৰম সম্পদ। তাৰ পাছত দেবেন্দ্ৰনাথ বেজবৰুৱা, ডিম্বেশ্বৰ নেওগে একক প্ৰচেষ্টাৰে অসমীয়া সাহিত্যৰ বুৰঞ্জী লিখিলে যদিও ড° সত্যেন্দ্ৰনাথ শৰ্মা আৰু ড° মহেশ্বৰ নেওগে প্ৰকৃতাৰ্থত পৰিপূৰ্ণ নহ'লেও গ্ৰহণযোগ্য অসমীয়া সাহিত্যৰ বুৰঞ্জী আমাক উপহাৰ দিলে। এইসকল ব্যক্তিয়ে সম্পূৰ্ণ একক প্ৰচেষ্টাৰে এই কামখিনি সম্পূৰ্ণ নকৰিলে আজি অসমীয়া সাহিত্যক আমি এনে প্ৰণালীবদ্ধ, সমৃদ্ধিশালী ৰূপত নাপালোঁহেঁতেন। সেয়ে উল্লিখিত ব্যক্তিসকল আমাৰ বাবে চিৰ নমস্য সৰ্বকালৰ বাবে।

আটাইতকৈ গুৰুত্বপূৰ্ণ কথা এচাম প্ৰচাৰ বিমুখ নীৰৱ ব্যক্তিয়ে অসমৰ চুকে-কোণে সাহিত্যৰ সাধনা কৰিয়েই আছে। ইয়াৰ মাজত বহু মানসম্পন্ন সাহিত্যকৰ্মও আছে। তেনে সকলো ব্যক্তিক একক প্ৰচেষ্টাৰে সাহিত্যৰ বুৰঞ্জী লিখোঁতাসকলে ঢুকি পোৱাটো যথেষ্ট কষ্টসাধ্য।

অসম সাহিত্য সভা বিশ্বৰ সৰ্ববৃহৎ সু-সংগঠিত সাহিত্য সংগঠন। অসমৰ চুকে-কোণে থকা এই নীৰৱ সাধকসকলক ঢুকি পোৱাটো সম্ভৱ কেৱল শাখা সভাৰ জৰিয়তেহে।

ভৱিষ্যতে এখন বিজ্ঞানসন্মত পৰিপূৰ্ণ অসমীয়া সাহিত্যৰ বুৰঞ্জী প্ৰণয়নৰ স্বাৰ্থত অসম সাহিত্য সভাৰ এইবেলিৰ মাননীয় সভাপতি পদ্মশ্ৰী ৰংবং তেৰাঙৰ নেতৃত্বত কাৰ্যনিৰ্বাহকখনে **অসম লেখক-কোষ** প্ৰকল্প আৰম্ভ

কৰে। এই প্ৰকল্পক বাস্তৱ ৰূপ দিয়াৰ বাবে সভাই নিম্নলিখিত ব্যক্তিসকলক লৈ এখন সম্পাদনা সমিতি গঠন কৰি দিছিল। সভাপতি ঃ হৰিশ সোণোৱাল, কাৰ্যকৰী সভাপতি ঃ তবিউল হুছেইন, উপ-সভাপতি ঃ হৰিপ্ৰসাদ চলিহা, ভুৱনেশ্বৰ ডেকা, ড° প্ৰফুল্ল কুমাৰ নাথ, ড° ইব্ৰাত আলী।

**অসম লেখক-কোষৰ** প্ৰথম খণ্ডটিৰ কাম কাজ আগবঢ়াই নিয়াৰ পাছত দেখা গ'ল প্ৰায় পাঁচটা খণ্ডতহে সমগ্ৰ লেখক-কোষৰ প্ৰাথমিক পৰ্যায়ৰ কাম সম্ভৱ কৰিব পৰা হ'ব। কামবোৰ যাতে সোনকালে নিয়াৰিকৈ সম্পন্ন কৰিব পৰা যায় ইয়াৰ বাবে প্ৰথম খণ্ডটিৰ মুখ্য সম্পাদক পৱন কুমাৰ বৰুৱা, সম্পাদক অৰূপা বৰুৱা, দ্বিতীয় খণ্ডৰ মুখ্য সম্পাদক কনক চন্দ্ৰ শৰ্মা, সম্পাদক ড° প্ৰফুল্ল কুমাৰ নাথ, তৃতীয় খণ্ডৰ মুখ্য সম্পাদক ড° নমিতা ডেকা, সম্পাদক মঞ্জু দত্তবৰুৱা, চতুৰ্থ খণ্ডৰ মুখ্য সম্পাদক ভৱানী প্ৰসাদ আধিকাৰী, সম্পাদকদ্বয় ড° ইব্ৰাত আলী আৰু দৰ্পণা বৰা নেওগ, পঞ্চম খণ্ডৰ মুখ্য সম্পাদক ড° পৰমানন্দ ৰাজবংশী, সম্পাদক ড° লিপিকা তালুকদাৰক দায়িত্ব দিয়া হয়। এইসকল মুখ্য সম্পাদক আৰু সম্পাদকৰ অধীনত কেইবাগৰাকী সহযোগী সম্পাদক, সহকাৰী সম্পাদকক নিযুক্তি দিয়া হয়। প্ৰতিটো খণ্ডৰ কাম নিয়াৰিকৈ চলিছিল যদিও চতুৰ্থ খণ্ডটিৰ কামত বিশেষ মনোযোগ নিদিলে শ্ৰী অধিকাৰীয়ে। ইতিমধ্যে সভাৰ নিয়মাৱলী বিৰুদ্ধ কাম কৰাৰ বাবে তেখেতক সভাৰ পৰা অপসাৰণ কৰাৰ লগতে মুখ্য সম্পাদকৰ পৰাও আঁতৰাই দিয়াত সেই খণ্ডৰ সম্পাদক ড° ইব্ৰাত আলী আৰু দৰ্পণা বৰা নেওগক দিয়া হৈছে।।

সভাই এখন প্ৰ-পত্ৰ প্ৰস্তুত কৰি প্ৰত্যেকখন জিলা সভাৰ জৰিয়তে লেখকসকলৰ বিৱৰণ সংগ্ৰহ কৰাৰ ব্যৱস্থা গ্ৰহণ কৰিছিল। বহু জিলাই নিষ্ঠাসহকাৰে এই কামখিনি কৰিলে যদিও আন কেইবাখনো জিলাই নিয়াৰিকৈ কামখিনি নকৰাত অসমৰ ভিতৰুৱা স্থানৰ বহু লেখকৰ নাম হয়তো সন্নিৱিষ্ট নহ'বও পাৰে।

অকল এয়ে নহয় সভাই বিভিন্ন সংবাদ মাধ্যমত বিজ্ঞাপন, বাতৰি প্ৰকাশেৰে লেখকসকলৰ নাম সংগ্ৰহৰো প্ৰচেষ্টা চলাইছিল।

এচাম প্ৰতিষ্ঠিত লেখকে এই লেখক-কোষৰ প্ৰতি কৰা অনীহাও প্ৰসংগক্ৰমে উল্লেখযোগ্য।

৪০৪/৩ (গ্ৰী.)

প্ৰাৰম্ভিক পৰ্যায়ত সম্পাদনা সমিতিয়ে নিজস্বভাৱে লেখকৰ জীৱন-পঞ্জী সংগ্ৰহ কৰিছে।

**অসম লেখক-কোষ পাঁচটা খণ্ড সদ্যহতে আমি প্ৰকাশ কৰিছোঁ যদিও অতি শীঘ্ৰে এবছৰৰ ভিতৰতে সভাই পৰিবৰ্ধিত আৰু সংশোধনী ৰূপত দ্বিতীয় সংস্কৰণ প্ৰকাশৰ বাবে প্ৰস্তুত।**

**সেয়ে যিসকলৰ নাম ইয়াত সন্নিৱিষ্ট নহ'ল অথবা ভুল তথ্য সংযোজিত হ'ল, সেয়াও সহৃদয় পাঠকে আঙুলিয়াই দিলে আমি পৰৱৰ্তী সংস্কৰণত অন্তৰ্ভুক্ত কৰিম।**

এই লেখক-কোষ সম্পূৰ্ণভাৱে ৰাইজৰ হাতত তুলি দিয়াৰ বাবে সম্পাদনা সমিতিৰ প্ৰত্যেকগৰাকী ব্যক্তি, সংগ্ৰহকাৰী সংশ্লিষ্ট জিলা সভাৰ কৰ্মকৰ্তা, সভাৰ গুৱাহাটী কাৰ্যালয়ৰ কৰ্মচাৰীবৃন্দ, সমন্বয়ক মনোজ কুমাৰ দাস প্ৰমুখ্যে আটাইলৈ শলাগ জ্ঞাপন কৰিলোঁ এই চেগতে।

**চিৰ চেনেহী মোৰ ভাষা জননী!**

**পৰমানন্দ ৰাজবংশী**
**প্ৰধান সম্পাদক**
**অসম সাহিত্য সভা**

# সম্পাদকৰ একাষাৰ

অসমীয়া সাহিত্যত কোষ-গ্ৰন্থ (Compendium) ৰ চৰ্চা বহু দিনীয়া নহয়। কোনো উন্নত আৰু সমৃদ্ধ ভাষা-সাহিত্যৰ শ্ৰেণী বিশেষৰ বিষয়ে সুবিন্যস্তভাৱে থাওকতে আৰু থোৰতে পাব পৰাকৈ সংগৃহীত বিস্তৃত তথ্য-পঞ্জীকে উক্ত বিষয়ৰ কোষগ্ৰন্থ বোলে। বিভিন্ন ভাষাৰ অভিধান বিলাককো সেই দৃষ্টিৰে শব্দৰ কোষগ্ৰন্থ বুলি অভিহিত কৰিব পাৰি। ১৭৫১ খ্ৰীষ্টাব্দত প্ৰকাশিত 'এনচাইক্লোপেডি' নামৰ গ্ৰন্থখনকে বিশ্বৰ প্ৰথম আধুনিক কোষগ্ৰন্থৰূপে জনা যায়। ইয়াৰ পূৰ্বে অৱশ্যে ১৬০৪ খ্ৰীষ্টাব্দত 'A Table alphabatical, Containing and Teaching the True Writing and Understanding of Hard Usual English' নামেৰে বিশ্বৰ সৰ্বপ্ৰথম অভিধান প্ৰকাশিত হয়। ৰবাৰ্ট কাউড্ৰে নামৰ শিক্ষক এজনে এই গ্ৰন্থ সম্পাদনা কৰিছিল। ১৭৬৮-১৭৭১ খ্ৰীষ্টাব্দত প্ৰকাশিত বিশ্বৰ সুপ্ৰসিদ্ধ বিশ্বকোষ—'Encyclopaedia Britenica'-ৰ নাম বিশ্বৰ বিদ্বৎ মহলত সুপৰিচিত। পৰৱৰ্তী কালত জগতৰ নানা ঠাইত নানা বিষয়ক উপজীব্য কৰি ৰচনা কৰা কোষ গ্ৰন্থ আত্মপ্ৰকাশ কৰে। সংস্কৃত ভাষাত অমৰ সিংহৰ 'অমৰ-কোষ' এখনি বিশ্ব বিশ্ৰুত কোষগ্ৰন্থ। এওঁ বিক্ৰমাদিত্য ৰজাৰ নৱ ৰত্নৰ অন্যতম ৰত্ন আছিল। মহাকবি কালিদাসৰ সতীৰ্থ পণ্ডিত অমৰ সিংহৰ অৱস্থিতি কাল খ্ৰী.পূৰ্ব ১ম শতিকা হ'লে 'অমৰ কোষে'ই নিঃসন্দেহে জগতৰ সৰ্বপ্ৰথম কোষগ্ৰন্থৰূপে প্ৰতিষ্ঠিত হয়। আমাৰ ভাষাত 'হেমকোষ'ৰ নামকৰণত এই গ্ৰন্থৰ ভূমিকা আছে। উত্তৰ কালত ভালেমান কৃতবিদ্য পণ্ডিতে অসমীয়া ভাষা সাহিত্যৰ কেতবোৰ বচা বচা বিষয় হাতত লৈ কোষপুথি প্ৰণয়ন কৰে। ১৯৬৩ খ্ৰীষ্টাব্দত প্ৰকাশ পোৱা আব্দুছ ছাত্তাৰৰ 'প্ৰসঙ্গ-কোষ' এখনি উল্লেখযোগ্য কোষ গ্ৰন্থ। আদ্যনাথ শৰ্মাৰ 'ভাৰত মনীষা' (১৯৬৫ খ্ৰী.) আন এখনি সমশ্ৰেণীৰ সফল ৰচনা। কিন্তু ১৯৭৭ খ্ৰীষ্টাব্দত প্ৰকাশিত ড° হৰিনাথ শৰ্মাদলৈৰ 'ভাৰত কোষ' নিঃসন্দেহে অসমীয়া ভাষাৰ শ্ৰেষ্ঠ একক ৰচনা। সুবৃহৎ কলেবৰৰ এই কোষগ্ৰন্থখনত বিশ্বকোষৰ দৰে প্ৰাচীন ভাৰতৰ বৈদিক যুগৰ পৰা পৰৱৰ্তী কালৰ বহু তথ্য সন্নিৱিষ্ট হৈছে। সাম্প্ৰতিক কালত অসম সাহিত্য সভাৰ প্ৰযত্নত প্ৰকাশিত এঘাৰটা খণ্ডত বিভক্ত 'বিশ্বকোষ' আন এখনি বৃহৎ কলেবৰ বিশিষ্ট কোষ ৰচনা। ইয়াৰ বাহিৰেও নাট্য-কোষ, জীৱনী-কোষ আদি আন আন কোষ-প্ৰজাতিৰ ৰচনাও প্ৰকাশিত হৈছে। অসমীয়া সাহিত্যৰ এই আপাতঃ সু-দিনত ইয়াৰ পূৰ্ব স্মৃতি স্মৰণ কৰা বিধেয় বুলি বিবেচনা কৰিছোঁ।

কালিক বিচাৰত অসমীয়া সাহিত্যৰ ইতিহাস বহু প্ৰাচীন। কাল বলুকাৰ এই দীঘলীয়া পৰিক্ৰমাত সঞ্চিত হোৱা মণি-মুকুতাৰূপ মহতী কামৰূপ-অসমৰ সাহিত্য সম্ভাৰৰ মাজত কালজয়ী মহৎ ৰচনাৰ খতিয়ান কৰা নিশ্চয় অপ্ৰাসংগিক নহয়। কিয়নো সফল সাহিত্যৰ প্ৰকৃত মূল্যায়ণ নিৰ্মোহভাৱে শেহান্তত সময়ে নিৰূপণ কৰে। সময়ৰ কঠিন কষ্টি শিলাৰ জটিল পৰীক্ষাত উত্তীৰ্ণ হোৱা এনে অসমীয়া শাশ্বত ৰচনা ৰাজিৰ সঠিক মূল্য নিৰ্ণয়ৰ পূৰ্বে জনগণৰ হৃদয় ৰঞ্জন কৰা মহৎ সাহিত্য কৰ্মৰ স্বৰূপ-প্ৰকৃতি সম্বন্ধে এটি সম্যক ধাৰণা অভিধেয় কৰা প্ৰয়োজন।

দিগন্ত প্ৰসাৰী প্ৰকাণ্ড বটবৃক্ষ এটাৰ গুৰি কথা এটি সামান্য গুটি হোৱাৰ দৰে জগতৰ শ্ৰেষ্ঠ কলাৰূপে সাহিত্যৰ সৃষ্টি হয় সৌন্দৰ্য বোধৰ পৰা। ভাৰতীয় অলংকাৰ শাস্ত্ৰত উল্লিখিত ৰসাস্বাদনৰ সৈতে ই তুল্যযোজিতা হয়। ব্ৰহ্মস্বাদ-সহোদৰ স্বৰূপ এই ৰসাস্বাদন আত্মাৰ জ্ঞান দশাৰ পৰা উন্মোচিত হয়। অন্তৰাত্মাৰ সম্পূৰ্ণ সংস্কাৰমুক্ত অৱস্থাক 'জ্ঞান দশা' বোলে। ই এক দিব্যাৱস্থা ৰূপ। মনৰ এই বিশেষ অৱস্থাত স্থূল জগতৰ প্ৰতিঘাতত সৃষ্ট মূৰ্ত বা অমূৰ্তভাৱে মানৱৰ স্বভাৱজাত বৃত্তি, অভিব্যক্তিৰ আকাংখা'ৰ জৰিয়তে দৃশ্যমান ৰূপত বৰ্হিপ্ৰকাশ ঘটিলে ইয়ে সাহিত্য নামে বিশেষিত হয়। সাহিত্য এটি অপাৰ্থিৱ ব্যাপাৰ বুলি মনীষীসকলে ভাৱে।

নাট্যমুনি ভৰতৰ 'বিভাৱানুভাৱ ব্যভিচাৰী সংযোগাদ্ ৰস নিষপত্তি' ৰসৰ সূত্ৰৰ সৈতে পশ্চিমীয়া জগতৰ সাহিত্য বিচাৰৰ স্থূল পাৰ্থক্য আছে। তাত শ্ৰেষ্ঠ বা মহৎ সাহিত্যৰ গুণাগুণ মুলতঃ বহিৰংগ কাৰকৰ দ্বাৰা নিৰ্ণয় কৰা হয়। সেইমতে 'Quod ubique, quod semper and quod ab omnibus' অৰ্থাৎ কাল, স্থিৰতা, স্থায়ীত্ব আৰু বিশ্বজনীনতাৰ পৰীক্ষাত উত্তীৰ্ণ ৰচনাই মহৎ সাহিত্যৰূপে পৰিগণিত হয়। 'The same Homer who pleased at Athens and Rome two thousand years ago, is till admired at Paris and at London. All the changes of climate, government, religion and Language, have not been able to obscure his glory' শ্ৰেষ্ঠ সাহিত্যত সাৰ্বজনীনতাৰ প্ৰসংগত 'ইলিয়াড' আৰু 'ওডিছি'ৰ বিষয়ে ডেভিড হিউমৰ মন্তব্য। বিশ্ব সাহিত্যৰ

আন এটি অন্যতম বিশেষত্ব হ'ল ই জীৱন ভিত্তিক অৰ্থাৎ মানৱ জীৱনৰ চিৰন্তন সূক্ষ্মানুভূতিৰ সফল ৰূপায়ণত ই পূৰ্ণতা লাভ কৰে। আনহাতে পৰোক্ষ বিষয়ভিত্তিক ৰচনাই কালজয়ী হোৱাৰ সম্ভাৱনা তাকৰ। মহৎ সাহিত্য সদায় গভীৰ আৰু গহীন হোৱা দেখা যায়। জীৱন আৰু জগতৰ তত্ত্বজ্ঞান সম্বন্ধে সমৃদ্ধ নহ'লে কাব্য শিল্পীয়ে অমৰ সৃষ্টি সম্ভৱ কৰিব নোৱাৰে। জাৰ্মানীৰ প্ৰসিদ্ধ দাৰ্শনিক কবি গ্যেটেই সেয়েহে ক'ব খোজে—"The poet needs all philosophy, but he must keep it out of his works.'

সাহিত্য জগতত অক্ষয় কীৰ্তি অৰ্জন কৰা অমৰ ৰচনাৰাজিৰ ভিতৰত হোমাৰৰ উপৰিও গ্ৰীছৰ নাট্য মালা (এছ্কাইলাছ, ছ'ফ'ক্লিছ, ইউৰিপিডিছৰ বিয়োগান্ত নাট্য সম্ভাৰ), কালিদাসৰ ৰচনা সমগ্ৰ, শ্বেইক্সপীয়েৰৰ নাটক, ৰবীন্দ্ৰনাথ, ইটালীৰ ডান্টে, মিল্টনৰ কাব্য, ভাৰ্জিলৰ ৰচনা, গ্যেটেৰ কাব্য আদি মুখ্যতম। শকুন্তলাৰ কাব্য সুষমাত বিমোহিত হৈ মহাকবি গ্যেটেই কৰা মন্তব্য অনিৰ্বচনীয় আৰু মাৰ্মিক। তেওঁৰ মতে 'যদি তুমি বসন্ত ঋতুৰ ফুল আৰু গ্ৰীষ্মৰ ফল একেলগে পাবলৈ বিচৰা, আৰু আত্মাক মোহিত কৰা, প্ৰসন্ন কৰিবলৈ সমৰ্থ, আৰু সেইদৰে পুষ্ট কৰিবলৈ সক্ষম ৰসায়ন, তথা পৃথিৱী আৰু স্বৰ্গক একেলগে পাবলৈ বাঞ্চা কৰা তেনেহ'লে শাকুন্তলম্ অধ্যয়ন কৰা, তাত সকলো পাবা।' 'শকুন্তলা'ৰ বিষয়ে মনীষী প্ৰৱৰ গ্যেটেৰ প্ৰশস্তী বাক্য মহাকবি কালিদাসৰ সৈতে ভাৰতৰ বাবেও বিৰল সন্মানৰ বিষয়। শকুন্তলাৰ পতিগৃহ যাত্ৰাৰ নিপোটল ছবি বিশ্ব সাহিত্যৰ বাবে ভূষণ স্বৰূপ। স্বৰূপাৰ্থতে বিশ্ব মানৱতা বোধৰ দ্বাৰা অন্তৰ জগত বিমণ্ডিত নহ'লে তেনে হৃদয়ত নভোমণ্ডলম্ বিম্বিত হোৱা সম্ভৱ নহয়। সেয়েহে মহাঋষি প্ৰাজ্ঞ কণ্বই দয়াৱতী পুত্ৰীৰ বিদায় বেলাত বেদনা ক্লিষ্ট মনেৰে 'বৈক্লব্যং মম তাৱদীদৃশমিদং স্নেহাদৰন্যৌকস..." (মোৰ নিচিনা এজন অৰণ্যবাসীৰ যদি এনে দশা হয়, নাজানো গৃহীজনে প্ৰথম কন্যাৰ বিচ্ছেদ বেদনা কিদৰে সহ্য কৰে। (৪/৬) উক্ত শ্লোকৰ চিৰন্তন মৰ্মস্পৰ্শীতা গুণত জগদ্বাসীৰ হৃদয় আজিও আদ্ৰিত হয়।

অসমীয়া ভাষা-সাহিত্যৰ সাৰ্বিক উন্নয়ন সৰ্বভাৰতীয় জোখেৰে উজ্জ্বল বুলিব নোৱাৰি। অসম আৰু অসমীয়া সাহিত্যৰ প্ৰাচীনতা সম্বন্ধে আহোম যুগৰ ৰচনা ৰাজিৰ পৰা ধাৰাবাহিক সমল লাভ কৰিব পাৰি। সপ্তম শতিকাত প্ৰস্তুতকৃত হিউৱেন চাঙৰ কামৰূপৰ টোকাত সেই সময়ত বা তাৰ পূৰ্বে এই অঞ্চলত নালন্দাৰ দৰে বা আন বিদ্যাপীঠৰ অৱস্থিতিৰ উল্লেখ পোৱা নাযায়। প্ৰকৃতাৰ্থত এই মুলুকত সেই সময়ত কোনো বিদ্যা প্ৰতিষ্ঠান বা জ্ঞান-চৰ্চা কেন্দ্ৰ থকা বুলি তেওঁৰ বিৱৰণীত পোৱা নাযায়। ফলত প্ৰাচীন কামৰূপত জ্ঞান-বিদ্যা-চৰ্চা বা সন্ত-সমাগম অনুষ্ঠিত হোৱাৰ দৃষ্টান্ত নিমিলে। বৰং তাৰ বিপৰীতে ব্যাপক হাৰত নৰহত্যা, প্ৰতিহিংসা, সংঘৰ্ষ, ৰক্তপাত, কু-সংস্কাৰ আদি সভ্যতাঘ্ন ঘোৰ অন্ধকাৰ কৈৰাতজ্ কৰ্ম-কাণ্ডৰ বিপুল সাক্ষী সমকালীন তথ্যাদিয়ে ৰেকত কৰে। প্ৰতিষ্ঠিত সমাজত শিক্ষা প্ৰতিষ্ঠান হিচাপে পঞ্চদশ শতিকাত শ্ৰীমন্ত শংকৰদেৱে অধ্যয়ন কৰা মহেন্দ্ৰ কন্দলীৰ টোলৰ সংবাদহে আমালৈ প্ৰমুখভাৱে আলোক সম্পাৎ কৰে। শংকৰ পূৰ্ব যুগত তেনে বিদ্যানিকেতন বিদ্যমান থাকিলেও কাল প্ৰবাহে সেয়া ধাৰণ কৰা নাই। প্ৰকৃতাৰ্থত কেবাটিও দিশত প্ৰাচীন অসমৰ আধুনিক বুৰঞ্জী ধৰ্ম গুৰুজনাৰ সময়ৰ পৰাহে সূচিত হৈছে। সুসহনশীল মানৱতাবাদৰ দিগন্ত প্ৰসাৰী আলোক ধ্বজা অসমীয়া সাহিত্যত পোনতে শংকৰদেৱে উদীয়ন কৰে। তেৱাৰ —

'কিৰাত কছাৰী খাচী গাৰো মিৰি
যৱন কঙ্ক গোৱাল
অসম মুলুক ৰজক তুৰুক
কুৱাচ ম্লেচ্ছ চণ্ডাল"— কীৰ্তন মহাবাণীয়ে কামৰূপ মুলুকৰ প্ৰথম সৰ্ববৰ্ণ সমন্বয় গীতি। মানৱতাৰ কীৰ্তন কৰা এই মহৎ ব্যক্তি গৰাকীয়ে জগৎ প্ৰপঞ্চৰ আন আন গুণী-জ্ঞানী আৰু সাধু-সন্তৰ সান্নিধ্য লাভৰ বাবেই দেৱ পূজনতকৈ মানৱাৰাধনাৰ শ্ৰেষ্ঠত্ব উপলব্ধি কৰিব পাৰিছিল। লক্ষ্যণীয় যে শংকৰদেৱৰ কেবা শতিকা পৰৱৰ্তী সময়লৈ এই ৰাজ্যত তেৱাৰ সৈতে মানৱতাৰ সমবেত সংগীত হোৱা নাই, সেয়েহে এই দিশত তেওঁকেই মানৱতাৰ একক গীতিকাৰ ৰূপে লক্ষ্য কৰা যায়। বৰ্তমানেও আমাৰ ৰাজ্যত মানৱতাৰ পূৰ্ণ উদ্‌গতি হৈছে বুলিব নোৱাৰি। য'ত 'মানুহে মানুহৰ বাবে ভাবিব' নোৱাৰে তাত কালজয়ী সাহিত্য সৃষ্টিৰ সম্ভাৱনা ক'ত? মানৱতাৰ প্ৰতি গভীৰ এষণা অবিহনে অৰ্থাৎ মানৱতাক উপেক্ষা কৰি অবিনশ্বৰ সাহিত্য সৃষ্টিৰ ধাৰণা এক বঞ্চনা মাথোন। অন্তৰ্দৃষ্টিৰে বিচাৰ কৰিলে জগতৰ শ্ৰেষ্ঠতম ৰচনাসমূহ মানৱ আত্মাৰ বিজয় গাথা বুলিব পাৰি। ম্যেথিউ আৰ্নল্ডে কোৱাৰ দৰে একমাত্ৰ কাব্য সাহিত্যই নহয় সমগ্ৰ সাহিত্য সত্তাই Criticism of life । গভীৰ জীৱনবোধে তন্ময় সাধনত পৰিপোষণ কৰে। কিন্তু স্বৰূপতে আমাৰ প্ৰতি আনৰ ধাৰণা কি? বৰ্হিবিশ্বৰ দৃষ্টিত পূৰ্বোত্তৰ ভাৰত এক দুৰ্বোধ্য, ৰহস্যপূৰ্ণ ভূখণ্ড বস্তুতঃ এক ধৰ্মবিহীন জড়োপাসক, জংঘলী লোকৰ বাস য'ত নৰখাদক লোকৰ উপস্থিতি এতিয়াও সম্ভৱ। নৰ-মাংসৰ সোৱাদ হেনো লুণীয়া। উত্তম কৃষি ফলন আশা কৰাৰ বাবে কিছুমান পূৰ্বচৰ্ত থকাৰ দৰে অনুকূল সাহিত্যিক জলবায়ু অবিহনে মহৎ সাহিত্য অভিলাসা কৰিব নোৱাৰি। জগতৰ ক্ৰান্তিকাৰী কেতবোৰ মহাজাগৰণৰ সমীক্ষা কৰিলে এই আপ্ত কথাৰ

সত্যতা পোৱা যায়। ফৰাচী, জাৰ্মান বা ইংৰাজী সাহিত্যৰ বৈভৱৰ ক্ষেত্ৰতো একেই কাৰক জড়িত হৈ আছে। 'বাস্তৱতে সাহিত্য এটা বিৰাট অভিজ্ঞতা'। গ্ৰীক সাহিত্যত মহাকবি হোমাৰক বাদ দিও খ্ৰীষ্টপূৰ্ব ৬৪০-৩২২ ৰ তিনিশ বছৰত আবিৰ্ভাৱ ঘটা, বিশ্ব সভ্যতাৰ আকৃতি নিৰূপণকাৰী দাৰ্শনিক থেলছৰ পৰা এৰিষ্টট'ল আদি বিবিধ জ্ঞানৰ দিগ্‌পালসকলৰ ক্ষেত্ৰতো পাৰিপাৰ্শ্বিক আনুকূল্যতাই নিৰ্ণায়কৰূপে কাম কৰিছিল। আকৌ 'উচ্চ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত জীৱন ব্যাপী সাধনা নহ'লে ওখ খাপৰ সাহিত্যৰ সৃষ্টি হোৱা টান।' (ড° কৃষ্ণকান্ত সন্দিকৈ)। এই উভয় দিশতে সফলতাৰ প্ৰত্যয়যুক্ত অসমীয়া সাহিত্যিক দলিলসমূহৰ এটি বীক্ষণ আমাৰ অভিপ্ৰেত।

পুৰাণ আৰু মহাকাব্যক নিৰ্বাসন দি ৰসিকজনৰ হৃদয় ৰাজ্য অধিকাৰ কৰা মহিমাময়ী সাহিত্য-কলাৰূপে উপন্যাসৰ ক্ষেত্ৰত অসমীয়া সাহিত্য দীন নহ'লেও সম্পদশালী নহয়। প্ৰণয়, কাৰুণ্য, গাঁথা, অবিচাৰ, সমাজ চিত্ৰণ, বুভুক্ষাৰ বিক্ষোভ, বুৰঞ্জী, নৈসৰ্গিক শোভা, দেশ-প্ৰেম আদি সমাজৰ পীড়াকৰ আৰু চিত্ত বিনোদনী প্ৰায় সৰ্ববিধ উপাদানক লৈ ঔপন্যাসিক সম্পৰীক্ষা সাধিত হ'লেও মনস্তত্বৰ বিশ্লেষণ আৰু জীৱনবোধী সুগভীৰ প্ৰতিভাৰ উনতাই অসমীয়া উপন্যাসক ঐশ্বৰ্যময়ী হোৱাৰ পৰা নিবৃত কৰিছে। তাৰে মাজত অৱশ্যে সুশিক্ষিত আৰু প্ৰসাৰ পাঠী দুই-এজন প্ৰতিভাধৰ নিপুণ আৰু দক্ষ কলাকাৰে নিজৰ সৃষ্টি নৈপুণ্যৰ স্বাক্ষৰ নিদিয়াকৈ থকা নাই। বিশ্ব সাহিত্যৰ একে শাৰীতে থিয় হ'বলৈ সক্ষম কল্প-সাহিত্যৰ সৰ্বপ্ৰকাৰ গুণেৰে গুণান্বিত 'মিৰি জীয়ৰী' আৰু 'জীৱনৰ বাটত' দুখন ভিন্ন অসমীয়া সমাজৰ সফল প্ৰতিনিধি। এখনে ভাৰতবৰ্ষৰ উত্তৰ-পূৰ্বাঞ্চলৰ পাহাৰবাসী জনজাতীয় জীৱন কথা আৰু আনখনে ব্ৰহ্মপুত্ৰ সমতলৰ সমাজ আৰু সংস্কৃতিৰ নিপোটল জীৱন্ত ছবি দাঙি ধৰিছে। উভয় কাহিনীতে প্ৰেমৰ কৰুণ সমাপ্তিয়ে সহৃদয় পাঠকৰ হৃদয় সিক্ত কৰি তোলে।

ইয়াত বাজে বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'ঈয়াৰুইঙ্গম', হোমেন বৰগোহাঞিৰ 'সুবালা', 'অন্তৰাগ', মালিকৰ 'সুৰুযমুখীৰ স্বপ্ন', 'অঘৰী আত্মাৰ কাহিনী', ইন্দিৰা গোস্বামীৰ 'নীলকণ্ঠী ব্ৰজ', ৰংবং তেৰাঙৰ 'ৰং মিলিৰ হাঁহি' মৌলিক সৃষ্টি।

যুদ্ধ মানে ধ্বংস আৰু মহাযুদ্ধৰ অৰ্থ মহাসংহাৰ যদিও এই ধ্বংস যজ্ঞৰ অৱশ্যম্ভাৱী কেতবোৰ শুভ By Product থাকে। জগতৰ ইতিহাসত সময়ে সময়ে সংঘটিত এই নৰ যজ্ঞবিলাকে মানৱ জাতিক তন্দ্ৰাকৰ আদিম ভাৱবাদৰ মায়াজালৰ ডাঠ আৱৰণৰ পৰা বিমুক্ত কৰি জগতৰ চৰম সত্য আৰু কঠিন বাস্তৱৰ সৈতে মুখামুখি হোৱাত প্ৰত্যক্ষভাৱে সহায় কৰে। ভয়াৱহ যুদ্ধৰ এই অমোঘ অভিজ্ঞতা অসমৰ সমাজ জীৱনক স্পৰ্শ কৰিলেও প্ৰবলভাৱে আলোড়িত কৰাৰ সাহিত্যিক নিদৰ্শন পাবলৈ নাই। জগতৰ বুৰঞ্জী মুখ্যতঃ যুদ্ধ বিগ্ৰহৰ স্তুতি কীৰ্তন। সেই দৃষ্টি কোণেৰে বিচাৰ কৰিলে সমৰ সংঘৰ্ষক মানৱ চৰিত্ৰৰ ভূষণ বুলিব লাগে। সমৰ কলাত শ্ৰেষ্ঠ জাতিয়ে ধৰা ধামত শিৰোমণিৰ আসন লাভ কৰিছে। ৰামায়ণ, মহাভাৰত, ইলিয়াড, ওডিছি আদি বিশ্ব বন্দিত মহাকাব্যসমূহ বীৰ ৰসেৰে সমৃদ্ধ। ৰণাংগনৰ বাস্তৱ অভিজ্ঞতাৰ অভাৱ অসমীয়া সাহিত্যত অনুভূত হয়। অসমীয়া সাহিত্যত বিশুদ্ধ সমৰ কাব্য নাই বুলিব পাৰি। যোগেশ দাসৰ 'ডাৱৰ আৰু নাই' একমাত্ৰ সফল ব্যতিক্ৰম। তেনেদৰে অভিযান, ভ্ৰমণ আদি দুৰন্ত আৰু দিগ্‌বিজয়ী অভিজ্ঞতাৰ স্বাক্ষৰ আমাৰ সাহিত্যত পাবলৈ নাই। সামুদ্ৰিক ৰচনা সৃষ্টিৰ বাবে এই ভূখণ্ড ভৌগোলিকভাৱে উপযোগী নহয়। সেইবাবে Old man and the Sea, Moby Dick, Vikings of Helgeland, ৰবিনছন ক্ৰুছো, মাৰ্ক প'লৰ গদ্য আদিৰ লেখীয়া যুগজয়ী ৰচনাৰ সন্তাপ অসমৰ কাব্য-ৰস পিপাসু সজ্জনে চিৰকাল সহিব লাগিব।

স্বৰূপাৰ্থত আধুনিক কাব্য কলাত অসমীয়া সাহিত্যৰ আৰম্ভণি পাশ্চাত্য সাহিত্যৰ উমনিত উনবিংশ শতিকাৰ অন্তিম দশকত বংগভূমিতে হয়। সুকুমাৰ কলাৰূপে কাব্য সাহিত্যৰ উন্মেষ এই কালৰ গৌৰৱৰ সম্পদ। কলিকতা নিবাসী তৰুণৰ এটি অভিযাত্ৰী গোটে অসম মুলুকত সম্পূৰ্ণ অপৰিজ্ঞাত পূৰ্বৰ ধৰ্ম-সৰ্বস্ব 'নাগৰ কানাই' সাহিত্যৰ ঠাইত বাস্তৱৰ 'জীৱন মুখী' কাব্য কুঁৱৰীৰ সৈতে প্ৰথমবাৰৰ বাবে সাক্ষাৎ ঘটাই দিয়ে। অসমৰ ৰসিক পাঠকে প্ৰেমাস্পদৰ লাজুকী ওঁঠৰ চুমা পৰশত পুলকিত হোৱাৰ বিৰল অভিজ্ঞতা সঞ্চয় কৰাৰ লগতে মাধুৰীৰ ভূৱন ভুলোৱা মাধুৰিমাত আত্ম বিস্মৃত হৈ এই নৱ কলাৰ প্ৰতি সতৃষ্ণভাৱে চাতকবৎ উৎকণ্ঠী হয়। কলিকতাতে এই সন্মোহিনী ৰচনাৰ নাড়ী চ্ছেদন হোৱা হেতুকে বংগভূমি আৰু বাংলা সাহিত্যক আধুনিক অসমীয়া সাহিত্যৰ Surrogat mother বুলিব পাৰি। তৎসত্বেও সৌন্দৰ্যৰ কবি চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, ৰঘুনাথ চৌধাৰী, জ্যোতিপ্ৰসাদ আগৰৱালা, পাৰ্বতী প্ৰসাদ বৰুৱা, গণেশ গগৈ, বিষাদৰ বেদনাত যতীন্দ্ৰনাথ দুৱৰা, অম্বিকাগিৰী ৰায়চৌধুৰী আদি অমল কবি কণ্ঠ অসমীয়া ৰোমাণ্টিক কাব্য ধাৰাত চিৰতৰে জিলিকি থাকিব।

দৃশ্য কাব্যত অসমীয়া সাহিত্যৰ সফলতা উপন্যাসতকৈ হতাশাজনক। আন আন শাখাৰ দৰে কুৰি শতিকাৰ সূচনাকালতে আধুনিক ৰূপত এই শ্ৰেণীৰ সাহিত্য কলাৰ উন্মেষ হয় যদিও পাশ্চাত্য নাট্য-ৰীতিৰ আদৰ্শত জ্যোতিপ্ৰসাদৰ হাতত নাট্য-সাহিত্যই প্ৰথমে সফলতা অৰ্জন কৰে। এইগৰাকী ৰূপৰ সাধকৰ 'কাৰেঙৰ

লিগিৰী' (১৯২৫ খ্ৰী.) এখনি বৈভৱপূৰ্ণ শিল্প কৰ্ম। ইতিহাসৰ পটভূমিত ৰচিত কাল্পনিক নাট 'কাৱেঙৰ লিগিৰী'ৰ মুক্তিৰ ভালেমান বছৰৰ পিছত নগাঁও নাট্য সমাজৰ দ্বাৰা প্ৰকাশিত 'পিয়লী ফুকন' (১৯৪৮) অসমৰ মঞ্চ জগতৰ এক সফল পদক্ষেপ। কাহিনী, চৰিত্ৰ আৰু সংলাপৰ গৰিমাৰে সমুজ্জল পিয়লী ফুকন এখন হৃদয়জয়ী ঐতিহাসিক নাট। কেন্দ্ৰীয় চৰিত্ৰ পিয়লীৰ অনানুকৰণীয় দেশপ্ৰেমৰ বিৰল দৃষ্টান্ত চিপাহী বিদ্ৰোহৰ পূৰ্বকালৰ ভাৰতবৰ্ষৰ মৌলিক সম্পদ। আহোম ৰাজত্বৰ অন্তৰ্বিৰোধৰ ভেটিত নিৰ্মিত নাট 'ভোগজৰা'ই নাট্যকাৰ ফণী শৰ্মাক দক্ষ নাট্যকাৰৰূপে প্ৰতিষ্ঠা কৰিছে। পৈণত মঞ্চ সাহিত্যৰ আন এক নিদৰ্শন ভোগজৰাৰ মঞ্চ শিল্পীৰ 'ছিৰাজ'। ছিৰাজ নৈৰ্ব্যক্তিক চিন্তা ধাৰাৰ অনন্য দৃষ্টান্ত। অৱশ্যে এই কৃতিত্ব নাট্য কলাৰূপৰ মূল উৎসকাৰ লক্ষীধৰ শৰ্মাৰো সমানে প্ৰাপ্য। কিন্তু অসমীয়া সাহিত্যত যুদ্ধৰ ভয়াবহতাৰ জীৱন্ত দৃশ্য প্ৰত্যক্ষ কৰাৰ বিৰল সুযোগ সৃষ্টি হৈছে ফণী তালুকদাৰৰ 'জুয়ে পোৰা সোণ'ত (১৯৬৭)। ১৯৬২ খ্ৰীষ্টাব্দত শক্তিশালী চীন গণ-প্ৰজাতন্ত্ৰই কৰা ভাৰতৰ নেফা আক্ৰমণৰ পটভূমিত এই নাটৰ কথা বস্তু থিয় কৰোৱা হৈছে। আনহাতে বিশ্ব নাট্য কলাৰ উল্কা সদৃশ উদ্ভট ৰচনা অসমীয়া নাট্য পৰম্পৰাত নাই বুলিব পাৰি। যশস্বী নাট্যকাৰ অৰুণ শৰ্মাই তেওঁৰ 'আহাৰ'ত (১৯৭০) ইয়াৰে এটি সম্পৰীক্ষা চলাইছে মাত্ৰ। বসন্ত শইকীয়াৰ 'মানুহ'তো এইবিধ কলাৰ সকলো বৈশিষ্ট্য সমুপস্থিত।

উপন্যাসৰ দৰে কল্প সাহিত্যৰ বাওনা ৰূপ চুটিগল্পৰ ক্ষেত্ৰতো অসমীয়া সাহিত্যত কালোত্তীৰ্ণ ৰচনা প্ৰকটিত হোৱা নাই। অসমীয়া চুটি গল্পৰ জনক লক্ষ্মীনাথ বেজবৰুৱাৰ হাততে এইবিধ কলাই পূৰ্ণতা লভিলেও তেওঁৰ গুটি দিয়েক ৰচনাইহে বহুজন পঠিত ৰসোত্তীৰ্ণ সৃষ্টি বুলিব পাৰি। 'ভদৰী, 'কন্যা', 'ধোঁৱা খোৱা', 'মুক্তি', 'পাতমুগী' আদি শিল্প বিচাৰত বেজবৰুৱাৰ ওখ খাপৰ গল্প। শৰৎচন্দ্ৰ গোস্বামীৰ 'ৰক্ত বীজ', 'নদৰাম', হলিৰাম ডেকাৰ 'ৰে বড়ে ভাই', ত্ৰৈলোক্য নাথ গোস্বামীৰ 'এটা গৰম কোট', 'পৰাজয়', চৈয়দ আব্দুল মালিকৰ 'তিনিচকীয়া গাড়ী', যীশুখৃষ্টৰ ছবি', বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'এজনী জাপানী ছোৱালী', ভবেন্দ্ৰনাথ শইকীয়াৰ 'এন্দুৰ' আদি মৌলিক গল্প ৰচনা। তেনেদৰে যোগেশ দাসৰ 'কল পটুৱাৰ মৃত্যু', লক্ষীধৰ শৰ্মাৰ 'ছিৰাজ', মহিম বৰাৰ 'কাঠনিবাৰী ঘাট', সৌৰভ কুমাৰ চলিহাৰ 'গোলাম', 'অশান্ত ইলেক্ট্ৰন', হোমেন বৰগোহাঞিৰ 'হাতী', 'ইছমাইল শ্বেখৰ সন্ধানত', লক্ষ্মীনন্দন বৰাৰ 'গুৰুপৰ্ব' আদি আন কেতবোৰ মননশীল মৌলিক সৃষ্টি। স্বৰূপতে প্ৰতিষ্ঠিত বৌদ্ধিক সামাজিক বাতাবৰণ এখনৰ সুদৃঢ় ভেটি অবিহনে কালজয়ী সাহিত্য কৰ্মৰ সৃষ্টি সম্ভৱ হ'ব নোৱাৰে।

কথা-সাহিত্যত অসমীয়া সাহিত্যৰ গৰিমা আৰু প্ৰাচীনতাই ভাৰতৰ আন যিকোনো আঞ্চলিক সাহিত্যৰ বাবে ঈৰ্ষাৰ সামগ্ৰী ৰূপে দেখা দিছিল যদিও আধুনিক কাললৈকে এই দৃপ্ত আৰু বলিষ্ঠ সাহিত্য ধাৰা-পৰম্পৰা অক্ষুণ্ণভাৱে ৰক্ষিত হোৱা নাই। বৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্যৰ পৰৱৰ্তী সময়ত এই গৌৰৱ অৱনমিত হয় যদিও ধৃতীমান পণ্ডিত, লেখক বাণীকান্ত কাকতি, সত্যনাথ বৰা, বিৰিঞ্চি কুমাৰ বৰুৱা, ডিম্বেশ্বৰ নেওগ, মহেশ্বৰ নেওগ, সত্যেন্দ্ৰনাথ শৰ্মা, যোগেশ দাস, হোমেন বৰগোহাঞি, ভবেন্দ্ৰনাথ শইকীয়া, মামণি ৰয়ছম গোস্বামী, চৈয়দ আব্দুল মালিক আদি সুযোগ্য সাহিত্য কাণ্ডাৰীয়ে এই স্খলন বোধ কৰি ভাষাটিৰ সণ্টালনি গতি পুনৰুদ্ধাৰ কৰে।

জীৱনী সাহিত্যত হৰকান্ত শৰ্মা মজিন্দাৰ বৰুৱাৰ 'সদৰামীনৰ আত্মজীৱনী', সূৰ্য কুমাৰ ভূঞাৰ 'আনন্দৰাম বৰুৱা', প্ৰফুল্লদত্ত গোস্বামীৰ 'মাণিকচন্দ্ৰ বৰুৱা আৰু তেওঁৰ যুগ' সফল কৃতি।

'ব্ৰহ্ম সত্যং জগন্মিথ্যা', 'সত্যৰ সদায় জয়' আদি পৰম্পৰাগত আওপুৰণি আপ্তবাণীয়ে ভাৰতৰ লগতে অসমীয়া সাহিত্যৰো পুষ্টি সাধনত মাৰাত্মক অন্তৰায় ৰূপে দেখা দিছে।

সাহিত্য অকাডেমীয়ে সৰ্বভাৰতীয় ভিত্তিত ইতিপূৰ্বে লেখকসকলৰ যি চমু জীৱন-পঞ্জী (Who is Who) প্ৰকাশ কৰিছে তাত কেইগৰাকীমান প্ৰতিষ্ঠিত অসমীয়া সাহিত্যিকৰ নামহে অন্তৰ্ভুক্তি লাভ কৰিছে। আঞ্চলিক দৃষ্টিৰে নৈকট্যৰ পৰা সৰু-বৰ সকলো কৃতিমান লেখকৰ সংক্ষিপ্ত জীৱন-বৃত্ত অংকন কৰি এখনি পূৰ্ণাংগ কোষ-গ্ৰন্থ প্ৰস্তুত কৰিবলৈ সেয়েহে অসম সাহিত্য সভাই এক অভিলাসী আঁচনি গ্ৰহণ কৰে। পাঁচোটা খণ্ডত পূৰ্ণতা লাভ কৰা এই বৃহৎ গ্ৰন্থৰ চতুৰ্থ খণ্ডৰ সম্পাদনাৰ দায়িত্ব প্ৰতিপালন কৰোঁতে ভালেমান আহুকালৰ সন্মুখীন হ'বলগীয়া হৈছিল। বহু প্ৰকাৰে প্ৰচাৰিত হোৱা সত্বেও উক্ত গ্ৰন্থৰ বাবে পৰ্যাপ্ত সমল সংগ্ৰহ নোহোৱাৰ বিপৰীতে অসমৰ প্ৰতিষ্ঠিত লেখক-সাহিত্যিক কিছু সংখ্যকে অসম সাহিত্য সভাৰ এই আহ্বানৰ প্ৰতি সমুচিত সঁহাৰি জনোৱাত পৰান্মুখ হ'ল। আঁচনি মতে এই গ্ৰন্থই নিপোটল ৰূপ এটি পৰিগ্ৰহণ নকৰাৰ ইও এটা হেতু। তথাপিও সীমিত সামৰ্থৰে 'পখি সব উৰে যেন পখা অনুসাৰে' নীতিৰে আমি ১৯২০

খ্ৰীষ্টাব্দৰ পৰা ১৯৫০ খ্ৰীষ্টাব্দৰ ভিতৰত জন্ম লাভ কৰা অসমৰ প্ৰতিগৰাকী লেখক-লেখিকাৰ নাতি-দীৰ্ঘ পৰিচিতি আৰু সাহিত্যকৃতি দাঙি ধৰিবলৈ সচেষ্ট হৈছোঁহক।

চতুৰ্থ খণ্ড লেখক-কোষ কালানুক্ৰমিকভাৱে তিনিটা সম অধ্যায়ত বিভক্ত হৈছে—প্ৰথম অধ্যায় (১৯২০-১৯৩০), দ্বিতীয় অধ্যায় (১৯৩১-১৯৪০) আৰু তৃতীয় অধ্যায় (১৯৪১-১৯৫০) খ্ৰীষ্টাব্দলৈ। ইয়াৰ উপৰিও প্ৰসংগৰ তাৎক্ষণিক প্ৰাপ্তিৰ বাবে গ্ৰন্থৰ শেষত এটি নিৰ্ঘণ্ট সংযোজিত হৈছে। অসম্পূৰ্ণ তথ্য-পাতিৰ বাবে কোনো কোনো ক্ষেত্ৰত বিষয়-বস্তুৰ ঘাটি চকুত পৰিব পাৰে। বৰ্ণনা শৈলীৰ একৰূপতা আঁতৰাব পৰা নগ'ল। তদুপৰি অসমৰ বাহিৰৰ অসমীয়া ভাষা-সাহিত্য সাধকসকলৰ নাম অন্তৰ্ভুক্তিৰ ক্ষেত্ৰত আমাৰ সন্দেহ থাকি গ'ল। বহু বিচ্যুতি আৰু ত্ৰুটি থকা সত্বেও এই গ্ৰন্থই ছাত্ৰ, গৱেষক আৰু পঢ়ুৱৈ সমাজৰ প্ৰয়োজন পূৰাবলৈ সক্ষম হ'ব বুলি আমি আশাবাদী। গ্ৰন্থৰ পৰৱৰ্তী পৃষ্ঠাবোৰে তাৰেই সাক্ষ্য বহন কৰিব।

সম্পাদনাৰ কামত মুখ্যভাৱে অংশ লোৱা সম্পাদিকা দৰ্পণা বৰা নেওগ, সহায়ৰ হাত আগবঢ়োৱা ৰাম্না পালক, ৰীমা কলিতা, স্নিগ্ধা কটকী, মুনমী বৰদলৈ, বৰ্ণালী ডেকা, ড° বিনীতা নাথ, মনোজ কুমাৰ দাসৰ উপৰিও আমাৰ কামত বিশেষভাৱে সহায় কৰা শৈলেন কুমাৰ ৰাজবংশী আৰু ড° প্ৰফুল্ল কুমাৰ নাথ ধন্যবাদাৰ্হ।

অসম সাহিত্য সভাৰ সুযোগ্য প্ৰধান সম্পাদক বন্ধুবৰ ড° পৰমানন্দ ৰাজবংশীয়ে আমাৰ ওপৰত এই মহতী কামৰ দায়িত্বভাৰ অৰ্পণ কৰা বাবে সকৃতজ্ঞ শলাগ লৈছোঁ।

ড° ইব্ৰাত আলী



# যি কথা নক'লেই নহয়

'সহিত-ভাব' অৰ্থাৎ 'মিলন'ক আভিধানিক অৰ্থত সাহিত্য বুলি কোৱা যায় যদিও সাহিত্যৰ প্ৰকৃত সংজ্ঞা এই অৰ্থৰে প্ৰকাশ কৰিব পৰা বিধৰ নহয়। অজ্ঞতাৰ সীমাক অতিক্ৰম কৰি নানা ৰূপ, ৰস, প্ৰকৰণ আৰু শৈলীৰ সৈতে সাহিত্যৰ নিৰন্তৰ যাত্ৰা সীমাৰ পৰা অসীমলৈ। কবিতা, নাটক, গল্প, উপন্যাস, প্ৰবন্ধ, ব্যংগ ৰচনা আদিৰ জৰিয়তে সাহিত্যিকৰ হৃদয়-মন আৰু পঢ়ুৱৈৰ হৃদয়ৰ সংযোগ আৰু বিনিময় সাধিত হয়; অৱশ্যে এই সংযোগ আৰু বিনিময়ৰ উপৰি আৰু বহু কিবা কিবি সোমাই আছে, যি যুগ যুগ ধৰি নান্দনিক অনুভৱৰ কুঁৱলীৰে মানৱ সমাজক অচিন্ন কৰি ৰাখিছে। সামগ্ৰিকভাৱে জীৱনৰ অভিজ্ঞতা, বিভিন্ন সময়ত সন্মুখীন হোৱা ঘটনা, লেখকৰ মনোজগতৰ কল্পনা, চৰিত্ৰ সৃষ্টি, মনস্তাত্বিক বিশ্লেষণ, বিভিন্ন বিষয়বস্তুক কেন্দ্ৰ কৰি চলোৱা পৰীক্ষা-নিৰীক্ষা আদি উপজীৱ্যই সাহিত্যক যি গতিময়তা প্ৰদান কৰিছে তাত মানৱীয় প্ৰমূল্য, সুখ-দুখ, আনন্দ-বিষাদ, প্ৰেম-বিদ্ৰোহ, হিংসা-অহিংসা আদি সূক্ষ্ম সূক্ষ্ম চেতনাবোৰে ধ্ৰুৱৰ দৰে ভূমিকাহে পালন কৰা দেখা যায়। অৰ্থাৎ সাহিত্যৰ মূল উপজীৱ্য প্ৰায় একেই। সাহিত্যই নহয়, সকলো শিল্প কৰ্মই এক নিৰ্দ্ধাৰিত সীমাৰ ভিতৰত পুনৰাবৃত্তিহে মাত্ৰ। সুখ-দুখ, হৰ্ষ-বিষাদ আদি পূৰ্ব উল্লিখিত মানৱীয় অনুভূতি সমূহৰ পৰিৱৰ্তন হোৱা নাই। পৰিৱৰ্তন হৈছে মাত্ৰ দৃষ্টিভংগীৰ, উপস্থাপন শৈলীৰ। ইয়াকে মূলধন হিচাপে লৈ সাহিত্যৰ ক্ষেত্ৰখনত সাহিত্যিকে নিজৰ অস্তিত্ব ঘোষণা কৰি আহিছে। কেৱল পৰীক্ষা-নিৰীক্ষাই সাহিত্যৰ উপজীৱ্যসমূহৰ কোনো পৰিৱৰ্তন কৰিব নোৱাৰেও কিন্তু পুনৰাবৃত্তিকে পাঠকৰ চকুত ধূলি মাৰি ন-ৰূপত দাঙি ধৰাত সফল হ'ব পাৰে। স্থান আৰু কালৰ (Time & Spece) প্ৰভাৱে এইক্ষেত্ৰত সাহিত্য আৰু সাহিত্যিক দুয়োকে লাভান্বিত কৰি আহিছে। উল্লেখ্য যে মানুহৰ স্বভাৱজাত প্ৰবৃত্তি অনুসৰি কোনো ধৰণৰ পুনৰাবৃতিক আদৰি ল'ব নোখোজে আৰু ইয়াৰে সুযোগ গ্ৰহণ কৰি সাহিত্যিকে নিজৰ সৃষ্টিকৰ্মক পুনৰাবৃত্তি নহয় বুলি প্ৰতিপন্ন কৰি পাঠকৰ হৃদয়ত স্থান লাভ

কৰিবলৈ সক্ষম হয়। ইয়াক বহুতে যাদুৰ বাকচ নাইবা পাঁচ আঙুলিৰ লগতো তুলনা কৰিব বিচাৰে। সম্ভৱতঃ এনে কাৰণতেই শ্বেইক্সপীয়েৰৰ নাটকৰ কৰুণ পৰিণতি পাঠক বা দৰ্শকৰ বাবে সকলো সময়তে কাম্য নহয় বাবেই পৰৱৰ্তী সময়ত ট্ৰেজিক নাটকৰ বিপৰীতে অন্য পৰিণতিৰ নাটকো দৰ্শকে আদৰি ল'লে। এইক্ষেত্ৰত হয়তো পূৰ্বে উল্লেখ কৰাৰ দৰেই সময় আৰু স্থানৰ গুৰুত্ব আছে।

মূলতঃ লেখক কোষখন চোৰা-চোৰাকৈ প্ৰকাশ কৰোঁতে প্ৰতিখনে এছোৱা নিৰ্দিষ্ট সময়ক প্ৰতিনিধিত্ব কৰি সেই সময় আৰু মানুহৰ লগতে সমকালীন ভৌগোলিক, ভাষিক, ঐতিহাসিক আৰু আৰ্থ-সামাজিক চিত্ৰ এখন দাঙি ধৰাৰ আশা কৰা হৈছে। 'অসম লেখক-কোষ' (চতুৰ্থ খণ্ড) ১৯২০-১৯৫০ চনৰ ভিতৰত জন্ম গ্ৰহণ কৰা সাহিত্যিকসকলক সামৰি লেখকসকলৰ পঞ্জী এখন প্ৰস্তুত কৰাৰ প্ৰয়াস কৰিছোঁ। এই ক্ষেত্ৰত লেখকৰ মান বা ওজন প্ৰদানৰ বিপৰীতে বৰ্ণক্ৰমত (আভিধানিক নীতিৰে) লেখকৰ জীৱন আৰু কৃতিত্বৰ বিষয়েহে তথ্য সন্নিৱিষ্ট হৈছে। সেই অৰ্থত লেখক কোষখন লেখকৰ সাহিত্য কৰ্মৰ সমালোচাত্মক গ্ৰন্থ হোৱাৰ বিপৰীতে তথ্য ভাণ্ডাৰহে হ'ব পাৰে বুলি ধাৰণাকৰা যায়।

চতুৰ্থ খণ্ডৰ লেখক পঞ্জীত অন্তৰ্ভুক্ত হোৱা লেখকসকলৰ মূলত দুটা দিশত বিশেষভাৱে গুৰুত্ব আছে। প্ৰথমটো হ'ল, অসম সাহিত্য সভাৰ প্ৰতিষ্ঠাৰ পৰৱৰ্তী পৰ্যায়ত অসমীয়া সাহিত্যত যি সাহিত্যিক বিপ্লৱৰ আৰম্ভ হৈছিল সেই সন্ধিক্ষণতে জন্ম লাভ কৰিছিল এইসকল সাহিত্যিকে। অৰ্থাৎ পদ্মনাথ গোহাঞিবৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা আদি বৰেণ্য সাহিত্যিকে কাটি যোৱা বাটেৰে বাট বুলিছিল এইসকল সাহিত্যিকে। এফালে ৰোমাণ্টিক যুগৰ উত্থান, আনফালে আধুনিকতাৰ প্ৰৱেশৰ উকমুকনি। দ্বিতীয়টো হ'ল তেখেতসকলৰ জন্ম হৈছিল প্ৰাক্ স্বাধীন কালৰ বৃটিছ আমোলত (১৯৪৭-৫০, এই তিনিটা বছৰ বাদ দি) অৰ্থাৎ বৃটিছ আমোলৰ ছবি এখনৰ লগতে স্বাধীনোত্তৰ ভাৰত বা অসমৰ বিভিন্ন উত্থান-পতন, হা-হুমুনিয়াহ, হাঁহি-কান্দোনৰ চিত্ৰায়ন এইসকল লেখকৰ কলমেৰেই সম্ভৱ হৈ উঠিছিল। এক কথাত এইচাম লেখকেই স্বাধীন আৰু পৰাধীন ভাৰতৰ সাঁকো হিচাপে সাহিত্যৰ লগতে সামাজিক-সাংস্কৃতিক আৰু অৰ্থনৈতিক উত্থান-পতনৰ ছবি অংকন কৰিছিল। সেইসকলৰ পৰা এই খণ্ডটিয়ে এটা যুগক প্ৰতিনিধিত্ব কৰা বুলি ক'ব পৰা যায়।

'অৰুণোদয়ই' আৰু 'জোনাকী'য়ে কাটি যোৱা বাটেৰে জন্ম হোৱা 'বাঁহী'ৰ অধিকাংশ সময়ক প্ৰতিনিধিত্ব কৰা তদানীন্তন সাহিত্যিকৰ সাহিত্য চৰ্চাৰ মঞ্চখন আছিল মূলতঃ আৱাহন (১৯২৯-৪৫সম্পা. ড° দীননাথ শৰ্মা), জয়ন্তী (১৯৩৮ সম্পা. ৰঘুনাথ চৌধাৰী) আদি। গ্ৰন্থ আকাৰে প্ৰকাশ নোপোৱা বাবে বহু লেখকৰ তথ্য এই গ্ৰন্থত সন্নিৱিষ্ট কৰিব পৰা নাই যদিও এই আলোচনীবোৰ তেখেতসকলৰ প্ৰতিনিধি হিচাপে চিহ্নিত হৈ থাকিব। জন্ম কালৰ পৰিধিৰ ভিতৰত এইকেইখন আলোচনী থাকিলেও তেখেতসকলৰ সৃষ্টিৰ পথাৰখন ঠন ধৰি উঠিছিল ৰামধেনু (১৯৫০-৭৬-১৯৭৩), মনিদীপ (১৯৬০-৬৮), অসমীয়া (১৯৬৮), 'আমাৰ প্ৰতিনিধি (১৯৫৯), 'নতুন পৃথিৱী (১৯৭২), 'প্ৰকাশ' আদি আলোচনীত। এইছোৱা সময়ত আত্মপ্ৰকাশ কৰা নলিনীধৰ ভট্টাচাৰ্য, মহিম বৰা, সৌৰভ কুমাৰ চলিহা, লক্ষ্মীনন্দন বৰা, হোমেন বৰগোহাঞি, নিৰুপমা বৰগোহাঞি, নৱকান্ত বৰুৱা, কেশৱ মহন্ত, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, চন্দ্ৰপ্ৰসাদ শইকীয়া, নিৰ্মলপ্ৰভা বৰদলৈ, নীলমণি ফুকন, অৰুণ শৰ্মা, ইমৰান শ্বাহ, অতুলানন্দ গোস্বামী, প্ৰবীণা শইকীয়া, ৰংবং তেৰাং, নগেন শইকীয়া, গোবিন্দ প্ৰসাদ শৰ্মা, মামনি ৰয়ছম গোস্বামী, শিৱনাথ বৰ্মন, উদয়াদিত্য ভৰালী, হৰেকৃষ্ণ ডেকা, জয়কান্ত গন্ধীয়া, অৰুণ গোস্বামী, কবীন ফুকন, শান্তনু তামুলী, দেবব্ৰত দাস, প্ৰসেনজিৎ চৌধুৰী আদি লেখকৰ মাজৰে কেইবাজনেও অদ্যপী নিজৰ সাহিত্য চৰ্চা বলিষ্ঠ ৰূপত অব্যাহত ৰাখিছে। এই ক্ষুদ্ৰমান আলোচনাত সকলো লেখককে সামৰি লোৱাটো সম্ভৱপৰ নহয় বাবে স্বাভাৱিকতেই বহু বৰেণ্য লেখকৰ নাম বাদ পৰি গৈছে।

**ই এক আৰম্ভণিহে**

অসম সাহিত্য সভাই আৰম্ভ কৰা এই যাত্ৰাৰ লেখক-কোষ (চতুৰ্থ) এক আৰম্ভণিহে। সাহিত্য সভাৰ অন্তৰ্গত জিলা, শাখা সভাৰ সহযোগত ৰাজ্যৰ বিশিষ্ট সাহিত্যিক, বুদ্ধিজীৱি, সাহিত্য প্ৰেমীলৈ জনোৱা অনুৰোধ আৰু আহ্বানৰ উপৰি সম্পাদনা কক্ষৰ পৰা চলোৱা যৌথ প্ৰচেষ্টাৰ

ফলশ্ৰুতিত এনে এক মহৎ প্ৰয়াস সম্ভৱপৰ হৈছে। আমি স্বীকাৰ কৰোঁ যে এই লেখক-কোষ অসম্পূৰ্ণ, আমাৰ অজ্ঞাতে বহুজন প্ৰথিতযশা লেখকৰ নামো তালিকাত সন্নিৱিষ্ট নোহোৱাৰ সম্ভাৱনা থাকিব পাৰে। এই প্ৰয়াসক আৰম্ভণি বুলি গণ্য কৰিলে পৰৱৰ্তী সময়ত সহৃদয় পাঠক সমাজৰ সহায়ত পূৰ্ণাংগ লেখক-কোষ হিচাপে নিশ্চয় পৰিগণিত হোৱাৰ আশা কৰিব পাৰি। অনিচ্ছাকৃত এই ক্ৰটি আৰু অসম্পূৰ্ণতাৰ বাবে যেন আমাক মাৰ্জনা কৰে।

লেখক কোষ চতুৰ্থ খণ্ডক সাহিত্য আলোচনা গ্ৰন্থ হিচাপে বিবেচনা কৰাৰ বিপৰীতে তথ্যকোষ হিচাপে গণ্য কৰিবলৈ আমি পূৰ্বতেই আবেদন জনাইছোঁ। গ্ৰন্থখনত তথ্য বিভ্ৰাট নাইবা অন্য খুঁট ৰৈ যোৱাৰো সম্ভাৱনা নথকা নহয়। ইবোৰৰ সংশোধন আৰু পৰিবৰ্দ্ধনৰ সুবিধা মুকলি হৈ থাকিব। সহৃদয় পাঠক সমাজে গঠনমূলক দিহা-পৰামৰ্শৰে ভৱিষ্যতে গ্ৰন্থখনি পূৰ্ণাংগ ৰূপ দিয়াৰ ক্ষেত্ৰত সহায়ৰ হাত আগবঢ়োৱাৰ আশা ৰাখিছোঁ।

দৰ্পণা বৰা নেওগ

# সূচী

# প্ৰথম অধ্যায়

## (১৯২০ খ্ৰীষ্টাব্দৰ পৰা ১৯৩০ খ্ৰীষ্টাব্দলৈ)

## অ

**অজিত গগৈ (জন্ম : ১৯ আগষ্ট, ১৯২৬ খ্ৰী.)**

কবি হিচাপে অসমীয়া সাহিত্যত প্ৰতিষ্ঠা লাভ কৰা অজিত গগৈৰ জন্মস্থান গুৱাহাটী। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজী বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী গ্ৰহণ কৰা গগৈদেৱে ১৯৮৬ চনত ভাৰতীয় প্ৰশাসনিক সেৱাৰ এগৰাকী নিষ্ঠাৱান বিষয়া হিচাপে অসম চৰকাৰৰ বিভিন্ন পদত একাগ্ৰতাৰে কৰ্মজীৱন অতিবাহিত কৰি নামনি অসমৰ আয়ুক্ত হিচাপে অৱসৰ গ্ৰহণ কৰে। ভাৰতীয় ভাষা পৰিষদ বঁটা (১৯৮৮), সাহিত্য অকাডেমীৰ বঁটা (১৯৯৮) আৰু অসম সাহিত্য সভাৰ বঁটা প্ৰাপক অজিত গগৈৰ প্ৰকাশিত কবিতাপুথিকেইখন হ'ল— 'তীখা', 'হাতুৰী', 'মন-কুঁৱলী সময়', 'দুখৰ কবিতা', 'কিছুমান বোঞ্জৰ ঢেকীয়া', 'এযোৰ তামৰ অৰ্ঘা', 'চেনৰ পাৰত', 'জেংৰাই', 'ব্ৰহ্মপুত্ৰ', 'শব্দ সংবেদ্য', 'স্বৰ্ণচম্পা' আদি।

ইয়াৰ উপৰিও গীত-কবিতা অনুবাদৰ উপৰি তেওঁ সাহিত্য সমালোচনা আৰু প্ৰবন্ধৰ প্ৰায় ২০ খন গ্ৰন্থ আৰু এখন উপন্যাস লিখে।

**অণু বৰুৱা (জন্ম : ২ জুন, ১৯২৮ খ্ৰী.)**

অণু বৰুৱাৰ জন্মস্থান লক্ষীমপুৰ জিলা। স্নাতক ডিগ্ৰী লাভ কৰা বৰুৱা এগৰাকী গৃহিণী হোৱাৰ উপৰিও সাহিত্য চৰ্চাতো মনোনিৱেশ কৰিছে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'এনিমেল ফাৰ্ম' (১৯৫৬), 'পৃথিৱীৰ পুৰণি কথা' (১৯৪৭), 'জাপানী সাধু' (১৯৫৬), 'পখীৰ দেশত অঞ্জুমণি' (১৯৬৪), 'পোহৰ আৰু আনন্দৰ সাধু' (১৯৬৪), 'মহাত্মাৰ বাণী' (অনুবাদ পুথি, ১৯৬৪), 'প্ৰাচীন ভাৰতীয় সাধু' (১৯৬৫), 'দিল্লীৰ ডুখৰীয়া ছবি' (১৯৬৬), 'প্ৰথম প্ৰেম' (অনুবাদ, ১৯৬৭), 'সাগৰ

দেখিলোঁ' (ভ্ৰমণ কাহিনী, ১৯৬৮), 'অন্তত‌ৰা' (উপন্যাস, ১৯৭০), 'হেম বৰুৱা ঃ মোৰ চিনাকি মানুহজন' (১৯৮৪), 'তামিল কাহিনী' (১৯৭১), 'আৰ্চি ঘৰ' (১৯৫৯), 'বাপু' (১ম, ২য়, ৩য়, অনুবাদ, ১৯৭০), 'কলিয়াপানী' (১৯৭২), 'পাওমাৰ ছোৱালীজনী' (১৯৭০), 'সৌৰঠ তোমাৰ বোঁৱতী পানী' (১৯৭৬), 'সাধু সাধু সাধু' (১৯৮৪) আৰু 'কৰুণাময়ী নন্দ তালুকদাৰ'।

**অনিল ৰায়চৌধুৰী (জন্ম ঃ ২৭ আগষ্ট, ১৯২৬ খ্ৰী.)**

অনিল ৰায়চৌধুৰীৰ জন্মস্থান ৰায়পাৰা, বৰপেটা। জে. বি. কলেজৰ পৰা বাণিজ্য বিভাগত স্নাতক আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ আইনৰ স্নাতক ৰায়চৌধুৰী বৃত্তিত শিক্ষক আছিল আৰু পৰৱৰ্তী সময়ত প্ৰশাসন বিভাগৰ কামত যোগ দি তাৰ পৰা অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'কাণ্ডাৰী' (উপন্যাস, ১৯৭৯), 'শত্ৰু' (উপন্যাস, ১৯৮০), 'ত্ৰিকোণ' (গল্প পুথি, ১৯৭৭), 'নামনি অসমৰ মধ্যশ্ৰেণী' (১৯৯৮, আলোচনামূলক পুথি), 'অসমীয়া ভাষাৰ দৰ্শন' (১৯৯৮, আলোচনা পুথি), 'অসমৰ সমাজ-ইতিহাসত নৱ বৈষ্ণৱবাদ' (২০০০), আৰু 'জ্যোতি চেতনা' (১৯৯৮)।

**অনুৰাধা দাস (জন্ম ঃ ৩০ জুন, ১৯২৮ খ্ৰী.)**

অনুৰাধা দাসৰ জন্মস্থান শ্বিলং। এগৰাকী অভিনেত্ৰী হিচাপে পৰিচিত দাসৰ বহুতো গীতি-কবিতা আৰু লেখা আলোচনী, বাতৰি কাকতত প্ৰকাশিত হৈছে। সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ দ্বাদশ বাৰ্ষিক অধিৱেশনত তেওঁক গীতিকাৰ, অভিনেত্ৰী আৰু সমাজ সেৱিকাৰূপে সন্মান জনাই অভিনন্দন পত্ৰ প্ৰদান কৰা হয়। তেওঁৰ প্ৰকাশিত পুথিকেইখন ক্ৰমে—'সুৰশ্ৰী' (১৯৫৬) আৰু 'গীতি মালিকা' (১৯৮৮)।

**অন্নদা হাজৰিকা (জন্ম ঃ ১৯২৬ খ্ৰী.)**

প্ৰয়াত অন্নদা হাজৰিকাৰ জন্মস্থান নগাঁও জিলাৰ বিৰহ-বেবেজীয়া। পিছলৈ তেখেত গোৱালপাৰা জিলাৰ ধুপধৰা নিবাসী হয়। ৰেচম বিভাগৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী প্ৰয়াত হাজৰিকাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'গীত ঘৰ' (গীতৰ পুথি, ১৯৮২), 'বিলাস মঞ্চৰ মানৱী' (উপন্যাস, ১৯৮৬), 'গল্পগৃহ' (গল্প পুথি, ১৯৮৩), 'কলিৰ কৃষ্ণ' (পূৰ্ণাংগ নাট, ১৯৮৬), 'কুবেৰ ধন' (পূৰ্ণাংগ নাট, ১৯৮৪), 'যৌতুক' (একাংকিকা নাটক, ১৯৮৫)।



**ড° অমলেন্দু গুহ (জন্ম ঃ ১৯২৪ খ্ৰী.)**

ড° অমলেন্দু গুহৰ জন্মস্থান ইম্ফল। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ (১৯৪৭) ডিগ্ৰী লাভ কৰা ড° গুহই দিল্লীত ইকনমিক ট্ৰেনজিশ্বন ইন আফগানিস্তান (১৯১৯-১৯৬৩) বিষয়ত গৱেষণা কৰি ডক্টৰেট ডিগ্ৰী লাভ কৰে। তাৰ পাছতেই দৰং কলেজ, পুনে, কলিকতাৰ চেণ্টাৰ ফৰ ষ্টাডি ছ'চিয়েল ছায়েন্স বিভাগত অধ্যাপনা কৰে। ছপা পুথি—'ফ্ৰম প্লেণ্টাৰ্ছ ৰাজ টু স্বৰাজ' (১৯৭৭), 'মেডিয়েভেল এণ্ড আৰ্লি কল'নিয়েল আছাম' (১৯৯০), 'জমিদাৰকালীন গোৱালপাৰা ঃ এটি ঐতিহাসিক দৃষ্টিপাত' (১৯৮৪), 'বৈষ্ণৱবাদৰ পৰা মায়ামৰীয়া বিদ্ৰোহলৈ' (১৯৯৩), 'ছোভিয়েট দেশত এভুমুকি' (১৯৫৮), 'আফগানিস্থানত এভুমুকি' (১৯৬১), 'তোমালৈ' (১৯৬০), 'লুইত পাৰেৰ গাথা' (১৯৫৫)। ইতিহাসবিদ ড° গুহ অসম সাহিত্য সভাৰ দ্বাৰা 'সাহিত্যচাৰ্য' সন্মানেৰে সন্মানিত।

**অমিয়া চক্ৰৱৰ্তী (জন্ম ঃ ১৯২৯ খ্ৰী.)**

অমিয়া চক্ৰৱৰ্তীৰ জন্ম হয় তিনিচুকীয়া জিলাৰ শদিয়াত। সুসাহিত্যিক চক্ৰৱৰ্তীৰ প্ৰকাশিত পুথিসমূহ হ'ল—নাটক ঃ 'দুঃস্বপ্ন', 'দোষ কাৰ', 'প্ৰতিধ্বনি' আৰু 'অভিলাষ'। উপন্যাস ঃ 'লোতক', 'তৃপ্তি বিচাৰি', 'দাপোণ' আৰু 'প্ৰলেপ'। তেওঁৰ প্ৰকাশিত কবিতা পুথিখন হ'ল—'ঝংকাৰ'।

**অম্বিকা গোস্বামী (জন্ম ঃ ১৯২০ খ্ৰী.)**

অম্বিকা গোস্বামীৰ জন্মস্থান শিৱসাগৰ জিলা। গোস্বামীৰ প্ৰকাশিত একমাত্ৰ গ্ৰন্থখন হৈছে—'সুৰাগমণি'। তেওঁ বিভিন্ন কাকত-আলোচনীত লেখা প্ৰকাশৰ জৰিয়তে সাহিত্য সাধনাত ব্ৰতী হৈ আছে।

**প্ৰয়াত অম্বিকাচৰণ চৌধুৰী (জন্ম ঃ ১৬ আগষ্ট, ১৯৩০ খ্ৰী.)**

অম্বিকাচৰণ চৌধুৰীৰ জন্মস্থান বঙাইগাঁও জিলাৰ বৰপাৰা। স্নাতক আৰু বি. টি. ডিগ্ৰীধাৰী অম্বিকাচৰণ চৌধুৰী অৱসৰপ্ৰাপ্ত অধ্যক্ষ আৰু সাহিত্যিক পেন্সনাৰ। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ৰত্নপীঠত এভুমুকি' (১৯৬১), 'কোচ ৰাজবংশী গোষ্ঠীৰ ইতিহাস আৰু সংস্কৃতি' (১৯৬৯), 'বিচিত্ৰা' (১৯৬৫, প্ৰবন্ধ সংকলন), 'কমতাপুৰত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ' (১৯৮২), 'নৰৰূপে নাৰায়ণ' (১৯৯১), 'সংগ্ৰামসিংহ চিলাৰায়' (১৯৮৩), 'ইতিহাস অধ্যয়নৰ নৱদিগন্ত' (১৯৯১), 'কল্কি অৱতাৰ শ্ৰীশ্ৰী ঠাকুৰ অনুকূল' (১৯৮৮), 'বঙাইগাঁৱৰ জীৱন-কাহিনী' (১৯৯৪), 'কোচ ৰাজবংশী সন্মিলনীৰ সমীক্ষাত্মক ইতিহাস' (১৯৯৩), 'তপস্বিনী ৰাণী অভয়েশ্বৰী' (১৯৯৩), 'মহাপুৰুষ শ্ৰী চৈতন্যদেৱৰ জীৱন আৰু দৰ্শন' (১৯৬৫), 'শান্তিৰ দূত হজৰত মহম্মদ' (১৯৬৫), 'আহ্বান' (কবিতাপুথি, ১৯৯৫), 'মহাৰাজ নৰনাৰায়ণ আৰু সেঁতু' (১৯৯৮), 'শব্দাৰ্থৰ মৌলিক বিশ্লেষণ' (১৯৯৯), 'শ্ৰীশ্ৰী কালীমাৰ তাত্ত্বিক পৰিচয়' (২০০২), 'ৰাংটা গাৰো, ৰাজা মহেন্দ্ৰ নাৰায়ণ আৰু অম্বিকাচৰণ চৌধুৰীৰ জীৱন কৃতি' (২০০৪), 'কাছাৰ ৰাজ্যৰ খাছুছা আৰু ডিমাচাৰ করুণ ইতিহাস' (২০০৪), 'বড়ো-কছাৰীৰ সাংস্কৃতিক পৰিচয়' (১৯৯৯), 'বিজনী, চিদলী, মেছপাৰা আৰু পৰ্বত জোৱাৰৰ ইতিহাস' (২০০৭), 'আমাৰ বক্তব্য' (২০০৪), 'যুৱৰাজ শুক্লধ্বজৰ সাহিত্য প্ৰতিভা' (১৯৯৩)।

'Satsang at a Glance' (1944), 'Whither the Koches of Chilarai (1984), "Glory : The Name is Goalpara' (1997), 'The Koches Around the World (1991), 'Varieties' (Collection of some published articles, 1993) and 'Koch Rajbongshies Betred' (2009).

**অমূল্য বৰুৱা (জন্ম ঃ ৩০ জুন, ১৯২২, মৃত্যু ঃ ১৮ আগষ্ট, ১৯৪৬ খ্ৰী.)**

অমূল্য বৰুৱাৰ জন্মস্থান যোৰহাট জিলা। কলিকতাত এম. এ. আৰু আইন বিষয়ত শিক্ষা গ্ৰহণ কৰা বৰুৱাদেৱে কলেজত পঢ়ি থকা সময়তে যোৰহাট 'ৰ'দালি সভাৰ' হাতে লিখা স্কুল পত্ৰিকাখন সম্পাদনা কৰে। আকাশবাণীৰ কলিকতা কেন্দ্ৰৰ পৰা তেওঁৰ কেইখনমান নাটিকা সম্প্ৰচাৰিত হয়। তেখেতৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ৰূপজ্যোতি' (গণেশ গগৈৰ কবিতাসমূহ সংগ্ৰহ আৰু সম্পাদনা), 'অচিনা' (শ্ৰেষ্ঠ কবিতা সংকলন), 'বেশ্যা' নামৰ কবিতাটো অমূল্য বৰুৱাৰ অমৰ সৃষ্টি। কলিকতাত হোৱা ব্যাপক সাম্প্ৰদায়িক সংঘৰ্ষত (১৯৪৬) বৰুৱাদেৱে নিৰ্মমভাৱে মৃত্যুক আঁকোৱালি লয়। তেওঁ অসমীয়া কবিতাত শুক্তক ছন্দৰ অন্যতম প্ৰৱৰ্তক আছিল।



**অমূল্যচৰণ শৰ্মা শাস্ত্ৰী (জন্ম ঃ ১১ নৱেম্বৰ, ১৯২৪ খ্ৰী.)**

অমূল্যচৰণ শৰ্মা শাস্ত্ৰীৰ জন্মস্থান দৰং জিলাৰ মঙলদৈ ১নং বামুণপাৰা গাঁও। সংস্কৃত বৈদিক বিভাগৰ স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা শৰ্মা শাস্ত্ৰী শিক্ষক আৰু পাছত ভাৰপ্ৰাপ্ত খণ্ড উন্নয়ন বিষয়া হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথি—'কথা বিলাস বা গাজা পুৰাণ', 'শ্ৰীমদ্ভাগৱত গীতা' আৰু 'শিশু ভাৰতী'।

**অৰুণ কুমাৰ ৰায় (জন্ম ঃ ১০ অক্টোবৰ, ১৯২৫ খ্ৰী.)**

অৰুণ কুমাৰ ৰায়ৰ জন্মস্থান বঙাইগাঁও জিলাৰ বছিমাৰী, বইটামাৰী ডিহি। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'কোচ ৰাজবংশী জনগোষ্ঠীৰ প্ৰাচীন কলাকৃষ্টিৰ তাৎপৰ্য' (১৯৯৩), 'কবিতা মঞ্জুৰী' (২০০২), 'কোচ ৰাজবংশী জাতীয় সংগীত আৰু লোকগীত' (২০০৫) আৰু 'অন্তিম সমিধান' (২০০৫)।

**অৱনীন্দ্ৰ বৰা (জন্ম ঃ ২৩ নৱেম্বৰ, ১৯৩০ খ্ৰী.)**

অৱনীন্দ্ৰ বৰাৰ জন্মস্থান নগাঁও জিলা। সম্প্ৰতি গুৱাহাটীৰ শিৱ নগৰৰ বাসিন্দা বৰা স্নাতকোত্তৰ আৰু হিন্দী প্ৰবোধ পৰীক্ষাত উত্তীৰ্ণ। অৱনীন্দ্ৰ বৰা ক্ৰমে অধ্যাপক, জনসম্পৰ্কৰক্ষী বিষয়া, গঁঞা ৰেডিঅ' চ'ৰাৰ মুখ্য বিষয়া আৰু জনশিক্ষাৰ সম্পাদক। অৱনীন্দ্ৰ বৰাই আন্তৰ্জাতিক, ৰাষ্ট্ৰীয় আৰু ৰাজ্যিক পুৰস্কাৰ পাবলৈ সক্ষম হৈছে। গীতিকাৰ হিচাপে স্বীকৃতি লাভ কৰা বৰাই সাংবাদিকতাৰ প্ৰতিও মনোনিবেশ কৰে। লেখকৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ধূলি' (কবিতাপুথি, ১৯৪৯), 'সতীৰ্থ'

(জীৱনী, ১৯৫৯) 'কৃষক কমল' (কাহিনী, ১৯৭৩), 'অনুৰাধা তোমাৰ কাৰণে' (কবিতাপুথি, ২০০৩), 'সাহিত্যত সত্য শিৱ সুন্দৰ' (প্ৰবন্ধ পুথি, ২০০৩), 'বিশ্ব সাহিত্যৰ সুবাস' (প্ৰবন্ধপুথি, ২০০৩), 'চিন্তন আৰু মনন' (প্ৰবন্ধপুথি, ২০০৩), 'হস্তৰেখাত প্ৰণয় আৰু বিবাহ' (১৯৭৪), 'শনিগ্ৰহ আৰু আপোনাৰ ভাগ্য' (১৯৭৯), 'আপোনাৰ হাতেই আপোনাৰ ভাগ্য' (২০০৩), 'জীৱন আৰু জ্যোতিষ' (২০০৩), 'চক্ৰ চয়ন' (সম্পাদিত গ্ৰন্থ, ১৯৭৩) আৰু 'কবিকণ্ঠ' (সম্পাদিত গ্ৰন্থ, ১৯৮১)।



# আ

**আনন্দ কুমাৰ (জন্ম ঃ ১৯২৯ খ্ৰী.)**

আনন্দ কুমাৰৰ জন্মস্থান পলাশবাৰীৰ বৰাতলী। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'পানী মেটেকাৰ ফুল' (গল্প), 'এমুঠি পোহৰ' (উপন্যাস), 'উৰুখা পঁজাৰ ৰাতি' (উপন্যাস), 'সমাধি' (নাটক), 'সমিধান বিচাৰি' (নাটক), 'চিতা জুই' (নাটক) আৰু 'কাঠাৰ ঘোঁৰাই খোজ কাঢ়ে'।

**আনন্দি শইকীয়া (জন্ম ঃ ২১ ডিচেম্বৰ, ১৯২৬ খ্ৰী.)**

নগাঁও জিলাৰ জলাহ গাঁৱত জন্ম লাভ কৰা আনন্দি শইকীয়া অৱসৰপ্ৰাপ্ত শিক্ষক। নৰ্মাল পৰীক্ষাত উত্তীৰ্ণ শইকীয়াৰ প্ৰকাশিত পুথিকেইখন হ'ল—'সেৱা লহৰী' (কবিতা পুথি, ১৯৯৮), 'জগত গুৰু শ্ৰীমন্ত শংকৰদেৱ' (২০০০), 'ফকৰা-যোজনা' (২০০৩), 'ঋষি-মুনি আৰু মহামতী' (২০০৪), 'বোটলা মণি' (শাস্ত্ৰীয় বিবিধ গল্প, ২০০৪) আৰু 'পৰমাৰ্থ তত্ত্ব মঞ্জৰী' (আধ্যাত্মিক জ্ঞান বিষয়ক, ২০০৬)।

**আব্দুছ ছাত্তাৰ (জন্ম ঃ ১৯২২, মৃত্যু ঃ,১৯৮৭ খ্ৰী.)**

আব্দুছ ছাত্তাৰৰ জন্মস্থান শিৱসাগৰ জিলাৰ টিফুক বাগিছা। দৰ্শন বিভাগত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা ছাত্তাৰ খোৰাং বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেখেত যোৰহাট জিলাৰ বিদ্যালয়সমূহৰ পৰিদৰ্শক আছিল। আব্দুছ ছাত্তাৰ অসম সাহিত্য সভাৰ সম্পাদকো আছিল। প্ৰয়াত আব্দুছ ছাত্তাৰৰ প্ৰকাশিত পুথিসমূহ হ'ল—কবিতা সংকলন ঃ 'হিয়াৰ বীণ' (১৯৪২), 'কবৰ' (১৯৪২), 'সৰগ' (১৯৪৩) আৰু 'নতুন সুৰ' (১৯৪৫)। সম্পাদিত পুথি—'সাহিত্যিকা' (১৯৪৮), 'সংমিশ্ৰণত অসমীয়া সংস্কৃতি' (১৯৬৫), 'প্ৰসংগকোষ' (১৯৬৩), 'দৃষ্টি আৰু সৃষ্টি' (১৯৮৭)। ভ্ৰমণ কাহিনী ঃ বিদেশত দুদিনমান' (১৯৫৭) আৰু 'নতুন পথৰ যাত্ৰী' (উপন্যাস, ১৯৫০), 'কৃষ্ণকান্ত সন্দিকৈ' (জীৱনী গ্ৰন্থ, ১৯৭৫) 'অন্যান্য বাহাদুৰ গাঁওবুঢ়া' (১৯৪৮)।

**আব্দুল মজিদ (জন্ম ঃ ১০ অক্টোবৰ, ১৯২৮ খ্ৰী.)**

আব্দুল মজিদৰ জন্মস্থান দৰং জিলাৰ মুছলিমঘোপা। অৰ্থনীতি বিজ্ঞানৰ স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা আব্দুল মজিদ মঙলদৈ মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ প্ৰকাশিত পুথি—'মৰুজ্যোতি', 'দৰঙৰ ঐতিহাসিক সম্বল' (১ম খণ্ড), 'চুফি সাধক মহৰুম আব্দুল জলিল জোলকাদ আলি চাহেবৰ চমু জীৱনী', 'দুগৰাকী মহান খলিফা', 'Foreign Hegemony in middle East,', 'The prime Minister', 'দৰঙৰ সংগ্ৰামী ইতিহাস' ইত্যাদি।

**আৰতি শইকীয়া (জন্ম ঃ ২৮ আগষ্ট, ১৯২৫ খ্ৰী.)**

যোৰহাট জিলাত জন্ম লাভ কৰা আৰতি শইকীয়া বৰ্তমান গোলাঘাট জিলাৰ তপন নগৰ নিবাসী শ্ৰীমতী শইকীয়াই গোলাঘাটত স্কুলীয়া শিক্ষা শেষ কৰি কলিকতাত উচ্চ শিক্ষা গ্ৰহণ কৰে। শ্ৰীমতী শইকীয়াই স্নাতকোত্তৰ তথা বি. টি. ডিগ্ৰী লাভ কৰি শিক্ষয়িত্ৰী পদত নিয়োজিত হৈছিল। ২০০১ খ্ৰীষ্টাব্দত উপেন্দ্ৰনাথ গোস্বামী সোঁৱৰণী বঁটা লাভ কৰে। সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ উপদেষ্টা, অসম চৰকাৰৰ সাহিত্যিক পেন্সনাৰ শ্ৰীমতী শইকীয়াৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ৰূপ আৰু ৰেখা' (কবিতাপুথি, ১৯৮৮), 'মন বিহঙ্গ' (কবিতাপুথি), 'দশমীৰ জোন আৰু অন্যান্য' (১৯৯৮, গল্পপুথি), 'সেউজী পাতৰ জেতুকা ৰং' (উপন্যাস), 'সন্মিলন' আৰু (উপন্যাস), 'ভ্ৰমণ আৰু অন্যান্য', প্ৰবন্ধ 'মালঞ্চ' 'সমাহাৰ'।



# ই

**ইন্দিৰা দত্ত (জন্ম ঃ ১৯২৬ খ্ৰী.)**

নগাঁৱত জন্মগ্ৰহণ কৰা লেখিকা ইন্দিৰা দত্ত বৰ্তমান যোৰহাট নিবাসী। ঘাইকৈ অনুবাদ সাহিত্যিকগৰাকীৰ সাহিত্যকৰ্মসমূহ হ'ল—'প্ৰেমচান্দৰ শ্ৰেষ্ঠ গল্প' (১৯৮৫), 'গল্প মঞ্জুৰী' (১৯৯৩), 'নিৰ্মলা' (উপন্যাস, ২০০১), 'কাজিৰঙা অভিযান' (২০০৭), 'স্ফটিক গুহা'। ইয়াৰোপৰি লেখিকাৰ মৌলিক পুথি দুখন হ'ল—'এচেৰেঙা ৰান্ধনী ৰ'দ' (গল্প সংকলন, ১৯৯৭) আৰু 'অনুবাদৰ সোৱাদ বিচাৰি'।

**ইন্দুবালা হাজৰিকা (জন্ম ঃ ২২ ছেপ্টেম্বৰ, ১৯২৩ খ্ৰী.)**

ইন্দুবালা হাজৰিকাৰ জন্মস্থান খলিহামাৰী, ডিব্ৰুগড় জিলা। বৰ্তমান নগাঁও জিলাৰ পুৰণিগুদাম, বৰপানী গাঁৱৰ বাসিন্দা। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'শ্ৰীমদ্ভাগৱতৰ গল্প' (ভাগৱতৰ কথা, ২০০৫)।

**ইন্দ্ৰকান্ত দত্ত (জন্ম ঃ ১ মাৰ্চ, ১৯২৯ খ্ৰী.)**

ইন্দ্ৰকান্ত দত্তৰ জন্মস্থান শিৱসাগৰ জিলাৰ শিমলুগুৰি, লোণপুৰীয়া গাঁও। বৰ্তমান যোৰহাট জিলাৰ চন্দন নগৰৰ বাসিন্দা দত্ত স্নাতক আৰু বি.টি ডিগ্ৰীৰ অধিকাৰী। তেখেত শিৱসাগৰ জিলাৰ পি. চি. বৰুৱা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেখেতৰ প্ৰকাশিত পুথি—'স্মৃতি সৌধ' (২০০৩), 'গহপুৰৰ চকুলো' (ঐতিহাসিক নাটক, ২০০৫), 'টলষ্টয়ৰ সাধু' (২০০৬), 'আলহী' (একাংকিকা, ২০০৮),'মোক কন্যা নালাগে' (একাংকিকা, ২০০৮), 'মই তোমাক পত্নী কৰিবলৈ নিবিচাৰোঁ' (একাংকিকা, ২০০৮), 'কইনা নাইকীয়া বিয়া' (একাংকিকা, ২০০৮), 'অথিৰ জীৱন' (একাংকিকা, ২০০৮), 'স্মৃতি ৰোমন্থন' (২০০৯), 'প্ৰবন্ধৰ সফুঁৰা' (২০০৯), 'মহাভাৰতৰ

আদৰ্শ চৰিত্ৰ' (২০০৪), 'সাধুৰ ছলেৰে শিক্ষা' (২০০৪), 'শিশু বিকাশ শিক্ষণ' (২০০৪), 'শিহৰণ (কাব্য নাটিকা, ২০০৫), 'ৰামায়ণ-মহাভাৰতৰ ৰসাল কাহিনী' (২০০৫), আৰু 'জয়মতীৰ জীৱন আলেখ্য' (২০০৭)।



## উ

**উদ্ধৱ পাঠক (জন্ম ঃ ১৯২৫ খ্ৰী.)**

প্ৰয়াত উদ্ধৱ পাঠকৰ জন্মস্থান বঙাইগাঁও জিলাৰ সৃজনগ্ৰাম, লেংটিছিঙাপাৰা। অসমীয়া বিষয়ত স্নাতকোত্তৰ পাঠক অভয়াপুৰী মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'অন্যত্ৰ নাৰী বিৰলা' (জীৱনী), 'পাঞ্চালী', 'তপস্বিনী ৰাণী অভয়েশ্বৰী', 'অকণিৰ মেল', 'অকণিৰ বিমলা প্ৰসাদ', 'সমাজ' (নাটক), 'বন্ধন' (নাটক) আৰু 'আমাৰ গাঁও' (নাটক)।

**ড° উপেন্দ্ৰনাথ গোস্বামী (জন্ম ঃ ১৩ নৱেম্বৰ, ১৯২৩, মৃত্যু ঃ ১৩ নৱেম্বৰ, ২০০০ খ্ৰী.)**

ড° উপেন্দ্ৰনাথ গোস্বামীৰ জন্মস্থান নলবাৰী জিলাৰ নলবাৰী সত্ৰত। তেওঁ নলবাৰী গৰ্ডন হাইস্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা (১৯৪২) পাছ কৰে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া খ শাখাত দ্বিতীয় শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰি স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা 'এ ষ্টাডি অব কামৰূপী ঃ এ ডায়েলেক্ট অব আছামিজ' বিষয়ত গৱেষণা কৰি (১৯৫৮) ডি. ফিল উপাধি লাভ কৰে। ড° গোস্বামী গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ভাষা বিষয়ত ডক্টৰেট ডিগ্ৰী লাভ কৰা প্ৰথমগৰাকী গৱেষক। ড° গোস্বামীয়ে ডিব্ৰুগড়ৰ ডি. এইছ এছ.কে কলেজৰ প্ৰবক্তা, ১৯৬০ খ্ৰীষ্টাব্দত কটন কলেজ, ১৯৬৪ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰবক্তা, ১৯৮৭ খ্ৰীষ্টাব্দত একে বিভাগৰ বিভাগীয় প্ৰধান স্বৰূপে অৱসৰ গ্ৰহণ কৰে। কৃতি শিক্ষক, বিশিষ্ট গৱেষক পণ্ডিত ভাষাবিদ আৰু সাহিত্য সমালোচক গোস্বামীদেৱক অসম ভাষাবিজ্ঞান সমিতিয়ে মৰণোত্তৰভাৱে ২০০০ বৰ্ষত 'ভাষাচাৰ্য' বিভূষণেৰে ভূষিত কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'এ ষ্টাডি অব কামৰূপী ঃ এ ডায়েলেক্ট অব আছামিজ' (১৯৭০), 'এন ইন্ট্ৰ'ডাকচন টু আছামিজ' (১৯৭৬), 'এন ইন্ট্ৰ'ডাকচন টু দি দেউৰী লেংগুৱেজ' (১৯৪৭), 'সীমান্ত কেশৰী' (১৯৪৭),

'শৰৎচন্দ্ৰ গোস্বামীৰ জীৱনী' (১৯৫০), 'বাপু মোৰ আই' (১৯৫০), 'নেতাজীৰ বাণী' (১৯৫৬), 'ভাষা আৰু সাহিত্য' (১৯৫৬), 'ভাষাবিজ্ঞান' (১৯৬৫), 'বৈষ্ণৱ ভক্তিধাৰা আৰু সন্তকথা' (১৯৭৫), 'অসমীয়া ভাষাৰ ৰূপকথা' (১৯৭৭), 'ভাষা সমাজ-সাহিত্য' (১৯৭৮), 'অসমীয়া ভাষাৰ ব্যাকৰণ' (১৯৮১), 'দেউৰী শব্দমালা' (১৯৮৬), 'অসমীয়া ভাষা আৰু উপভাষা' (১৯৮৬), 'অসমীয়া লিপি' (১৯৮৫), 'প্ৰত্ন-অসমীয়া ভাষাৰ ৰূপতাত্ত্বিক বিশ্লেষণ' (১৯৮৫), 'অসমীয়া ভাষাৰ উদ্ভৱ সমৃদ্ধি আৰু বিকাশ' (১৯৯১), 'কথা কবিতা' (সম্পাদনা, ১৯৫৭), 'প্ৰবন্ধ নিচয়' (সম্পাদনা, ১৯৭৪), 'মানৱৰ পুনৰ নিৰ্মাণ' (অনুবাদ), 'ৰবীন্দ্ৰনাথ ঠাকুৰৰ দুটি ৰচনা' (অনুবাদ), 'প্ৰেমচন্দৰ পাঁচটা চুটিগল্প' (অনুবাদ) আৰু 'মণিমানিক শব্দকোষ' (অভিধান, ১৯৯৮)।

**উপেন্দ্ৰনাথ শৰ্মা (জন্ম ঃ ১৯২৯ খ্ৰী.)**

উপেন্দ্ৰনাথ শৰ্মাৰ জন্মস্থান নলবাৰী। কটন কলেজৰ ইংৰাজী বিভাগৰ অধ্যাপক হিচাপে অৱসৰ গ্ৰহণ কৰা উপেন্দ্ৰনাথ শৰ্মা এগৰাকী সাহিত্য সমালোচক আৰু অনুবাদক। প্ৰকাশিত গ্ৰন্থ ঃ 'বিংশ শতাব্দীৰ অসমীয়া সাহিত্য', 'বিবিধ প্ৰবন্ধ', 'দেশ-বিদেশৰ সাহিত্য'।

**উমা বৰুৱা (জন্ম ঃ ২৮ ছেপ্টেম্বৰ, ১৯২৬, মৃত্যু ঃ ১০ ছেপ্টেম্বৰ, ১৯৯১ খ্ৰী.)**

প্ৰয়াত উমা বৰুৱাৰ জন্মস্থান গুৱাহাটীৰ চেনিকুঠী। ছিনিয়ৰ কেম্ব্ৰিজলৈকে শিক্ষা গ্ৰহণ কৰা বৰুৱাই 'পেন ইণ্টাৰনেচনেল'ৰ সভ্য হোৱাৰ উপৰিও নিখিল ভাৰত ক্ষুদ্ৰ আৰু মজলীয়া বাতৰি কাকত ফেডাৰেচনৰ অসম শাখাৰ সভানেত্ৰী হিচাপে নিৰ্বাচিত হৈছিল। পিছলৈ তেওঁ সৰ্বভাৰতীয় অনুষ্ঠানটোৰ সভানেত্ৰীৰ আসন শুৱনি কৰিছিল। প্ৰয়াত উমা বৰুৱা ভাৰতীয় শিশু কল্যাণ পৰিষদৰ অসম ৰাজ্যিক শাখাৰ সম্পাদিকা আৰু সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ সক্ৰিয় সদস্যা আছিল। তেওঁ প্ৰকাশিত পুথিসমূহ হ'ল—' চিয়েন নদীৰ ঢৌ' (উপন্যাস, ১৯৬২), 'নিশাৰ আন্ধাৰে আৱৰি' (উপন্যাস) আৰু 'শেষ সূৰুযৰ ৰেঙনি' (গল্প সংকলন, ১৯৬৫)।



# ক

**কনকচন্দ্ৰ মহন্ত (জন্ম ঃ ১৩ ডিচেম্বৰ, ১৯২৪, মৃত্যু ঃ ৪ জুলাই, ১৯৯৪ খ্ৰী.)**

প্ৰয়াত কনকচন্দ্ৰ মহন্তই কাশী হিন্দু বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰি মস্কো বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট ডিগ্ৰী লাভ কৰে। শিক্ষকতা (১৯৪৯-৫০), কাশী হিন্দু বিশ্ববিদ্যালয়ৰ কৃষি কলেজ, অসম কৃষি কলেজৰ অধ্যক্ষ। অসম চৰকাৰৰ কৃষি বিভাগৰ সঞ্চালক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'গাখীৰ আৰু গাখীৰৰ পৰা উৎপাদিত বস্তু' (১৯৫৭), 'চকুৰ আঁৰৰ নেদেখা কাহিনী' (১৯৬৪), 'প্ৰাণী জগতৰ বিচিত্ৰ কাহিনী' (১৯৬৭), 'অগ্ৰগামী কৃষি' (১৯৭২), 'জাৰৰ দেশৰ গল্প' (অনুবাদ, ১৯৬০), 'ৰঙা তৰা বগা আকাশ' (১৯৬১, ভ্ৰমণ কাহিনী), 'জাৰৰ দেশৰ মাণিক' (ৰুছ ভাষাৰ পৰা অসমীয়ালৈ অনুবাদ কৰা দুখন উপন্যাসৰ একত্ৰ সংকলন, ১৯৭০), 'ইয়াৰ্ছ ইন ছোভিয়েট ৰাছিয়া' (ইংৰাজী গ্ৰন্থ), 'সেউজ' (পষেকীয়া কৃষি আলোচনীৰ সম্পাদনা), 'একক প্ৰচেষ্টাৰে অসমীয়া বিশ্বকোষ প্ৰণয়ন আৰু প্ৰকাশনৰ আঁচনি লৈ পাঁচটা খণ্ড যথাক্ৰমে ১৯৮০, ১৯৯১, ১৯৯১, ১৯৮২ আৰু ১৯৮৪ খ্ৰীষ্টাব্দত প্ৰকাশ কৰে। ১৯৮৪ খ্ৰীষ্টাব্দত 'ছোভিয়েট দেশ নেহৰু বঁটা' লাভ কৰে। 'চকুৰ আঁৰৰ নেদেখা কাহিনী'ৰ বাবে ১৯৬৪ খ্ৰীষ্টাব্দত প্ৰাণী জগতৰ বিচিত্ৰ কাহিনীৰ বাবে ১৯৬৭ খ্ৰীষ্টাব্দত ভাৰতীয় আঞ্চলিক ভাষাৰ জনপ্ৰিয় শিশু বিজ্ঞান পুথিৰ বাবে 'ইউনেস্ক বঁটা' লাভ কৰে।

**কনকচন্দ্ৰ শৰ্মা (জন্ম ঃ ১ মাৰ্চ, ১৯২৫ খ্ৰী.)**

কনক চন্দ্ৰ শৰ্মাৰ জন্মস্থান দৰং জিলাৰ ব্যাসপাৰা। স্নাতক ডিগ্ৰী লাভ কৰা শৰ্মা অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ একমাত্ৰ প্ৰকাশিত কবিতা পুথিখন হ'ল—'সময়ৰ পৰশ' (২০০৪)।

**কমি চহৰীয়া (জন্ম ঃ ১৪ আগষ্ট, ১৯২২ খ্ৰী.)**

কমি চহৰীয়াৰ জন্মস্থান দৰং জিলাৰ হাজৰিকাপাৰা। স্নাতক

ডিগ্ৰীধাৰী চহৰীয়া মণ্ডলদৈ শিক্ষা বিভাগৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথি—'মুক্তি যুঁজত ভাৰত' (১৯৯০)। চহৰীয়াই অসম চৰকাৰৰ দ্বাৰা শিল্পী পেন্সন লাভ কৰে।

**কমলিনী বৰবৰা (জন্ম ঃ ১৯২৪ খ্ৰী.)**

গুৱাহাটীত জন্ম লাভ কৰা স্নাতক ডিগ্ৰীৰ অধিকাৰী কমলিনী বৰবৰা অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'সপোন আৰু জোনাক' (উপন্যাস,১৯৬৯), 'অনাহুত বসন্ত' (উপন্যাস, ১৯৭৩), 'পলাশৰ পাপৰি' (গল্প সংকলন, ১৯৮১), 'সুন্দৰৰ ৰূপ' (কবিতাপুথি), আৰু 'সঁচাকৈয়ে বৰ দুখ লাগে' (ৰস ৰচনাৰ সংকলন, ১৯৮৮)।

**কমলকুমাৰ ব্ৰহ্ম (জন্ম ঃ জুলাই, ১৯২৭ খ্ৰী.)**

কমলকুমাৰ ব্ৰহ্মৰ জন্মস্থান ধউলিগুৰি, কোকৰাঝাৰ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা ব্ৰহ্ম (১৯৬৩) কোকৰাঝাৰ মহাবিদ্যালয়ৰ প্ৰবক্তাৰূপে কাৰ্যনিৰ্বাহ কৰি পৰৱৰ্তী সময়ত কোকৰাঝাৰ শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰৰ অধ্যক্ষৰূপে ১৯৯১ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল— 'দুলালী'। ইয়াৰ উপৰিও বড়ো সাহিত্যত তেওঁৰ অৱদান উল্লেখনীয়।

**কৰুণাময় হৰিপদদেৱ গোস্বামী (জন্ম ঃ ১৯২৬, মৃত্যু ঃ ২০০২ খ্ৰী.)**

কৰুণাময় হৰিপদদেৱ গোস্বামীৰ জন্মস্থান কামৰূপ জিলাৰ শালমৰা। অৱসৰপ্ৰাপ্ত শিক্ষক গোস্বামীৰ প্ৰকাশিত পুথিসমূহ হ'ল—'সত্যপ্ৰাণ বাপুজী', 'প্ৰাচীন কোঁচৰ ইতিহাস', 'গুৰুদেৱ ধৰ্ম প্ৰৱৰ্তক', 'মুক্তি যুঁজাৰুৰ সোঁৱৰণত', 'ৰূপহীৰ পুনৰাবৃত্ত', 'অঞ্জন' (কবিতা পুথি), 'অঞ্জলি' (কবিতা পুথি), 'মায়া হৰিণ' (কবিতা পুথি), 'দৌৰাঙ্গস্মৃতি' (কবিতা পুথি) আদি।

**ড° কামেশ্বৰ দাস (জন্ম ঃ ৩১ ডিচেম্বৰ ১৯২৫, মৃত্যু ঃ ২১ মাৰ্চ ২০০৬ খ্ৰী.)**

প্ৰয়াত কামেশ্বৰ দাসৰ জন্মস্থান বঙাইগাঁও জিলাৰ ঝাউবাৰী। স্নাতকোত্তৰ আৰু পি. এইচ. ডি. ডিগ্ৰীধাৰী দাস অৱসৰপ্ৰাপ্ত অধ্যাপক।



তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'আধুনিক' (উপন্যাস, ১৯৭৯, ১ম, ২য়), 'অন্য আকাশ অন্য উপত্যকা' (উপন্যাস, ১৯৮৩), 'অনিকেত' (প্ৰবন্ধ পুথি, ১৯৮৩), Aspect of imagery (গৱেষণা গ্ৰন্থ), Avant grade (2000, প্ৰবন্ধ পুথি), Chilarai : Tableau Vivant (২০০৬)।

**কিনাৰাম নাথ (জন্ম ঃ ১৯২৬ খ্ৰী.)**

কিনাৰাম নাথৰ জন্মস্থান নগাঁও জিলাৰ জৰাবাৰী গাঁও। স্নাতক আৰু বি. টি. ডিগ্ৰীৰ অধিকাৰী নাথে চৰাইবাহী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পৰা অধ্যক্ষ হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ৰাজধানী কিমান দূৰত' (১৯৭২), 'বস্তি' (১৯৮২), 'বলিশালৰ ৰাঙলী কিৰণ' (১৯৮৫), 'মাতৃপূজা' (১৯৮৫), 'অপৰোক্ষ অনুভূতি' (১৯৮৬), 'শান্তি' (১৯৯৭), 'হিতবাণী' (২০০১) আৰু 'জীৱন সংগীত' (২০০১)।

**কীৰ্তি শৰ্মা (জন্ম ঃ ১ ডিচেম্বৰ, ১৯২৫ খ্ৰী.)**

কীৰ্তি শৰ্মাৰ জন্মস্থান শোণিতপুৰ জিলাৰ ঘাঁহিগাঁও। অৱসৰপ্ৰাপ্ত শিক্ষক শৰ্মাৰ প্ৰকাশিত পুথি—'ভেদ আৰু লোভেই মৃত্যু'।

**কীৰ্তিনাথ হাজৰিকা (জন্ম ঃ ২২ জুলাই, ১৯২২ খ্ৰী.)**

বিজ্ঞানৰ স্নাতক (১৯৪৬) হাজৰিকা সাংবাদিকতাৰে কৰ্মজীৱন আৰম্ভ কৰে 'দৈনিক অসমীয়া'ৰ উপ-সম্পাদক হিচাপে (১৯৪৬)। 'নতুন অসমীয়া'ৰ সহকাৰী-সম্পাদক আৰু সম্পাদক (১৯৪৮-৫৬), 'দৈনিক অসম'ৰ প্ৰতিষ্ঠাপক সম্পাদক হিচাপে (১৯৬৫-১৯৮৬) কাৰ্যনিৰ্বাহ আৰু অৱসৰ গ্ৰহণ কৰা হাজৰিকা ১৯৫৫-৬৪ খ্ৰীষ্টাব্দলৈ অনাতাঁৰ কেন্দ্ৰৰ চাকৰিয়ালো আছিল। 'ৰামধেনু' আলোচনীৰ কেইটামান সংখ্যা সম্পাদনা কৰে। সংবাদিকতাৰ কাৰণে সৰ্বভাৰতীয় ভিত্তিত দুৰ্গাৰতন বঁটা আৰু ৰামনাথ গোৱেংকা বঁটা লাভ কৰে। তেখেতৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ডায়েৰী' (১৯৭০, 'নিৰ্বাচিত ৰম্য ৰচনাৰ সংকলন), 'ছঁচৰি এ গাওঁ'

(১৯৫৭) 'অলৌগুটি তলৌগুটি' (১৯৫৬), 'ফুটুকাৰ ফেন' (১৯৫৬) ইত্যাদি শিশু সাহিত্য)।

অনুবাদ গ্ৰন্থ ঃ 'গৌতম বুদ্ধ', 'ৰামধেনু' (১৯৪৭), 'এহাজাৰ এনিশাৰ সাধু' (১৯৭৩), 'মতিলাল ঘোষ', 'নৈখনে কথা কোৱাৰ দিনা', 'হাস্য ৰসাত্মক ঃ 'বিকৰ্ষণ-আকৰ্ষণ', 'চাৰিটা দশকৰ জলঙাইটি' (১৯৯৫)।

**কেশৰাম দুৱৰা (জন্ম ঃ ১০ ফেব্ৰুৱাৰী, ১৯৩০ খ্ৰী.)**

কেশৰাম দুৱৰাৰ জন্মস্থান শিৱসাগৰ জিলাৰ লালমচাপৰি। মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ দুৱৰাৰ বৃত্তি কৃষি। তেখেতৰ প্ৰকাশিত পুথিখন হ'ল— 'মায়েঙৰ বেজ' (২০০৮)।

**কেশৱ মহন্ত (জন্ম ঃ ২০ জানুৱাৰী, ১৯২৬ খ্ৰী.)**

স্নাতকোত্তৰ ডিগ্ৰীধাৰী কেশৱ মহন্ত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত প্ৰকাশন বিষয়া তথা অসমৰ এগৰাকী প্ৰখ্যাত কবি। মহন্তৰ প্ৰকাশিত পুথিবোৰ হ'ল—'আগন্তুক' (কবিতা পুথি, ১৯৬৩), 'তোমাৰ তেজ' (কবিতা পুথি, ১৯৮৫), 'মোৰ শুকান কলিজাৰ কুঁহিপাত' (কবিতা পুথি, ২০০০), 'ৰ'দ জিকিমিকি' (১৯৫৭, গীতৰ পুথি), 'কুঁৱলী আঁতৰি যা' (১৯৬০, গীতৰ পুথি), 'দিশ ধৰলী বৰণ' (১৯৭০, গীতৰ পুথি), 'বুকুত এজাক ধুমুহা' (১৯৮৬, গীতৰ পুথি) 'ওমলা ঘৰ' (১৯৭০, শিশু পুথি) আৰু 'মা আমি শদিয়ালৈ যামেই' (১৯৮৩, শিশু পুথি)।

**ড° কেশৱানন্দ দেৱগোস্বামী (জন্ম ঃ ৯ ফেব্ৰুৱাৰী, ১৯৩০ খ্ৰী.)**

ড° কেশৱানন্দ দেৱগোস্বামীৰ জন্মস্থান নগাঁও জিলাৰ বালিসত্ৰ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ আৰু পি. এইচ. ডি ডিগ্ৰী লাভ কৰা ড° দেৱগোস্বামী ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অধ্যাপক। অসমীয়া ভাষা-সাহিত্যৰ বিশেষকৈ শংকৰী অথবা সত্ৰীয়া সংস্কৃতিৰ বিশিষ্ট পণ্ডিত ড° দেৱগোস্বামী পাটিয়ালাৰ পাঞ্জাৱ বিশ্ববিদ্যালয়ত 'ডেভেলেপমেণ্ট অব ৰিলিজিয়াছ ষ্টাডিজ'ত শংকৰদেৱ অধ্যয়নৰ বাবে কাৰ্যনিৰ্বাহ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'সত্ৰ-সংস্কৃতিৰ ৰূপৰেখা' (১৯৭৩), 'সত্ৰ-সংস্কৃতিৰ স্বৰ্ৰেখা' (১৯৭৩), 'নামঘোষা' (১৯৯১), 'অংকীয়া ভাওনা' (১৯৯২), 'এৰি অহা গাঁও' (১৯৯২), 'কথা কীৰ্তন' (১৯৯৩), 'বৰগীত ঃ পৰম্পৰা আৰু পৰিৱেশন পদ্ধতি'(১৯৯৭), 'শংকৰোত্তৰ গীত সংকলন' (১৯৭৭), 'অংকমালা' (১৯৭৯), 'কীৰ্তন-ঘোষা' (১৯৮৪), 'শ্ৰীমদ্ভাগৱত' (১৯৮৫), 'বৰগীত' (১৯৯৬)। 'লাইফ এণ্ড টিচিংছ অব্ মহাপুৰুষ শংকৰদেৱ' (১৯৮২), 'পষ্ট শংকৰদেৱ ফেইথ এণ্ড কালচাৰ অব আছাম' (১৯৮৭), 'পাৰিজাত হৰণ ড্ৰামা অব্ শংকৰদেৱ' (১৯৯৭), 'নন্দেশৰাসক' (১৯৮৪) আদি গ্ৰন্থ তেওঁ ইংৰাজী ভাষাত ৰচনা কৰিছে।



**কুমাৰ কিশোৰ (জন্ম ঃ ৩১ মাৰ্চ ১৯২৯, মৃত্যু ঃ ২৪ মে', ১৯৮৫ খ্ৰী.)**

প্ৰয়াত কুমাৰ কিশোৰৰ জন্মস্থান নলবাৰী জিলাৰ ক্ষুদ্ৰশংকৰা। তেখেতৰ পিতৃ বিখ্যাত তান্ত্ৰিক দেৱদত্ত শৰ্মা আৰু মাতৃ ত্ৰিপুৰা সুন্দৰী। কটন কলেজৰ পৰা স্নাতক ডিগ্ৰীধাৰী কুমাৰ কিশোৰ পঞ্চায়ত আৰু খণ্ড উন্নয়ন বিভাগত অধীক্ষক হিচাপে কৰ্মৰত অৱস্থাত ১৯৮৫ খ্ৰীষ্টাব্দত মৃত্যুবৰণ কৰে। তেওঁৰ প্ৰকাশিত পুথিবোৰ হ'ল— 'স্মৃতিৰ দান' (১৯৪৫), 'জয়হিন্দ' (১৯৪৫), 'বেশ্যাৰ ৰাজনীতি' (১৯৪৬), 'ব্যৰ্থতাৰ চকুলো' (১৯৪৭), 'সমাধিৰ চিতা' (১৯৪৮), 'তেজৰ চেকা' (১৯৪৮), 'শিখাৰ কঁপনি' (১৯৫৬), 'ছায়াপথ' (১৯৫৮), 'কপিলী নীৰৱে কান্দে' (১৯৫৯), 'শতাব্দীৰ স্বপ্ন' (১৯৬২), 'ৰং আৰু ৰেখা' (১৯৬৪), 'কবৰ আৰু কংকাল' (১৯৬৪), 'এমুঠি তৰাৰ জিলমিল' (১৯৬৫), 'এৰা সুঁতিৰ স্মৃতি' (১৯৬৬), 'বন্যা ধৌত বদ্বীপ' (১৯৬৬), 'মৌন ক্ৰন্দন' (১৯৬৭), 'কিংকিনীৰ কলংক' (১৯৭০), 'প্ৰৱাল প্ৰাচীৰ' (১৯৭২), 'সোণদুলিৰ হাঁহি' (১৯৭৩), 'হিমানী হিল্লোল' (১৯৭৫), 'ঈভ আৰু ইডিপাছ' (১৯৭৬), 'শিলজৰিৰ সাঁকো' (১৯৭৭), 'শেষ সীমান্তৰ সূৰ্য' (১৯৭৭), 'জুই, ধোঁৱা আৰু ছাঁই' (১৯৭০), 'মঞ্চকলা' (১৯৭৭), 'বিশল্য কৰণী' (১৯৭৯), 'ৰঙা সেন্দুৰ বগা ফোঁট' (১৯৮১) আৰু 'ৰঙা তেজ, ক'লা ৰং' (১৯৮৫)।

লেখকৰ 'কবৰ আৰু কংকাল' ১৯৮৩ বৰ্ষত আৰাধনা থিয়েটাৰৰ মঞ্চত, 'এমুঠি তৰাৰ জিলিমিলি' ২০০২ বৰ্ষত প্ৰাগজ্যোতিষ থিয়েটাৰৰ

মঞ্চত মঞ্চস্থ হয়। ১৯৭৯ বৰ্ষত কেন্দ্ৰীয় চৰকাৰৰ পৰিয়াল পৰিকল্পনা বিভাগৰ দ্বাৰা 'সোণদুলিৰ হাঁহি' শ্ৰেষ্ঠ গল্প হিচাপে পুৰস্কৃত হয়। ১৯৭৭ খ্ৰীষ্টাব্দত কেন্দ্ৰীয় চৰকাৰৰ শিক্ষা বিভাগৰ দ্বাৰা ন-শিকাৰুৰ বাবে 'শিলজুৰিৰ সাঁকো' শ্ৰেষ্ঠ গ্ৰন্থ হিচাপে পুৰস্কৃত হয়।

**কুসুম কুমাৰী দেৱী শৰ্মা (জন্ম ঃ ৩১ ডিচেম্বৰ, ১৯৩০ খ্ৰী.)**

প্ৰয়াত কুসুম কুমাৰী দেৱী শৰ্মাৰ জন্মস্থান মৰিগাঁও জিলাৰ বৰভগীয়া। দেৱী শৰ্মাই বৰভগীয়া বালিকা প্ৰাথমিক বিদ্যালয়ৰ পৰা শিক্ষয়িত্ৰী হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'মুকুল' (১৯৮০)।

**কুসমলতা দেৱী (জন্ম ঃ ৭ জুন, ১৯২৯ খ্ৰী.)**

কুসমলতা দেৱীৰ জন্মস্থান নলবাৰী জিলাৰ পুব বনগাঁও। বৰ্তমান গুৱাহাটীৰ জাপৰিগোগ নিবাসী দেৱীৰ প্ৰকাশিত পুথি—'দিহা নামাঞ্জলি' (১৯৯৫)।

**কৃপানাথ বৈশ্য (জন্ম ঃ ১৯২৩, মৃত্যু ঃ ৪ ছেপ্টেম্বৰ, ২০০৫ খ্ৰী.)**

প্ৰয়াত কৃপানাথ বৈশ্যৰ জন্মস্থান অবিভক্ত কামৰূপ (বৰ্তমান নলবাৰী) জিলাৰ বগুৰিহাটী, জানৰপাৰা গাঁও। বৰ্তমান গুৱাহাটী নিজৰাপাৰা নিবাসী প্ৰয়াত বৈশ্য বুৰঞ্জী বিষয়ৰ স্নাতকোত্তৰ ডিগ্ৰীধাৰী। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ১৯৮৩ খ্ৰী.ৰ ছেপ্টেম্বৰ মাহত সহকাৰী গ্ৰন্থাগাৰিকৰূপে বৈশ্যদেৱে অৱসৰগ্ৰহণ কৰে। প্ৰয়াত কৃপানাথ বৈশ্যৰ প্ৰকাশিত অনূদিত পুথিসমূহ হ'ল—'বুনিয়াদী শিক্ষা পদ্ধতি' (১৯৬৫), 'জাহানাৰা' (১৯৬৮), 'বসন্ত প্লাৱন' (১৯৭১), 'সিংহগড় বিজয়' (১৯৭৪), 'তাৰাজ বুলবা' (১৯৭৭), 'বিনন্দ বিলাস' (১৯৮৩), 'নবৰত্ন' (১৯৮৮), 'হিতোপদেশৰ সাধু' (১৯৮৮), 'সাধু কথাৰ অ আ ক খ' (১৯৯৩), 'আনা কাৰেনিনা' (১৯৯৭), 'ভাৰত প্ৰেম কথা' (১৯৯৭), 'ফাদাৰ ছেৰ্গেই' (১৯৯৯), 'ক্ৰুজাৰ ছোনাটা' (১৯৯৯), 'মুৰ্খ ইভানৰ কথা' (২০০০) আৰু 'সুজাতা' (২০০৪)।



প্ৰয়াত বৈশ্যৰ অনুবাদ গ্ৰন্থ 'তাৰাছ বুলবা'ই ১৯৭৭ খ্ৰী.ত সন্মানীয় 'ছোভিয়েট দেশ নেহৰু বঁটা' লাভ কৰিছে। অসম চৰকাৰৰ মুক্তিযোদ্ধাৰূপে স্বীকৃতি লাভ কৰা প্ৰয়াত বৈশ্যই সাহিত্যিক পেন্সনো লাভ কৰিছে।

**কৃষ্ণ শৰ্মা (জন্ম ঃ ১ এপ্ৰিল, ১৯২২ খ্ৰী.)**

কৃষ্ণ শৰ্মাৰ জন্মস্থান কামৰূপ জিলাৰ বামুণগাঁও। স্নাতক ডিগ্ৰী লাভ কৰা শৰ্মাই শিক্ষকতাৰে কৰ্ম জীৱন আৰম্ভ কৰি পৰৱৰ্তী সময়ত শ্ৰম পৰিদৰ্শক আৰু কল্যাণ বিভাগৰ মুখ্য জন-সম্পৰ্কৰক্ষী বিষয়া হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত গ্ৰন্থ—'স্বদেশৰ ইমুৰে সিমুৰে' (২০০৮)। ইয়াৰোপৰি লেখকে ভালে সংখ্যক প্ৰবন্ধ ৰচনা কৰিছে।

**প্ৰয়াত কৃষ্ণকান্ত শৰ্মা শাস্ত্ৰী (জন্ম ঃ ১৯২৪ খ্ৰী.)**

প্ৰয়াত কৃষ্ণকান্ত শৰ্মা শাস্ত্ৰীৰ জন্মস্থান দৰং জিলাৰ হাজৰিকাপাৰা। ব্যাকৰণ শাস্ত্ৰী উপাধি লাভ কৰা শৰ্মা শাস্ত্ৰী বুঢ়া হাইস্কুলৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেখেতৰ প্ৰকাশিত একমাত্ৰ পুথি—'শ্ৰীশালমাছ উঠা দেৱালয়' (ইতিহাস, ১৯৮১)।

# খ

**খগেন বায়ন (জন্ম ঃ ১২ অক্টোবৰ, ১৯২৯ খ্রী.)**

খগেন বায়নৰ জন্মস্থান কামৰূপ জিলাৰ ছমৰীয়া সত্ৰ। শিক্ষা বিশাৰদ আৰু প্ৰবীণ ডিগ্ৰী লাভ কৰা বায়নে হিন্দী শিক্ষণ পাৰংগ উপাধি লাভ কৰে। অৱসৰপ্ৰাপ্ত শিক্ষক বায়নৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'যুদ্ধ এখনৰ সামৰণি'। তদুপৰি বায়ন অসম চৰকাৰৰ কৃতি শিক্ষকৰ ৰাজ্যিক পুৰস্কাৰেৰে সন্মানিত হয়।

**খগেশ্বৰ চেতিয়া ফুকন (জন্ম ঃ ১৯২৯ খ্ৰী.)**

খগেশ্বৰ চেতিয়া ফুকনৰ জন্মস্থান শিৱসাগৰ জিলাৰ লাকুৱা দিহিঙীয়া, কোঁৱৰ গাঁও। লাকুৱা মধ্য অসমীয়া বিদ্যালয়ৰ পৰা অৱসৰ গ্ৰহণ কৰা খগেশ্বৰ চেতিয়া ফুকনৰ প্ৰকাশিত পুথিসমূহ হ'ল—'সাহিত্য প্ৰতিভা' (১৯৬৫), 'শান্তিদূত' (২০০১), 'মোৰ দ্বি-বিংশ কবিতাৰ দীপাৱলী'(২০০১), 'দাম্পত্য জীৱনৰ আলোক সন্ধানত' (২০০২), 'পৰমাৰ্থ তত্ব সাৰ নিৰ্ণয়' (২০০৪), 'স্যমন্ত হৰণ কাহিনী' (২০০৫), 'মহাৰথী ভীষ্ম' (২০০৬), 'গল্প কাহিনীৰে মন ৰসাল কৰোঁ আহা' (২০০৭), 'মোৰ জীৱন সোঁৱৰণ' (আত্মজীৱনী, ২০০৬) আৰু 'মহা পুৰুষীয়া একশৰণ নাম ধৰ্মৰ পঞ্চ মহাপুৰুষ' (২০০৮)।



# গ

**গিৰীশ চহৰীয়া (জন্ম ঃ ৭ নৱেম্বৰ, ১৯২৬ খ্ৰী.)**

গিৰীশ চহৰীয়াৰ জন্মস্থান দৰং জিলাৰ ভুক্তাবাৰী। কৃষিক জীৱিকা হিচাপে বাচি লোৱা চহৰীয়াৰ প্ৰকাশিত পুথি— নাটক ঃ 'ধনবৰ ৰতনী' (১৯৬৫), 'প্ৰত্যাৱৰ্তন' (১৯৭১), 'চেনিমাই' (১৯৭৫) আৰু 'প্ৰবঞ্চিতা পূৰ্ণিমা' (১৯৮৭), 'মোৰ শৈশৱ সোঁৱৰণ' (কবিতাপুথি, ২০০০), 'তামসী' (উপন্যাস, ২০০৫), 'নতুন পুৰুষ' (একাংকিকা নাট, ১৯৯০), 'সংৰক্ষণ' (একাংকিকা নাট, ১৯৯১), 'তৰ্কসভা' (একাংকিকা নাট, ১৯৯৩) আৰু 'মাজত সুৰৰে সাঁকো' (১৯৯৪)।

**গোকুল পাঠক (জন্ম ঃ ১৪ অক্টোবৰ, ১৯২৬ খ্ৰী.)**

গোকুল পাঠকৰ জন্মস্থান কামৰূপ জিলাৰ আমগুৰি শাপনা, (সৰভোগ)। তেওঁ অসম চৰকাৰৰ ২০০১ খ্ৰী.ৰ বিষ্ণুৰাভা বঁটা লাভ কৰিছে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'পোহৰৰ বাটেদি' (১৯৫৮), 'মুক্তি অভিযান' (১৯৪৬), 'অৰুণালৈ বিয়াৰ বজাৰৰ চিঠি' (১৯৪৭), 'কৃষকৰ জয়গান' (১৯৪৭), 'অবিচাৰ' (১৯৪৮), 'অসম অসমীয়াৰ' (১৯৫৪), 'খেতিয়ক' (১৯৫৫), 'সুৰমঞ্জৰী' (১৯৫৮), 'বসন্ত বাহাৰ' (১৯৫৮), 'তথাপিতো হোৱা নাই ক্লান্ত' (১৯৫৯), 'সতী ৰাধিকা' (১৯৬৩), 'লেৰেলা ফুলৰ সৌৰভ বিচাৰি' (লোকগীত, ১৯৬৭), 'টঙালি বান্ধিবৰ হ'ল' (১৯৬৩), 'চিতা কবৰত ফুলক অগ্নিফুল' (১৯৭৩), 'নব জাগৰণ' (১৯৭৭), 'শিঙৰি ঘৰৰ শিঙা' (১৯৮০), 'গাই যাওঁ মুকুতিৰ জয়গান' (১৯৮৭), 'লুইত পৰীয়া বিষ্ণুৰাভা' (১৯৯৩), 'ধৰ্মৰ শ্ৰেষ্ঠ কৃষ্ণত ভকতি' (ধৰ্ম তত্ত্ব বিষয়ক, ১৯৯৬), 'ৰঙে ৰঙে একাকাৰ' (১৯৯৮), 'যুগে যুগে ওঠাগে গণদেৱ' (১৯৯৯), 'বস্তু প্ৰকাশ' (ধৰ্মৰ তত্ত্ব বিষয়ক, ২০০৫) আৰু 'বৰপেটা সত্ৰৰ ইতিহাস' (২০০৬)।

**গোপাল দাস (জন্ম ঃ ১৯২৬ খ্ৰী.)**

প্ৰয়াত গোপাল দাসৰ জন্মস্থান নলবাৰী জিলাৰ উলাবাৰী গাঁও। প্ৰয়াত দাস পৰৱৰ্তী সময়ত গুৱাহাটীৰ ছাত্ৰীবাৰীৰ বাসিন্দা হয়। বিষ্ণুৰাভাৰ সতীৰ্থ বুলি জনাজাত প্ৰয়াত দাসৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'পৰজনমৰ শুভ লগন', 'মুক্তি দেউল' আৰু 'অসমীয়া কৃষ্টিৰ চমু আভাস'। তেওঁৰ বিভিন্ন লেখা বাতৰি কাকত, আলোচনী আদিত প্ৰকাশ পাইছে। অসম চৰকাৰৰ বিষ্ণুৰাভা বঁটা লাভ কৰাৰ উপৰিও তেওঁ কমল শৰ্মা বঁটাও লাভ কৰিছে।

**গোবিন্দৰাম ডেকা (জন্ম ঃ ২ অক্টোবৰ, ১৯২২ খ্ৰী.)**

গোবিন্দৰাম ডেকাৰ জন্মস্থান দৰং জিলাৰ কলাইগাঁও। 'তৰুণ লেখক সংঘ', 'জাগৃতি' আদি আলোচনীৰ সম্পাদক লেখকৰ কেইবাখনো মৌলিক গ্ৰন্থ আছে। তেখেতৰ প্ৰকাশিত পুথিসমূহ হ'ল—'দুখন নেওতাৰ কিতাপ', 'দুখন সহজ মৌখিক গণনা', 'এখন তৃতীয় শ্ৰেণীৰ ব্যাকৰণ', 'মাদাৰ টেৰেছা', 'জীৱন জেউতি', 'সহস্ৰাব্দৰ মুকুতামালা', 'আমেৰিকাৰ ভ্ৰমণ কাহিনী', 'ব্ৰহ্মাচাৰ্য আৰু কৃতি ছাত্ৰ জীৱন' আদি। সম্পাদিত গ্ৰন্থ ঃ 'যোগী মুক্তাধৰ', 'চিলাৰায়', 'মায়া হৰিণ', 'সোণৰ পদুম','এজন মহান যোগী', 'পথৰুঘাটৰ ৰণ', 'হজৰত মহম্মদ', 'বিবাহ বিধি', 'মৰা আঁউসী', 'সদাশিৱৰ জোঁৱাই চিলেকচন', 'বাল্য বন্ধু' আৰু কবিতাৰ পুথি তিনিখন।

**গোলাপ বৰা (জন্ম ঃ ১২ আগষ্ট, ১৯২৮ খ্ৰী.)**

গোলাপ বৰাৰ জন্মস্থান শোণিতপুৰ জিলাৰ জামুগুৰিহাট। স্নাতক আৰু বি. টি. ডিগ্ৰী লাভ কৰা বৰাৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল— 'Divine message' (Spiritual etc.)

**গোলোকচন্দ্ৰ গোস্বামী (জন্ম ঃ ১৫ নবেম্বৰ, ১৯২৩ খ্ৰী.)**

ড° গোলোকচন্দ্ৰ গোস্বামীৰ জন্মস্থান দৈপৰা সত্ৰ, মায়ং, মৰিগাঁও। স্নাতকোত্তৰ ডিগ্ৰীধাৰী গোস্বামীয়ে (গুৱাহাটী বিশ্ববিদ্যালয়, অসমীয়া খ



শাখা), 'ডি ফিল (গুৱাহাটী বিশ্ববিদ্যালয়) উপাধি লাভ কৰে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অৱসৰপ্ৰাপ্ত অধ্যাপক গোস্বামীৰ সাহিত্য ৰাজি—'এন ইন্ট্ৰ'ডাকচন টু আছামিজ ফন'লজি' (১৯৬৬), 'ষ্ট্ৰাকচাৰ অব আছামিজ' (১৯৮৩), 'অ' পাভিয়টিৰ ৰিভাইজড আছামিজ গ্ৰামাৰ' (১৯৮৭), 'ধ্বনি বিজ্ঞানৰ ভূমিকা' (১৯৮৬), 'অসমীয়া বৰ্ণ প্ৰকাশ' (১৯৬৯), 'অসমীয়া আখৰ জোঁটনি' (১৯৭২), 'অসমীয়া গোলোক ব্যাকৰণ' (১৯৭২), 'অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ' (১৯৯০), 'ভাষা ভাষণিকা' (১৯৯২), 'অসমীয়া ব্যাকৰণ প্ৰৱেশ' (২০০০), 'পদ্মাৱতী দেৱী ফুকননীৰ সুধমাৰ উপাখ্যান' (১৯৬৭, সম্পাদনা), 'মায়ং প্ৰসংগ' (১৯৮৪, সম্পাদনা), 'ঠাকুৰ ব্ৰহ্ম হৰিদাস চৰিত' (১৯৮৭, সম্পাদনা), 'পৰমাৰ্থ কথা' (১৯৯৪, সম্পাদনা), 'ধৰ্মনাথ বৰঠাকুৰ, শতবৰ্ষ স্মৃতি অৰ্ঘ' (২০০০, সম্পাদনা), 'ঈশ্বৰৰ বাণী' (১৯৯৩), 'হিন্দী অসমীয়া-ইংৰাজী অভিধান', 'হিন্দী অসমীয়া লঘুকোষ' (১৯৮৫), 'ভাৰতীয় ভাষাকোষ' (১৯৮৫) আদি। গোস্বামীয়ে ড° বাণীকান্ত কাকতি প্ৰণীত 'Assamese, Its formation and Development' গৱেষণা গ্ৰন্থ সম্পাদনা কৰে। তেওঁলৈ অসম সাহিত্য সভাৰ দ্বাৰা 'সাহিত্যাচাৰ্য' উপাধি প্ৰদান কৰা হয়।

**গৌৰীকান্ত তামুলী (জন্ম ঃ ১৯২৮ খ্ৰী.)**

গৌৰীকান্ত তামুলীৰ জন্মস্থান নলবাৰী জিলাৰ তিলনা গাঁও। স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা তামুলীৰ প্ৰকাশিত পুথিসমূহ হ'ল—'শুৱনি আমাৰ গাঁওখন' (গাঁৱৰ বিৱৰণ, ১৯৯৪), 'চেমনীয়াৰ উদ্দেশ্যে গীতাৰ কথা' (গীতাৰ কথা, ২০০১), 'চেমনীয়াৰ উদ্দেশ্যে অমিতাভ বুদ্ধ' (বৌদ্ধ ধৰ্ম, দৰ্শন, ২০০১), 'জৈন ধৰ্ম আৰু দৰ্শনৰ চমু পৰিচয়' (জৈন ধৰ্মীয়, ২০০৪), 'শিশুৰ উদ্দেশ্যে পক্ষীকুলৰ কাহিনী' (বিভিন্ন জাতিৰ চৰাইৰ বিষয়ে, ২০০৩), 'বেদান্ত দৰ্শনৰ ৰূপৰেখা' (অনুবাদ, ২০০১), 'সাংখ্য দৰ্শন' (অনুবাদ, ২০০৩), 'দোনা আবুৰ দিষ্টান' (আঞ্চলিক ভাষাত, ২০০৫), 'বিবিধা সংকলন' (প্ৰবন্ধৰ সংগ্ৰহ, ২০০৪), 'আঞ্চলিক কথিত ভাষাৰ ফকৰা-যোজনা' (২০০৫), 'পতঞ্জলি দৰ্শনৰ চমু পৰিচয়' (অনুবাদ, ২০০৫) আৰু 'নলবাৰী অঞ্চলৰ এক প্ৰতিৰূপ চক বাজাৰ' (ঠাইৰ বিৱৰণ,

২০০৬), 'মতিহাৰীৰ মিতা ভৰ্‌চি চৰ্দ্দাৰ' (জীৱনী, ২০০৬), 'নৈতিকতাৰ কৰ্ষণ' (নীতিকথা, ২০০৬), 'পৰীক্ষিত ৰজাৰ কাহিনী' (মহাভাৰতৰ অন্তৰ্গত আখ্যান, ২০০৬), 'সদালাপ' (চেমনীয়াৰ সৈতে কথোপকথন, ২০০৭) আৰু 'আত্মচৰিত' (আত্মকাহিনী, ২০০৮), 'বিহঙ্গোপন্যাস' (চৰাইৰ বিষয়ে, ২০০৮)

**গৌৰীদত্ত শৰ্মা শাস্ত্ৰী (জন্ম : ৭ নৱেম্বৰ, ১৯২১ খ্ৰী.)**

নলবাৰী জিলাৰ পথৰুতোলা, পোৰাকুছিত জন্মগ্ৰহণ কৰা গৌৰীদত্ত শৰ্মা শিক্ষা ন্যায়শাস্ত্ৰী আৰু স্মৃতিশাস্ত্ৰী। গংগা পুখুৰী বৰকুৰিহা হাইস্কুলৰ পৰা শিক্ষক হিচাপে অৱসৰ গ্ৰহণ কৰা শৰ্মাৰ প্ৰকাশিত পুথিসমূহ হৈছে— 'পঞ্চকলি' (কবিতা, ১৯৮৪), 'নৱজ্যোতি' (কবিতা, ১৯৮৭), 'দুৰ্বাক্ষত' (কবিতা, ২০০৫), 'শ্ৰীমদ্ভগৱৎ গীতা' (১৯৮৭), 'দেৱী ভাগৱতী' (১ম, ২য়, ৩য় ৪ৰ্থ, ৫ম স্কন্ধ, ১৯৮৮), 'সনাতন ধৰ্মৰ মৌকোঁহ' (১৯৯২), 'মেঘদূত' (অনুবাদ, ১৯৯৯), 'ভাগৱত পুৰাণৰ সাধু' (১৯৯৯), 'সত্যনাৰায়ণ পূজা পদ্ধতি', 'নিত্যকৰ্ম পদ্ধতি', 'বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ 'গীতাঞ্জলি'ৰ সংস্কৃত অনুবাদ (২০০২)।



# ঘ

**ঘনকান্ত বৰুৱা (জন্ম : ১৯২৪ খ্ৰী.)**

ঘনকান্ত বৰুৱাৰ জন্মস্থান ডিব্ৰুগড় জিলাৰ কোটোহা। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'তত্ত্বদৰ্শনত এভূমুকি', 'ভক্তিমাৰ্গৰ এটি সমীক্ষা', 'ভগৱদ্ ৰহস্যত বিষ্ণুৰ মহিমা', 'সমাজ জীৱনত মূল্যবোধৰ প্ৰয়োজনীয়তা', 'দিহানামৰ মালা', 'পুৰণি দিনৰ ৰজাসকলৰ কথা', 'কণমানিহঁতৰ প্ৰাৰ্থনা' (পদ্য) আৰু 'কণমানিহঁতৰ আধ্যাত্মিক ৰস' (পদ্য)।

**ঘনকান্ত তালুকদাৰ (জন্ম : ১৯২৪ খ্ৰী.)**

ঘনকান্ত তালুকদাৰৰ জন্মস্থান বৰপেটা জিলাৰ কামাখাটা। তেখেতৰ প্ৰকাশিত পুথিসমূহ হ'ল—'সন্ধানী' (কবিতা পুথি), 'ফুলমণি' (গল্প), 'সোণমণি' (শিশু উপযোগী পুথি), 'বজালী বস্তি' (বজালীৰ চমু ইতিবৃত্ত), 'ভক্ত শিৰোমণি নাৰায়ণ দাস ঠাকুৰ আতা' (জীৱনী), 'আজানপুৰীৰ অভিযান' (কাব্য পুথি)। লেখক 'সেৱক' নামৰ এখন আলোচনীৰো সম্পাদক।

## চ

**চক্ৰধৰ দেৱনাথ (জন্ম ঃ ৯ মাৰ্চ, ১৯২৪ খ্ৰী.)**

চক্ৰধৰ দেৱনাথৰ জন্মস্থান গোৱালপাৰা জিলাৰ দহিকটা। অৱসৰপ্ৰাপ্ত শিক্ষক দেৱনাথৰ প্ৰকাশিত পুথিসমূহ হ'ল—'সামবেদীয় সন্ধ্যাবিধি' (ধৰ্ম পুথি, ১৯৯৪), 'সামবেদীয় সন্ধ্যাবিধি গুৰু সেৱা' (ধৰ্ম পুথি, ১৯৯৪) আৰু 'যোগী জাতিৰ সংক্ষিপ্ত ইতিহাস' (গৱেষণামূলক গ্ৰন্থ, ১৯৯৮)।

**প্ৰয়াত চন্দ্ৰপ্ৰসাদ শইকীয়া (জন্ম ঃ ৯ জুলাই, ১৯২৭ খ্ৰী.)**

কলিকতা বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰীধাৰী প্ৰয়াত চন্দ্ৰপ্ৰসাদ শইকীয়া বৃত্তিত শিক্ষক আছিল। 'অসম বাতৰি' (১৯৬৩-৬৭) আৰু গৰীয়সী আলোচনীৰ সম্পাদক আছিল। তদুপৰি 'নতুন দৈনিক' (১৯৮৮-৯৩) বাতৰি কাকতৰ প্ৰতিষ্ঠাপক সম্পাদক শইকীয়া অসম প্ৰকাশন পৰিষদৰ সচিব আছিল। প্ৰয়াত শইকীয়াৰ প্ৰকাশিত পুথিসমূহ হ'ল—'মন্দাক্ৰান্তা' (১৯৫০), 'মেঘমল্লাৰ' (১৯৬৩), 'সূৰ্যস্নান' (১৯৬৯), 'উত্তৰকাল' (১৯৭২), 'জন্মান্তৰ' (১৯৭৮), 'তোৰে মোৰে আলোকৰে যাত্ৰা' (১ম, ১৯৯২) আৰু 'মহাৰথী' (১ম, ২য়, ১৯৯২, ১৯৯৩)। উল্লেখ্য যে প্ৰয়াত শইকীয়াই 'মহাৰথী' গ্ৰন্থখনৰ বাবে সাহিত্য অকাডেমীৰ বঁটা লাভ কৰিছিল। (১৯৯০ চনত হাজোত অনুষ্ঠিত অসম সাহিত্য সভা অধিৱেশনৰ সভাপতি নিৰ্বাচিত হৈছিল।)

**চম্পা কলিতা (জন্ম ঃ ১৯২৩ খ্ৰী.)**

যোৰহাটৰ তিতাবৰত জন্ম লাভ কৰা চম্পা কলিতাৰ প্ৰকাশিত একমাত্ৰ কবিতাপুথিখন হৈছে—'হেৰুৱা দিনৰ স্মৃতি' (১৯৮৮)।

**চম্পাৱতী বৰদলৈ (জন্ম ঃ ২৭ অক্টোবৰ, ১৯২৭ খ্ৰী.)**

চম্পাৱতী বৰদলৈৰ জন্মস্থান শোণিতপুৰ জিলাৰ দেউৰীচুক। তেওঁৰ



প্ৰকাশিত একমাত্ৰ কবিতা পুথিখন হ'ল—'জুৰি' (২০০৩)। ইয়াৰোপৰি বিভিন্ন বাতৰি কাকত আলোচনীত তেওঁৰ কবিতা, গল্প, প্ৰবন্ধ আদি প্ৰকাশ পাইছে।

**চিত্তৰঞ্জন চৌধুৰী (জন্ম ঃ ১৯২৫ খ্ৰী.)**

চিত্তৰঞ্জন চৌধুৰীৰ জন্মস্থান বৰপেটা জিলাৰ বজালী। তেখেতৰ একমাত্ৰ ছপা পুথিখন হ'ল—'শংকৰদেৱ আৰু অসম'। লেখকৰ অনেক প্ৰবন্ধ বাতৰি কাকত, আলোচনী আদিত সিঁচৰতি হৈ আছে।

**চুজাউদ্দিন আহমেদ (জন্ম ঃ ৬ মে', ১৯২৬ খ্ৰী.)**

চুজাউদ্দিন আহমেদৰ জন্মস্থান ডিব্ৰুগড় জিলাৰ পাঁচআলি। ইংৰাজী বিভাগত স্নাতকোত্তৰ ডিগ্ৰীধাৰী আহমেদ অৱসৰপ্ৰাপ্ত উপাধ্যক্ষ। আহমেদৰ প্ৰকাশিত পুথি—'মহিমৰ চিঠি' (১৯৭৩) আৰু 'এৰাবাটৰ সুৰ'।

# জ

**ডাঃ জয়দেৱ শৰ্মা (জন্ম ঃ ২৩ নৱেম্বৰ, ১৯২২ খ্ৰী.)**

প্ৰয়াত জয়দেৱ শৰ্মাৰ জন্মস্থান দৰং জিলাৰ মঙলদৈ, ঘোঁৰাশাল। বৃত্তিত এগৰাকী চিকিৎসক ডাঃ শৰ্মাৰ প্ৰকাশিত পুথি দুখন হ'ল—'সংকল্পিতা' (নাটক, ১৯৬১) আৰু 'স্বাস্থ্য সহায়িকা' (স্বাস্থ্য বিষয়ক, ১৯৬১)।

**জীৱন দাস (জন্ম ঃ ১৯২০ খ্ৰী.)**

জীৱন দাসৰ জন্মস্থান কামৰূপ জিলাৰ সাতপখলী গাঁও। বৰ্তমান গোলাঘাট জিলাৰ কুমাৰপট্টি পোষ্ট অফিচ নিবাসী দাস অৱসৰপ্ৰাপ্ত বন সংৰক্ষক বিষয়া। 'আলহী চৰাইৰ দেশ' নামৰ পুথিখনৰ বাবে অসম সাহিত্য সভাই তেওঁলৈ 'প্ৰেমধৰ দত্ত সোঁৱৰণী বঁটা, আগবঢ়ায়। দলিত সাহিত্য একাডেমীৰ ড° আম্বেদকাৰ ফেলোশ্বিপ বঁটা আৰু মুক্তিযোদ্ধাৰ তাম্ৰপত্ৰ লাভ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'অপ্ৰকৃতি প্ৰেমীৰ দৃষ্টিপাত' (জীৱন ভিত্তিক উপন্যাস, ১৯৯৮), 'কন্থুঁৱাৰ কঁপনি' (১৯৬৭), 'বেদনাৰ চকুলো' (১৯৯৮, কবিতা পুথি), 'শিয়ালী এ নাহিবি ৰাতি' (১৯৯৪, ১৯৯৬, ২০০০), 'পৃথিৱীৰ বিভিন্ন পখিলা' (পখিলা সম্পৰ্কীয়, ১৯৯৭), 'অকণিৰ সাগৰ' (১৯৮৮), 'আলহী চৰাইৰ দেশ' (১৯৮৯, ১৯৯৪, ১৯৯৭,২০০৭), 'ডাৱৰৰ আঁৰে আঁৰে' (জীৱনীভিত্তিক উপন্যাস, ২০০২), 'পখী জগত' (২০০২), 'ছালিম আলি আৰু ই. পি. জী' (১৯১২, ১৯৯৭), 'অৰণ্য আৰু প্ৰাণী' (১৯৬৪), অসমৰ বন-বননি বন্য প্ৰাণী' (১৯৯০), অকণিৰ অসমৰ চৰাই' (১৯৮৭), 'অকণিৰ বিনন্দীয়া চৰাই' (১৯৯২), 'হাতী আৰু মানুহ' (২০০৩), 'প্ৰকৃতিপ্ৰেমী জীৱন দাস' (১৯৯০), 'বন্য প্ৰাণীৰ কুইজ' (১৯৯৪), 'অকণিৰ হৰনাথ পৰ্বতীয়া বৰুৱা' (১৯৯৮), 'অসমৰ অভয়াৰণ্য' (১৯৮৮), 'নীল সাগৰৰ কাহিনী' (১৯৭৩), 'বিশ্বৰ বিচিত্ৰ প্ৰাণী' (১৯৯২), 'জ্যোতিপ্ৰসাদ আগৰৱালা' (১ ৯৯৩), 'অকণিৰ বন্য প্ৰাণী' (১৯৯৮), 'অৱলুপ্তিৰ পথৰ অসমৰ পক্ষী' (২০০৩), 'অকণিৰ ৰবীন খুড়া' (১৯৯৭), 'বন বননিৰ আঁৰে আঁৰে' (১৯৯৬), 'গোলঘাট জিলাৰ প্ৰাচীন মঠ-মন্দিৰ' (১৯৯১), 'অকণিৰ বনৰীয়া জন্তু' (১৯৮৯), 'জীৱন দাসৰ জীৱন দৰ্শন' (১৯৯১), আৰু 'চুনুমুনুৰ হাঁহি' (২০০৩)।

# ট

**টংকেশ্বৰ হাজৰিকা (জন্ম ঃ ১৩ মাৰ্চ, ১৯২৬ খ্ৰী.)**

টংকেশ্বৰ হাজৰিকাৰ জন্মস্থান নগাঁও জিলাৰ সোণাৰী গাঁও। অৱসৰপ্ৰাপ্ত শিক্ষক হাজৰিকাৰ একমাত্ৰ প্ৰকাশিত পুথি—'ব্ৰত চৰ্চা' (২০০৪)।



# ড

**ডম্বৰুধৰ দাস (জন্ম ঃ ১৯২৫, মৃত্যু ঃ ১৯৯১ খ্ৰী.)**

প্ৰয়াত ডম্বৰুধৰ দাসৰ জন্মস্থান বৰপেটা জিলা। তেখেতৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ফটোগ্ৰাফিৰ চমু পৰিচয়', 'মৰমৰ দীপালী', 'নতুন পথৰ সন্ধান' (উপন্যাস), 'সংস্কৃতিৰ ৰূপান্তৰ' আৰু 'জনজাতীয় সংস্কৃতি'। ইয়াৰোপৰি দাসৰ ভালেমান প্ৰবন্ধ-নিবন্ধ প্ৰকাশ পাইছে।

**ডলী তালুকদাৰ (জন্ম ঃ ১৪ নৱেম্বৰ, ১৯৩০ খ্ৰী., মৃত্যু ঃ ২৭ নৱেম্বৰ, ১৯৯৩)**

প্ৰয়াত ডলী তালুকদাৰৰ জন্মস্থান গুৱাহাটীৰ যোৰপুখুৰী। স্নাতকোত্তৰ, বি. টি. আৰু ই. টি. ডিগ্ৰী লাভ কৰা প্ৰয়াত তালুকদাৰ গুৱাহাটীৰ তাৰিণীচৰণ চৌধুৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। ১৯৮৯ খ্ৰীষ্টাব্দত ভাৰত চৰকাৰৰ ৰাষ্ট্ৰীয় কৃতী শিক্ষকৰ বঁটাৰে সন্মানিত ডলী তালুকদাৰৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মধুলেখা' (১৯৬৩), 'মন মাটি আৰু মেঘ', 'জাগৰী' (বাংলা উপন্যাসৰ অসমীয়ালৈ অনুবাদ), 'বলৰাজ মোৰ ককাই' (ইংৰাজী জীৱনী গ্ৰন্থৰ পৰা অনূদিত), 'মৃত্যুৰ পাছত', 'জখলাৰ খোপনি' আৰু 'দীনদুখী' (অনূদিত)। তালুকদাৰ দম্পতিয়ে তেওঁলোকৰ গুৱাহাটীস্থ বাসভৱনটি অসম সাহিত্য সভাৰ নামত দান কৰি গৈছে।

# ত

**তনুৰাম ৰাজবংশী শাস্ত্ৰী (জন্ম ঃ ৩১ ডিচেম্বৰ, ১৯৩০ খ্ৰী.)**

তনুৰাম ৰাজবংশী শাস্ত্ৰীৰ জন্মস্থান দৰং জিলাৰ পাতিদৰং। প্ৰয়াত শাস্ত্ৰী কাব্য ব্যাকৰণ তীৰ্থ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথি—'ভীষ্মৰ কাহিনী' (শিশু গ্ৰন্থ, ২০০০)।

**তপনচন্দ্ৰ পাটগিৰী (জন্ম ঃ ২০ এপ্ৰিল, ১৯২১ খ্ৰী.)**

গোৱালপাৰা জিলাৰ মৰনৈত জন্ম লাভ কৰা প্ৰয়াত তপনচন্দ্ৰ পাটগিৰী স্নাতক ডিগ্ৰীধাৰী। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'হিয়াৰ অঞ্জলি' (কবিতাপুথি, ২০০৩)।

**ড° তৰুণা ঠাকুৰ (জন্ম ঃ ১৯২৯ খ্ৰী.)**

প্ৰসিদ্ধ শিক্ষাবিদ ড° ঠাকুৰ বৰ্তমান যোৰহাট নিবাসী। এলানি সাহিত্যকৰ্মৰে অসমীয়া সাহিত্যৰ দিশটো টনকিয়াল কৰা ড° ঠাকুৰ ঘাইকৈ শিশু সাহিত্যিক। তেখেতৰ প্ৰকাশিত শিশুপুথিসমূহ হ'ল—'সাঁকো সোনাম আৰু পানীবটল', 'ভাগিনৰ বিলৈ', 'পাৰ চৰাই তেজ' (২০০০), 'মাছ ককাই' (২০০০), 'জন্মদিনৰ উপহাৰ', 'এজনী বগী মেকুৰী', 'ৰুণুৰ কপৌ পোৱালি', 'শলিয়া আৰু শলিয়ানী', 'ভঁৰালৰ তলৰ সাপ', 'অভিযান', 'তিনিটি সাহসী শিশু', 'নৰৰত্নৰ বৰাহমিহিৰ খনা', 'লাই হালে জালে আবেলি বতাহে', 'সঁচাসঁচি বাঘৰ সঁচাসঁচি কাহিনী', 'আৱিষ্কাৰ কাহিনী', 'শিয়ালী নাহিবি ৰাতি' (২০০৯), 'পোনাকণ মামণি স্কুললৈ যায়'।

সুলেখিকা ড° ঠাকুৰৰ আন এখনি উল্লেখযোগ্য পুথি—'যোৰহাট নগৰৰ ঐতিহাসিক বিৱৰণ। সাহিত্যিক পেন্সনাৰ লেখিকা সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ প্ৰাক্তন উপদেষ্টা।



**তাৰিণীচৰণ শৰ্মা (জন্ম ঃ ২৩ আগষ্ট, ১৯২৮ খ্ৰী.)**

তাৰিণীচৰণ শৰ্মাৰ জন্মস্থান দৰং জিলাৰ মাহৰিপাৰা। আই. এ. পৰীক্ষাত উত্তীৰ্ণ শৰ্মা অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'বিৰিখৰ পখী আৰু অন্যান্য কবিতা' (২০০২)।

**তিলক হাজৰিকা (জন্ম ঃ ৩ অক্টোবৰ, ১৯২১ খ্ৰী.)**

নগাঁও জিলাৰ কলিয়াবৰত জন্ম লাভ কৰা তিলক হাজৰিকা নতুন অসমীয়া, অসমবাণী আৰু সাদিনৰ সম্পাদক আছিল। তিলক হাজৰিকাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'আড্ডা' (১৯৫৮), 'কত কথা' (১৯৬০), 'ফণীশ্বৰ নাথ ৰেণুৰ শ্ৰেষ্ঠ কাহিনী' (গল্প সংকলন, অনুবাদ বঁটা প্ৰাপক) আৰু 'আবেলিৰ ছাঁ' (২০০০, স্মৃতিকথা)। 'মহাশ্বেতা দেৱীৰ গল্প' (অনুবাদ), 'মহাত্মা গান্ধীৰ হিন্দু ধৰ্ম' (অনুবাদ)।

**তুলসী ফুকন (জন্ম ঃ ১৭ আগষ্ট, ১৯২৬ খ্ৰী.)**

তুলসী ফুকনৰ জন্মস্থান দৰং জিলাৰ টেঙাবাৰী। ফুকন বৰ্তমান শোণিতপুৰ জিলাৰ বিশ্বনাথ চাৰিআলিৰ মধুপুৰৰ বাসিন্দা। স্নাতক ডিগ্ৰীধাৰী ফুকন অৱসৰপ্ৰাপ্ত শিক্ষক। তেখেতৰ প্ৰকাশিত পুথি—'আয়ে দেহি ইমান ধুনীয়া' (শিশু কবিতা, ১৯৯০) আৰু 'শালিকী কোঁৱৰৰ সাধু', ৰাক্ষসৰ দেশ বিচাৰি' (২০০৩)।

# থ

**থুলেশ্বৰ ৰাজখোৱা (জন্ম ঃ ১৫ ফেব্ৰুৱাৰী, ১৯২৩ খ্ৰী.)**

থুলেশ্বৰ ৰাজখোৱাৰ জন্মস্থান শোণিতপুৰ জিলাৰ গহপুৰ। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'আত্মকথা'।

**থুলেশ্বৰ শইকীয়া (জন্ম ঃ ১ অক্টোবৰ, ১৯২৬ খ্ৰী.)**

থুলেশ্বৰ শইকীয়াৰ জন্মস্থান শোণিতপুৰ জিলাৰ গৰেহাবি। তেখেত মাধ্যমিক শিক্ষা বিভাগৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। শইকীয়াৰ প্ৰকাশিত পুথিখন হ'ল—'অন্ধ' (সামাজিক নাটক, ১৯৫৪)।



# দ

**দয়াৰাম চহৰীয়া (জন্ম ঃ ১৯২৫ খ্ৰী.)**

দয়াৰাম চহৰীয়াৰ জন্মস্থান পুনীয়া গাঁও, পকাদলি অঞ্চল। স্নাতক ডিগ্ৰীৰ চহৰীয়া অৱসৰপ্ৰাপ্ত শিক্ষক। তেখেতৰ প্ৰকাশিত পুথি—'তত্ত্ব কথা'। তদুপৰি কেইবাখনো গ্ৰন্থ আৰু বিবিধ প্ৰবন্ধ, কবিতা পাঠ্যপুথি, উপন্যাস আদি ৰচনা কৰিছে।

**দিব্যপ্ৰভা দেৱী (জন্ম ঃ ১৯২৫ খ্ৰী.)**

দিব্যপ্ৰভা দেৱীৰ জন্মস্থান বৰপেটা জিলাৰ ভালুকীগাঁও। প্ৰাথমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী শ্ৰীমতী দেৱীৰ প্ৰকাশিত পুথিকেইখন হ'ল—'অৰুণ-বৰুণ', 'অকণিৰ বস্তি', 'স্মৃতিৰ সঁফুৰা', আৰু 'গন্ধিয়া মহিলা সমিতি আৰু মই'।

**দিব্যপ্ৰভা ভৰালী (জন্ম ঃ ১৯২২ খ্ৰী.)**

দিব্যপ্ৰভা ভৰালীৰ জন্মস্থান নগাঁও। স্নাতক ডিগ্ৰীধাৰী ভৰালীৰ প্ৰকাশিত পুথিবোৰ হ'ল—'অৰ্পণা' (১৯৪৭, গীতি কবিতাৰ পুথি), 'মালঞ্চ' (গীতি কবিতা, ১৯৫৪), 'ভাৰততীৰ্থ' (দেশাত্মবোধক কবিতা, ১৯৭৮) আদি। লেখিকাৰ ভালেমান পুথি অপ্ৰকাশিত হৈ থকাৰ উপৰিও বিভিন্ন ৰসৰ কবিতা আৰু গীত, গল্প, প্ৰবন্ধাদি বিভিন্ন কাকত-আলোচনীত প্ৰকাশ হৈছে।

**দীননাথ ডেকা (জন্ম ঃ ২৬ ছেপ্টেম্বৰ, ১৯২৩, মৃত্যু ঃ ২৩ জানুৱাৰী, ২০০১ খ্ৰী.)**

প্ৰয়াত দীননাথ ডেকাৰ জন্মস্থান দৰং জিলাৰ মঙলদৈ, ছিপাঝাৰ। অৱসৰপ্ৰাপ্ত শিক্ষক প্ৰয়াত ডেকাৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল — 'তীৰ্থ'।

**দীনবন্ধু চৌধুৰী (জন্ম ঃ ১৯২৯ খ্ৰী.)**

দীনবন্ধু চৌধুৰীৰ জন্মস্থান বৰপেটা জিলাৰ সৰ্থেবাৰী। চৌধুৰীৰ প্ৰকাশিত পুথিকেইখন হ'ল—'সৰ্থেবাৰীৰ কাঁহ শিল্প' (ইয়াৰ অতীত, বৰ্তমান আৰু ভৱিষ্যৎ), 'সমবায় কৃষি পাম' আৰু 'সমবায় কৃষি পাম কি আৰু কিয়?'। ইয়াৰোপৰি চৌধুৰীৰ বিভিন্ন বিষয়ক প্ৰবন্ধ-নিবন্ধ কাকত-আলোচনী আদিত প্ৰকাশ পাই আহিছে।

**দুৰ্গাশংকৰ দেৱ শৰ্মা (জন্ম ঃ ১ ছেপ্টেম্বৰ, ১৯২৯ খ্ৰী.)**

দুৰ্গাশংকৰ দেৱশৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ বৰখলা গাঁও। বৰ্তমান গুৱাহাটী নিবাসী দেৱশৰ্মাই গুৱাহাটী কটন কলেজিয়েট উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পৰা অধ্যক্ষৰূপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'অসমীয়া ভাষা পৰিচয়' (১৯৬২), 'অসমীয়া ডিমাছা শব্দকোষ' (১৯৮৫), 'উদ্ধৃতি' (১৯৮৮), 'সহজ ব্যাকৰণ' (১৯৭৬), 'অসমীয়া ব্যাকৰণ পাঠ' (১ম, ২য় ভাগ), 'স্বপ্নফল' (১৯৯৬), 'সাহিত্য প্ৰৱেশ' (১ম, ২য়, ১৯৭৪), World Book (১৯৮৫), আদৰ্শ অসমীয়া পাঠ (১ম ভাগ, ১৯৮৯), আজৰিপৰৰ সাধু' (২০০৩) আৰু 'সহজ ধাৰাপাত' (২০০৩)। ১৯৮২ খ্ৰীষ্টাব্দত ৰাজ্যিক শিক্ষকৰ পুৰস্কাৰ আৰু ১৯৯৫ খ্ৰীষ্টাব্দত সাহিত্যিক পেন্সন লাভ কৰা দেৱশৰ্মাৰ অভিধান আৰু ব্যাকৰণ আৰু দুখন ইংৰাজী পুথি পোৱা গৈছে।

**দুৰ্গেশ্বৰ নাথ ওজা (জন্ম ঃ ১৯২৭, মৃত্যু ঃ ১৯৯৭ খ্ৰী.)**

প্ৰয়াত দুৰ্গেশ্বৰ নাথ ওজাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ভক্ত পৰীক্ষা', 'শ্ৰীশ্ৰীসীতা মহাত্ম্য', 'শ্ৰী হৰিৰ চতুৰ্থ অৱতাৰ লীলা' আদি পুথিৰ উপৰিও তেওঁ 'ৰজনীগন্ধা' নামৰ কবিতা পুথি এখন ৰচনা কৰে। লেখকৰ অনূদিত পুথি—'ব্যাস সংগীতৰ ৰূপৰেখা'।

**ড° দেৱিকা শইকীয়া (জন্ম ঃ ২ অক্টোবৰ, ১৯২৯, মৃত্যু ঃ ১১ জুন, ১৯৯৭ খ্ৰী.)**

যোৰহাট জিলাৰ তিতাবৰত প্ৰয়াত ড° দেৱিকা শইকীয়াৰ জন্ম হয়। স্নাতকোত্তৰ আৰু ডক্টৰেট ডিগ্ৰীধাৰী ড° শইকীয়া হিন্দী ভাষাৰো বিশাৰদ। অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী প্ৰয়াত ড° শইকীয়া বিভিন্ন অনুষ্ঠানৰ সৈতে সক্ৰিয়ভাৱে জড়িত আছিল। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'সুন্দৰৰ সৌন্দৰ্য বিচাৰি' (১৯৮৫), 'আমাক পোহৰ দিয়া' (কবিতা, ১৯৮৫), 'সোণৰ চম্পাফুল' (১৯৮৮), 'আমাক অমৃত দিয়া' (১৯৮৮), 'মৰমৰ মৌ-মিঠা অসমীয়া ভাষা' (১৯৯২), 'স্মৃতি অৰ্ঘ্য', 'শিশু কল্যাণ আৰু প্ৰাক প্ৰাথমিক পুস্তিকা', 'Development of Elementary Education in Khasi and Jaintia Hills' (গৱেষণামূলক গ্ৰন্থ, ১৯৮৪), 'A Profile of Maghalaya' (১৯৮৪)। উল্লেখযোগ্য যে হিন্দী সাহিত্যতো প্ৰবন্ধ আৰু কবিতাৰে যি বৰঙণি আগবঢ়াইছিল আৰু তাৰ স্বীকৃতিস্বৰূপে ১৯৭৫ খ্ৰী.ত 'বিশ্বভাৰতী বিদ্যাপীঠে' প্ৰয়াত ড° শইকীয়াক 'বিদ্যালংকাৰ' উপাধিৰে সন্মানিত কৰিছিল।

**দ্ৰোণকান্ত শইকীয়া (জন্ম ঃ ১৯২৭ খ্ৰী.)**

দ্ৰোণকান্ত শইকীয়াৰ জন্মস্থান গোলাঘাট জিলাৰ ন-পমুৱা গাঁও। কৃষিক জীৱিকা হিচাপে লোৱা শইকীয়াৰ একমাত্ৰ পুথিখন হ'ল—'চৈধ্যশাস্ত্ৰৰ প্ৰথমখন' (ধৰ্মীয়পুথি, ২০০৮)।

# ধ

**প্ৰয়াত ধনদা বৰুৱা (জন্ম ঃ ১৯২৮ খ্ৰী.)**

ধনদা বৰুৱাৰ জন্মস্থান লখিমপুৰ জিলাৰ ঢকুৱাখনা, কোঁৱৰগাঁও। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'নামঘোষা-নৱনীত' (১৮৯৬ শক), 'ভাগৱত ধৰ্ম মীমাংসা' (১৯৯৬ শক), 'স্ত্ৰী শক্তি' (১৯৯৪), 'গীতা আই' (১৯৯৪) আৰু 'যুগে যুগে নাৰী তুমি মহীয়ান' (কবিতা, ২০০২)।

**ধনেশ্বৰ ৰাভা (জন্ম ঃ ১৯২৯ খ্ৰী.)**

ধনেশ্বৰ ৰাভাৰ জন্মস্থান গোৱালপাৰা জিলাৰ মাছুলাম। ৰাভাৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'ৰাভা হাছঙৰ চমু ইতিহাস' (২০০৫)।



# ন

**ডাঃ নগেন দত্ত (জন্ম ঃ ৭ ছেপ্টেম্বৰ, ১৯২৪ খ্ৰী.)**

ডাঃ নগেন দত্তৰ জন্মস্থান কৰঙা। কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত আই. এছ. চি., এল. এম. পি ডিগ্ৰীধাৰী ডাঃ দত্তই অসম চিকিৎসা মহাবিদ্যালয়ৰ পৰা এম. বি. বি. এছ. ডিগ্ৰী; ডি. পি. চেণ্ট ইন্সটিটিউটৰ পৰা ডি. টি. চি. ডি ডিগ্ৰী লাভ কৰে। অসম সাহিত্য সভাৰ দ্বাৰা পুৰস্কৃত হোৱা ডাঃ দত্তই শিশু সাহিত্যৰ বাবে ৰাষ্ট্ৰীয় পুৰস্কাৰ, দিল্লী কলেজ অব চেষ্টফিছিয়ানে আগবঢ়োৱা সৰ্বজ্ঞশ্ৰী সন্মান লাভ কৰিবলৈ সক্ষম হয়। তেখেতৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ভাৰতৰ প্ৰথম নাগৰিকৰ আসনত যিসকলে বহিবলৈ পালে' (১৯৮৬), 'ভাল ভাল মানুহৰ ভাল ভাল কাহিনী' (১৯৮১), 'তিনিটা সপোন' (১৯৯৪), 'শিশুৰ শংকৰদেৱ' (১৯৯৯), 'এণ্ডিখুড়াৰ সমিধান' (২০০১) আদি।

চিকিৎসা-বিজ্ঞান আৰু স্বাস্থ্য সম্পৰ্কীয়—'যক্ষ্মা ৰোগৰ চিকিৎসা ঘৰতো সম্ভৱ' (১৯৬৫), 'দেহা থাকিলেহে বেহা' (১৯৭৮), 'জীয়াই থকাৰ আশাৰে' (১৯৭৯), 'মা-সোণ বতৰা' (১৯৮১), 'স্বাস্থ্য বিজ্ঞানৰ বিচিত্ৰ কাহিনী' আদি।

আধ্যাত্মিক ঃ 'মৃত্যুৰ ইপাৰে আৰু সিপাৰে' (১৯৮০), 'জীৱনৰ বাটত কত কথা কত বাধা' (১৯৮০)।

গল্প সাহিত্য ঃ 'ছিগা বাটৰ মূৰত' (২০০১)।

ধৰ্মীয় পুস্তিকা ঃ 'মহাপুৰুষীয়া ধৰ্মত এচাম ভক্তৰ কিয় কৰ্মত বিশ্বাস' (১৯৯০), 'এজন মানুহ, এখন থান ক্ষেত্ৰ, এখনি গাঁও' (১৯৯৮) আদি।

ইয়াৰোপৰি লেখকৰ বিভিন্ন প্ৰবন্ধ-পাতি প্ৰকাশ হৈছে।

**নবীনচন্দ্ৰ বৰ্মন (জন্ম ঃ ২০ আগষ্ট, ১৯৩০ খ্ৰী.)**

নবীনচন্দ্ৰ বৰ্মনৰ জন্মস্থান নলবাৰী জিলাৰ বেলশৰ। বৰ্তমান মৰিগাঁৱৰ বাসিন্দা বৰ্মনে কটন মহাবিদ্যালয়ৰ পৰা স্নাতক আৰু গুৱাহাটী

বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। অৱসৰপ্ৰাপ্ত অধ্যক্ষ বৰ্মনৰ একমাত্ৰ প্ৰকাশিত পুথি—'সুৰভি' (কবিতা আৰু একাংকিকা নাট, ২০০৬)।

**নৰেন্দ্ৰ দেৱ শাস্ত্ৰী (জন্ম ঃ ১০ ডিচেম্বৰ, ১৯২৮ খ্ৰী.)**

নৰেন্দ্ৰদেৱ শাস্ত্ৰীৰ জন্মস্থান বৰিগাঁও, দৰং জিলা। অৱসৰপ্ৰাপ্ত শিক্ষক শাস্ত্ৰীদেৱৰ প্ৰকাশিত পুথি—'শ্ৰী অৰবিন্দ' (জীৱনী), 'পদ্মনাথ গোহাঞিবৰুৱা' (জীৱনী), 'মল্লিকা' 'অস্ত আকাশৰ ৰং' (উপন্যাস), 'কবিতা কটাক্ষ' (উপন্যাস), 'স্ফুলিংগ বিদায়ৰ চকুলো' (উপন্যাস), 'সত্য কাহিনী', 'কাৰাগাৰ নামৰ দুৰ্গ এটাত' (উপন্যাস), 'বতুৰা ঘোঁৰাৰ দাঁত' (অনূদিত কৌতুক), 'মুক্তনাৰী' (গল্প), 'বাসৱদত্তা' (অনুবাদ উপন্যাস), 'বিদায়' (অনুবাদ গল্প) আদি।

ইয়াৰোপৰি লেখকৰ সম্পাদনা গ্ৰন্থ—'ভগাবীণ' (কবিতা), 'আই তোক কিহেৰে পূজিমে' (গীত), 'সাম্প্ৰতিক অসমীয়া কবিতা', 'আকাশত সীমাৰ সন্ধান' (কবিতা) আদি।

**নলিনী ৰায়বৰুৱা (জন্ম ঃ ১০ মাৰ্চ, ১৯২২ খ্ৰী.)**

নলিনী ৰায়বৰুৱাৰ জন্মস্থান নলবাৰী। তেখেতৰ প্ৰকাশিত পুথিকেইখন হ'ল—'লুইতপৰীয়া অকণিৰ সাধু' (১৯৭২), 'ৰং কিনিবা কোনে?' (১৯৭০, শিশু পুথি) আৰু 'মলুৱা ককাইৰ জন্মদিন' (শিশু উপন্যাস, ১৯৯৭)।

**নলিনীধৰ ভট্টাচাৰ্য (জন্ম ঃ ৪ ডিচেম্বৰ, ১৯২১ খ্ৰী.) ??**

নলিনীধৰ ভট্টাচাৰ্যৰ জন্মস্থান যোৰহাট জিলাৰ মেলেং কাঠগাঁও। তেখেতে কাকজান হাইস্কুলৰ পৰা প্ৰৱেশিকা (১৯৪০), জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ পৰা আই. এ. (১৯৪২),গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতক আৰু স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। ভট্টাচাৰ্যই কাকজান হাইস্কুলত কিছুদিন শিক্ষকতা কৰি পৰৱৰ্তী সময়ত শ্বিলঙৰ চেইন্ট এন্থনীজ মহাবিদ্যালয়ত অধ্যাপনা কৰে। ১৯৬৩ খ্ৰীষ্টাব্দত গুৱাহাটী আৰ্যবিদ্যাপীঠ



মহাবিদ্যালয়ত অসমীয়া সাহিত্যৰ অধ্যাপক হিচাপে যোগদান কৰি ১৯৮৩ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে। তেখেতৰ প্ৰকাশিত পুথিসমূহ হ'ল—কাব্য সংকলন ঃ 'এই কুঁৱলীতে' (১৯৭৯), 'চেৰাশালিৰ মালিতা' (১৯৮২), 'আহত সপোন' (১৯৮৩), 'ননী আছনে ঘৰত' (১৯৯৬)। প্ৰবন্ধ সংকলন ঃ 'মূল আৰু ফুল' (১৯৮৩), 'বেজবৰুৱা আৰু আধুনিকতাৰ ধাৰণা' (১৯৮৭), 'কবিতাৰ কথা' (১৯৯৩), 'কবিতা আৰু নেপথ্য' (১৯৯৪), 'মহৎ ঐতিহ্য' (১৯৯৮)। অনুবাদ উপন্যাস ঃ 'দুই পুৰুষ' (১৯৮৯), 'ঈশ্বৰত সাৰ কাহিনী' (১৯৯৫)। যুটীয়াভাৱে সম্পাদনা ঃ 'বিষ্ণুৰাভা ঃ জীৱন আৰু কৃতি' (১৯৮৫)। এককভাৱে সম্পাদনা ঃ 'মুনীন বৰকটকী ঃ গ্ৰন্থ সমালোচনা' (১৯৯৬)। 'দুই পুৰুষ'ৰ বাবে ছোভিয়েট দেশ নেহৰু বঁটা (১৯৮৩), 'কবিতাৰ কথা'ৰ বাবে ভাৰতীয় ভাষা পৰিষদৰ বঁটাৰে (১৯৯৩) সন্মানিত।

**নৰকান্ত বৰুৱা (জন্ম ঃ ২৯ ডিচেম্বৰ, ১৯২৬ খ্ৰী.)**

নৰকান্ত বৰুৱা বৰ্তমান গুৱাহাটী শিলপুখুৰীৰ মহেন্দ্ৰলাল বৰুৱা পথ, কামৰূপ জিলাৰ বাসিন্দা। আলিগড় বিশ্ববিদ্যালয়ৰ পৰা ১৯৫৪ খ্ৰীষ্টাব্দত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা নৰকান্ত বৰুৱাই যোৰহাট জে. বি. মহাবিদ্যালয়, কটন মহাবিদ্যালয় (১৯৫৪-৬৪), অসম মাধ্যমিক শিক্ষা পৰিষদত ইংৰাজী শিক্ষাৰ বিষয়াৰ দায়িত্ব (১৯৬৪-৬৭) সামৰি আৰু শেষত কটন মহাবিদ্যালয়ৰ উপাধ্যক্ষ হিচাপে অৱসৰ গ্ৰহণ (১৯৮৪) কৰে। তেখেতৰ প্ৰকাশিত পুথিসমূহ হ'ল— কবিতা পুথি ঃ 'হে অৰণ্য, হে মহানগৰ' (১৯৫১), 'এটি দুটি এঘাৰটি তৰা' (১৯৫৭), 'য'তি আৰু কেইটামান স্কেচ্ছ' (১৯৬০), 'সম্ৰাট' (১৯৬২), 'ৰাৱণ' (১৯৬৩),'মোৰ আৰু পৃথিৱীৰ' (১৯৭৩), 'ৰত্নাকৰ' (১৯৮৬), 'এখন স্বচ্ছ মুখাৰে' (১৯৯০)। গীতৰ সংকলন ঃ 'মনৰ খবৰ' (১৯৫৯)। উপন্যাস ঃ 'কপিলীপৰীয়া সাধু' (১৯৫২), 'ককাদেউতাৰ হাড়' (১৯৭৩), 'গৰমা কুঁৱৰী' (১৯৮০), 'মানুহ আটাইবোৰ দ্বীপ' (১৯৮১), 'অ-পদাৰ্থ' (১৯৮১), 'এহি ভিকখুনী' (১৯৮৭) আৰু 'পাটাচাৰা'। ছন্দ আৰু অলংকাৰ সম্পৰ্কীয় পুথি—'অসমীয়া ছন্দ শিল্পৰ ভূমিকা' (১৯৪৪),

'কবিতাৰ দেহ বিচাৰ' (৯৮৭)। ভ্ৰমণ কাহিনী ঃ 'দেশে দেশে মোৰ দেশ' (১৯৮৯)। শিশু পুথি ঃ 'শিয়ালী পালেগৈ ৰতনপুৰ' (১৯৫৫), 'আখৰৰ জখলা' (১৯৫৮), 'ভত উ-কাৰে ভু' (১৯৬০), 'মলিনৰ কুকুৰা পোৱালি' (১৯৬২), 'মই টুনীয়ে টুন টুনালোঁ' (১৯৮১), 'গোলাপ আৰু বেলিফুল' (১৯৮১), 'মনত পৰাৰ শব্দ' (১৯৮৪), 'কিশোৰ ৰামায়ণ' (১৯৮৭)। সংকলন আৰু সম্পাদনা ঃ 'ঘৰুৱা ফুল' (১৯৮৪)ত শিশু উপযোগী নির্বাচিত কবিতাসমূহক কেইবাটাও ভাগত সন্নিৱিষ্ট কৰা হৈছে; 'ভাৰতীয় চাৰু কলাৰ ভূমিকা', আধুনিক অসমীয়া অভিধান', 'গাৰো ইংৰাজী-অসমীয়া অভিধান' আৰু 'ৰবীন্দ্ৰ চয়নিকা' (ৰত্নকান্ত বৰকাকতীৰ সহযোগত)। অনুবাদ পুথি—'বিশ্বমানৱৰ অভিমুখে', 'ৱাল্ট হুইটমেনৰ এশ কবিতা', 'নজৰুল ইছলামৰ কবিতা', 'সুমিত্ৰানন্দন পন্তৰ কবিতা', 'গে'টেৰ ফাউষ্ট' (১ম খণ্ড, ১৯৯৩, 'দ্বিতীয় খণ্ড, ১৯৯৮)। সম্পাদিত শিশু আলোচনী ঃ 'জোনবাই', 'পোহৰ', 'সীৰলু' (১৯৮৪-৮৫), 'জীৱন আদি মাহেকীয়া আলোচনীৰ মুখ্য সম্পাদক।

'বাঁহী', 'জয়ন্তী', 'সুৰভি', 'ৰামধেনু', 'মনিদীপ', 'প্ৰকাশ', 'সূত্ৰধাৰ', 'গৰীয়সী' আদি আলোচনীত কবিতা, প্ৰবন্ধ আৰু অন্যান্য ৰচনা প্ৰকাশ পায়। **সীমা দত্ত** ছদ্মনামেৰে আৰম্ভণিতে কবিতা লিখিছিল। মোৰ আৰু পৃথিৱীৰ কাব্য গ্ৰন্থৰ বাবে অসম প্ৰকাশন পৰিষদ বঁটা (১৯৭৪), ককাদেউতাৰ হাড়' উপন্যাসৰ বাবে সাহিত্য অকাডেমি বঁটা (১৯৭৫), 'অসম উপত্যকা বঁটাৰে (১৯৯৩) সন্মানিত। অসম সাহিত্য সভাৰ ষট্‌পঞ্চাশতম অধিৱেশনত (বিশ্বনাথ চাৰিআলি, ১৯৯০) নৱকান্ত বৰুৱাই সভাপতিত্ব কৰিছিল। নৱকান্ত বৰুৱা ছোভিয়েট দেশ নেহৰু বঁটা (১৯৮০) কমল কুমাৰী বঁটা (১৯৯৮) আৰু পদ্মভূষণ উপাধিৰেও (১৯৭৬) বিভূষিত।

**নাৰায়ণ মহন্ত (জন্ম ঃ ৫ মে', ১৯২৮ খ্ৰী.)**

নাৰায়ণ মহন্তৰ জন্মস্থান যোৰহাট জিলাৰ কাকজান, কমাৰ খাটোৱাল গাঁও। মহন্ত বৰ্তমান ডিব্ৰুগড় জিলাৰ দুলীয়াজান, নলনী পথাৰ গাঁৱৰ বাসিন্দা। ১৯৬৫ খ্ৰীষ্টাব্দত স্নাতক ডিগ্ৰী লাভ কৰা মহন্ত অৱসৰপ্ৰাপ্ত



শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'অমানিশা' (কবিতা পুথি, ১৯৫৭-৫৮), 'বাল্য সাঁচ' (কবিতাপুথি, ১৯৯৫), 'চতুৰ্বিংশতি অৱতাৰ' (১-৩ খণ্ড, ২০০৪), 'ৰাম সৰস্বতীৰ বধকাব্য' (১৯৮৮), 'শ্ৰীশ্ৰী নাৰদ পঞ্চৰাত্ৰ তন্ত্ৰ' (অনুবাদ), 'নাম প্ৰসংগ' (২০০৭), 'শ্ৰীশ্ৰী বিষ্ণু পুৰাণ' (২০০৫, অনুবাদ), 'মহাভাৰতৰ কথা' (২০০৫), 'উপনিষদ' (অনুবাদ, ২০০৫), 'ভক্তি ৰত্ন' (২০০৬), 'শ্ৰী শ্ৰী সাউদকুছি সত্ৰৰ বংশাৱলী আৰু সাধাৰণ ইতিবৃত্ত' (২০০৪), 'বেবেৰিবাং জীৱনৰ এখিলা পাত' (আত্মজীৱনী, ২০০৯), 'ভূত-ফাক্' (শিশু উপন্যাস, ১৯৯০), 'লৰুৱাৰ বিপৰ্যয়' (একাংকিকা নাট, ১৯৫৮), 'জ্যোতিষ শিকো আহক' (২০০৩) আৰু 'টুনটুন আৰু টুনটুনিৰ বিমান যাত্ৰা' (শিশুপুথি, ২০০৭)।

**নাৰায়ণ দাস (জন্ম ঃ ১৯২৬ খ্ৰী.)**

নাৰায়ণ দাসৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'কৃষ্ণানন্দ ব্ৰহ্মচাৰীৰ জীৱনী'।

**নিত্যানন্দ বৰা (জন্ম ঃ ১৯ জানুৱাৰী, ১৯২৩ খ্ৰী.)**

নিত্যানন্দ বৰাৰ জন্মস্থান নগাঁও জিলাৰ শিলঘাট। অৱসৰপ্ৰাপ্ত কৰ্মচাৰী বৰাৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'বিৱৰ্তনৰ চাকনৈয়াত শিলঘাট' (২০০৭)।

**নিৰুপমা কটকী (জন্ম ঃ ১৯২১ খ্ৰী.)**

নিৰূপমা কটকীৰ জন্মস্থান তেজপুৰ। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'সাগৰতীৰ্থ আৰু পূৰ্ণকুম্ভ' (১৯৭৭), 'দেৱভূমি ব্ৰদীনাথৰ পৰা দেৱী কন্যাকুমাৰী' (১৯৭৩), 'বৈষ্ণোদেৱী' (১৯৮৬), 'নামেৰে কাকুতি কৰো চৰণ কমল' (১৯৮৬), 'বাণ ৰজাৰ নগৰত আজি উষা-হৰণ' (১৯৮৭)।

**নিৰুপমা হাগজেৰ (জন্ম ঃ ১৫ এপ্ৰিল, ১৯২৪ খ্ৰী., মৃত্যু ঃ ১১ জুলাই, ২০১১)**

প্ৰয়াত নিৰুপমা হাগজেৰৰ জন্মস্থান কাছাৰ জিলাৰ বিজয়পুৰ। পিতৃ প্ৰয়াত ৰাজেন্দ্ৰ বৰ্মন আৰু মাতৃ নিৰধনী বৰ্মন। নিৰুপমা হাগজেৰ

প্ৰকাশিত পুথিসমূহ হ'ল—'ডিমাছা' (গৱেষণামূলক গ্ৰন্থ, ১৯৭৪), 'ডিমাছা' (ডিমাছা সংস্কৃতি, অসমীয়া), 'ডিমাছা অ. আ, ক, খ' (অসমীয়া লিপিত), 'হাগজেৰ হেংফঙ' (অসমীয়া লিপিত), 'মাইৰং ফাছাইদি খাছে বা জুলু', 'ডিমাচা সাধু কথা' (অসমীয়াত) আৰু 'ডিমাছা গ্লাৰ্ডৰেন' (অভিধান, অসমীয়াত)। হাগজেৰে অসম চৰকাৰৰ সাহিত্যিক পেন্সন লাভ কৰিছে।

**নিৰুপমা ফুকন (জন্ম ঃ ৪ ছেপ্টেম্বৰ, ১৯২৮ খ্ৰী.)**

নিৰুপমা ফুকনৰ জন্মস্থান গোলঘাট জিলাৰ বাদুলিপাৰা। ফুকন বৰ্তমান জ্যোতিনগৰ, ডিব্ৰুগড় জিলাৰ বাসিন্দা। হিন্দীত বিশাৰদ ফুকন আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ অনুবাদিকা। তেখেতৰ অনূদিত পুথিসমূহ হ'ল—'আহুতি', 'কামনা', 'চন্দ্ৰগুপ্ত' (নাটক), 'অগনিৰ নৈ', 'মিছা সত্য', 'গোদান' (উপন্যাস), 'প্ৰতিজ্ঞা', 'বিশ্ব গল্প চয়নিকা', 'শতিকাৰ শ্ৰেষ্ঠ ভাৰতীয় গল্প সংকলন', 'অনুভৱ ভাগৱত', 'কথাৰে উপনিষদ', 'বিজ্ঞানৰ সিপাৰে', 'জীৱন-লীলা' (প্ৰবন্ধ)। মৌলিক ৰচনা ঃ 'ইউৰোপৰ মধুৰ সোঁৱৰণ' (ভ্ৰমণ কাহিনী), 'আমিষ আৰু নিৰামিষ আহাৰ'। শিশু পুথি ঃ 'বুলবুল আৰু বাদচাহ', 'গীত গোৱা চৰাই', 'কাশ্মীৰৰ সাধু', 'নেপাল দেশৰ সাধু', 'মইনাৰ মৌকোঁহ' আৰু 'সুৰুযপুৰৰ সূৰ্যকান্তা'।

লেখিকা ১৯৮৭ খ্ৰীষ্টাব্দত ভাৰত চৰকাৰৰ মানৱ সম্পদ বিকাশ দপ্তৰৰ অধীনত প্ৰাপ্তবয়স্ক নৱ স্বাক্ষৰিত সাহিত্যৰ ২৮ তম প্ৰতিযোগিতাত ৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ কৰে।

**নিৰুপমা বৰুৱা (জন্ম ঃ ১৯২৯, মৃত্যু ঃ ১৯৮৫ খ্ৰী.)**

নিৰুপমা বৰুৱাৰ জন্মস্থান শিৱসাগৰ জিলাৰ বেতবাৰী। স্নাতক ডিগ্ৰীধাৰী বৰুৱাৰ প্ৰকাশিত পুথিবোৰ হ'ল— শিশু পুথি ঃ 'সাধু সাধু সাধু', 'টিপ টিপ গুণ গুণ ভুক ভুক', 'দুই বান্দৰীৰ বিদেশ যাত্ৰা', 'বিতোপন আৰু বাওনা', 'আমাৰে মইনা শুব এ' আদি।

ইয়াৰোপৰি লেখিকাৰ মৰণোত্তৰভাৱে এখন উপন্যাস আৰু 'অন্য দেশ অন্য মানুহ' নামৰ বিদেশ ভ্ৰমণ কাহিনীৰ গ্ৰন্থ এখন প্ৰকাশ পায়।



ভালেমান প্ৰবন্ধ, চুটিগল্প, ৰেডিঅ' নাট আৰু কেইবাখনো মঞ্চসফল একাংকিকা আৰু পূৰ্ণাংগ নাটৰ স্ৰষ্টা লেখিকা মৃত্যুৰ আগমুহূৰ্তলৈকে সাহিত্য-সংস্কৃতিৰ লগত ওতঃপ্ৰোতভাৱে জড়িত আছিল।

**নিশিপ্ৰভা ভূঞা (জন্ম ঃ ২৫ অক্টোবৰ, ১৯২৪ খ্ৰী.)**

নিশিপ্ৰভা ভূঞাৰ জন্ম হয় গোলাঘাটত। সম্প্ৰতি তেওঁ যোৰহাট জিলাৰ বঙালপুখুৰী নিবাসী। অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী ভূঞাৰ প্ৰকাশিত শিশুপুথিকেইখন হ'ল—'মহাভাৰতৰ আদিপৰ্ব সাধু' (১৯৯৫), 'ৰুচদেশৰ সাধু' (২০০৩), 'বেলুচিস্তান আৰু ইউক্ৰেইনৰ সাধু' (২০০৪), 'ৰামায়ণ মহাভাৰতৰ সাধু' (২০০২),। উপন্যাস ঃ 'এনাজৰী' (১৯৯১), 'সীতায়ন' (অনুবাদ, ২০০০), 'অবিস্মৰণীয়' (২০০১), 'মালঞ্চ' (অনুবাদ, ২০০৫), 'কাশ্মীৰ প্ৰিঞ্চেছ' (অনুবাদ, ২০০৭) আৰু 'আনন্দমঠ' (অনুবাদ, ২০০৮)। অসম লেখিকা সন্থাৰ 'নীলিমা দত্ত সোঁৱৰণী' বঁটা লাভ কৰে।

**নীলিমা দত্ত (জন্ম ঃ ১৯২৫ খ্ৰী.)**

স্নাতকোত্তৰ ডিগ্ৰীধাৰী দত্ত সন্দিকৈ মহাবিদ্যালয় আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপিকা। তেখেতৰ প্ৰকাশিত পুথিসমূহ হ'ল—'নাৰীৰ মুক্তি' (১৯৫৭), 'শিশু আৰু পৰিৱেশ' (১৯৫৭), 'আকাশবন্তি' (১৯৬৫), 'শৈলশিখৰ' (১৯৬৯), 'মই আৰু আমি' (১৯৮৪), 'প্ৰাণভিক্ষা' (১৯৮৭), 'মহাপুৰুষ শংকৰদেৱ' (১৯৯২), 'মহৎ লোকৰ ল'ৰালিকাল' (১৯৯৪), 'ধুমুহাৰ পিছত' (১৯৯২), 'সেউজীয়া সময়' (১৯৯৪), 'জোকাৰ' (১৯৯৪), 'লুইতৰে পানী যাবি অ' বৈ' (১৯৯৩), 'সুৰৰ ছবি আৰু প্ৰাণৰ সুৰ' (১৯৮৮), 'শেষ নাই' (১৯৬৭), 'অন্ধকূপ' (১৯৭০), 'প্ৰভাকৰ' (১৯৭৭), 'ৰতনপুৰৰ ৰত্ন ভবানন্দ দত্ত' (১৯৯৭) আৰু 'সম্পাদক' (১৯৯৮)।

# প

**পজিৰুদ্দিন আহমেদ (জন্ম ঃ ৩১ মাৰ্চ, ১৯২৩ খ্ৰী.)**

পজিৰুদ্দিন আহমেদৰ জন্মস্থান যোৰহাট জিলাৰ চুঙীগাঁও। স্নাতক ডিগ্ৰী লাভ কৰা আহমেদ অসম চৰকাৰৰ সাহিত্যিক পেন্সনাৰ। তেখেতৰ প্ৰকাশিত পুথিসমূহ হ'ল—'পৰিচয়' (১৯৬০), 'সাগৰ আৰু মুকুতা' (২০০০) আৰু 'প্ৰত্যাশা' (২০০১)।

**পদ্ম বৰকটকী (জন্ম ঃ ৩০ জুলাই, ১৯২৬ খ্ৰী.) ???**

সাংবাদিকতা, দি নৰ্থ-ইষ্ট ডেইলি কাকতৰ মুখ্য সম্পাদকৰূপে অৱসৰ গ্ৰহণ। পদ্ম বৰকটকীৰ প্ৰকাশিত গ্ৰন্থসমূহ হ'ল—'মনৰ দাপোন' (১৯৫৮), 'বিচাৰৰ বাবে' (১৯৬১), 'কোনো খেদ নাই' (১৯৬৩), 'খবৰ বিচাৰি', 'জীৱন এষণা' (১৯৬৫), 'নজনা ধূপৰ ইতিকথা' (১৯৬৭), 'পুতলাৰ নমস্কাৰ' (১৯৬৮), 'নতুন প্ৰতীতি' (১৯৬৯), 'জীৱন অৰণী' (১৯৬৯), 'দুষ্মন্তৰ চুমা' (১৯৭০), 'ৰঙা ৰঙা ৰং' (১৯৭১), 'অশ্লীল' (গল্পপুথি)।

**পদ্মৰাম মহন্ত (জন্ম ঃ ৩ নৱেম্বৰ, ১৯২৮ খ্ৰী.)**

পদ্মৰাম মহন্তৰ জন্মস্থান কামৰূপ জিলাৰ নিজ বেকেলী। অৱসৰপ্ৰাপ্ত শিক্ষক মহন্তৰ প্ৰকাশিত পুথিসমূহ হ'ল—'চিন্তামণি' (কবিতা পুথি, ১৯৬৫), 'হুমুনিয়াহ' (কবিতা পুথি, ১৯৭৪), 'সোঁৱৰণী' (কবিতা, ১৯৮৬), 'প্ৰেম অমৃতৰ নদী' (ধৰ্মীয় উপন্যাস, ১৯৯০), 'মানুহৰ সন্ধান' (নাটিকা, ১৯৯১), 'মৰহা ফুল' (নাটিকা, ১৯৯১), 'ৰসময়ী মাগোহো ভকতি' (প্ৰবন্ধ পুথি, ১৯৮৯), 'অকনিৰ আদৰ্শ ব্যাকৰণ' (১৯৮১), 'মুকলি চিঠি' (১ম, ২য় খণ্ড, ১৯৮৫), 'সনাতন ধৰ্ম আৰু একশৰণ বৈষ্ণৱ ধৰ্মৰ আঁতিগুৰি বিচাৰ' (সমালোচনামূলক গ্ৰন্থ, ১৯৮৯) আৰু 'মুকলি চিঠি' (২য় খণ্ড, ধৰ্মীয় চিঠি সংকলন, ২০০৫)।



**পদ্মৰাম শালৈ (জন্ম ঃ ৪ ছেপ্টেম্বৰ, ১৯৩০ খ্ৰী.)**

পদ্মৰাম শালৈৰ জন্মস্থান কামৰূপ জিলাৰ চনমাগুৰি। স্নাতকোত্তৰ আৰু বি. টি. ডিগ্ৰী লাভ কৰা শালৈৰ প্ৰকাশিত পুথিসমূহ হ'ল—'শ্বহীদ বীৰ মুকুন্দ কাকতি' (১৯৫৫), 'জীৱন আহুতিৰে' (১৯৬৭), 'প্ৰাচ্য-পাশ্চাত্যৰ সাহিত্যত এভূমুকি' (১৯৭৮), 'শালৈ জাতিৰ ঐতিহ্য বিচাৰ' (১৯৯২), 'ইংৰাজী ৰোমাণ্টিক কাব্য সাহিত্যৰ জিলিঙনি' (১৯৯৪, ১৯৯৮), 'ৰমন্যাসিক কবি ৰঘুনাথ চৌধাৰী' (২০০০), 'চাকনৈয়াত হাবু-ডুবু' (২০০৩), 'মহাপুৰুষ শ্ৰীশ্ৰী শংকৰদেৱৰ বৰগীত' (২০০৫), 'লক্ষ্মীনাথ বেজবৰুৱা (বেজবৰুৱাৰ জন্ম শতবাৰ্ষিকী, ১৯৬৯), 'ভক্তি ধৰ্ম আৰু ভক্তিকাব্যত এভূমুকি' (১৯৯৭), 'সটীক গুণমালা' (২০০২), 'মনসা-তত্ত্ব বিচাৰ ঃ মনকৰ দুৰ্গাবৰী মনসা কাব্য' (২০০৩) আৰু 'প্ৰবন্ধ শৰাই' (১৯৬৮), 'সাহিত্য সুৰভি' (১৯৭৩), 'স্মৃতিগ্ৰন্থ' (ৰঙিয়া অধিৱেশন, অসম সাহিত্য সভা, (১৯৭৩), 'বিভিন্নজনৰ দৃষ্টিত ড° গনেশ্বৰ চহৰীয়া' (১৯৯৯) আৰু 'বৈকুণ্ঠৰ কল্পতৰু' (স্মৃতিগ্ৰন্থ), English Reader : (Part 1, ২০০৫)। ইয়াৰ উপৰিও পদ্মৰাম শালৈয়ে ২০০৫ খ্ৰী.ৰ অসম চৰকাৰৰ সাহিত্যিক পেন্সন লাভ কৰে।

**পাৰুল শৰ্মা (জন্ম ঃ ১০ ডিচেম্বৰ, ১৯২৮ খ্ৰী.)**

পাৰুল শৰ্মাৰ জন্মস্থান শিৱসাগৰ জিলাৰ নাজিৰা। তেওঁৰ পিতৃ গোপাল বৰদলৈ আৰু মাতৃ পদ্মাৱতী বৰদলৈ। শৰ্মা তিনিচুকীয়াৰ বিভিন্ন সামাজিক, সাংস্কৃতিক জগতৰ সৈতে জড়িত। বৰ্তমান তিনিচুকীয়াৰ আইন মহাবিদ্যালয়ৰ পৰিচালনা সমিতিৰ সভানেত্ৰী শৰ্মা ১৯৮০ খ্ৰীষ্টাব্দৰ পৰা ১৯৯৯ খ্ৰীষ্টাব্দলৈ ডিব্ৰুগড় অনাতাঁৰ কেন্দ্ৰৰ নিয়মীয়া শিল্পী আছিল। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'স্মৃতিলিপি' (১৯৮০), 'নাম মন্দাকিনী' (১৯৮৫), 'দাপোণ' (১৯৯৮), 'শংখলগ্ন' (১৯৯৯), 'বনশিখা' (২০০৩) আৰু 'ত্ৰিভুজ' (২০০৩),'প্ৰহেলিকা' (২০০৩), 'ফল্গু নদীৰ দৰে' (২০৭), 'ৰামনামৰ নিজৰা' (২০০৭) আদি।

**পীতৰাম নাথ (জন্ম ঃ ১৯২৬ খ্ৰী.)**

প্ৰয়াত পীতৰাম নাথৰ জন্মস্থান মৰিগাঁও জিলাৰ হাতীবাট। অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক প্ৰয়াত নাথৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'বাপুজীৰ মহাপ্ৰয়াণ' (কবিতা পুথি, ১৯৪৯), 'দশমিক পদ্ধতি দীপিকা' (১৯৭২) আৰু 'বৰাৰ পো শ্ৰীশ্ৰী মাধৱদেৱ' (২০০২)।

**পীতাম্বৰ দাস (জন্ম ঃ ১১ মাৰ্চ, ১৯২৪ খ্ৰী.)**

পীতাম্বৰ দাসৰ জন্মস্থান বৰপেটা। বৰ্তমান কামৰূপ জিলাৰ বাসিন্দা দাসৰ প্ৰকাশিত পুথিসমূহ হ'ল—'নোপোৱাৰ বেদনা মধুৰ' (কবিতা পুথি, ১৯৫১), 'এমুঠি জীৱনৰ আবেগ' (কবিতা পুথি, ১৯৯৭), 'নাম মহিমা' (ধৰ্মমূলক পুথি, অনুবাদ, ১৯৯৮), 'জাগৰণ' (২০০৫), 'দলিতৰ আৰ্তনাদ' (২০০৬), 'আমাক পোহৰ দিয়া' (২০০৮), 'লোৱা তীব্ৰ প্ৰতিজ্ঞা' (২০০৯) আৰু 'বিষ্ণুৰাভাৰ গীতৰ শৰাই' (২০১০)।

**পুনিৰাম শইকীয়া (জন্ম ঃ ১৯২৪ খ্ৰী.)**

জন্মস্থান বৰঙাবাৰী গাঁও, দৰং জিলা। অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক শইকীয়াৰ ৰচনাৰাজি—'মহাত্মা গান্ধীৰ চমু জীৱনী' (১৯৬৭, গদ্য), 'যুগস্মৃতি' (কবিতা পুথি, ১৯৭৪), 'বিদায় বেলাত' (কবিতা পুথি, ১৯৮৬), 'জ্ঞানৰ সন্ধান' (কবিতা পুথি, ১৯৯৯) আদি।

**পূৰ্ণৰাম হাজৰিকা (জন্ম ঃ ১৯২৮ খ্ৰী.)**

পূৰ্ণৰাম হাজৰিকাৰ জন্মস্থান দৰং জিলাৰ ঝাৰগাঁও, ভেবেলাপাৰা। হাজৰিকাৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'ভক্তি ৰসামৃত' (২০০০)।

**প্ৰজাপতি শাস্ত্ৰী (জন্ম ঃ ১ ছেপ্টেম্বৰ, ১৯২৭ খ্ৰী.)**

প্ৰজাপতি শাস্ত্ৰীৰ জন্মস্থান মৰিগাঁও জিলাৰ কহুঁতলি। বৰ্তমান শাস্ত্ৰী শোণিতপুৰ জিলাৰ ঢেকিয়াজুলিৰ বাসিন্দা। স্বৰ্ণপদক লাভ কৰা ব্যাকৰণ শাস্ত্ৰীয়ে ৰাষ্ট্ৰভাষা হিন্দী (কোবিদ) উপাধি লাভ কৰে। তেওঁৰ প্ৰকাশিত পুথি— 'তীৰ্থ দৰ্শন' (অনুবাদ, ২০০৪) আৰু 'স্মৃতিৰ লেছেৰী বুটলি' (অনুবাদ)।



**প্ৰণীতা দেৱী (জন্ম ঃ ১৯২২ খ্ৰী.)**

প্ৰণীতা দেৱীৰ জন্মস্থান তিনিচুকীয়া জিলা। আই. এ. পৰীক্ষাত উত্তীৰ্ণ লেখিকা প্ৰণীতা দেৱী মূলতঃ অনুবাদক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'গ্ৰীচ আৰু ৰোমৰ সাধু' (১৯৪৮), 'পৰীৰ দেশৰ সাধু' (১৯৫৮), 'মান দেশৰ সাধু' (১৯৬০), আৰ্ভিংষ্টোনৰ বিশ্ববিখ্যাত উপন্যাস—Last for life-ৰ অসমীয়া অনুবাদ 'জীৱনৰ লালসা' (১৯৬১), পীয়েৰ লা মূৰেৰৰ Beyond Aesire নামৰ উপন্যাসৰ অসমীয়া অনুবাদ 'বাসনাৰ অতীত', 'ধনশিৰীৰ উচুপনি' (১৯৬১, উপন্যাস), 'আচাৰ্য বিনোৱাভাৱে' (জীৱনী), 'মহাত্মা গান্ধীৰ Story of my life-ৰ অনুবাদ 'মোৰ জীৱন', 'পতি পত্নীৰ ধৰ্ম', 'মধুৰ্প ' (১৯৬৩, সম্পাদনা), ' ধূপধূনা' (১৯৬৯, সম্পাদনা)। তদুপৰি লেখিকাৰ বিভিন্ন বিষয়ক লেখা বাতৰি কাকত, আলোচনী আদিত সিঁচৰতি হৈ আছে।

**প্ৰদীপ ৰায়বৰুৱা (জন্ম ঃ ১৯২০ খ্ৰী.)**

প্ৰদীপ ৰায়বৰুৱাৰ জন্মস্থান পথৰুঘাটৰ নিকটৱৰ্তী বাৰিয়াপাৰা। তেখেতৰ প্ৰকাশিত পুথিকেইখন হ'ল—'চোৰাং বজাৰ' (নাট), 'শ্ৰীশংকৰদেৱ' (জীৱনী) আৰু 'নাৰী নিৰ্যাতন' (উপন্যাস)।

**প্ৰদীপ চন্দ্ৰ নাথ (জন্ম ঃ ২৯ জুলাই, ১৯৩০ খ্ৰী.)**

প্ৰদীপচন্দ্ৰ নাথৰ জন্মস্থান দৰং জিলাৰ পকাবাঙি, বৰদৌলগুৰি। স্নাতক ডিগ্ৰীধাৰী নাথ অৱসৰপ্ৰাপ্ত শিক্ষক। তেখেতৰ প্ৰকাশিত পুথি— 'কৰ্মবিবেক' (ধৰ্মীয় পুথি, ২০০১)।

**ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য (জন্ম ঃ ১৬ ফেব্ৰুৱাৰী, ১৯২৫ খ্ৰী.)**

ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্যৰ জন্মস্থান নলবাৰী জিলাৰ দীঘেলী। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ আৰু পি. এইচ. ডি ডিগ্ৰী লাভ কৰা ভট্টাচাৰ্য বি. বৰুৱা মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অতিথি অধ্যাপক হিচাপেও তেওঁ দায়িত্ব পালন কৰিছিল।

তেখেতৰ সাহিত্য ৰাজি—'সৰাফুল' (কবিতা পুথি, ১৯৭), 'অসমৰ লোক উৎসৱ' (১৯৬৯), 'অসমৰ জনজাতি' (সম্পাদনা, ১৯৬২), 'কুঁৱলীৰ আঁৰে আঁৰে' (১৯৯৮), 'প্ৰতিনিধি ভাষা নিবন্ধ' (১৯৯৯), 'শংকৰাচাৰ্য' (অনুবাদ, ১৯৮৯) আদি।

ইয়াৰোপৰি লেখকৰ 'চক্ৰ সুৰভি' (১৯৯৩), 'সন্ধান' (১৯৪৮), 'তৰুণ জাগৰণ' (১৯৪৬), 'প্ৰচ্ছদ পদ' (১৯৯৩), 'গুৱাহাটী আলোচনাচক্ৰৰ ৰূপৰেখা' (১৯৮৩),'অসমৰ ভাষা পৰিচয়' (২০০৫) আদি সম্পাদিত গ্ৰন্থ পোৱা যায়। কৃষ্ণকান্ত সন্দিকৈ সাহিত্য বঁটাৰে সন্মানিত ড° ভট্টাচাৰ্যৰ বহু গৱেষণামূলক প্ৰবন্ধ বিভিন্ন কাকত-আলোচনীত প্ৰকাশ পাইছে।

**প্ৰমোদ চন্দ্ৰ শৰ্মা (জন্ম ঃ ১৯২৭, মৃত্যু ঃ ১১ ছেপ্টেম্বৰ, ১৯৯৯ খ্ৰী.)**

প্ৰয়াত প্ৰমোদচন্দ্ৰ শৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ গৰেমৰা, পানী গাঁও। বৰ্তমান গুৱাহাটীৰ বাসিন্দা। অৱসৰপ্ৰাপ্ত কৃষি সম্প্ৰসাৰণ বিষয়া শৰ্মাৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'সোণতলী পথাৰত ফাগুনীৰ মন' (প্ৰথম অসমীয়া কৃষিভিত্তিক উপন্যাস, ১৯৯০)।

**প্ৰফুল্ল চন্দ্ৰ বৰুৱা (জন্ম ঃ ২১ জানুৱাৰী, ১৯২৭ খ্ৰী.)**

প্ৰয়াত প্ৰফুল্লচন্দ্ৰ বৰুৱাৰ জন্মস্থান দৰং জিলাৰ পিপৰাকুছি। বৰ্তমান তেওঁ ওদালগুৰি জিলাৰ টংলাৰ বাসিন্দা। প্ৰয়াত বৰুৱাৰ প্ৰকাশিত পুথি—'নিয়তি' (নাটক), 'ৰঙাঘৰ' (নাটক), 'চন্দ্ৰহংস' (নাটক) আৰু 'মহাৰাণী জেতুকী' (নাটক)।

**প্ৰফুল্লবালা দাস (জন্ম ঃ ১৯২১ খ্ৰী.)**

প্ৰফুল্লবালা দাসৰ জন্মস্থান বৰপেটা জিলাৰ চেঙা গাঁও। পিতৃ শৰৎচন্দ্ৰ বৰ্মা আৰু মাতৃ সাৱিত্ৰীবালা বৰ্মা। দাসে উচ্চ শিক্ষাৰ বাবে ৱাৰ্দ্ধালৈ যাত্ৰা কৰি হিন্দী আৰু উৰ্দু তিনিবছৰ অধ্যয়ন কৰি 'হিন্দুস্থানী নিপুণ' উপাধি লাভ কৰে। জুৰোৰাম পাঠক ছোৱালী হাইস্কুলৰ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী দাসৰ প্ৰকাশিত পুথি দুখন হৈছে—'পাটমাদৈৰ বিয়া', 'মহাভাৰত আৰু ভাগৱতৰ কাহিনী'। বিভিন্ন আলোচনী, বাতৰি কাকতত তেওঁৰ লেখা প্ৰকাশৰ জৰিয়তে সাহিত্য সাধনা কৰি আছে।



**প্ৰসন্ন কুমাৰ ডেকা (জন্ম ঃ ১৯২৮ খ্ৰী.)**

প্ৰসন্নকুমাৰ ডেকাৰ জন্মস্থান বৰপেটা জিলাৰ সৰ্থেবাৰী। তেখেতৰ প্ৰকাশিত পুথি কেইখন হ'ল—'সাধুকথাৰ পুথি', 'জীৱন জেউতি', 'জীৱনৰ জীয়া কাহিনী', 'মাক আৰু মৰম', 'জোন আৰু জুৰি', 'সৰা শেৱালীৰ সুবাস', 'মনোহৰ মৰুভূমি', 'দেৱদূতী জোৱান ডাৰ্ক', 'কলি সুন্দৰী টিউলিপ্', 'সাহিত্যৰ উপকৰণ' আৰু 'প্ৰিয়তমাষু'। ডেকা 'জিৰণি' নামৰ আলোচনী এখনৰো সম্পাদক।

**প্ৰসন্ন কুমাৰ দাস (জন্ম ঃ ২৩ চেপ্টেম্বৰ, ১৯২৯ খ্ৰী.)**

প্ৰসন্ন কুমাৰ দাসৰ জন্মস্থান গোৱালপাৰা জিলাৰ বৰভিটা, বাণীৰাম পাৰা। বৰ্তমান তেওঁ ধুবুৰী জিলাৰ চাপৰ নগৰৰ বাসিন্দা। তেওঁৰ প্ৰকাশিত পুথি—'দুটি সৰাপাত' (উপন্যাসিকা), 'দৈৱ দুৰ্বিপাক' (উপন্যাস) আৰু 'দ্বাদশ ধাৰা' (কবিতা সংকলন)।

**প্ৰেমধৰ দত্ত (জন্ম ঃ ৭ মাৰ্চ, ১৯২৬, মৃত্যু ঃ ২৮ ছেপ্টেম্বৰ, ১৯৬৩ খ্ৰী.)**

প্ৰয়াত প্ৰেমধৰ দত্তৰ জন্মস্থান শিৱসাগৰ জিলাৰ বানমুখ কাকপথাৰ গাঁও। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'শিয়ালৰ সিং' (ধেমেলীয়া কবিতা), 'ৰং বিৰং' (বিবিধ বিষয়ক কবিতা পুথি), 'সাজি কোৱা নাই' (গল্পপুথি), 'ভেকোভাওনা' (গল্পপুথি), 'ন কথা' (গল্পপুথি), 'শংকৰদেৱৰ সাধু' (জীৱনভিত্তিক সাধুপুথি) আদি।

# ফ

**ফটিকচন্দ্ৰ গগৈ (জন্ম ঃ ২৩ অক্টোবৰ, ১৯২১ খ্ৰী.)**

ফটিকচন্দ্ৰ গগৈৰ জন্মস্থান জাঠিপতীয়া গাঁও, হাঁহচৰা, শিৱসাগৰ জিলা। বৰ্তমান গগৈ কামৰূপ জিলাৰ জু-ৰোড নিবাসী। বিজ্ঞানৰ স্নাতক গগৈৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ভাৰতৰ বনৰীয়া জন্তু' (১৯৬৬, ৩য় সংস্কৰণ), 'পৰ্বতে পৰ্বতে বগাব পাৰোঁ মই' (অনুবাদ), 'ৰহস্যময় বন্যপ্ৰাণী' (১৯৮৩), 'গছে বনে ৰিঙিয়ায়' (অনুবাদ, ১৯৯৪), 'অসমৰ বনজ সম্পদ', 'অসমৰ বিৰল পশুপক্ষী', 'বান্দৰ আৰু মানুহ', 'অসমৰ উদ্ভিদ কোষ' (২০০৭), ছেৰেংগেটিৰ অমৰ কাহিনী' (অনূদিত), 'হাতী চিকাৰৰ বিচিত্ৰ কাহিনী', 'বন বিজ্ঞানৰ ৰূপৰেখা', 'নন্দন কানন' (ভ্ৰমণ কাহিনী), 'Birds of greater Guwahati', 'বিশ্বৰ বন্যপ্ৰাণী, 'চকুৰ আগত মানুহ খোৱা বাঘ' (অনূদিত), 'ধুনীয়া ধুনীয়া গছলতা আটক ধুনীয়া ফুল' (১৯৯৬), 'আমাৰ হেড মাষ্টৰ আজিজুৰ ৰহমান' (১৯৯৮), 'অসমৰ চৰাই', 'বাপি নাজিৰৰ বংশ লতিকা' (২০০২, সচিত্ৰ), 'Learn Assamese through English' (২০০৪)।

**ফণী তালুকদাৰ (জন্ম ঃ ৩০ অক্টোবৰ, ১৯২১, মৃত্যু ঃ ৫ ডিচেম্বৰ, ১৯৯৮ খ্ৰী.)**

প্ৰয়াত ফণী তালুকদাৰৰ জন্মস্থান বৰপেটা জিলা। তালুকদাৰে লক্ষ্ণৌ বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। ১৯৪৮ খ্ৰীষ্টাব্দত শ্বিলং-গুৱাহাটী অনাতাঁৰ কেন্দ্ৰত প্ৰগ্ৰেম এক্সিকিউটিভ পদত যোগদানেৰে কৰ্ম জীৱনৰ আৰম্ভ কৰি ১৯৬৫ খ্ৰীষ্টাব্দত অৱসৰ লয়। সাংবাদিকতাৰ সৈতে জড়িত প্ৰয়াত তালুকদাৰৰ প্ৰকাশিত পুথিকেইখন হ'ল—'আলোকযাত্ৰী' (১৯৬৭), 'পৃথিৱীৰ প্ৰেম' (১৯৭৯), 'প্ৰমথেশ বৰুৱা' (জীৱনী, ১৯৯০), 'কথাছবি কেনেকৈ কৰা হয়' (অনুবাদ, ১৯৬৭), 'অঘৰী অৱতাৰ' (১৯৯১, অনুবাদ, সাহিত্য অকাডেমী বঁটাপ্ৰাপ্ত), 'অসম্পূৰ্ণ' (অনূদিত, ১৯৮০) আৰু 'প্ৰথম ৰজা' (অনূদিত, ১৯৮০)।



নাটক ঃ 'ৰজনী বিদুৰ', 'জুয়ে পোৰা সোণ', 'অগ্নি পৰীক্ষা', 'কুৰুৱাই পাৰে ৰাৱ', 'মোৰে মলুৱা', 'মৰা হাতীৰ দাঁত' আদি।

**ফণীধৰ নাথ (জন্ম ঃ ১০ বহাগ, ১৯২৬ খ্ৰী.)**

ফণীধৰ নাথৰ জন্মস্থান শোণিতপুৰ জিলাৰ পশ্চিম বিহগুৰি, পুঠিমাৰী। প্ৰৱেশিকালৈকে শিক্ষা গ্ৰহণ কৰা নাথৰ প্ৰকাশিত পুথিকেইখন হ'ল —'উত্তৰ পুৰুষ' (১৯৯৫), 'মইনা' (উপন্যাস), 'যুগৰ সন্ধান' (কথা কবিতা), 'সাধনা' (তাত্ত্বিক কবিতা) আৰু 'মাধুৰী মৈদাম' (ইতিকথা)।

**ফনিন গগৈ (জন্ম ঃ ২৭ এপ্ৰিল, ১৯২৯ খ্ৰী.)**

ফনিন গগৈৰ জন্মস্থান শিৱসাগৰ জিলাৰ বৰহাট, বৰপথাৰ গাঁও। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হৈছে—'মায়াৰ দাপোণ' (২০০২)।

**ফাটেমা খাতুন (জন্ম ঃ ১৯২৪ খ্ৰী.)**

ফাটেমা খাতুনৰ জন্মস্থান নগাঁও। খাতুনৰ প্ৰকাশিত পুথি দুখন হ'ল—'অগ্নিৰেখা' (কবিতা পুথি) আৰু 'ৰূপকথা'।

ইয়াৰ উপৰিও লেখিকাৰ বিভিন্ন বিষয়ক ৰচনা কাকত-আলোচনী আদিত সিঁচৰতি হৈ আছে।

**ফুলেশ্বৰী দত্ত (জন্ম ঃ ১৯২০ খ্ৰী.)**

ফুলেশ্বৰী দত্তৰ জন্মস্থান শিৱসাগৰ জিলাৰ দিচাংমুখ। অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী দত্তৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ৰামায়ণৰ কাহিনী', 'কীৰ্ত্তনৰ কাহিনী', 'অসমীয়া সাহিত্যলৈ তিৰোতাৰ অৱদান' আৰু 'জোনাকীৰ পোহৰ' আদি। লেখিকাই তিনিখন গল্প সংকলন, দুখন কবিতাৰ পুথি, ফকৰা যোজনাৰ পুথি ৰচনাৰে অসমীয়া সাহিত্যলৈ মূল্যৱান অৱদান আগবঢ়াই যায়।

# ব

**বসুন্ধৰা শইকীয়া (জন্ম ঃ ১৯২১ খ্ৰী.)**

বসুন্ধৰা শইকীয়াই অনুবাদ গ্ৰন্থেৰে অসমীয়া সাহিত্যৰ ভঁৰাল টনকিয়াল কৰে। শইকীয়াৰ প্ৰকাশিত পুথিকেইখন হ'ল—'কেইগৰাকীমান ভাৰতীয় ক্ৰিকেটাৰ', 'কু-মায়ুনৰ মানুহ-খোৰা বাঘ', 'লৌহ কপাট', 'বিপ্ৰ দাস', 'ধৰ্ষণ আৰু অপহৰণ', My Land and My People' (স্বদেশ আৰু স্বজাতি), 'কাশ্মিৰী কুমাৰী', 'দত্তা', 'পূৰ্ণকুম্ভ', 'ইংৰাজী হটাও' (হিন্দীৰ পৰা অসমীয়ালৈ অনূদিত)। উল্লেখযোগ্য যে 'দত্তা' নামৰ অনুবাদ গ্ৰন্থৰ বাবে ১৯৯৪ খ্ৰী.ত শইকীয়াই সাহিত্য অকাডেমি বঁটা লাভ কৰিছিল।

**বাণী পাঠক (জন্ম ঃ ১৯৩০ খ্ৰী. , মৃত্যু ঃ ১৯৭৬ খ্ৰী.)**

প্ৰয়াত বাণী পাঠকৰ জন্মস্থান যোৰহাট জিলা। স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা পাঠক অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। তেওঁৰ প্ৰকাশিত তিনিখন পুথি হ'ল—'পূৰবী' (গীতৰ পুথি), 'সুৰভি' (গীতৰ পুথি) আৰু 'বেজবৰুৱাৰ বতৰা' (শিশুপুথি)।

**বাপচন্দ্ৰ মহন্ত (জন্ম ঃ ১৭ মে', ১৯২৮, মৃত্যু ঃ ১৭ মে', ২০১১ খ্ৰী.)**

প্ৰয়াত বাপচন্দ্ৰ মহন্তৰ জন্ম হয় শিৱসাগৰ জিলাৰ গোঁহাইগাঁৱত। মহন্তদেৱ বৃত্তিত শিক্ষক আছিল।অসমীয়া ভাষাৰ লগতে হিন্দী ভাষাতো সাহিত্য-চৰ্চা আগবঢ়োৱা বাপচন্দ্ৰ মহন্তদেৱ বিশেষকৈ বৈষ্ণৱ সাহিত্য-সংস্কৃতিৰ বিশিষ্ট পণ্ডিত। মহন্তদেৱৰ প্ৰকাশিত গ্ৰন্থসমূহ হ'ল—'সাহিত্যৰ স্বৰূপ আৰু আদৰ্শ' (১৯৫৯), 'জীৱন আৰু সাহিত্য' (১৯৬৩), 'অসমীয়া ব্যাকৰণৰ ৰূপৰেখা' (১৯৮৮), 'মহাপণ্ডিত ৰাহুল সাংকৃত্যায়ন' (১৯৭৮), 'গোস্বামী তুলসীদাস আৰু ৰামচৰিত মানস' (১৯৭০, যুটীয়াভাৱে কেশদা মহন্ত), 'অসমীয়া জাতি, ভাষা আৰু সাহিত্যৰ জন্মকথা' (১৯৯৪), 'মহাপুৰুষ শংকৰদেৱ' (১৯৬৪), 'ভাৰতীয় ধৰ্মসাধনা' (১৯৬৭), 'নামঘোষা তত্ত্ব দৰ্শন' (১৯৭৮), 'ঐতিহাসিক পটভূমিত মহাপুৰুষ শংকৰদেৱ' (১৯৭৮), 'যুগান্তৰত শংকৰদেৱ' (১৯৯১), 'পটভূমি সহিত শংকৰদেৱৰ দৰ্শন' (১৯৯৪)।



ইয়াৰ উপৰি লেখকৰ কেইবাখনো তথ্যগধুৰ হিন্দী গ্ৰন্থ প্ৰকাশিত হৈছে. পণ্ডিত মহন্তদেৱ কেন্দ্ৰীয় হিন্দী নিৰ্দেশালয়ৰ পৰা অহিন্দীভাষী লেখক পুৰস্কাৰ (১৯৮৯), নজিবাবাদৰ আন্তঃৰাষ্ট্ৰীয় কলা-সংস্কৃতি পৰিষদ পুৰস্কাৰ (১৯৪), আগ্ৰাৰ গংগাশৰণ সিংহ পুৰস্কাৰ (১৯৯৬) আৰু লক্ষ্ণৌ সৌহাৰ্দ পুৰস্কাৰ (১৯৯৭), অম্বিকাগিৰি ৰায়চৌধাৰী বঁটা (১৯৯৭), জগদ্ধাত্ৰী হৰমোহন দাস সাহিত্যিক (১৯৯৫) বঁটা লাভ কৰিছে।

**বিদ্যাৰতী গগৈ (জন্ম ঃ ১৭ এপ্ৰিল, ১৯২৬ খ্ৰী.)**

বিদ্যাৰতী গগৈৰ জন্মস্থান লখিমপুৰ জিলাৰ ঢকুৱাখানা, বালিগাঁও গগৈয়ে ১৯৪২ খ্ৰীষ্টাব্দত স্বাধীনতা আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰিছিল। অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষয়িত্ৰী গগৈৰ দুখন প্ৰকাশিত পুথি হ'ল—'ৰ'দ আৰু ডাৱৰৰ মাজেদি' (আত্মজীৱনী, ২০০১) আৰু 'সন্ধ্যা বন্তি' (প্ৰবন্ধ সংকলন, ২০০৫)।

**বিমলা ভাগৱতী (জন্ম ঃ ১৭ ডিচেম্বৰ, ১৯২৪ খ্ৰী.)**

বিমলা ভাগৱতীৰ জন্মস্থান শোণিতপুৰ জিলাৰ তেজপুৰ প'লফিল্ডৰ বামুণগাঁও। লেখিকাৰ সৰ্বমুঠ প্ৰকাশিত পুথি ৯ খন। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'দেশান্তৰৰ সাধু' (১৯৫৯, 'দেশ বিদেশৰ ভাওনি' সাধুকথা), 'বাটৰ পোহৰ' (১৯৫৯, জীৱনী পুথি), 'ব্যৰ্থ বিলাপ' (১৯৬৩, কাব্য পুথি), 'গান্ধীকথা' (১৯৬৮, গান্ধীবাণী), 'অসীমৰ যাত্ৰী' (১৯৭২, আত্মকথা), 'সামাজিক ক্ৰান্তি আৰু নাৰী' (১৯৭৮, বিশ্বৰ মহান নাৰীৰ জীৱনী), 'জাতীয় কংগ্ৰেছৰ কৰ্ণধাৰসকল' (১৯৮৬, জাতীয় কংগ্ৰেছৰ সভাপতিসকলৰ জীৱনী), 'টিপু চুলতান' (১৯৮৮), 'ৰাষ্ট্ৰীয় জীৱন চৰিত' আৰু 'যযাতি' (১৯৯০, মহাভাৰতৰ যযাতিৰ জীৱন কথা)।

**বিমলী বৰঠাকুৰ (জন্ম ঃ ১৯ আগষ্ট, ১৯৩০ খ্রী.)**

বিমলী বৰঠাকুৰৰ জন্মস্থান নামতি দ'ল, করুণা সাগৰ, শিৱসাগৰ জিলা। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'বিয়া নামৰ ৰস' (১৯৯৭) আৰু 'গোঁসাই নামৰ ৰস' (১৯৮৫)।

**বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য (জন্ম ঃ ১৯২৪ খ্রী.)**

জন্ম স্থান শিৱসাগৰ।

শিক্ষকতা তথা সাংবাদিকতাৰে কৰ্মজীৱন আৰম্ভ কৰা বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই ৰাজ্যিক পৰ্যায়ৰ কেইটাটিও বঁটা লাভ কৰাৰ উপৰিও তেখেত ৰাষ্ট্ৰীয় 'জ্ঞানপীঠ' বঁটা আৰু সাহিত্য অকাডেমি বঁটাৰে সন্মানিত হৈছিল।

প্ৰকাশিত পুথি ঃ 'ৰাজপথে ৰিঙিয়াই', 'ইয়াৰুইঙ্গম', 'শতঘ্নী', 'নষ্টচন্দ্ৰ', 'ভাৰতী', 'প্ৰতিপদ', 'মৃত্যুঞ্জয়', 'চিনাকি সুঁতি', 'অগ্নিগড়', 'কবৰ আৰু ফুল', 'পৰিব্ৰাজক', 'বল্লৰী এটি নিশা', 'ৰঙা মেঘ', 'শৰত কোঁৱৰ' আদি। ইয়াৰ উপৰিও তেখেতৰ একমাত্ৰ কবিতাপুথি 'সন্ধ্যাৰাগ', সাহিত্য সংস্কৃতিমূলক গ্ৰন্থ 'ডেৰশ বছৰৰ অসমীয়া সংস্কৃতি এভুমুকি'কে ধৰি কেইবাখনিও গ্ৰন্থই পাঠক সমাজৰ সমাদৰ লাভ কৰিছে।

**বুধিন্দ্ৰ নাথ শইকীয়া (জন্ম ঃ ১২ জানুৱাৰী, ১৯২৪ খ্রী.)**

বুধিন্দ্ৰনাথ শইকীয়াৰ জন্মস্থান বৰপাত্ৰদ'ল, কালুগাঁও, শিৱসাগৰ জিলা। অৱসৰপ্ৰাপ্ত শিক্ষক শইকীয়াৰ প্ৰকাশিত পুথি দুখন—'বিহুতলী' (১৯৬২, কবিতা) আৰু 'ৰংমনৰ বিহুতলী' (কবিতা, ১৯৬৩)।



# ভ

**ভদ্ৰেশ্বৰ নাথ (জন্ম ঃ ১৫ ছেপ্টেম্বৰ, ১৯৩০ খ্রী.)**

ভদ্ৰেশ্বৰ নাথৰ জন্মস্থান পশ্চিম চুবুৰি, দৰং জিলা। স্নাতকোত্তৰ আৰু বি. টি. ডিগ্ৰীধাৰী নাথ ১৯৮৮-৮৯ খ্ৰীষ্টাব্দত কৃতি শিক্ষকৰ ৰাজ্যিক বঁটাৰে সন্মানিত। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ধনাই বৰা, কবি আৰু কবিতা' (২০০০) আৰু 'ভাৰতীয় শাস্ত্ৰ, ষড় দৰ্শন' (২০০৫)।

**ভৱানন্দ ডেকা (জন্ম ঃ ১৯ আগষ্ট, ১৯২৯ খ্রী.)**

স্নাতকোত্তৰ (অৰ্থনীতি বিজ্ঞান, গুৱাহাটী বিশ্ববিদ্যালয়)। অৱসৰপ্ৰাপ্ত অধ্যক্ষ। প্ৰকাশিত পুথি—'ৰঘুবংশ' (১৯৭১), 'ঐতিহ্যমণ্ডিত বেলবাৰী ভট্টদেৱ প্ৰতিষ্ঠাপিত ব্যাসকুছি সত্ৰ' (১৬৯), 'পুণ্যভূমি অসম' (১৯৭০), 'প্ৰবন্ধ বিচিত্ৰা' (১৯৮৯), 'ভক্তি সাহিত্য আৰু ধৰ্মপদ' (১৯৯৪), 'মাদাৰ টেৰেছা, 'ভাওনাথেৰ বংশ আৰু বালিৰাম পাঠক', 'কথাগুৰু চৰিতৰ সন্ত-মহন্ত' (২০০২), 'অমৃত পুত্ৰ ধ্ৰুৱ' (নাটক, ১৯৮৬), 'মণিমুগ্ধ' (কবিতা), 'শ্ৰীশ্ৰী দামোদৰদেৱ' (১৯৮৯), 'ভট্টদেৱ' (১৯৯১), 'গোবিন্দ কলিতা আৰু তেওঁৰ ৰচনাৱলী' (সম্পাদনা), 'মৈদাম ৰহস্য' (সম্পাদনা), 'উদয়গিৰি' (সম্পাদনা), 'ভাৰতৰ সংবিধান' (১৯৬১, পাঠ্যপুথি), 'অসমৰ অৰ্থনীতি' (পাঠ্যপুথি, ১৯৬৩), 'ৰাষ্ট্ৰসংঘৰ চনদ' (পাঠ্যপুথি), 'ৰাজহ বিজ্ঞান' (পাঠ্যপুথি) আদি।

**ভবেন নাৰ্জি (জন্ম ঃ ১৯২৬, মৃত্যু ঃ ১৯৯২ খ্রী.)**

সাহিত্যৰাজি—'বড়ো কছাৰীৰ সমাজ আৰু সংস্কৃতি' (১৯৬৬), 'বড়ো কছাৰী জনসাহিত্য' (১৯৫৭), 'বড়ো কছাৰীৰ গীত-মাত' (১৯৮৩) আদি।

**ভূচন্দ্ৰ বৰুৱা (জন্ম ঃ ১৫ মে', ১৯২২ খ্রী.)**

ভূচন্দ্ৰ বৰুৱাৰ জন্মস্থান ভুক্তাবাৰী, ছিপাঝাৰ। অৱসৰপ্ৰাপ্ত শিক্ষক বৰুৱাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'সপ্তকাণ্ড কথা ৰামায়ণ', 'Far

from the Madding Crowd (১৯৯৮, অনূদিত) আৰু 'অতীতক উভতি চাইছোঁ' (২০০০) আদি।

**প্ৰয়াত ভোলানাথ দত্ত (জন্ম ঃ ১৯২৩; মৃত্যু ঃ ১৯৮৪ খ্ৰী.)**

প্ৰয়াত ভোলানাথ দত্তৰ জন্মস্থান শিৱসাগৰ জিলাৰ নাজিৰাৰ ন-মাটি গাঁও। অৱসৰপ্ৰাপ্ত শিক্ষক প্ৰয়াত দত্তৰ প্ৰকাশিত পুথি নাই যদিও তেওঁ আৱাহন আলোচনীৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিল। আৱাহন আলোচনীৰ লগতে অন্যান্য কাকত-আলোচনীত দত্তই ভালেমান চিন্তা মূলক প্ৰবন্ধ ৰচনা কৰে। তেওঁ স্বাধীনতা আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰিছিল।

**ড° ভূপেন হাজৰিকা (জন্ম ঃ ১৯২৬ খ্ৰী., মৃত্যু ঃ ৫ নবেম্বৰ, ২০১১ খ্ৰী.)**

শদিয়াত জন্মলাভ কৰা ড° ভূপেন হাজৰিকাই বেনাৰস হিন্দু বিশ্ববিদ্যালয়ত উচ্চ শিক্ষা গ্ৰহণ কৰে। নিউয়ৰ্কৰ পৰা ডক্টৰেট ডিগ্ৰী লাভ কৰা ভূপেন হাজৰিকা অসমৰ জাতীয় সংস্কৃতিক আন্দোলনৰ প্ৰধান হোতা, দাদা চাহেব ফাল্কে বঁটা প্ৰাপক শিল্পী ভূপেন হাজৰিকাই ৰাজ্যিক, ৰাষ্ট্ৰীয় তথা আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ৰ কেইবাটিও বঁটা লাভ কৰি সমগ্ৰ বিশ্বতে সুপৰিচিত হৈছে।

সদ্য প্ৰয়াত হাজৰিকাদেৱৰ প্ৰকাশিত উল্লেখযোগ্য পুথিকেইখন হ'ল—'জিলিকাব লুইতৰে পাৰ', 'সংগ্ৰাম লগ্নে আজি', 'বহ্নিমান ব্ৰহ্মপুত্ৰ', 'গীতাৱলী', 'সুন্দৰৰ ন দিগন্ত', 'সময়ৰ পখী ঘোঁৰাত উঠি', 'সুন্দৰৰ সৰু-বৰ আলিয়েদি', 'ব'হাগ মাথো এটি ঋতু নহয়', 'মই এটি যাযাবৰ', 'কৃষ্টিৰ পথাৰে পথাৰে', 'দিহিঙে দিপাঙে' ইত্যাদি।



# ম

**মঙ্গলচণ্ডী ব্ৰহ্ম (জন্ম ঃ ১৯২১, মৃত্যু ঃ ২২ ডিচেম্বৰ, ২০০৬ খ্ৰী.)**

প্ৰয়াত মঙ্গলচণ্ডী ব্ৰহ্মাৰ জন্মস্থান গোৱালপাৰা জিলাৰ কাজলগাঁও। বৰ্তমানৰ ঠিকনা ঃ ওদালগুৰি জিলাৰ নিজ হৰিশিঙাৰ বাসিন্দা। স্নাতক আৰু বি. টি. ডিগ্ৰী লাভ কৰা ব্ৰহ্মাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'জয়তু জননী অসম' (১৯৮০), 'ৰক্তিম স্বাক্ষৰ' (২০০১), 'শ্ৰী গুৰুশংকৰ লীলা' (১৯৯৭), 'সাহিত্য কৃতি আৰু সামাজিক দায়িত্ব' (১৯৮৬, সম্পাদনা)।

**মফিদা আহমেদ (জন্ম ঃ ১৯২১ খ্ৰী.)**

মফিদা আহমেদৰ জন্মস্থান যোৰহাট। আহমেদৰ প্ৰকাশিত পুথিকেইখন হ'ল—'বিশ্বদীপ বাপুজী', 'ভাৰতৰ নেহৰু' আৰু 'মেহতাৰ ইছলাম আৰু নুৰহাছনা'।

**মহিম বৰা (জন্ম ঃ ১৯২৬ খ্ৰী.)**

দৰং জিলাৰ ঘোপসাধাৰু চাহ বাগিচাত জন্মগ্ৰহণ কৰা প্ৰসিদ্ধ সাহিত্যিক মহিম বৰাদেৱে অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰি শিক্ষকতাৰে কৰ্ম জীৱন আৰম্ভ কৰে। যোৰহাট জগন্নাথ বৰুৱা মহাবিদ্যালয়ত কিছু বছৰ অধ্যাপনা কৰি ১৯৫৪ চনত নগাঁও মহাবিদ্যালয়ৰ অসমীয়া অধ্যাপক হিচাপে যোগদান কৰে। আবাহন জগততে ঘাইকৈ গল্প সাহিত্যৰে সাহিত্যিক জীৱনৰ পাতনি তৰা বৰাদেৱে সাহিত্যৰ আটাইকেইটা দিশতেই অৰিহনা যোগায়। তেখেতৰ সাহিত্যকৰ্মসমূহ হ'ল—গল্পপুথি ঃ 'কাঠনিবাৰীৰ ঘাট' (১৯৬১), 'দেহা গৰকা প্ৰেম' (১৯৬৭), 'মই পিপলি আৰু পূজা' (১৯৬৭), 'বহুভূজী ত্ৰিভূজ' (১৯৬৭), 'এখন নদীৰ মৃত্যু' (১৯৭২), 'ৰাতি ফুলা ফুল' (১৯৭৭), 'বৰযাত্ৰী' (১৯৮০), 'মোৰ প্ৰিয় গল্প' (১৯৮৭)।

উপন্যাস ঃ 'হেৰুৱা দিগন্তৰ মায়া' (১৯৭২), 'পুতলাঘৰ' (১৯৭৩)। প্ৰবন্ধ সংকলন ঃ চিন্তা-বিচিত্ৰা' (১৯৭৫) আৰু 'সাহিত্য বিচিত্ৰা' (১৮৮০)।

কবিতা পুথি ঃ 'ৰঙা জিঁয়া' (১৯৭৮)। অন্যান্য ৰচনা ঃ 'ৰাজা ৰামমোহন ৰায়' (জীৱনী অনুবাদ, ১৯৭৪), 'বত্ৰিশ পুতলাৰ সাধু' (১৯৭৬), 'শংকৰদেৱৰ নাট' (সম্পাদনা, ১৯৮৯), 'পাখি লগা দিন' (শৈশৱৰ সোঁৱৰণী, ১৯৮৯), 'মোমাইৰ পদুলিত বান্ধিলো ঘোঁৰা' (১৯৬৭), 'লাহতী ৰচনা' আৰু 'গল্প সমগ্ৰ' (১৯৯৩)।

সাহিত্যিকজনাই 'ৰাতি ফুলা ফুল' গল্প সংকলনখনৰ বাবে ১৯৮০ চনত অসম প্ৰকাশন পৰিষদ বঁটা লাভ কৰে। অসম উপত্যকা সাহিত্য বঁটা প্ৰাপক বৰাদেৱ ১৯৮৯ চনৰ অসম সাহিত্য সভাৰ ডুমডুমা অধিৱেশনৰ সভাপতিৰ আসন শুৱনি কৰিছিল।

**মহীৰাম বৰা (জন্ম ঃ ১৪ অক্টোবৰ, ১৯২৪; মৃত্যু ঃ ২ জুলাই, ২০০৩ খ্ৰী.)**

প্ৰয়াত মহীৰাম বৰাৰ জন্মস্থান দৰং জিলাৰ জয়পুৰ। ছিপাঝাৰ বি. জে. হাইস্কুলৰ অৱসৰপ্ৰাপ্ত শিক্ষক প্ৰয়াত বৰাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'অন্তিমত শাস্ত্ৰীজী' (শিশু জীৱনী), 'আব্ৰাহাম লিংকন' (শিশু জীৱনী), 'গাঁওবুঢ়া' (সামাজিক নাট), 'সংস্কাৰ' (সামাজিক নাটক), 'মই এম. এল. এ হম' (সামাজিক নাটক), 'জয়াতীৰ্থ' (উপন্যাস), 'এটি তৰাৰ মৃত্যু' (উপন্যাস), 'মুকুতা' (উপন্যাস), 'এই দেশ মোৰ দেশ' (কবিতা), 'দ্বিগজ' (উপন্যাস), 'অন্বেষণ' (উপন্যাস), 'ৰাণী' (শিশু উপন্যাস), 'বনচম্পা' (শিশু উপন্যাস) আৰু 'প্ৰেমৰ পৰশ' (শিশু উপন্যাস)।

**মহেন্দ্ৰ বৰা (জন্ম ঃ ২২ আগষ্ট, ১৯২৯ খ্ৰী.)**

ইংৰাজী সাহিত্যত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ আৰু পি. এইচ. ডি ডিগ্ৰী লাভ কৰা বৰা গুৱাহাটী কটন মহাবিদ্যালয়ৰ অধ্যাপক, গোৱালপাৰা মহাবিদ্যালয়ৰ অধ্যক্ষ, বিলাসীপাৰা মহাবিদ্যালয়ৰ অধ্যক্ষ, ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ লক্ষ্মীনাথ বেজবৰুৱা অধ্যাপক হিচাপে কাৰ্যনিৰ্বাহ কৰি অৱসৰ গ্ৰহণ কৰে। অসম চৰকাৰ (১৯৯৪) শ্ৰীমন্ত শংকৰদেৱ বঁটা লাভ কৰা মহেন্দ্ৰ বৰাৰ প্ৰকাশিত পুথিসমূহ হ'ল— কাব্য গ্ৰন্থ ঃ 'জাতিস্মৰ' (১৯৬১), 'এই নদীয়েদি' (১৯৭০), 'ৰূপৰ টিলিঙাৰ মাত' (১৯৮১), 'আলি দোমোজাত ক্ৰুছৰ পৰা' (১৯৮৭), 'নীলা ধুতুৰাৰ ফুল' (১৯৮৭)। তত্ত্বমূলক আৰু সমালোচনামূলক গ্ৰন্থ ঃ 'অসমীয়া কবিতাৰ ছন্দ' (১৯৬১), 'ৰমন্যাসবাদ' (১৯৭৬), 'সাহিত্য উপক্ৰমণিকা' (১৯৮৬), 'ফুল তৰা গান' (১৯৮৭), 'সাহিত্য আৰু সাহিত্য' (১৯৮৮), 'অসমীয়া ছন্দৰ শিল্পতত্ত্ব' আৰু 'গৱেষণা প্ৰণালীতত্ত্ব' (১৯৯২)। অনূদিত গ্ৰন্থ ঃ 'গালিভাৰ' (১৯৫২), 'ডনকুইক্‌চোট' (১৯৫৩), 'ফেডাৰেলিষ্ট পেপাৰ' (১৯৫৭), 'ৰজা' (১৯৫৮), 'বিনোদিনী' (১৯৫৮), 'ইয়েৰ্লিং' (১৯৬৮), 'দেশে দেশে গল্প' (১৯৬৮), 'পিনকিঅ' (১৯৭০), 'নীল সাগৰৰ সাধু' (১৯৭৫), 'ভূত' (১৯৭৫), 'গীতা' (১৯৮৬), 'পিটাৰপেন' (১৯৮৭), 'মহাভাৰত প্ৰথম আৰু দ্বিতীয় খণ্ড' (১৯৮৯-৯০) আৰু 'আফকে'জ টেন' (১৯৯২)। আত্মজীৱনী ঃ 'উপলা নদীৰ দৰে' (১৯০০)। অন্যান্য গ্ৰন্থ ঃ 'নতুন কবিতা' (১৯৫৬), 'আনন্দ চন্দ্ৰ আগৰৱালাৰ ৰচনাৱলীৰ কবিতা অংশ' (১৯৭৪), 'দুৰ্গেশ্বৰ শৰ্মা ৰচনাৱলী' (১৯৭৭), 'সাহিত্য কাকলি' (পাঠ্যপুথি, ১৯৭০), 'সাহিত্য জেউতি' (১৯৭০, পাঠ্যপুথি), 'ৰাজনীতি বিজ্ঞানৰ ভূমিকা' (১৯৭২)।



**মহেন্দ্ৰনাথ ভট্টাচাৰ্য (জন্ম ঃ ১৯২৮ খ্ৰী.)**

মহেন্দ্ৰনাথ ভট্টাচাৰ্যৰ প্ৰকাশিত পুথিকেইখন হ'ল—'জীৱনৰ ৰং', 'এটি নক্সা', 'জিল্‌মিল', 'সুৱাগমণি', 'সাতৰঙৰ পৰশ আৰু বাণিজ্যিক পুথি' আৰু 'বিক্ৰীদাৰী সংকেত'।

**মহেন্দ্ৰনাথ শৰ্মা (জন্ম ঃ ১৭ জুন, ১৯২৯ খ্ৰী.)**

মহেন্দ্ৰনাথ শৰ্মাৰ জন্মস্থান দৰং জিলাৰ ব্যাসপাৰা। স্নাতক ডিগ্ৰী লাভ কৰা শৰ্মাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'গতি' (চুটিগল্প), আৰু 'বুঢ়াৰ বিয়া' (একাংকিকা নাট)।

**মাণিকী শইকীয়া (জন্ম ঃ ৩০ নৱেম্বৰ ১৯২৯ খ্ৰী.)**

প্ৰয়াত মাণিকী শইকীয়াৰ জন্মস্থান যোৰহাট জিলাৰ ন-আলি। অৱসৰপ্ৰাপ্ত শিক্ষক প্ৰয়াত শইকীয়াৰ প্ৰকাশিত পুথি দুখন হ'ল—'ফঁকৰা-

যোজনা' (২০০৬) আৰু 'অসমৰ সহজলভ্য বনৌষধ' (২০০৭)।

**মাণিকী বৰদলৈ (জন্ম ঃ ১৯২৪ খ্ৰী.)**

নগাঁও জিলাৰ আমোলাপট্টি জন্ম লাভ কৰা মাণিকী ববদলৈ শোণিতপুৰ জিলাৰ বিন্দুকুৰি উচ্চ ইংৰাজী বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। বিভিন্ন অনুষ্ঠানৰ সৈতে জড়িত লেখিকা বৰদলৈৰ প্ৰকাশিত পুথিকেইখন হ'ল—'বিয়ানাম', 'আকাশী' আৰু 'অন্তৰাগ'।

**মালতী ফুকন (জন্ম ঃ ১৯২৮ খ্ৰী.)**

ধেমাজি ভেহজৰাত জন্মগ্ৰহণ কৰা মালতী ফুকন স্নাতকোত্তৰ ডিগ্ৰীধাৰী। শিক্ষকতাৰে কৰ্মজীৱনৰ পাতনি মেলি বিভিন্ন সামাজিক কামত আত্মনিয়োগ কৰা মালতী ফুকনৰ প্ৰকাশিত পুথিকেইখন হ'ল—'আয়তীৰ উৰুলি' (বিয়ানাম, ২০০১) আৰু 'হৰিনামৰ হৰ্ষধ্বনি' (১৯৯৮)।

**মালৱিকা গোস্বামী (জন্ম ঃ ১৯২৪, মৃত্যু ঃ ১৯৭৭ খ্ৰী.)**

যোৰহাট জিলাত জন্ম লাভ কৰা মালৱিকা গোস্বামী এগৰাকী অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। লেখিকা গোস্বামীৰ প্ৰকাশিত পুথি দুখন হ'ল—'আদি কবি' (অংকীয়া নাট) আৰু 'চম্পাৱতী' (নাটক)।

**মিনতি ৰাজখোৱা (জন্ম ঃ ১৩ জানুৱাৰী, ১৯২৫ খ্ৰী.)**

মিনতি ৰাজখোৱাৰ জন্মস্থান কৰিমগঞ্জ। পিতৃৰ নাম গুৰুপ্ৰসাদ বৰুৱা আৰু মাতৃ পদ্মৰেখা বৰুৱা। শিক্ষা বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। ১৯৪২ খ্ৰী.ত ৰাজখোৱাই 'বংগীয় সাহিত্য মণ্ডলৰ'ৰ দ্বাৰা পৰিচালিত এটি পৰীক্ষাত 'সাহিত্য সৰস্বতী' উপাধি লাভ কৰিছিল। বিভিন্ন সংগঠন তথা অনুষ্ঠানৰ লগত জড়িত ৰাজখোৱাৰ প্ৰবন্ধ-পাতি, আলোচনী, কাকত আদিত প্ৰকাশ পাই আহিছে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'অকণিৰ এগুৱাৰছন্দ', 'জেইন আয়াৰ' (১৯৬৩) আৰু 'নাৰী সংগঠন' (১৯৮০)।



**মিনাৰাম কলিতা (জন্ম ঃ ১ মাৰ্চ, ১৯২৮ খ্ৰী.)**

মিনাৰাম কলিতাৰ জন্মস্থান যোৰহাট জিলাৰ বাহনা, বৰুৱাবাৰী গাঁও। ১৯৮১ খ্ৰীষ্টাব্দত কৃতী শিক্ষকৰ ৰাজ্যিক বঁটা লাভ কৰা কলিতা যোৰহাট জিলা পুথিভঁৰাল সংঘ, মইনা পাৰিজাত, যোৰহাট জিলা কবি সন্মিলন আদিত বিষয় বাব লোৱাৰ লগতে বাহনা সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আছিল। কলিতা চাৰিগাঁও কবি সন্মিলনৰ প্ৰাক্তন সভাপতিৰ লগতে ১৯৯৯-২০০০ বৰ্ষত যোৰহাট জিলা সাহিত্য সভাৰ সভাপতি আছিল। তেখেতৰ প্ৰকাশিত পুথিকেইখন হ'ল—'জয়তু জননী অসম' (১৯৮০), 'ৰক্তিম স্বাক্ষৰ' (২০০১), 'শ্ৰী গুৰু শংকৰ লীলা' (মঞ্চলেখা, ১৯৯৭) আৰু 'শ্ৰী গুৰু শংকৰ-মাধৱৰ ভক্তিমালা' (২০০৪)।

**মুক্তানন্দ শৰ্মা (জন্ম ঃ ১৯২৮ খ্ৰী.)**

মুক্তানন্দ শৰ্মাৰ জন্মস্থান বৰপেটা জিলাৰ গোমূৰা। শৰ্মাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'বনফুল' (অনুবাদ), 'পিকিঙৰ চিঠি' (অনুবাদ) আৰু 'ভক্ত কোন'।

**মেদিনী চৌধুৰী (জন্ম ঃ ১৯২৯ খ্ৰী.)**

কামৰূপ জিলাৰ গোৰেশ্বৰ থানাৰ ৰামচা গাঁৱত মেদিনী চৌধুৰীৰ জন্ম হয়। কটন কলেজৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰা প্ৰয়াত মেদিনী চৌধুৰী শ্বিলঙত অৱস্থিত অসম সচিবালয়ৰ অৱসৰপ্ৰাপ্ত প্ৰশাসনীয় বিষয়া। তেখেতৰ প্ৰকাশিত পুথিসমূহ হ'ল—উপন্যাস ঃ 'অনন্য প্ৰান্তৰ' (১৯৭২, জীৱনীমূলক উপন্যাস), 'ফেৰেংগাদাও' (উপন্যাস), 'তাত নদী নাছিল' (১৯৭৭ অসম প্ৰকাশন বঁটাপ্ৰাপ্ত), 'বিপন্ন সময়' (১৯৯৬, অসম প্ৰকাশন পৰিষদৰ বঁটা প্ৰাপ্ত), 'অৰণ্য আদিম' (১৯৭৮), 'যাদুঘৰৰ কীৰ্তিমুখ' (১৯৮৭), 'খোলাকটিৰ তাল' (১৯৮৯), 'ফাগুণত আজাৰৰ ফুল' (১৯৯৩), 'সপোন সপোন লাগে' (১৯৯৮) আৰু 'বণ্ডুকা বেহাৰ' (জীৱনী, ১৯৭৬)। বুৰঞ্জীমূলক পুথি—'লুইত বৰাক আৰু ইছলাম' (১৯৮২) আৰু 'চীনৰ ছাত্ৰ আন্দোলন' (১৯৯০)। ভ্ৰমণ কাহিনী ঃ 'য়াংজু নদীৰ পাৰ' আদি।

**মোহন সোণোৱাল (জন্ম ঃ ১৯৫০ খ্রী.)**

মোহন সোণোৱালৰ জন্মস্থান ডিব্ৰুগড় জিলাৰ টেঙাখাত। অসমীয়া বিষয়ৰ স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা সোণোৱাল টেঙাখাত উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেখেতৰ প্ৰকাশিত পুথিসমূহ হ'ল—'কাব্য সংকলন—'কবিতাকুঞ্জ', 'শিক্ষা সমীক্ষাৰ এটি দুটি তৰাফুল আৰু অন্যান্য' (প্ৰবন্ধ পুথি), 'সাহিত্য সংস্কৃতিৰ চমু আভাস' (প্ৰবন্ধ পুথি), 'উত্তৰণ' (সম্পাদনা), 'অভিজ্ঞান' (সম্পাদনা), 'সমাহাৰ' (সম্পাদনা) আদি।



# য

**যতীন্দ্ৰনাথ গোস্বামী (জন্ম ঃ ১৭ নৱেম্বৰ, ১৯২৫ খ্রী.)**

যতীন গোস্বামীৰ জন্মস্থান বৰপেটা জিলাৰ পাটাছাৰকুছি। বৰ্তমান গুৱাহাটীৰ কন্বাচল ৰোড নিবাসী। সাংবাদিকৰূপে কৰ্মজীৱন আৰম্ভ কৰি চৰকাৰী চাকৰি কৰিছিল। পৰৱৰ্তী সময়ত চৰকাৰী চাকৰি ত্যাগ কৰি অসম আন্দোলনত যোগদান কৰে। অসমীয়া লিপি আৰু ইয়াৰ বিকাশ সম্পৰ্কীয় বিষয়ত অবিৰতভাৱে গৱেষণাৰত যতীন গোস্বামীদেৱৰ প্ৰকাশিত পুথিসমূহ হ'ল—'টৌ যেতিয়া আহে', 'মাটিৰ বুকুত', 'অটব্য জটায়ু', 'অব্যয় অব্যক্ত', 'দীৰ্গনাসা নগৰীয়া', 'ধূলিহে ধূলি', 'কাঞ্চনমতী', 'বান্দৰ'। ভ্ৰমণ কাহিনী ঃ 'ৰগমতী দেখিছোঁ'। শিশু সাহিত্য ঃ পিং পিং পৰুৱাৰ গাড়ী মটৰ', 'জিক কলি জি কলি', 'পৃথিৱী আৰু মানুহৰ আদি কথা', 'যখিনী বুঢ়ী নাতিনী খায়'। কবিতা ঃ 'কল্পনাৰ ছবি', 'মৃত্যুৰ সৈতে বুজাপৰা'। নাটক ঃ 'শকুন্তলা', 'শেষ বিচাৰ', 'কাৰেঙৰ সাপ'। জীৱনী ঃ 'আমাৰ নন্দ তালুকদাৰ', 'অসম কেশৰী অম্বিকাগিৰী'। তত্ত্বমূলক পুথি ঃ 'অসমীয়া ভাষা-সাহিত্যৰ ইতিহাস', 'অসমীয়া ভাষা আৰু সাহিত্যৰ সমীক্ষাত্মক ইতিহাস', 'অসমীয়া লিপিৰ ইতিহাস', 'অসমীয়া লিপিৰ উৎস' আৰু 'বিকাশ', 'কলা ভাস্কৰ্যৰ ৰূপ', 'বিমগ্ন লগন', 'কামৰূপী বৈষ্ণৱ দৰ্শন'। অনূদিত গ্ৰন্থ ঃ 'বুঢ়া আৰু সাগৰ', 'বাণভট্টৰ হৰ্ষ চৰিত', 'মৌঁপাচাৰ গল্প' ইত্যাদি। সম্পাদিত গ্ৰন্থ ঃ 'সেই ৰণাংগণ', 'মহাদুষ্ট', 'অমৰ সাধু', 'লোক সাধু সংগ্ৰহ', 'ভাষা-বিজ্ঞান' ইত্যাদি।

যতীন গোস্বামীদেৱে একাধিক সাহিত্য-সাংস্কৃতিক অনুষ্ঠানৰ সৈতে জড়িত। অসম সাহিত্য সভাৰ সদস্য যতীন গোস্বামীদেৱে ১৯৫৬ খ্রী.ত গুৱাহাটী সাহিত্য সভা গঠন কৰিছিল তথা উক্ত অনুষ্ঠানৰ প্ৰতিষ্ঠাপক সম্পাদক আছিল। অসম সাহিত্য সভাৰ তিনিটা কাৰ্যকালৰ বাবে তেখেত পত্ৰিকা সম্পাদক আছিল। তদুপৰি দুটা কাৰ্যকালৰ বাবে তেওঁ অসম সাহিত্য সভাৰ উপ-সভাপতিৰ পদ অলংকৃত কৰিছিল। ইয়াৰ উপৰিও

তেওঁ আন আন অনুষ্ঠানৰ সৈতে ওতঃপ্ৰোতভাৱে জড়িত। তেওঁ 'কামৰূপ ৰত্ন' সন্মানেৰে সন্মানিত।

**যামিনী কুমাৰ বৰুৱা (জন্ম ঃ ২৭ ডিচেম্বৰ, ১৯২০ খ্ৰী.)**

যামিনী কুমাৰ বৰুৱাৰ জন্মস্থান কোকৰাঝাৰ জিলাৰ ফকিৰাগ্ৰামৰ ময়নাৰতল। স্নাতক আৰু বি. টি. ডিগ্ৰী লাভ কৰা বৰুৱা অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হৈছে—'সৰল গীতা' (কাব্য, ১৯৬৩), 'দেশপ্ৰেমৰ কবিতা' (কবিতা পুথি, ১৯৮১), 'বীৰ চিলাৰায় কাব্য' (কবিতা, ১৯৯৩), 'নতুন যুগৰ পুৰণি মানুহ' (উপন্যাস, ১৯৯৩), 'ৰাইজৰ বাবে কবিতা' (কবিতা, ২০০৭) আৰু 'তৃতীয় প্ৰজন্ম' (উপন্যাস, ২০০৭)। যামিনী কুমাৰ বৰুৱাই অসম চৰকাৰৰ সাহিত্যিক পেন্সনো লাভ কৰে।

**যোগেন্দ্ৰ চন্দ্ৰ কুৰ্মী (জন্ম ঃ ১৯৩০ খ্ৰী.)**

প্ৰয়াত যোগেন্দ্ৰচন্দ্ৰ কুৰ্মীৰ জন্মস্থান গোৱালপাৰা জিলাৰ মৰনৈ। অৱসৰপ্ৰাপ্ত শিক্ষক কুৰ্মীৰ প্ৰকাশিত একমাত্ৰ কবিতাপুথিখন হ'ল—'যুগল প্ৰতিমা'।

**যোগেশ দাস (জন্ম ঃ ১৯২৭ খ্ৰী.)**

প্ৰয়াত যোগেশ দাসৰ জন্মস্থান হাঁহচৰা চাহ বাগিচা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিভাগৰ স্নাতকোত্তৰ ডিগ্ৰীধাৰী প্ৰয়াত যোগেশ দাসদেৱ গুৱাহাটী বি. বৰুৱা মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেখেতৰ প্ৰকাশিত পুথিসমূহ হ'ল—গল্প পুথি ঃ 'পপীয়া' (১৯৫৬), 'আন্ধাৰৰ আঁৰে আঁৰে' (১৯৫৮), 'ত্ৰিবেণী' (১৯৬১), 'মদাৰৰ বেদনা' (১৯৬৩), 'হাজাৰ লোকৰ ভিৰ' (১৯৬৫), 'পৃথিৱীৰ অসুখ' (১৯৭৯)। উপন্যাস ঃ 'সঁহাৰি' (১৯৫৩), 'জোনাকীৰ জুই' (১৯৫৯), 'নিৰুপায় নিৰুপায়' (১৯৬৩), 'এমুঠি ধূলি' (১৯৬৫), 'হেমাৰ ফুল' (১৯৬৭), 'উৎকণ্ঠ উপকণ্ঠ' (১৯৬৭), 'ছাঁ জুই খেদি' (১৯৬৯), 'নেদেখা জুইৰ ধোঁৱা' (১৯৭২), 'অবৈধ' (১৯৭২), 'নৰেশ, মালতি আৰু' (১৯৭৭), 'ৰজনী বিদুৰ' (১৯৮১), 'একাবেঁকা' (১৯৯২), 'এজন খঙাল মানুহ' (১৯৮৯), 'এনাজৰী' (১৯৮৭), 'পোহৰ বিচাৰি' (১৯৯২), 'পোহৰৰ ফালে' (১৯৬৮), 'সোঁতৰ বিপৰীতে' (১৯৯২), 'ডাৱৰ আৰু নাই' (১৯৫০)। সম্পাদনা পুথি ঃ 'গল্পৰ কুকি' (১৯৬০), 'প্ৰমথেশ বৰুৱা স্মৃতিগ্ৰন্থ' (১৯৬৮), 'হেম বৰুৱা' (সাহিত্য সভাৰ সংকলন, ১৯৭৯), 'সমকালীন গল্প' (১৯৮০)। অনূদিত গ্ৰন্থ ঃ 'আমাৰ কবি' (১৯৬১), 'ব্ৰাহ্মণ কন্যা' (১৯৭৫), 'ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ' (১৯৭৮), 'বনে বনে' (১৯৭৬), 'আৰু বনে বনে' (১৯৮৫) আদি।

প্ৰয়াত দাসদেৱ সীতানাথ ব্ৰহ্মচৌধুৰী বঁটা (১৯৭৮) আৰু অসম উপত্যকা সাহিত্য বঁটাৰে (১৯৯৪) সন্মানিত। তেওঁ অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আছিল।

# ৰ

**ৰজনীকান্ত শইকীয়া (জন্ম ঃ ৯ ডিচেম্বৰ, ১৯২৫, মৃত্যু ঃ ২০০২ খ্ৰী.)**

প্ৰয়াত ৰজনীকান্ত শইকীয়াৰ জন্মস্থান দৰং জিলাৰ মঙলদৈ ১নং বঙলাগড় বেজপাৰা গাঁও। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হৈছে— 'কুসুম কলি'।

**ডাঃ ৰজনীকান্ত শৰ্মা (জন্ম ঃ ৫ অক্টোবৰ, ১৯২৯ খ্ৰী.)**

প্ৰয়াত ডাঃ ৰজনীকান্ত শৰ্মাৰ জন্মস্থান দৰং জিলাৰ হাজৰিকাপাৰ। অৱসৰপ্ৰাপ্ত শিক্ষক ডাঃ শৰ্মাৰ প্ৰকাশিত পুথিসমূহ হ'ল— কবিতা পুথি ঃ 'দুকুৰি নিশাৰ সপোন' (১৯৭৩), 'ছহিদ স্মৃতি' (১৯৯০) আৰু 'সপোন সুৰভি' (১৯৯১)। নাটক ঃ 'দস্যু' (১৯৭৩, অনুবাদ)। জীৱনী ঃ 'পিতৃ তৰ্পণ' (১৯৮০) আৰু 'মাতৃ পূজাৰ বলি' (১৯৮৩)।

**ৰজনীকান্ত শৰ্মা শাস্ত্ৰী (জন্ম ঃ ১৯২৫ খ্ৰী.)**

ৰজনীকান্ত শৰ্মা শাস্ত্ৰীৰ জন্মস্থান নলবাৰী জিলাৰ কমাৰকুছি অঞ্চলৰ থিং গাঁও। ৰাষ্ট্ৰীয় পৰ্যায়ৰ কৃতী শিক্ষকৰ বঁটা প্ৰাপক শৰ্মা অৱসৰপ্ৰাপ্ত সংস্কৃত শিক্ষক। ৰজনীকান্ত শৰ্মা শাস্ত্ৰীৰ প্ৰকাশিত পুথিবোৰ হ'ল— 'স্মৃতিৰ পৰশ' (কবিতাপুথি, ১৯৫৯), 'পৰ্বত জোৰাৰত মহামায়া' (১৯৯৫), 'এগচি বন্তিৰ এধানি পোহৰ' (১৯৬২), 'সাহিত্য কুসুমাঞ্জলি', 'বটুক ভৈৰৱ স্তৱ পূজা পদ্ধতি' (১৯৮৭, সম্পাদনা, সংস্কৃত পুথি), 'তুলসীদান বিধি' (সম্পাদনা, সংস্কৃত পুথি, ১৯৮৯), 'সন্ধ্যাবিধি' (সম্পাদনা, সংস্কৃত পুথি), 'মহাৰাষ্ট্ৰ জীৱন প্ৰভাত' (অনুবাদ উপন্যাস, ১৯৬৪), 'স্বৰ্ণলতা' (উপন্যাস, ১৯৬৫), 'ইন্দিৰা আৰু যুগলাংগুৰীয়া' (উপন্যাস, ১৯৬৫), 'ৰাধাৰাণী' (উপন্যাস, ১৯৬৫), 'শ্ৰীকৃষ্ণ লীলামৃত' (অনুবাদ, ১৯৬১) আৰু 'শ্ৰীমদ্ভাগৱত গীতা' (১৯৭৯)।



**ৰণকান্ত ডেকা (জন্ম ঃ ১৯২৬ খ্ৰী.)**

ৰণকান্ত ডেকাৰ জন্মস্থান দৰং জিলাৰ মঙলদৈ শান্তিপুৰ। তেওঁৰ প্ৰকাশিত পুথিখন হ'ল—'বুনিয়াদী শিক্ষাৰ পত্ৰিকা'।

**ৰমেশচন্দ্ৰ কলিতা (জন্ম ঃ ২৯ আগষ্ট, ১৯৩০ খ্ৰী.)**

কামৰূপ জিলাৰ শুৱালকুছি সাধুতোলাত জন্ম লাভ কৰা প্ৰয়াত ৰমেশচন্দ্ৰ কলিতাই স্নাতক ডিগ্ৰী লাভ কৰি গুৱাহাটী পৌৰ সভাৰ পৰা প্ৰশাসন বিষয়ক ডিপ্লোমা লাভ কৰে। পৌৰ নিগমৰ অৱসৰপ্ৰাপ্ত উপায়ুক্ত কলিতাদেৱে অসম চৰকাৰৰ সাহিত্যিক পেঞ্চন লাভ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'অমৰ জীৱন' (নাটক, ১৯৭০), 'মৰমে মৰমে' (বিহুগীতমূলক নাটিকা, ১৯৭৪),'বুৰঞ্জীৰ বিচিত্ৰ কাহিনী' (১৯৮৯), 'ৰজা নৰনাৰায়ণ' (১৯৮১), 'মহাপুৰুষ শংকৰদেৱৰ মধুৰ গল্প কথা' (১৯৮৬), 'বীৰ চূড়ামণি লাচিত বৰফুকন' (২০০২), 'বীৰ চিলাৰায়'(২০০৮), 'জীৱন আৰু লালসা' (বুৰঞ্জীমূলক উপন্যাস, ১৯৮২), 'অভিশপ্ত সিংহাসন' (১৯৭৮), 'দেৱদাসীৰ প্ৰেম' (১৯৯০), আলাবৈৰ ৰণ ঃ শ্বহীদ হ'ল দহ হাজাৰ অসমীয়া বীৰ' (২০০৮), 'শুৱালকুছিৰ বুৰঞ্জী' (১৯৭৯)। সম্পাদিত পুথি ঃ 'কামৰূপা' (কামৰূপ জিলা সাহিত্য সভাৰ প্ৰথম মুখপত্ৰ), 'পৌৰ বিচিত্ৰা' (গুৱাহাটী পৌৰ নিগমৰ মুখপত্ৰ), 'শুৱালকুছিৰ জ্যোতি' (অসম সাহিত্য সভাৰ শুৱালকুছি অধিৱেশনৰ স্মৃতিগ্ৰন্থ), 'কামৰূপ ৰত্নমালা' (তৃতীয় খণ্ড)।

**ৰবীন গোস্বামী (জন্ম ঃ ১৩ জুন, ১৯২৬ খ্ৰী.)**

ৰবীন গোস্বামীৰ জন্মস্থান গোৱালপাৰা জিলাৰ গৌৰীপুৰ। বৰ্তমান গোস্বামী কাৰ্বি আংলং জিলাৰ ডিফুৰ বাসিন্দা। অৱসৰপ্ৰাপ্ত আৰক্ষী বিষয়া গোস্বামীৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'অনন্য যাত্ৰাৰ জীৱন্ত কাহিনী' (২০০৪, ৩য় সংস্কৰণ)।

**ৰবীন দে (ৰংমন) (জন্ম ঃ ২২ মাৰ্চ, ১৯২২, মৃত্যু ঃ ২২ জুলাই, ১৯৮০ খ্ৰী.)**

ৰংমন ছদ্মনামেৰে অসমীয়া ভাষাৰ জনপ্ৰিয় ৰহস্য উপন্যাস ভাস্কৰ

চিৰিজৰ লেখক ৰবীন দেৱ জন্মস্থান পূৰ্ববংগ (বাংলাদেশ)। পিছলৈ ৰবীন দেদেৱে অসমৰ নাজিৰাত বাস কৰে। পৰাশৰ ছদ্মনামতো ৰবীন দেদেৱে ধাৰাবাহিক উপন্যাস প্ৰকাশ কৰিছিল। দস্যু ভাস্কৰৰ আৱিৰ্ভাৱ আৰু গুহা মানৱ ভাস্কৰ, দস্যু ভাস্কৰ চিৰিজত দস্যু ভাস্কৰৰ আৱিৰ্ভাৱ, বন্ধু ভাস্কৰ, যাদুকৰ ভাস্কৰ আদিকে ধৰি ৰবীনদেৱে মুঠতে ৬২ খন গ্ৰন্থ প্ৰকাশ কৰি উলিয়ায়। ৰবীন দেই নাজিৰাত থকা কালত স্বাধীনতা আন্দোলনত যোগ দিয়াৰ উপৰি বিভিন্ন ৰাজহুৱা অনুষ্ঠানৰ লগত ওতঃপ্ৰোতভাৱে জড়িত আছিল।

**ৰাজেন পাম (জন্ম ঃ ১৯২৮, মৃত্যু ঃ ১৯৯৮ খ্ৰী.)**

ৰাজেন পামৰ জন্মস্থান গোৱালপাৰা জিলাৰ ছোটমাটিয়া গাঁও। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ৰেঙনি' (১৯৯২), 'মৰহা ফুল' (১৯৯২), 'কুকুৰ আৰু লাখুটি' (১৯৯৩), 'দাইদি' (উপন্যাস, ১৯৯০), 'জানং-জিনং' (১৯৯০, উপন্যাস), 'নদীৰ নাম দুধনৈ' উপন্যাস)। সংস্কৃতি সম্পৰ্কীয় গ্ৰন্থ ঃ 'কাড়া নলৰ মৌ সৰা সুৰ' (১৯৬০)।

**ৰাজেন্দ্ৰ কলিতা (জন্ম ঃ ৬ আগষ্ট, ১৯২৭ খ্ৰী.)**

ৰাজেন্দ্ৰ কলিতাৰ জন্মস্থান নলবাৰী জিলা। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'শুভ লক্ষ্মী' (জীৱনী, ১৯১৯), 'সোণীয়া গান্ধী' (জীৱনী, ১৯৯৯), 'গাড়োৱালৰ পথে পথে' (ভ্ৰমণ কাহিনী, ১৯৯৯), 'কাৰগিল' (প্ৰবন্ধ পুথি, ২০০১), 'কাৰগিলৰ নেপথ্য কাহিনী' (প্ৰবন্ধ পুথি, ২০০২), 'জ্ঞানী লোকৰ অমৃত কথা' (২০০২), 'সানমিহলি কুইজ' (২০০২), 'বিদুৰ' (জীৱনী, ২০০৪), 'টেমছ নদীৰ পাৰে পাৰে' (ভ্ৰমণ কাহিনী, ২০০৫) আৰু 'লুইতৰ পৰা টেমছলৈ' (ভ্ৰমণ কাহিনী, ২০০২)।

**ৰাজেন্দ্ৰনাথ ৰাভা (জন্ম ঃ ১৮ ছেপ্টেম্বৰ, ১৯২০, মৃত্যু ঃ ৬ জুন, ১৯৯৯ খ্ৰী.)**

প্ৰয়াত ৰাজেন্দ্ৰনাথ ৰাভাৰ জন্মস্থান গোৱালপাৰা জিলাৰ থেকাচু ১ম খণ্ড। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা ৰাভা অৱসৰপ্ৰাপ্ত শিক্ষক। তেখেতৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ৰাভা জনজাতি' (১৯৭৪), 'ৰাভা সাধু' (১৯৭৭-৯০), 'ৰাভা ব্যাকৰণ' (১ম ভাগ, ১৯৮১), 'ৰাভা শব্দ সম্ভাৰ' (১৯৮২), 'ৰাজেন ৰাভাৰ প্ৰবন্ধ কুঞ্জ' (১৯৮৬), 'গোৱালপৰীয়া সংকীৰ্ত্তনমালা' (সংকলন), 'ঘটোৎকচ বধ' (ভাৱীগানৰ সংকলন, ১৯৯১), 'কিশলয়' (১৯৫৫-৫৭, সম্পাদনা), আৰু 'উদয়ন' (১৯৫৫-৫৬, সম্পাদনা)। কৃতি শিক্ষকৰ ৰাষ্ট্ৰীয় বঁটা লাভ কৰা প্ৰয়াত ৰাভা কমল নাৰায়ণ চৌধুৰী বঁটা (১৯৮৮), ডালিম কুমাৰ মেধি বঁটাৰেও সন্মানিত (১৯৯৯)।



**ৰামনাথ গগৈ (জন্ম ঃ ১৯২০ খ্ৰী.)**

ৰামনাথ গগৈৰ জন্মস্থান শিৱসাগৰ জিলাৰ বগীদ'ল, বেজগাঁও। মেট্ৰিক আৰু নৰ্মাল উত্তীৰ্ণ গগৈ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'ওপজা মাটিৰ মৰম' (আত্ম জীৱনী, ২০০৬)।

**ৰুণু বৰুৱা (জন্ম ঃ ৯ জানুৱাৰী, ১৯৩০ খ্ৰী.)**

ৰুণু বৰুৱাৰ জন্মস্থান নগাঁও। অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী বৰুৱাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'নিজান ঘাট' (উপন্যাস), 'জতুগৃহ' (উপন্যাস), 'শকুন্তলাৰ ডায়েৰী' (গল্প), 'শৰ্বৰীৰ স্বপ্ন' (গল্প), 'কিংশুক মালিনী' (উপন্যাসিকা)। ৰুণু বৰুৱা সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ আজীৱন সদস্যা।

**ৰুদ্ৰ বৰুৱা (জন্ম ঃ ২৬ নৱেম্বৰ, ১৯২৬, মৃত্যু ঃ ১৪ ফেব্ৰুৱাৰী, ১৯৮০ খ্ৰী.)**

প্ৰয়াত ৰুদ্ৰ বৰুৱাৰ জন্মস্থান নগাঁও জিলাৰ পুৰণিগুদাম। শ্বিলং চেইণ্ট এন্থনীজ কলেজৰ পৰা স্নাতক (১৯৫১) ডিগ্ৰী লাভ কৰা প্ৰয়াত ৰুদ্ৰ বৰুৱাৰ প্ৰকাশিত গীতৰ পুথিকেইখন হ'ল—'কলংপৰীয়া গীত' (গীতৰ পুথি, ১৯৬৮) আৰু 'ৰুদ্ৰ বৰুৱাৰ গীত' (গীতৰ পুথি, ১৯৮৪)।

**ৰূপকান্ত ডেকা (জন্ম ঃ ১৯২৩ খ্ৰী.)**

দৰং জিলাৰ মঙলদৈ শান্তিপুৰত জন্ম লাভ কৰা প্ৰয়াত ডেকাৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'বুনিয়াদী শিক্ষাৰ পত্ৰিকা'।

**ৰুস্তম আলি (জন্ম ঃ ২৮ ফেব্ৰুৱাৰী, ১৯২৬, মৃত্যু ঃ ১৯৯৮ খ্ৰী.)**

ৰুস্তম আলিৰ জন্মস্থান দৰং জিলাৰ মাটৰ। অৱসৰপ্ৰাপ্ত চৰকাৰী বিষয়া আলিৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মিচৰৰ সাধু' আৰু 'স্বৰ্গ

চ্যুত' (১৯৫১)। ইয়াৰোপৰি লেখক বহুতো গল্প, প্ৰবন্ধ, কবিতাৰ প্ৰণেতা।

**ৰেণু বৰুৱা (জন্ম ঃ ১৯২৫ খ্ৰী.)**

গল্পকাৰ আৰু কবিৰূপে আত্মপ্ৰকাশ কৰা যোৰহাট নিবাসী ৰেণু বৰুৱাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'জীৱন চিত্ৰ' (গল্পপুথি, ১৯৯৩), 'চাকনৈয়া' (গল্পপুথি, ১৯৯৫), 'উন্মেষ' (কবিতা, ১৯৯৬), 'ঐক্যতান' (কবিতাৰ অনুবাদ, ১৯৯৭) আৰু 'ছন্দপতন' (চুটিগল্প, ১৯৯৮)।

**ৰেৱতী দেৱী চহৰীয়া (জন্ম ঃ ১৬ আগষ্ট, ১৯২৩ খ্ৰী.)**

ৰেৱতী দেৱী চহৰীয়াৰ জন্মস্থান ওদালগুৰি জিলাৰ দলংঘাট। বৰ্তমান দৰং জিলাৰ বাসিন্দা দেৱী চহৰীয়া অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'আদৰ্শ কুঁহি ব্যাকৰণ' (১৯৭৮), 'নৈবেদ্য' (কবিতা, ২০০৪) আৰু 'মহাভাৰতৰ সুবাস' (সাধু পুথি)।

**ৰেৱতী মোহন দত্তচৌধুৰী (শীলভদ্ৰ) (জন্ম ঃ ১৯২৪, মৃত্যু ঃ ২৯ ফেব্ৰুৱাৰী, ২০০৮খ্ৰী.)**

ধুবুৰী জিলাৰ গৌৰীপুৰত ড° চৌধুৰীৰ জন্ম হয়। গণিত বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী গ্ৰহণ কৰা দত্তচৌধুৰীয়ে কটন মহাবিদ্যালয়, অসম অভিযান্তিক মহাবিদ্যালয় আৰু গুৱাহাটী বিশ্ববিদ্যালয়ত অধ্যাপনা কৰি অৱসৰ গ্ৰহণ কৰে। ভাৰতীয় ভাষা পৰিষদ, অসম পৰিষদ আৰু সাহিত্য অকডেমী বঁটাৰে সন্মানিত দত্ত চৌধুৰীৰ ৰচনা সম্ভাৰসমূহ হ'ল—

উপন্যাস ঃ 'মধুপুৰ আৰু তৰংগিনী', 'আগমণিৰ ঘাট', 'আঁহতগুৰি', 'অবিচ্ছিন্ন', 'প্ৰাচীৰ', 'গধুলি' আৰু 'অনুসন্ধান'।

গল্প ঃ 'বাস্তৱ', 'কোনো ক্ষোভ নাই', 'সমুদ্ৰতীৰ', 'বীৰ সৈনিক', 'শীলভদ্ৰৰ কুৰিটা গল্প', 'মেজাজ', 'প্ৰতীক্ষা', 'উত্তৰণ', 'বিশ্বাস আৰু অন্যান্য গল্প', 'মধুপুৰ বহুদূৰ', 'চিঠি আৰু অন্যান্য গল্প', 'নিৰ্বাচিত গল্প', 'জীৱনৰ ৰং', 'আপোন মানুহ' আদি।

আত্ম-জীৱনী ঃ 'স্মৃতিচাৰণ', 'মধুপুৰৰ স্মৃতি', 'অতীতৰ খণ্ডিত চিত্ৰ'।

অনুবাদ গ্ৰন্থ ঃ 'ৰিপ্‌ভান উইংকল আৰু কেইটামান গল্প', 'মেটামৰ ফচিচ'।

ইয়াৰোপৰি লেখকৰ কেইবাখনো পুথি হিন্দী আৰু ইংৰাজী ভাষালৈ অনূদিত হৈছে।



# ল

**লখিমী চৌধুৰী (জন্ম ঃ ২৫ অক্টোবৰ. ১৯২৫, মৃত্যু ঃ ১০ এপ্ৰিল, ১৯৯৮ খ্ৰী.)**

প্ৰয়াত লখিমী চৌধুৰীৰ জন্মস্থান ডিব্ৰুগড়। তেওঁৰ পিতৃৰ নাম লক্ষেশ্বৰ বৰুৱা আৰু মাতৃৰ নাম জোনতৰা বৰুৱা। লেখিকা চৌধুৰীৰ প্ৰকাশিত পুথিসমূহ হ'ল—'বাটৰ দুবৰি বন', 'সাত সাগৰ তেৰ নদীৰ সিপাৰে' আৰু 'বিদেশ ভ্ৰমণৰ কাহিনী'। প্ৰকাশিকাৰূপে প্ৰকাশ কৰা গ্ৰন্থখন হ'ল 'খণ্ডবাক্যৰ কোষ ঃ লেখক বেণুধৰ ৰাজখোৱা'।

**ললিতচন্দ্ৰ নাথ (জন্ম ঃ ১১ ফেব্ৰুৱাৰী, ১৯২৩ খ্ৰী.)**

দৰং জিলাৰ সাতঘৰীয়াত জন্ম লাভ কৰা ললিতচন্দ্ৰ নাথ ওজাৰূপে খ্যাতিমান লোক। সংগীতৰ সাধক, ভাৰত চৰকাৰৰ সংগীত নাটক অকাডেমী বঁটা (১৯৮৩) লাভ কৰা প্ৰয়াত নাথে অসম চৰকাৰৰ শিল্পী পেন্সনো (১৯৮৫) লাভ কৰে। নাথৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'সুকনান্নি সংগীতৰ ৰেঙনি' (২০০৮)।

**ললিত চন্দ্ৰ শৰ্মা (জন্ম ঃ ১৯২৫ খ্ৰী.)**

প্ৰয়াত ললিত চন্দ্ৰ শৰ্মাৰ জন্মস্থান দৰং জিলাৰ হাজৰিকাপাৰা। ৰত্নমালা ব্যাকৰণ শাস্ত্ৰী শৰ্মাৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'যজুৰ্বেদীয় সন্ধ্যাবিধি' (১৯৮২)।

**লীনা দেৱী (জন্ম ঃ ১৯২৬ খ্ৰী.)**

স্নাতকোত্তৰ আৰু বি টি. ডিগ্ৰীধাৰী লীনা দেৱী নগাঁও চৰকাৰী উচ্চতৰ মাধ্যমিক বালিকা বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষা। দেৱীৰ প্ৰকাশিত পুথিকেইখন হ'ল—'গাৰ্হস্থ্য বিজ্ঞান আৰু স্বাস্থ্য' (পাঠ্যপুথি), 'গাৰ্হস্থ্য বিজ্ঞান আৰু স্বাস্থ্যনীতি', 'বৃটিছ ভাৰতৰ ইতিহাস', 'ছেইণ্ট এল্‌ম', 'আইতা আৰু নাতিল'ৰা', 'মোৰ দৃষ্টিত পিতৃদেৱ',

'নষ্টাৰদামাচাৰ ভৱিষ্যৎবাণী', 'মহান গুৰু গুৰুগোবিন্দ সিং' আৰু 'সদগুৰু নানক'।

**ড° লীলা গগৈ (জন্ম ঃ ২৫ নৱেম্বৰ, ১৯৩০, মৃত্যু ঃ ২৩ জুলাই, ১৯৯৪ খ্রী.)**

ড° লীলা গগৈৰ জন্মস্থান শিৱসাগৰ জিলা। তেওঁ ১৯৬২ খ্রীষ্টাব্দত প্রাইভেট পৰীক্ষাৰ্থী হিচাপে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰাৰ উপৰিও ১৯৮২ খ্রীষ্টাব্দত অসম বুৰঞ্জী সাহিত্যৰ সমালোচনাত্মক অধ্যয়ন বিষয়ত গৱেষণা কৰি পি. এইচ. ডি উপাধি লাভ কৰে।

সৃষ্টিশীল লেখক, গৱেষক, বুৰঞ্জীবিদ, গীতিকাৰ হিচাপে খ্যাত গগৈদেৱে ১৯৫৬ খ্রীষ্টাব্দত অসমীয়া কাকতৰ উপ-সম্পাদক, ১৯৬৩ খ্রীষ্টাব্দত শিৱসাগৰ কলেজ আৰু ডিব্রুগড় বিশ্ববিদ্যালয়ৰ অধ্যাপক (১৯৬৮-১৯৯০) হিচাপে কাৰ্যনিৰ্বাহ কৰে। অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সঞ্চালক আৰু ডিব্রুগড় বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰস্তুত আৰু সমন্বয় সমিতিৰ সচিবৰ দায়িত্বও গ্ৰহণ কৰে। গগৈদেৱে অসম সাহিত্য সভাৰ ষষ্ঠিতম সন্মিলন (১৯৯১, মৰিগাঁও) অধিৱেশনত সভাপতিত্বও কৰিছিল। ১৯৮৩ খ্রীষ্টাব্দত তেওঁ অসমৰ সংস্কৃতি গ্ৰন্থৰ বাবে সীতানাথ ব্ৰহ্মচৌধুৰী বঁটা লাভ কৰে। তেখেতৰ প্ৰকাশিত পুথিসমূহ হ'ল— উপন্যাস ঃ 'নৈ বৈ যায়' (১৯৮৩)। উপন্যাসিকা ঃ 'সৰগৰ মুকুতা' (১৯৫৭), 'ডকাইত কোন' (১৯৫৭), 'নীলাখামৰ চিঠি' (১৯৬৩)। ইংৰাজী গ্ৰন্থ ঃ 'দা টাই-খামটিছ অব আছাম' (১৯৭১), দা হিষ্টৰি অব দি ছিষ্টেম অব আহোম এডমিনিষ্ট্ৰিচন' (১৯৯১) আদি। সংস্কৃতিমূলক তথা তত্ত্বগধুৰ গ্ৰন্থ—'বুৰঞ্জীয়ে পৰশা নগৰ' (১৯৫৭), 'হেৰুৱা দিনৰ কথা' (১৯৫৭), 'শৰাইঘাটৰ যুদ্ধৰ কথা' (১৯৯৭), 'বেলি মাৰ গ'ল' (১৯৮৩), 'বুৰঞ্জী সাহিত্য' (১৯৮৮), 'বুৰঞ্জীয়ে কথা কয়' (১৯৯১), 'আহোম জাতি আৰু অসমীয়া সংস্কৃতি' (১৯৬১), 'বিহু ঃ এটি সমীক্ষা' (১৯৬৯), 'টাই সংস্কৃতিৰ ৰূপৰেখা' (১৯৭১), 'সাহিত্য-সংস্কৃতিৰ বুৰঞ্জী' (১৯৭২), 'অসমৰ সংস্কৃতি' (১৯৮২), 'অসমীয়া লোকগীত' (১৯৫৭), 'মণিৰাম দেৱানৰ গীত' (১৯৫৭), 'জোনবাই এ এটি তৰা দিয়া' (১৯৫৭),



'অসমীয়া লোক-সাহিত্যৰ ৰূপৰেখা' (১৯৬৮) আদি। ৰম্য ৰচনাৰ পুথি ঃ 'কপলিং ছিগা ৰে'ল' (১৯৫৯), 'বিয়েৰিং চিঠি' (১৯৭৬), 'বৃকোদৰ বৰুৱাৰ বিয়া' (১ম, ২য় খণ্ড, ১৯৭৭), 'বিশেষ কি লিখিম' (১৯৭৮), 'ঘেৰঘেৰী বাছ' (১৯৮১), 'হাঁহি আৰু বাঁহী' (১৯৮৫), 'মুকলি চিঠি' (১৯৮৬), 'খঁৰা শিয়ালৰ বিয়া' (১৯৫৪), 'সোণতৰা' (১৯৫৪), 'পোনাকণৰ সপোন' (১৯৫৫), 'অনুপম কোঁৱৰৰ সাধু' (১৯৫৯), 'লাচিত বৰফুকন' (১৯৬২), 'ৰংমনৰ কথা' (১৯৬৩), 'জয়মতী কুঁৱৰী আৰু মূলা গাভৰু' (১৯৬৩), 'ভাৰতৰ কথা' (১৯৭২)। গীত আৰু গীতি কবিতাৰ পুথি ঃ 'গীতি মালঞ্চ' (১৯৬৪), 'সোণালী' (১৯৭৮), 'জোনাকৰ গীত' (১৯৭৯), 'জিৰি জিৰি সোৱণশিৰী'। প্ৰবন্ধ পুথি ঃ 'সাহিত্য ঃ দুটিমান আলোচনা' (১৯৮৩), 'চিন্তাৰ স্বাক্ষৰ' (১৯৯২)। সম্পাদিত পুথি ঃ 'বংগৰ লোক-সংস্কৃতি' (১৯৮৩, অনুবাদ), 'সীমান্তৰ মাটি আৰু মানুহ' (১৯৬৩) আদি।

**লীলা শইকীয়া (জন্ম ঃ ২৫ নৱেম্বৰ, ১৯২৯ খ্রী.)**

লীলা শইকীয়াৰ জন্মস্থান শোণিতপুৰ জিলাৰ ঢৌকা চাপৰি। স্নাতক ডিগ্ৰীধাৰী শইকীয়া অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'সংগ্ৰামীৰ প্ৰতিশ্ৰুতি' (সামাজিক উপন্যাস, ১৯৮১), 'পৰম্পৰা আৰু বাস্তৱ' (ধৰ্ম সংক্ৰান্তীয়, ১৯৮৪), 'শ্ৰীমন্ত শংকৰ' (ধৰ্মমূলক, ১৯৯০) আৰু 'ৰচনা পাঠ' (১ম, ২য়, ৩য় ভাগ, ১৯৮২)। ১৯৮৮ খ্রীষ্টাব্দত শইকীয়াই কৃতী শিক্ষকৰ ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় বঁটা লাভ কৰে।

**লীলাৱতী ভূঞা (জন্ম ঃ ১৯২৩ খ্রী.)**

প্ৰয়াত লীলাৱতী ভূঞাৰ জন্মস্থান মৰিগাঁও জিলাৰ শুকদল বৰবৰি। তেখেতৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'অসমীয়া সমাজত প্ৰচলিত বিয়ানাম' (লোক সংস্কৃতিৰ পুথি, ২০০৫)।

# শ

**শৰৎচন্দ্ৰ ডেকা (জন্ম ঃ ১৯২৪ খ্ৰী.)**

অৱসৰপ্ৰাপ্ত শিক্ষক শৰৎচন্দ্ৰ ডেকাৰ প্ৰকাশিত পুথিকেইখন হ'ল— 'উপদেশৰ ছলেৰে সাধু', 'পাতিহাঁহৰ সাধু' (অনুবাদ), 'মেডামঞ্জৰী' আৰু 'মেঘদূত'।

**শিৱানন্দ শৰ্মা (জন্ম ঃ ১১ মে', ১৯২৮, মৃত্যু ঃ ২৬ আগষ্ট, ২০১০ খ্ৰী.)**

প্ৰয়াত শিৱানন্দ শৰ্মাৰ জন্মস্থান গোৱালপাৰা জিলাৰ বিলাসীপাৰা পুৰণি বজাৰ। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'পশ্চিম দিগন্তত ধুমুহাৰ ক'লা ডাৱৰ' (১৯৫৯), 'অপচেষ্টা' (১৯৫৫), 'The case of Assam (1961), 'গোৱালপাৰা জিলা সংৰক্ষণ গ্ৰন্থ' (১৯৭১), 'নৃত্যগীত', 'স্বাধীনতা সংগ্ৰামত ধুবুৰী' (১৯৭২), 'ধুবুৰী জিলাৰ স্বাধীনতা যুঁজাৰুসকল' (১৯৭২), 'অসম সাহিত্য সভাৰ ধুবুৰী অধিৱেশনৰ স্মৃতিগ্ৰন্থ' (সম্পাদনা, ১৯৭২), 'অসম পঞ্চায়তীৰাজ আইন' (১৯৭৬, অনুবাদ), 'জাতিৰ ইতিবৃত্ত' (১৯৭৫), 'গোৱালপাৰা জিলাৰ ইতিহাস' (১৯৭৬), 'মহামায়া পাঁচালী' (পয়াৰ ছন্দ, ১৯৮১), 'দক্ষিণ শালমাৰা মানকাচাৰ মহকুমা' (পুস্তিকা, ১৯৮৩), 'অসমৰ দুৰ্দশাগ্ৰস্ত সত্ৰ সংৰক্ষণ' (সম্পাদনা, ১৯৮৯), 'অসম সাহিত্য সভা'ৰ শিৱসাগৰ (ৰংপুৰ) অধিৱেশনৰ পুৰাতত্ত্ব শাখাৰ সঞ্চালকৰ ভাষণ' (১৯৯৩), 'Compilation of Catalague of Dhubri and Kokrajhar district museums (two books, ১৯৯৭), 'যোগ আৰু যোগসিদ্ধ পুৰুষ 'মৌনীবাবা' (১৯৯৮), 'মন্দিৰময় তামিলনাডু' (১৯৯৯), 'শ্ৰী শ্ৰী মঙ্গলচণ্ডীৰ পাঁচালী' (২০০১), 'ৰূপহী নেপাল আৰু মুক্তিক্ষেত্ৰ' (২০০২), 'তীৰ্থ ভাৰত' (২০০৪), 'সোণৰ খনি ৰূপৰ পাহাৰ' (২০০৭) আদি।

**শুচিব্ৰতা ৰায়চৌধুৰী (জন্ম ঃ ১৯২৯ খ্ৰী.)**

অম্বিকাগিৰী ৰায়চৌধুৰী আৰু কৌশল্যা দেৱীৰ জ্যেষ্ঠ কন্যা প্ৰয়াত



শুচিব্ৰতা ৰায়চৌধুৰীয়ে গুৱাহাটীৰ শিলপুখুৰীত জন্ম গ্ৰহণ কৰে। তেওঁ সন্দিকৈ ছোৱালী মহাবিদ্যালয়ৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰিছিল। তেওঁ প্ৰথমে শিক্ষয়িত্ৰী হিচাপে কৰ্ম জীৱনৰ পাতনি মেলি পৰৱৰ্তী সময়ত বিভিন্ন পদবীত চাকৰি কৰি ১৯৮৯ খ্ৰীষ্টাব্দত ৰাজহ বিভাগৰ বিশেষ বিষয়া হিচাপে যোগদান কৰি অৱসৰ গ্ৰহণ কৰে। উল্লেখযোগ্য কথা যে তেওঁ অসমৰ প্ৰথমগৰাকী মহিলা প্ৰশাসনিক বিষয়া আছিল। তেওঁ ভাৰতীয় সামাজিক স্বাস্থ্য সংস্থাৰ অসম শাখাৰ সভানেত্ৰীও আছিল। কৰ্তব্যনিষ্ঠ, আদৰ্শবাদী, স্বদেশপ্ৰেমী সু-সাহিত্যিক ৰায়চৌধুৰীৰ প্ৰকাশিত পুথিসমূহ হ'ল—'বা মাৰলী' (কবিতা পুথি), 'সুহুৰি' (গীতৰ পুথি), 'গুঞ্জন' (গীতৰ পুথি), 'হাহাকাৰৰ গান', 'মাথোঁ কথা', 'সপ্তপৰ্ণ (গল্প পুথি), 'সোণালী পেৰা', 'কোন বাটে' (নাটক), 'ভাৰতত বৈষ্ণৱ ধৰ্মৰ আঁতিগুৰি', 'অ' হেনৰিৰ প্ৰেমৰ গল্প', 'জীৱন প্ৰেমৰ অতন্দ্ৰ অনল' (উপন্যাস), 'তুমি আৰু মই', 'বিদেশী শিশু গল্প' আৰু 'বিপদসীমা' (অনুবাদ পুথি)।

**শৈল বৰুৱা (জন্ম ঃ ৭ ছেপ্টেম্বৰ, ১৯২৯ খ্ৰী.)**

শৈল বৰুৱাৰ জন্মস্থান তিনিচুকীয়া জিলাৰ জুতুলীবাৰী। প্ৰৱেশিকা আৰু এফ. আই. আই. আই. পৰীক্ষাত উত্তীৰ্ণ। বৰুৱাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ককাৰ সাঁথৰ আৰু প্ৰথমৰ পৰিচয়' (১৯৯৪), 'চয়নিকা পৌৰাণিক প্ৰসংগকোষ' (২০০১) আৰু 'ককাদেউতাৰ সাঁথৰ সংগ্ৰহ' (২০০৪)।

# স

**সতৰাম শইকীয়া (জন্ম ঃ ১৯২৭ খ্ৰী.)**

সতৰাম শইকীয়াৰ জন্মস্থান শিৱসাগৰ জিলাৰ বাণমুখ, চুতীয়া গাঁও। বৰ্তমান ২নং ৰঙাবননি, ডিব্ৰুগড় জিলাৰ বাসিন্দা। শইকীয়াৰ প্ৰকাশিত পুথি দুখন হ'ল —'দিহা নামৰ পুষ্পাঞ্জলি' (২০০৮) আৰু 'বটদ্ৰৱাত সন্মিলিত ভকতসকল' (২০০৮)।

**সদানন্দ চলিহা (জন্ম ঃ ২৩ ডিচেম্বৰ, ১৯২২, মৃত্যু ঃ ৩১ আগষ্ট, ১৯৯৩ খ্ৰী.)**

গোলাঘাট জিলাৰ কাকডোঙাত সদানন্দ চলিহাই জন্মগ্ৰহণ কৰে। তেখেতে কটন মহাবিদ্যালয়ৰ পৰা স্নাতক আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। দৰং মহাবিদ্যালয়ত অধ্যাপনা আৰু পৰৱৰ্তী সময়ত বিশ্বনাথ মহাবিদ্যালয়ৰ অধ্যক্ষ হিচাপে অৱসৰগ্ৰহণ কৰা চলিহাৰ প্ৰকাশিত পুথিকেইখন হ'ল— 'গুৱাহাটী ঃ বুৰঞ্জীৰ খলাবমাত' (১৯৯০), 'শোণিতপুৰ সন্দীপিকা' (১৯৯৪), 'প্ৰাচীন ভাৰতৰ গণৰাজ্য' (১৯৯৪), 'বায়'গ্ৰাফিকেল স্কেটছ' (১৯৯৫) আৰু 'বিশ্ব ইতিহাসৰ জিলিঙনি' (অনুবাদ, মূল ঃ পণ্ডিত জৱাহৰলাল নেহৰুৰ গ্লিম্পছেজ অব ৱৰ্ল্ড হিষ্ট্ৰি) আদি।

**সমীৰণ দাস (জন্ম ঃ ১৯২৪ খ্ৰী.)**

বিজ্ঞানৰ স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা শ্ৰী দাস অৱসৰপ্ৰাপ্ত প্ৰবক্তা। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'কস্তুৰবা গান্ধী', 'অমলপ্ৰভা বাইদেউৰ ৭৫ বছৰীয়া জীৱন' আৰু 'গছৰ জগত'।

**সৰ্বানন্দ দাস (জন্ম ঃ ১৯২২ খ্ৰী.)**

সৰ্বানন্দ দাসৰ জন্মস্থান অবিভক্ত কামৰূপ জিলাৰ জালিখাটা গাঁও। (বৰ্তমান বৰপেটা জিলা)। বৰ্তমান শ্ৰী দাস কাহিলীপাৰা, শান্তিনগৰ, গুৱাহাটীৰ



বাসিন্দা। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'উপলব্ধি' (কবিতা সংকলন, ২০০১) আৰু 'নামঘৰ' (প্ৰবন্ধ সংকলন সম্পাদনা)

**সৰ্বেশ্বৰ তালুকদাৰ (জন্ম ঃ ১৫ জানুৱাৰী, ১৯৩০ খ্ৰী.)**

প্ৰয়াত সৰ্বেশ্বৰ তালুকদাৰৰ জন্মস্থান নলবাৰী জিলাৰ সৰ্থেবাৰী। বৰ্তমান কামৰূপ জিলাৰ পূৱ জ্যোতিনগৰ, বামুনীমৈদামৰ বাসিন্দা প্ৰয়াত তালুকদাৰ বান নিয়ন্ত্ৰণ বিভাগৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। তেওঁৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'মহাপুৰুষ হৰিদেৱ' (১৯৯১)।

**ড° সৰ্বেশ্বৰ ৰাজগুৰু (জন্ম ঃ ১৯২৩ খ্ৰী.)**

ড° সৰ্বেশ্বৰ ৰাজগুৰুৰ জন্মস্থান শিৱসাগৰ জিলাৰ চাৰিং গড়কাষৰীয়া গাঁও। জে. বি মহাবিদ্যালয়ৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰা ড° ৰাজগুৰুয়ে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ আৰু ডি. ফিল ডিগ্ৰী লাভ কৰে। বজালী মহাবিদ্যালয়ত অধ্যাপনাৰে কৰ্ম জীৱনৰ আৰম্ভ কৰা ড° ৰাজগুৰু পৰৱৰ্তী সময়ত নগাঁও মহাবিদ্যালয়ত পৰা অধ্যাপনা কৰি অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'অসমীয়া প্ৰবাদ' (১৯৭২), 'হেয়াক্লিৰ ছন্দ' (১৯৮৮), 'ইতিহাসৰ পাত মেলি' (১ম, ১৯৭২, ১৯৯০), 'অসমীয়া ভাষা-সাহিত্যৰ আত্মৰক্ষা-সংগ্ৰাম' (১৯৭৮), 'কবি আৰু কাব্য কথা' (১৯৯৫), 'ভাৰতীয় জাতীয়তাবাদৰ সামাজিক পটভূমি' (১৯৯৩), 'চন্দ্ৰ মল্লিকা' (সম্পাদনা, ১৯৮০), 'দিখৌমুখ ঃ প্ৰাচীন আৰু অৰ্বাচীন' (১৯৯৮), 'বুৰঞ্জীৰ কাহিনী' (শিশু পুথি, ১৯৮৯), 'শৰাইঘাটৰ যুদ্ধৰ কাহিনী' (১৯৯৫, শিশুপুথি) আদি।

**সয়ম্বৰ ঘৰফলীয়া (জন্ম ঃ ১ অক্টোবৰ, ১৯৩০ খ্ৰী.)**

সয়ম্বৰ ঘৰফলীয়াৰ জন্মস্থান ডিব্ৰুগড় জিলাৰ চাবুৱাৰ অন্তৰ্গত, বামুনীয়া হিলৈধাৰী। স্নাতক আৰু বি. টি. ডিগ্ৰী লাভ কৰা ঘৰফলীয়া অৱসৰপ্ৰাপ্ত শিক্ষক। ৰাজ্যিক কৃতী শিক্ষকৰ পুৰস্কাৰ লাভ কৰা ঘৰফলীয়াৰ প্ৰকাশিত পুথিসমূহ হ'ল—'অমৃতৰ তৃষ্ণা' (একাংকিকা নাটক, ১৯৯১), 'অনুভৱ' (গল্পপুথি, ২০০৫), 'প্ৰথম অসমীয়া মেজৰ জেনেৰেল' (জীৱনী, ২০০৭)।

শিশুপুথি ঃ 'কাজিৰঙাৰ বৰমেল' (২০০১), 'হিমালয়ৰ বৰফত কাৰ খোজ' (১৯৯৮) আৰু 'বালিমাহী' (১৯৯৮)।

**স্বৰ্ণপ্ৰভা মহন্ত (জন্ম ঃ ৫ মে', ১৯২৪ খ্ৰী.)**

স্বৰ্ণপ্ৰভা মহন্তৰ জন্মস্থান শোণিতপুৰ জিলাৰ তেজপুৰ দ-পৰ্বতীয়া। স্নাতকোত্তৰ আৰু বি.টি. ডিগ্ৰী লাভ কৰা মহন্ত অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। অসম মন্ত্ৰীসভাৰ মন্ত্ৰী। তেখেতৰ প্ৰকাশিত পুথিকেইখন হ'ল—'নদবালা' (কবিতা), 'উশাহতে শিশু ভাৰত' আৰু 'ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা'।

**সাবিত্ৰী বৰগোহাঞি (জন্ম ঃ ১৯২৭ খ্ৰী.)**

সাবিত্ৰী বৰগোহাঞিৰ জন্মস্থান নগাঁও জিলাৰ কলিয়াবৰ অঞ্চল। লেখিকাৰ বাতৰি কাকত, আলোচনী আদিত ভিন্নধৰ্মী লেখা প্ৰকাশিত হোৱাৰ উপৰিও পুথি আকাৰে প্ৰকাশ পোৱা অসমৰ গণ আন্দোলনৰ পটভূমিত ৰচিত ২৬ টা কবিতাৰ সংকলন হ'ল— 'সময় থমকি ৰয় হৃদয় নদীত' আৰু তেওঁৰ একমাত্ৰ উপন্যাসখন হ'ল 'হৃদয় শ্বাশত নদী'।

**সুধাৰতী হাতীবৰুৱা ডেকা (জন্ম ঃ ৫ মাৰ্চ, ১৯২৪ খ্ৰী.)**

সুধাৰতী হাতীবৰুৱা ডেকাৰ জন্মস্থান শোণিতপুৰ জিলাৰ বিশ্বনাথ চাৰিআলিৰ পাভৈ বাগিচা। চতিয়া বালিকা মজলীয়া বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী হাতীবৰুৱা ডেকাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ফুল তুলসীৰ মালা' (কবিতা পুথি, ২০০৫), 'সৰগীয় সহানুভূতি' (গল্প সংকলন, ২০০৪) আৰু 'জ্ঞান আৰু ভক্তিৰ শলিতা' (কবিতাপুথি, ২০০৮)।

**সুবৰ্ণবালা দেৱী (জন্ম ঃ ১৪ ছেপ্টেম্বৰ, ১৯২১ খ্ৰী.)**

সুবৰ্ণবালা দেৱীৰ জন্মস্থান যোৰহাট জিলাৰ জাঁজী। বৰ্তমান ষ্টেচন পথ, জি. ডি. ৰোড, গোলাঘাট জিলাৰ বাসিন্দা দেৱীৰ প্ৰকাশিত পুথিকেইখন হ'ল—'চাকি' (কবিতা, ১৯৯২) আৰু 'কল্পতৰু' (বিয়া সবাহৰ নীতি নিয়ম, ১৯৯৫)।



**সুশীল কুমাৰ ৰায় (জন্ম ঃ ৫ নৱেম্বৰ, ১৯২৬, মৃত্যু ঃ ২২ এপ্ৰিল, ২০০৮ খ্ৰী.)**

প্ৰয়াত সুশীল কুমাৰ ৰায়ৰ জন্মস্থান গোৱালপাৰা জিলাৰ দুধনৈ, মেকাচু। মাইনৰ পৰীক্ষাত উত্তীৰ্ণ প্ৰয়াত সুশীল কুমাৰ ৰায় অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'সংগীত সোপান' (সংগীত বিষয়ক, ১৯৮৫), 'বৈদিক শিক্ষা, বৈদিক সাহিত্য, বৈদিক সংস্কৃতি' (বেদ বিষয়ক পুথি, ১৯৯১), 'দিব্য ভাৰত' (প্ৰবন্ধ পুথি, ১৯৯৫), 'গীতাবোধ' (১৯৯৫), 'ছন্দম কলা মন্দিৰ' আৰু 'সুশীল কুমাৰ প্ৰবন্ধাৱলী' (২০০৮)।

**সূৰ্য কুমাৰ ফুকন (জন্ম ঃ ১৮ মে', ১৯৩০ খ্ৰী.)**

সূৰ্য কুমাৰ ফুকনে যোৰহাট জিলাৰ টিয়ক, ব্ৰাহ্মণ গাঁৱত জন্ম লাভ কৰে। বৰ্তমান ফুকনদেৱ শিৱসাগৰ জিলাৰ ১নং কঠীয়াখুন্দাৰ বাসিন্দা। স্নাতক ডিগ্ৰী লাভ কৰা ফুকনে প্ৰধান শিক্ষকৰূপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হ'ল—'অনুৰঞ্জিত অনুৰাগ' (২০০৯)।

**সোণাৰাম তালুকদাৰ (জন্ম ঃ ২৮ ফেব্ৰুৱাৰী, ১৯২৩, মৃত্যু ঃ ১৩ এপ্ৰিল, ২০১০ খ্ৰী.)**

প্ৰয়াত সোণাৰাম তালুকদাৰৰ জন্মস্থান দৰং জিলাৰ ছিপাঝাৰ মৌজাৰ অন্তৰ্গত কুৰুৱা গাঁও। প্ৰয়াত তালুকদাৰৰ প্ৰকাশিত পুথিসমূহ হ'ল—'যৌৱনৰ তৰী' (১৯৫৬, বিহুগীতৰ পুথি), 'প্ৰলয় বিজয়' (১৯৬১), 'জীৱন পুষ্প' (১৯৬১), 'মানুহ হোৱা' (২০০০), 'নিত্যপাঠ গীতা', 'ভকতৰ ধন', 'ভকতি ৰতন', 'বৈষ্ণৱ ৰত্ন', 'ভক্তি তপোবন', 'ভক্তি-তৰংগিনী', 'ভক্তি ভাস্কৰ', 'শ্ৰীসত্যবাণী', 'শ্ৰীমদ্ভাগৱতগীতা' (শ্লোকানুবাদ), 'ওৰণিৰ আঁৰে আঁৰে', 'শ্ৰীকৃষ্ণ চৰিত্ৰ আৰু ভাগৱত লীলামৃত' (আঠোটা স্বয়ংসম্পূৰ্ণ খণ্ডত সমাপ্ত), 'শ্ৰীভক্তি প্ৰদায়িনী' (নামৰ পুথি), 'মহাভাৰতৰ প্ৰাণ সংগীত' (আঠোটা স্বয়ং সম্পূৰ্ণ খণ্ডত সমাপ্ত), 'ৰজা হৰিশ্চন্দ্ৰ' (নাটক) আদি।

**সোনেশ্বৰ বৰা (জন্ম ঃ ৬ মে', ১৯২৬ খ্ৰী.)**

সোণেশ্বৰ বৰাৰ জন্মস্থান গোলাঘাট জিলাৰ আঠগাঁও চকৰধৰা গাঁও। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'শুভ যাত্ৰা দুৰ্গম পথ' (২০০৮), 'কৃষক ঐ ক'লৈ যাওঁ গোপাল, ক'লৈ যাওঁ কৃপাল' (২০০৫), 'জৰ্জৰিত অসম ঃ চৰ্চিত ভাৰত' (২০০৯), 'কৃষি কবিতা ফকৰা' (২০০৩), 'অৰণ্য আৰু অসম' (২০০৪), 'স্বৰাজ আন্দোলনত গোলাঘাটৰ অৱদান আৰু শ্বহীদ কুশল কোঁৱৰ' (২০০৫), 'অসমত কৃষক বিদ্ৰোহ আৰু কৃষক শ্বহীদ দিৱস' (২০০৫), 'মহামানৱ মহাত্মা গান্ধীজীৰ সপোন' (২০০৮), 'জীৱন মুক্তি' (২০০৭), 'দৈয়াঙৰ চকুলো' (২০০৪), 'দৈয়াঙৰ হৃদয়' (২০০৪) আৰু 'দৈয়া' (১৯৭৩)।

**স্নেহলতা দেৱী (জন্ম ঃ ১৯২২, মৃত্যু ঃ ১৯৭১ খ্ৰী.)**

তেজপুৰত জন্ম লাভ কৰা স্নেহলতা দেৱীৰ প্ৰকাশিত পুথিকেইখন হ'ল—'বাণী', 'বেমেজালি', 'আমাৰ বিহু' (১৯৫৫) আৰু 'সাঁথৰ'।

**সৌন্দৰ্যময়ী ভট্টাচাৰ্য (জন্ম ঃ ১৯২৩ খ্ৰী.)**

সৌন্দৰ্যময়ী ভট্টাচাৰ্যৰ জন্মস্থান তেজপুৰ। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'মনৰ ঢৌ' (গল্পপুথি, ১৯৬২), 'চাৰিসূতি' (১৯৪৮, গল্প পুথি), 'খেতিয়কৰ জীৱন' (১৯৫০), 'গীতি নৃত্য-নাটিকা' (১৯৫০), 'মৌজোল' (সাধু কথাৰ পুথি, ১৯৫৫), 'হিমাচল নীৰৱে কঁপে' (১৯৬২), 'বন্ধু' (১৯৭৮, শিশু উপন্যাস) আৰু 'ৰুণজুন নেপুৰ বাজে' (১৯৭৭, নাট্য সংকলন)।

ইয়াৰোপৰি লেখিকাৰ বিভিন্ন ৰচনা কাকত-আলোচনী আদিত সিঁচৰতি হৈ আছে।



# হ

**হৰকান্ত শৰ্মা (জন্ম ঃ ২১ ডিচেম্বৰ, ১৯২৮ খ্ৰী.)**

হৰকান্ত শৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ আৰিকুছি মাধাপুৰ। বৰ্তমান শ্ৰী শৰ্মা শোণিতপুৰ জিলাৰ তেজপুৰৰ অন্তৰ্গত চান্দমাৰীৰ বাসিন্দা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ৰ স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। শোণিতপুৰ জিলাৰ বিহগুৰি ছোৱালী হাইস্কুলৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক শৰ্মা ১৯৮৬ বৰ্ষত ৰাজ্যিক কৃতী শিক্ষকৰ বঁটাৰে সন্মানিত হয়। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'সোণালী ভেৰা নোমৰ কাহিনী' (সাধু কথা, ১৯৮৮), 'ভেংকটেশ্বৰৰ কাহিনী আৰু মাহাত্ম্য' (ধৰ্মমূলক ইতিবৃত্ত আৰু সাধুকথা), 'মনু সংহিতা' (অনুবাদ, ১৯৯৭) আৰু 'অংকীয়া নাটসমূহ আৰু ৰচয়িতাসকল' (২০০৪)।

**হৰি বৰকাকতী (জন্ম ঃ ১ জানুৱাৰী, ১৯২৭ খ্ৰী.)**

হৰি বৰকাকতীৰ জন্মস্থান ডুমডুমাৰ বিচাকুপি চাহ বাগিচা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা দৰ্শন বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা বৰকাকতী বি. বৰুৱা মহাবিদ্যালয়ৰ অধ্যাপক আৰু পৰৱৰ্তী সময়ত প্ৰশাসনিক সেৱাৰ বিষয়া হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—কবিতা পুথি ঃ 'কোনোবা শীতৰ এটা বগা সন্ধিয়াত' (১৯৭০), 'হৰি বৰকাকতীৰ কবিতা' (১৯৭৮), 'সাগৰ বালিৰ খোজ' (১৯৮১),'মন কাগজৰ নাও' (১৯৮২), 'চিনাকি চিনাকি গোন্ধ' (১৯৯৪), 'ছিলেকটেড প'য়েমছ' (১৯৯৪) আদি।

**ড° হৰিনাথ শৰ্মাদলৈ (জন্ম ঃ ১৯২৯ খ্ৰী.)**

ড° হৰিনাথ শৰ্মাদলৈৰ জন্মস্থান নলবাৰী জিলাৰ বৰমূৰিকোণা গাঁও। বৰপেটাৰ এম. চি. কলেজৰ অসমীয়া বিভাগৰ অৱসৰপ্ৰাপ্ত অধ্যাপক ড° শৰ্মাদলৈৰ প্ৰকাশিত পুথিসমূহ হ'ল—'মহাত্মাৰ তিৰোভাৱ', 'অসম আৰু বিদেশী', 'কথা ভাগৱতৰ ৫ টা খণ্ড (সম্পাদনা), 'ৰামবিজয়' (সম্পাদনা),

'পাৰিজাত হৰণ' (সম্পাদনা), 'ভাৰত কোষ' (সম্পাদনা), 'গীতা পৰিচয়', 'সাহিত্য আৰু সংস্কৃতি', 'শংকৰদেৱৰ সাহিত্য প্ৰতিভা' (দুটা খণ্ড, সম্পাদনা), 'অসমত শক্তি-সাধনা আৰু শাক্ত সাহিত্য', 'সাহিত্য-প্ৰৱেশ', 'অসমীয়া গদ্য সাহিত্যৰ গতিপথ', 'অসমীয়া সাহিত্যৰ পূৰ্ণ ইতিহাস', 'অসমৰ বাৰেবৰণীয়া সংস্কৃতি', 'ভাগৱতৰ সাধু' (শিশু পুথি) আৰু 'অকণলৈ দেৱী মহিমা' (শিশু পুথি)। তদুপৰি লেখকৰ বিবিধ ৰচনা বিভিন্ন বাতৰি কাকত, আলোচনী আদিত সিঁচৰতি হৈ আছে। ড° শৰ্মা দলৈয়ে অসম চৰকাৰৰ সাহিত্যিক পেন্সন লাভ কৰিছে।

**হৰিপদ দেৱগোস্বামী (জন্ম ঃ ১৯২৬ খ্ৰী.)**

হৰিপদ দেৱগোস্বামীৰ জন্মস্থান নলবাৰী জিলাৰ টংলা। একাধাৰে কবি, নাট্যকাৰ, ভ্ৰমণকাহিনী লেখক আৰু বুৰঞ্জীবিদ। ব্ৰহ্মানন্দ সেৱাশ্ৰমৰ প্ৰতিষ্ঠাপক দেৱগোস্বামীৱে ৩৭ খন বিভিন্ন শ্ৰেণীৰ উচ্চমানৰ গ্ৰন্থ লিখি অসমীয়া সাহিত্যত নিজৰ অমূল্য অৰিহনা আগবঢ়াইছে। তেওঁৰ উল্লেখযোগ্য গ্ৰন্থ—'অনন্ত চিন্তা' (১৯৬৪), 'অঞ্জলি' (১৯৫১), 'অঞ্জন' (১৯৫১), 'বাপুজীৰ সোঁৱৰণী' (১৯৬১), 'চিন্তা তৰংগ' (১৯৬১, কবিতাপুথি), 'কথা কবিতা', 'মায়া হৰিণ' (১৯৫৮), 'চম্পু কাব্য ঃ প্ৰাচীন কোচৰ ইতিহাস' (১৯৫৪), 'দৌৰঙ্গ স্মৃতি' (১৯৭৩), 'স্মৃতিৰ পুলক' (১৯৭৯), 'সত্যপ্ৰাণ বাপুজী' (১৯৫০.), 'বীৰ চিলাৰায়' (১৯৭৬), 'সমাজসেৱী মুনীন্দ্ৰ কোচ' (১৯৮৪), 'মুক্তি', 'ধৰ্মাদিত্য', 'দৰঙী কোঁৱৰ', 'স্বেচ্ছাসেৱক আদি নাটক', 'দাক্ষিণাত্য ভ্ৰমণ কাহিনী' (১৯৭৩)।

**হৰিপ্ৰসাদ নেওগ (জন্ম ঃ ১৯২৯., মৃত্যু ঃ ১৯৭৩ খ্ৰী.)**

স্নাতকোত্তৰ ডিগ্ৰীধাৰী হৰিপ্ৰসাদ নেওগে মৰিয়নী মহাবিদ্যালয়ৰ প্ৰবক্তা তথা অধ্যক্ষ হিচাপে কাম কৰি পৰৱৰ্তী সময়ত ডিব্ৰুগড় বিশ্ববিদ্যালয়ত সচিব হিচাপে কাৰ্যনিৰ্বাহ কৰি অৱসৰ লয়। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'দানবীৰ ৰাধাকান্ত সন্দিকৈ', 'বিশ্বনাথ ৰাজবংশী' আৰু 'পদ্মনাথ গোহাঞিবৰুৱা'। ইয়াৰোপৰি লেখকৰ ভালেমান সম্পাদিত গ্ৰন্থ পোৱা যায়।



**হৰেন্দ্ৰনাথ শৰ্মা (জন্ম ঃ ২২ ফেব্ৰুৱাৰী, ঃ ১৯২১ খ্ৰী.)**

হৰেন্দ্ৰনাথ শৰ্মাৰ জন্মস্থান বৰপেটা জিলাৰ পানীখাইতি। স্নাতক, সাহিত্যশাস্ত্ৰী আৰু বিশাৰদ ডিগ্ৰী লাভ কৰা শৰ্মাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'নাৰী আৰু সমাজ' (১৯৮২), 'গীতা ঃ নৱমূল্যায়ন' (১৯৯১), 'সংস্কৃতিৰ সংকট' (১৯৯৫), 'মই কিয় নাস্তিক' (অনুবাদ, ১৯৯৭), 'বিশ্বাসৰ পৰা বিজ্ঞানলৈ' (১৯৯৬), 'ঈশ্বৰ নাই কিয়' (২০০৫) আৰু 'বৈদিক সাহিত্যত আধুনিক বিজ্ঞান' (২০০৮)।

**হৰেশ্বৰী হাজোৰাৰী (জন্ম ঃ ১ নৱেম্বৰ, ১৯৩০ খ্ৰী.)**

প্ৰয়াত হৰেশ্বৰী হাজোৰাৰীৰ জন্মস্থান ধালিগাঁও, গোৱালপাৰা জিলা (অবিভক্ত)। নিচানগ্ৰাম মজলীয়া বিদ্যালয় আৰু খাৰা উচ্চ বুনিয়াদী বিদ্যালয় অৱসৰপ্ৰাপ্ত শিক্ষক হাজোৰাৰীৰ প্ৰকাশিত একমাত্ৰ গৱেষণামূলক পুথিখন হৈছে—'দুধনৈ অঞ্চলৰ আশে পাশে' (১৯৯১)। ইয়াৰ উপৰি বড়ো ভাষাত লেখকৰ এখনি সাধু পুথি পোৱা গৈছে।

**হিতেশ ডেকা (জন্ম ঃ ১৮ ফেব্ৰুৱাৰী, ১৯২৪ খ্ৰী.)**

প্ৰয়াত হিতেশ ডেকাৰ জন্মস্থান বৰপেটা জিলাৰ সৰ্থেবাৰী, তামুলী চুপা। অৱসৰপ্ৰাপ্ত শিক্ষক প্ৰয়াত ডেকাদেৱৰ প্ৰকাশিত পুথিসমূহ হ'ল—উপন্যাস ঃ 'আজিৰ মানুহ' (১৯৫২), 'ভাড়াঘৰ' (১৯৫৮), 'মাটি কাৰ' (১৯৫৬), 'সীমাৰ কাজিয়া' (১৯৬২), 'ইতিহাসে সকীয়ায়' (১৯৬০), 'বৈৰী মানুহ' (১৯৬৫), 'নিৰ্যাতিতা নাৰী' (১৯৭৯), 'নতুন পথ' (১৯৫৪), 'এয়েতো জীৱন' (১৯৬০), 'আচল মানুহ' (১৯৬৩), 'জীৱন সংঘাত' (১৯৬৯), 'সুখৰ সংসাৰ' (১৯৭৫), 'নিৰ্যাতিতা সতী' (১৯৮০), 'গাঁৱৰ মানুহ' (১৯৯৬)। গল্পপুথি ঃ 'প্ৰায়শ্চিত্ত' (১৯৪৯), 'গৰাখহনীয়া' (১৯৫৪), 'এইখন আমাৰ সমাজ' (১৯৭২), 'এথুপি গল্প' (১৯৮২) নাটক ঃ 'অসমীয়া প্ৰাণৰ কথা' (১৯৬১ ), 'বিহুৱান' (১৯৭৬), 'শীৰ্ষ সন্মিলন' (১৯৮২), 'মন্ত্ৰীৰ হুকুম' (১৯৮৩)। প্ৰবন্ধ ঃ 'পশ্চিমবংগত মাটি কাৰ' (১৯৬২), 'জাতীয় চৰকাৰ' (১৯৮২), 'অসমীয়া জাতি টিকিবনে' (১৯৮৩) আদি।

**হিৰণপ্ৰভা বৰুৱা (জন্ম ঃ ৪ জুলাই, ১৯২৪ খ্ৰী.)**

হিৰণপ্ৰভা বৰুৱাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'সপ্তসতী', 'সপ্তবীৰ', 'যুগজয়ী মহীয়সী' আৰু 'পুৰাণ মহাভাৰতৰ অনুপম সাধু'।

**হিৰণ্যময়ী দেৱী (জন্ম ঃ ১৫ নৱেম্বৰ, ১৯২৭ খ্ৰী.)**

হিৰণ্যময়ী দেৱীৰ জন্মস্থান শোণিতপুৰ জিলাৰ তেজপুৰ। তেখেতৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ননীচোৰ' (১৯৫৫, শিশু নাটিকা), 'অকণিৰ গীত' (১৯৪৫), 'জীৱন সংগ্ৰাম' (১৯৫৬, উপন্যাস), 'নিয়ৰ টোপাল' (১৯৫৮), 'যুগৰ যাত্ৰী' (১৯৬০), 'পাহাৰৰ ওখ-চাপৰ বাটেদি', 'এমুঠি আবিৰ ৰং' (১৯৭৮) আৰু 'যাত্ৰী' (১৯৮২, কবিতা পুথি)।

ইয়াৰোপৰি লেখিকাৰ নানা আলোচনী, বাতৰি কাকত আদিত ভিন্নধৰ্মী লেখা প্ৰকাশিত হৈ আছে।

**হেমকান্ত ভূঞা (জন্ম ঃ ২৩ ডিচেম্বৰ, ১৯৩০ খ্ৰী.)**

হেমকান্ত ভূঞাৰ জন্মস্থান নগাঁও জিলাৰ ৰহা দীঘলীআটি। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—উপন্যাস ঃ পথ আৰু উপপথ' (১৯৬২), 'বেদনাৰ ৰং হেনো নীলা' (১৯৬৬), 'খেলিমেলি জীৱনৰ ছন্দ' (১৯৬৫), 'কক্ষচ্যুত' (১৯৫৭), 'সোণাফুলি' (১৯৭০)। 'ভানু বাইদেউ' (চুটিগল্প সংকলন, ১৯৮৮), 'বালি ছন্দা' (চুটিগল্প সংকলন, ১৯৫৮), 'কুমাৰী কল্পনা' (চুটিগল্প সংকলন, ১৯৬৭), 'এজাক মানুহ আহিছিল' (চুটিগল্প সংকলন, ২০০৪), 'সেন্দূৰ' (নাটক, ১৯৭৪) আৰু 'অঙ্কুশ' (নাটক, ১৯৭৫)।

**ডাঃ হেমচন্দ্ৰ দেৱশৰ্মা (জন্ম ঃ ২৫ চেপ্টেম্বৰ, ১৯২০ খ্ৰী.)**

ডাঃ হেমচন্দ্ৰ দেৱশৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ লৰমা গাঁও। এম. বি. বি. এচ. ডিগ্ৰীধাৰী দেৱশৰ্মা বৰ্তমান গুৱাহাটীৰ জালুকবাৰীৰ বাসিন্দা। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল— পূৰ্ণাংগ নাট ঃ 'সৰ্বহাৰা', 'নতুন ঘৰ', 'চেনেহ চিৰাজী', 'তিনি পুৰুষ', 'ৰূপনগৰৰ সুৰ', 'ডাকু পৱন কুমাৰ', 'অৱসান', 'কুৰিৰ কুৰুক্ষেত্ৰ', 'বোজা স্বপ্ন', 'জয় পৰাজয়' আদি। শিশু নাট ঃ 'নন্দ দুলালৰ স্বপ্ন', 'পঞ্চপাণ্ডৱৰ পুনৰ জন্ম'। একাংকিকা নাট ঃ 'ঔগুৰিৰ শালিতলী', 'বিয়া বাহৰ', 'কাৰাগাৰৰ বিননি', 'মৰ্ফিয়া', 'একজাঁই গুলী', 'ৰুম নম্বৰ চাৰি', 'জেৰেঙাৰ চকুলো', 'নন্দিতাৰ সংসাৰ', 'ৰম্ভা জীয়ৰী', 'পপীয়া তৰা', 'ৰংমনৰ ডায়েৰী', 'ধৰ্মৰাজৰ বিচাৰ', 'তাইও মানুহ', 'তুঁহ জুই', 'ৰাজপথৰ অচিন যাত্ৰী', 'এটি সন্ধ্যা এটি পৰিৱেশ', 'প্ৰায়শ্চিত্ত', 'পৰিনাম', 'আবৰ্জনা' আৰু 'ৰাম-ৰছুল'। অনাতাঁৰ নাট ঃ 'পপীয়া তৰা', 'সোণপাহীৰ চকুলো', 'দুই ভাই', 'ভোলানাথৰ ভ্ৰমভংগ', 'ৰমা কঁহাৰৰ ভোৰতাল', 'কোৱা ভাতুৰী', 'মঞ্জুৰ গোলাপ'। গল্প পুথি—'ৰূপান্তৰ', 'মৰহা শেৱালীৰ পাহি', 'গল্পগুঞ্জ'। ধৰ্ম গ্ৰন্থ ঃ 'বিষ্ণু পুৰাণ', 'শ্ৰীকৃষ্ণ-গীতা'। সংগীতালেখ্য ঃ জয়তু জননী'। স্বাস্থ্য বিষয়ক পুথি ঃ 'প্ৰতিষেধকৰ সন্ধানত কলেৰা'। আত্মজীৱনীমূলক ঃ ৰঙ্গমঞ্চৰ হাত বাউলি'।



**হেমনলিনী গোস্বামী (জন্ম ঃ ১৯২২ খ্ৰী.)**

হেমনলিনী গোস্বামীৰ জন্মস্থান শোণিতপুৰ জিলাৰ তেজপুৰ থানা ৰোড। লেখিকাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'বন্তিশিখা' (উপন্যাস, ১৯৬৮), 'জংঘল-জোনাকী' (১৯৮৮, উপন্যাসিকা), 'পঞ্চদশী' (১৯৭৫, গল্প পুথি), 'বিপৰ্যয়', 'হোটেল তিনিবান্দী' (১৯৭৬, উপন্যাস), 'অস্তসূৰ্য', 'লীলাফুল', 'বোন্ধা', 'সোণচাপৰি', 'সময় নিৰৱচ্চিন্ন', 'নাৰ্চিং হোমৰ দিনকেইটা', 'ডাইনিং টেবুল' আৰু 'অভাৱ'।

**ড° হেমন্ত কুমাৰ শৰ্মা (জন্ম ঃ ১৫ ছেপ্টেম্বৰ, ১৯২৫ খ্ৰী.)**

প্ৰয়াত ড° হেমন্ত কুমাৰ শৰ্মাৰ জন্মস্থান পিপলিবাৰী গাঁও, নলবাৰী জিলা। স্নাতকোত্তৰ আৰু পি. এইচ. ডি ডিগ্ৰী লাভ কৰা ড° শৰ্মা কটন মহাবিদ্যালয় অৱসৰপ্ৰাপ্ত মুৰব্বী অধ্যাপক। তেখেতৰ প্ৰকাশিত পুথিসমূহ হ'ল—'স্মৃতিৰ পলাশ' (১৯৭৯, গল্প পুথি), 'সেই মালাধাৰি' (গল্প পুথি, ১৯৮১), 'ৰাখীবন্ধন' (১৯৮৩, গল্প পুথি), 'সন্ধ্যাৰাগ' (১৯৮৮, গল্প পুথি), 'এন্ধাৰৰ পাৰ ভাঙি' (১৯৫৮-৫৯), 'কাবেৰীৰ পাৰে পাৰে' (১৯৮৮), 'জীৱনী সৌৰভ' (১৯৮৮), 'ব্যক্তিত্বৰ জিলিকনি' (১৯৯১), 'অসমীয়া লোকগীতি সঞ্চয়ন' (১৯৭৮, ১৯৯০), 'কামৰূপী লোকগীতি সংগ্ৰহ' , 'কিংবদন্তীৰ সাধু' (১৯৭৮), 'সাহিত্য সমীক্ষা' (১৯৬৩), 'হাজৰিকাৰ সাহিত্য প্ৰতিভা' (১৯৭৪), 'নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ গল্প'

(১৯৭৮), 'কামৰূপ ৰত্নমালা' (১৯৭৩), 'প্ৰবন্ধ সংকলন' (১৯৮৯), 'অতুল চন্দ্ৰ হাজৰিকাৰ স্মৃতি ৰঞ্জিকা' আদি।

**হেমপ্ৰভা গোস্বামী (জন্ম ঃ ১৯২৬, মৃত্যু ঃ ১৯৯৯ খ্ৰী.)**

হেমপ্ৰভা গোস্বামীৰ জন্মস্থান নগাঁও জিলাৰ ধিং অঞ্চলৰ কান্দুলীমাৰা। গোস্বামীয়ে ১৯৬৩ বৰ্ষত হিন্দী বিশাৰদ পৰীক্ষাত উত্তীৰ্ণ হয়। তেখেতৰ প্ৰকাশিত পুথিকেইখন হ'ল—'দেখাক দেখি কুকুৰে একাদশী কৰাৰ দৰে' (১৯৭৭, কবিতা পুথি), 'খেলিমেলি', 'দিহা-নাম' (১ম খণ্ড) আৰু 'দিহা নাম' (২য় খণ্ড)

**হেমপ্ৰভা দেৱী (জন্ম ঃ ৩১ অক্টোবৰ, ১৯৩০ খ্ৰী.)**

তিনিচুকীয়া জিলাৰ পৰ্বতীয়াত জন্মগ্ৰহণ কৰা হেমপ্ৰভা দেৱী ঘাইকৈ শিশু সাহিত্যিক। তেখেতৰ প্ৰকাশিত শিশু পুথিকেইখন হ'ল—'মণি কোঠাত মঞ্জীৰাৰ ৰুণজুন ধ্বনি' (২০০৪), 'জোনালী নিশাৰ সোণালী চিফুঙৰ সুৰদি ধ্বনি' (২০০৫), 'মৌ মিঠা মাতেৰে ৰঙৰ দোলনি' (২০০৫), 'মোহনীয়া পখিলিৰ ৰহনীয়া সাজ' (২০০৫) আৰু 'সোণালী হাঁহি'। ইয়াৰ উপৰিও লেখিকাৰ 'সন্ধ্যাৰাগিনী' (২০০১), 'কাচন কলি' (২০০৫) দুখনি উল্লেখযোগ্য কবিতাপুথি।

**হেমপ্ৰভা শইকীয়া (জন্ম ঃ ৭ জুলাই, ১৯২৮ খ্ৰী.)**

হেমপ্ৰভা শইকীয়াৰ জন্মস্থান হ'ল শোণিতপুৰ জিলাৰ তেজপুৰ। বৰ্তমান তিনিচুকীয়া জিলাৰ বাসিন্দা শইকীয়াৰ প্ৰকাশিত পুথিকেইখন হ'ল—গীতিকবিতাৰ পুথি ঃ 'শুকুলা পাহিৰ সুবাস সিঁচি', 'ৰুণজুন নুপুৰ ধ্বনি' আৰু 'ইন্দ্ৰমালতী' (১৯৭২)। ইয়াৰোপৰি লেখিকাৰ ভালেমান অপ্ৰকাশিত গ্ৰন্থ আৰু কিছু লেখনি বিভিন্ন বাতৰি কাকত-আলোচনীত প্ৰকাশিত হৈছে।

**হেমলতা বৰা (জন্ম ঃ ২১ আগষ্ট, ১৯২৫, মৃত্যু ঃ ২৩ আগষ্ট, ১৯৯৫ খ্ৰী.)**

হেমলতা বৰাৰ জন্মস্থান মাজুলীৰ কমলাবাৰী। স্নাতক ডিগ্ৰীধাৰী বৰাই ফুলেশ্বৰী হাইস্কুলত শিক্ষয়িত্ৰীৰূপে অৱসৰ গ্ৰহণ কৰা হেমলতা বৰাৰ



প্ৰকাশিত গ্ৰন্থৰাজি হ'ল—'সেউজীয়া পাহাৰৰ মাজে মাজে', ' 'মহা চীনৰ বিজয়ৰ স্বপ্ন', 'দালাই লামা' (১৯৬৮), 'আকাশী পথেদি দূৰ বিদেশলৈ', 'ভগৱান শ্ৰী সত্যসাই বাবা', 'আন্দামান নিকোবৰ দ্বীপপুঞ্জৰ মাজে মাজে', 'বিচিত্ৰ মিজোৰাম' (১৯৭৫), 'গল্পমালা', 'কবিতাৰ মালাধাৰি', 'মিঠা মিঠা গীত', 'অৰুণাচলৰ মহিলা', 'মিঠা মিঠা গল্প', 'ভিন্ন স্বাদৰ গল্প' (গল্প সংকলন)।

**হৃষীকেশ চক্ৰৱৰ্তী (জন্ম ঃ ১ মাৰ্চ, ১৯২৯ খ্ৰী.)**

হৃষীকেশ চক্ৰৱৰ্তীৰ জন্মস্থান নলবাৰী জিলা। বৰ্তমান চক্ৰৱৰ্তী দোলাইগাঁও, ভাটিপাৰা, বঙাইগাঁও জিলাৰ বাসিন্দা। ৰে'ল বিভাগৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী চক্ৰৱৰ্তীৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মৰমে পৰশে হিয়া' (উপন্যাস, ১৯৮৫), 'কুৰি শতিকাৰ দক্ষ-যজ্ঞ নাটিকা' (ব্যংগাত্মক, ১৯৮৬) আৰু 'বিগলিত অশ্ৰু' (উপন্যাস, ১৯৯১)।

## ক্ষ

**ক্ষীৰদাকুমাৰী বৰুৱা (জন্ম ঃ ১৯২৩ খ্ৰী.)**

ক্ষীৰদাকুমাৰী বৰুৱাৰ জন্মস্থান নগাঁও জিলাৰ কলংপাৰ। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'মহাত্মাৰ শতবাণী' (১৯৬৯), 'স্মৃতি মুখৰ ইউৰোপ' (১৯৭৭), 'দেৱস্থানম', 'দেৱধাম' (১৯৮৪), 'মন্দিৰৰ দুৱাৰে দুৱাৰে' (১৯৮৮) আৰু 'নেপাল ভ্ৰমণ' (১৯৮৮, ভ্ৰমণমূলক)।

**ক্ষুদ্ৰ বৰা (জন্ম ঃ ১৯২১ খ্ৰী.)**

ক্ষুদ্ৰ বৰাৰ জন্মস্থান কাৰ্বি আংলং জিলাৰ বৰবিল, হাওৰাঘাট। স্নাতক ডিগ্ৰীধাৰী ক্ষুদ্ৰ বৰাৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'লুইত আৰু বিশ্বৰ ছন্দে ছন্দে'।

# দ্বিতীয় অধ্যায়
## (১৯৩১ খ্ৰীষ্টাব্দৰ পৰা ১৯৪০ খ্ৰীষ্টাব্দলৈ)

## অ

**অঞ্জলী দেৱী (জন্ম ঃ ২৬ জুলাই, ১৯৩৫ খ্ৰী.)**

অঞ্জলি দেৱীৰ জন্মস্থান কামৰূপ জিলাৰ গুৱাহাটী উজান বজাৰ। কলা শাখাৰ স্নাতক ডিগ্ৰী লাভ কৰা দেৱী বৰ্তমান অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। তেওঁৰ প্ৰকাশিত পুথিখন হ'ল—'হেৰুৱা অতীত' (আত্মজীৱনীৰ কিয়দাংশ, ২০০৯)।

**অঞ্জলী বৰুৱা (জন্ম ঃ ১৯৩৬ খ্ৰী.)**

ডিব্ৰুগড় জিলাৰ ডুমডুমাত অঞ্জলি বৰুৱাৰ জন্ম হয়। সম্প্ৰতি যোৰহাট নিবাসী লেখিকা বৰুৱাৰ প্ৰকাশিত পুথি দুখন হ'ল—'এটি উৰি যোৱা প্ৰজাপতি' (কবিতা) আৰু 'অনেক ঋতুৰ ছবি' (গীতৰ পুথি)।

**ড° অণিমা গুহ (জন্ম ঃ ২৬ মাৰ্চ, ১৯৩২ খ্ৰী.)**

ধুবুৰীত জন্মগ্ৰহণ কৰা ড° অণিমা গুহই দিল্লী বিশ্ববিদ্যালয়ৰ পৰা বিজ্ঞান শাখাত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। 'বংশগতি শাস্ত্ৰ' বিষয়ত গৱেষণা কৰি ড° গুহে পি. এইচ. ডি. ডিগ্ৰী লাভ কৰে। ১৯৭৫ চনত তেখেতে কলিকতা এনথ'পল'জিকেল ছাৰ্ভে অব ইণ্ডিয়াত যোগদান কৰে। কাউন্সিল অৱ চায়েন্টিফিক এণ্ড ইণ্ড্ৰাষ্টিয়েল ৰিচাৰ্চ'ত বিজ্ঞানীৰূপে কাৰ্যনিৰ্বাহ কৰাৰ উপৰিও ৰিচাৰ্চ এছোচিয়েটৰূপে কলিকতাৰ নৃতত্ত্ব বিভাগত যোগদান কৰি ১৯৭৭ চনত আমেৰিকাৰ ইণ্টাৰনেচনেল টুইন ষ্টাডিৰ্জৰ ফেল' নিৰ্বাচিত হয়। ড° গুহৰ প্ৰকাশিত পুথিকেইখন হ'ল—'সূৰুযমুখীৰ স্বপ্ন' (অনূদিত), 'বাঙালীৰ ইতিহাস' (অনূদিত), 'তৃতীয় বিশ্ববাসিনীৰ আমেৰিকা দৰ্শন' (অসমীয়া আৰু বাংলা ভাষাত), 'এমুঠি



অভিজ্ঞতা', 'মানুহৰ চিত্ৰশালত', 'মন মোৰ উৰণীয়া পখী', 'পূৰ্বাঞ্চলচি মুচাফৰী (শ্ৰীপদ যোশীৰ মাৰাঠী ভাষাৰ ভ্ৰমণ কাহিনীৰ অনুবাদ), 'তৃতীয় বিশ্ববাসিনীৰ দৃষ্টিত নাৰী আৰু সমাজ', 'জীৱনৰ জোৱাৰ-ভাটাৰ মাজেদি'।

ইয়াৰ উপৰি অসমৰ কেইবাখনো আগশাৰীৰ বাতৰি কাকতত লেখিকাৰ ভালেমান ৰচনা প্ৰকাশ পায়।

**অতুলানন্দ গোস্বামী (জন্ম ঃ ১ মে', ১৯৩৫ খ্ৰী.)**

অতুলানন্দ গোস্বামীৰ জন্মস্থান যোৰহাট জিলাৰ ৰংদৈৰ কোকিলা আধাৰ সত্ৰ। অসম চৰকাৰৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী গোস্বামীৰ প্ৰকাশিত পুথিসমূহ হ'ল—চুটিগল্প ঃ 'হামদৈ পুলৰ জোন' (১৯৬৬), 'গল্প' (১৯৬৭), 'ৰাজপথ' (১৯৭৬), 'পলাতক' (১৯৮৩), 'আশ্ৰয়' (১৯৯৩), 'চেনেহ জৰীৰ গাঁথি' (২০০৩), 'বৈভৱ বিলাপ' (২০০৪)। উপন্যাস ঃ 'নামঘৰীয়া' (১৯৯০)। উক্ত উপন্যাসখনৰ বাবে অসম সাহিত্য সভাৰ 'অম্বিকাগিৰী ৰায়চৌধুৰীৰ সাহিত্য বঁটা' (১৯৯১) আৰু 'কুমাৰ কিশোৰ সোঁৱৰণী বঁটা' (১৯৯৭) প্ৰদান কৰা হৈছে। অতুলানন্দ গোস্বামী এজন সফল অনুবাদকো। তেওঁ কেবাখনো গ্ৰন্থ ইংৰাজী, বাংলা, উৰিয়াৰ পৰা অসমীয়ালৈ অনুবাদ কৰিছে।

**অনন্ত কুমাৰ দাস (জন্ম ঃ ১৯৩২ খ্ৰী.)**

অনন্ত কুমাৰ দাসৰ জন্মস্থান বৰপেটা। বৰ্তমান গোৱালপাৰা জিলাৰ ধুপধৰা নিবাসী দাসৰ প্ৰকাশিত পুথিকেইখন হ'ল—'চিৰি চিন্তা', 'বনৰাণী', 'মীৰা', 'কল্পনা', 'বানৰ জীয়ৰী', 'মৃত্যুৰ পিছত' আৰু 'সাহিত্য নে প্ৰেম' (উপন্যাস)।

**ড° অনিমা দত্ত (জন্ম ঃ ১৯৩৮ খ্ৰী.)**

অসমীয়া সাহিত্য আৰু শিক্ষা জগতৰ একনিষ্ঠ সাধিকা ড° অনিমা দত্তৰ জন্মস্থান শিৱসাগৰ জিলা। অসমীয়া বিষয়ত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ আৰু ডক্টৰেট ডিগ্ৰী লাভ কৰা দত্তই পাছলৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপিকা হিচাপে অৱসৰ গ্ৰহণ কৰে। ১৯৯৬-৯৭

খ্ৰীষ্টাব্দত অসম সাহিত্য সভাৰ 'বাসন্তী দেৱী সোঁৱৰণী বঁটা' লাভ কৰা লেখিকা দত্তৰ প্ৰকাশিত ৰচনাৰাজি হ'ল—'অসমৰ বৈষ্ণৱ সাহিত্য আৰু দৰ্শন', 'প্ৰবন্ধ সঞ্চয়ন', 'বেলিফুলৰ সপোন' (গল্প), 'কাঞ্চনজংঘা' (গল্প) আদি।

**অনুপমা দেৱী (জন্ম ঃ ৭ নবেম্বৰ, ১৯৩৮ খ্ৰী.)**

অনুপমা দেৱীৰ জন্মস্থান দৰং জিলাৰ মঙলদৈ মহকুমা। বৰ্তমান তেওঁ নলবাৰী জিলাৰ বাসিন্দা। দেৱীৰ প্ৰকাশিত পুথি হ'ল—'এনুৱা জোনালী নিশা' (অনুবাদ, ১৯৫৫), 'প্ৰত্যাৱৰ্তন' (অনুবাদ, ১৯৯১), 'নিউফৰেষ্টাৰ অকণিহঁত' (অনুবাদ, ২০০৫), 'নিগ্ৰো বৈজ্ঞানিক ড° জৰ্জ ওৱাশ্বিংটন কাৰ্ভাৰ' (অনুবাদ, ২০০৭), আৰু 'দেশ বিদেশৰ সাধু' (অনুবাদ, ২০০৯)।

**ড° অনুৰাধা বৰুৱা (জন্ম ঃ ৬ জানুৱাৰী, ১৯৩৪ খ্ৰী.)**

বাংলাদেশৰ বন্দৰ চট্ৰগ্ৰামত ড° অনুৰাধা বৰুৱাৰ জন্ম হয়। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা প্ৰাধ্যাপিকা হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'হালধীয়া চৰাই' (১৯৮৭), 'ডাঙৰ জন্তু' (১৯৭৭), 'উৰণ ড্ৰাগণ' (১৯৮২), 'চাহাৰাৰ নতুন ৰূপ' (১৯৯৫), 'ভাটনাগৰ আৰু ৰমন—দুইগৰাকী শ্ৰেষ্ঠ বিজ্ঞানী' (১৯৯৫), 'প্ৰকৃতিৰ অৱদান' (২০০১), 'জাপানৰ অভিনৱ মহানগৰ' (২০০০), 'মুকুতামালা' (১৯৯৮), 'মণিমালাৰ ডায়েৰী' (২০০৮), 'জীয়াই থকাৰ গান' (২০১০), 'ৰঙে ৰঙে ৰং ভৰা' (২০০৫)। বিভিন্ন সামাজিক অনুষ্ঠানৰ লগত ওতঃপ্ৰোতভাৱে জড়িত লেখিকা বৰুৱাই ১৯৯৩ খ্ৰীষ্টাব্দত ধন্যমণি বঁটা লাভ কৰে। ইয়াৰোপৰি ১৯৯৭ খ্ৰীষ্টাব্দত All India Jovenile Literary conference ৰ দ্বাৰা আয়োজিত 'প্ৰদীপ চিপানী' বঁটা, ১৯৭৫ খ্ৰীষ্টাব্দত 'মুকুতামালা' শিশু পুথিৰ বাবে NCERT ৰ পৰা শ্ৰেষ্ঠ অসমীয়া শিশু পুথিৰ আৰু অসম চৰকাৰৰ পৰা এককালীন সাহিত্য বঁটা লাভ কৰে।



**অন্নদা শইকীয়া (জন্ম ঃ ২ নবেম্বৰ, ১৯৩৩ খ্ৰী.)**

শিৱসাগৰ জিলাৰ চাৰিঙৰ মহছাল গাঁৱত অন্নদা শইকীয়াৰ জন্ম হয়। সম্প্ৰতি বোকাখাট বাসিন্দা শইকীয়াই জে. ডি. এচ. জি. মহাবিদ্যালয়ৰ শিক্ষা বিভাগৰ মুৰব্বী অধ্যাপকৰূপে অৱসৰ গ্ৰহণ কৰে। তেওঁ অসম কলেজ অধ্যক্ষ বাচনি পৰিষদৰ অধ্যক্ষৰ পদতো কাৰ্যনিৰ্বাহ কৰে। প্ৰবন্ধ, চুটিগল্প, কবিতা ৰচনাৰে সাহিত্যিক জীৱনৰ পাতনি মেলা লেখিকা অন্নদা শইকীয়াৰ প্ৰকাশিত গ্ৰন্থসমূহ হ'ল—'এমুঠি কবিতা', 'অভিলাষ', 'সেউজীয়া গীতৰ সুৰ', 'সমন্বয়ৰ সুঁতিৰ কাষত', 'নাৰী কাননৰ এঘাৰ পাহি পাৰিজাত', 'জনতাৰ পদধূলিত' আৰু 'বন্ধ কোঠাৰ জুই', 'স্নেহ দেৱী ৰচনা সম্ভাৰ' (সম্পাদনা)। ২০০৩ খ্ৰীষ্টাব্দত অসম চৰকাৰৰ সাহিত্যিক পেঞ্চন লাভ কৰা অন্নদা শইকীয়াই বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ তৰফৰ পৰাও বঁটা, উপাধি লাভ কৰে। অসম লেখিকা সমাৰোহ সমিতিৰ প্ৰাক্তন সভানেত্ৰী।

**অপূৰ্ব কুমাৰ বৰুৱা (জন্ম ঃ ৩০ জানুৱাৰী, ১৯৩৩ খ্ৰী.)**

অপূৰ্ব কুমাৰ বৰুৱাৰ জন্মস্থান গোলাঘাট। স্নাতক আৰু সাংবাদিকতাৰ ডিপ্লোমা লাভ কৰা বৰুৱাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'স্মল এণ্ড মিডিয়াম জাৰ্নেলিজিম' (১৯৯৩), 'ব্যৱহাৰিক বেংক পৰিচয়' (২০০৫), 'চাহ খেতিৰ হাত পুথি' (২০০২), 'যাদুকৰৰ মাৰ্কনী' (জীৱনালেখ্য, ১৯৮০), 'তুমি জানো বুজা নাই' (কবিতা পুথি,১৯৬১) আৰু 'সাংবাদিক শিৰোমণি' (সংকলন, ২০০৪)।

**অভয় বৰুৱা (জন্ম ঃ ২১ অক্টোবৰ, ১৯৩৭ খ্ৰী.)**

অভয় বৰুৱাৰ জন্মস্থান নগাঁও জিলাৰ ফুলগুৰিত। স্নাতক আৰু বি. টি. ডিগ্ৰীৰ অধিকাৰী বৰুৱা নগাঁও জিলাৰ ফুলগুৰি হাইস্কুলৰ অৱসৰপ্ৰাপ্ত শিক্ষক।

২০০৩ বৰ্ষত ড° আম্বেদকাৰ ফেলোশ্বিপ বঁটা, ১৯৯৭ খ্ৰীষ্টাব্দত কৃতী শিক্ষকৰ ৰাজ্যিক বঁটা, ১৯৯৯ খ্ৰীষ্টাব্দত অসম কবি সন্মিলনৰ তৰফৰ পৰা সাহিত্য পদ্ম উপাধি লাভ কৰা অভয় বৰুৱাৰ প্ৰকাশিত পুথিকেইখন

হ'ল—নাটক ঃ 'টোকোনা পণ্ডিত' (১৯৫৯), 'এৰা সুঁতিৰ ঢৌ' (১৯৬৩), 'মুক্তি তীৰ্থ' (১৯৬৪), 'দৃষ্টিশূল' (১৯৮২) আৰু 'পণমুক্তি' (১৯৬৮)। কবিতা পুথি ঃ 'শঁকমণি' (১৯৮৮), 'শব্দ সুগন্ধি উশাহ' (১৯৮৯) আৰু 'এন্ধাৰ পোহৰ আৰু সব্যসাচী' (১৯৯৯)। প্ৰবন্ধ পুথি ঃ 'বিহু জনকৃষ্টিৰ বৈশিষ্ট্য' (১৯৮৯), 'দৰ্শন পদ্ম সুগন্ধিকা' (১৯৮৯) আৰু 'প্ৰবন্ধ পল্লৱ' (সংকলন, ১৯৯৮)। সমীক্ষাত্মক পুথি ঃ 'সন্ধানী দৃষ্টিত আধুনিক অসমীয়া কবিতা' (১৯৯৯) আৰু 'আধুনিক অসমীয়া কবিতাত প্ৰতীক বা চিত্ৰকল্পৰ ব্যৱহাৰ' (২০০৪)।

ইয়াৰোপৰি ঐতিহাসিক কিংবদন্তিমূলক পুথি 'নামেই গাঁৱৰ ইতিহাস কয়' (১৯৯৮) আৰু ধৰ্মীয় নিবন্ধ পুথি 'ভক্তিধৰ্মৰ তত্ত্বসুধা সন্ধান' (১৯৯০) নামৰ দুখনি পুথি লেখকে প্ৰকাশ কৰে।

**অমলেন্দু মজুমদাৰ (জন্ম ঃ ১০ এপ্ৰিল, ১৯৩৮ খ্ৰী.)**

অমলেন্দু মজুমদাৰৰ জন্মস্থান ছাপাদি, ছান্দপুৰ, কুমিল্লা। তেওঁ বৰ্তমান গুৱাহাটীৰ বাসিন্দা। স্নাতক ডিগ্ৰীধাৰী মজুমদাৰ বৃত্তিত ব্যৱসায়ী। লেখকৰ প্ৰকাশিত পুথি নাই যদিও বিভিন্ন আলোচনী, বাতৰি কাকত আদিত লেখনি প্ৰকাশ হৈছে।

**অমিয়কুমাৰ দাস (জন্ম ঃ ১৩ আগষ্ট, ১৯৩৩ খ্ৰী.)**

অমিয়কুমাৰ দাসৰ জন্মস্থান গোৱালপাৰা জিলাৰ দলগোমা সত্ৰৰ কদমতলা গাঁও। কদমতলা প্ৰাথমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক দাসৰ প্ৰকাশিত প্ৰাথমিক বিদ্যালয় শিক্ষাদানৰ সহায়ক পুথি দুখন হ'ল—' ব্যাকৰণ ৰচনা পুথি' ( ১৯৮৩) আৰু 'অসমীয়া প্ৰাথমিক ব্যাকৰণ ৰচনা' (৩য় আৰু ৪ৰ্থ শ্ৰেণীৰ বাবে, ১৯৮৩)।

**অৰবিন্দ গোস্বামী (জন্ম ঃ ৩১ মাৰ্চ, ১৯৩৯ খ্ৰী.)**

অৰবিন্দ গোস্বামীৰ জন্মস্থান দৰং জিলাৰ দেৱানন্দ ভাগৱতী সত্ৰ। সাংখ্য ব্যাকৰণ শাস্ত্ৰীত উত্তীৰ্ণ গোস্বামীৰ প্ৰকাশিত পুথিখন হ'ল—'নিত্য কৰ্মসাৰ সংগ্ৰহ' (২০০২)।



**ড° অৰুণ চন্দ্ৰ ভূঞা (জন্ম ঃ ১ জানুৱাৰী, ১৯৩৯ খ্ৰী.)**

যোৰহাট জিলাত ড° অৰুণ চন্দ্ৰ ভূঞাৰ জন্ম হয়। শিক্ষা বিভাগৰ বিদ্যালয়সমূহৰ পৰিদৰ্শক, উপসঞ্চালক, যুটীয়া সঞ্চালক আৰু সঞ্চালকৰূপে কাৰ্যনিৰ্বাহ কৰি ৰাজ্যিক শৈক্ষিক গৱেষণা বিভাগৰ সঞ্চালক, অসম উচ্চতৰ মাধ্যমিক শিক্ষা সংসদৰ সচিব আৰু অধ্যক্ষৰূপে ১৯৯৭ খ্ৰীষ্টাব্দত ভূঞাই অৱসৰ গ্ৰহণ কৰে। অসম সাহিত্য সভাকে আদি কৰি বিভিন্ন সংস্থাৰ সৈতে আজীৱন জড়িত হৈ পৰা সাহিত্যিক পেঞ্চনাৰ আৰু ড° হেৰম্বকান্ত-অমিয়া বৰপূজাৰী বঁটা প্ৰাপক অৰুণ চন্দ্ৰ ভূঞাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'দি কুইট ইণ্ডিয়া মুভমেণ্ট, নতুন দিল্লী' (১৯৭৫), 'অমিয় কুমাৰ দাস' (১৯৮৮), 'বুৰঞ্জীৰ ৰহঘৰা' (২০০৩), 'উৰুলি ধ্বনি' (গল্প সংকলন)।

**অশ্বিনী কুমাৰ ৰায় (জন্ম ঃ ১ অক্টোবৰ, ১৯৩৭ খ্ৰী.)**

অশ্বিনী কুমাৰ ৰায়ৰ জন্মস্থান বঙাইগাঁও জিলাৰ শিঙিমাৰী। অৱসৰপ্ৰাপ্ত শিক্ষক ৰায়ৰ প্ৰকাশিত পুথিকেইখন হ'ল—'বননিৰ আঁৰে আঁৰে' (গল্প সংকলন, ২০০৪), 'পুনৰ মিলন' (উপন্যাস, ১৯৭০), 'প্ৰসিদ্ধ শ্ৰীশ্ৰী শিৱ মন্দিৰ' (ইতিবৃত্ত, ১৯৯৮)।

**অহল্যা গগৈ (জন্ম ঃ ১ এপ্ৰিল, ১৯৩৩ খ্ৰী.)**

অহল্যা গগৈৰ জন্মস্থান যোৰহাট। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অংক শাস্ত্ৰত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা গগৈয়ে প্ৰাগজ্যোতিষ মহাবিদ্যালয়ত অধ্যাপনা আৰম্ভ কৰি শ্বিলঙৰ স্বেচ্ছাসেৱী সংস্থানত যোগদান কৰে। লেখিকাৰ প্ৰকাশিত গ্ৰন্থসমূহ হ'ল—'কৃষ্ণকান্ত সন্দিকৈ' (১ম খণ্ড) আৰু 'নৈষধচৰিতৰ জিলিঙনি' (১৯৯৮), 'কৃষ্ণকান্ত সন্দিকৈ' (২য় খণ্ড), 'যশস্তিলকৰ ৰেঙনি' (১৯৯৯), 'প্ৰৱৰসেনৰ সেতুবন্ধ' (অনুবাদ আৰু চমু পৰিচয়, ২০০০), 'প্ৰাচ্যবিদ্যাৰ্ণৱ কৃষ্ণকান্ত সন্দিকৈ' (২০০৩), 'ভ্ৰমিলো বনে বনে' (২০০৫), 'গান্ধী আলোকৰ অমলপ্ৰভা' (২০০৪), 'তৰংগ' (২০০৮), 'জাপানৰ কলা ঃ ইকেবানা' (১৯৯৬), 'Script on Documentary flim Krishnakanta Handiqui' (২০০৯), আৰু বহুতো লেখা বিভিন্ন কাকত-আলোচনীত প্ৰকাশ পাইছে।

# আ

**আকলু দেৱ শৰ্মা (জন্ম ঃ ১ ফেব্ৰুৱাৰী, ১৯৪০ খ্ৰী.)**

আকলু দেৱ শৰ্মাৰ জন্মস্থান দৰং জিলাৰ বৰ আঠিয়াবাৰী। স্নাতকোত্তৰ আৰু বি. টি. ডিগ্ৰীধাৰী শৰ্মাই দৰং জিলাৰ ডাঁহী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পৰা অধ্যক্ষ হিচাপে অৱসৰ গ্ৰহণ কৰে। দেৱ শৰ্মাৰ প্ৰকাশিত পুথিখন হ'ল—প্ৰাচুৰ্য্যৰ দেশত এভুমুকি' (ভ্ৰমণ কাহিনী)।

**মঃ আছগৰ আলী শেখ (জন্ম ঃ ৩ মে', ১৯৩৮ খ্ৰী.)**

মঃ আলী শেখৰ জন্মস্থান ধুবুৰী জিলাৰ মধুশৌলমাৰী। শেখে ধুবুৰী জিলাৰ উপায়ুক্ত অধীনত পৰ্যবেক্ষক সহায়ক হিচাপে অৱসৰ গ্ৰহণ কৰে। তেখেতৰ প্ৰকাশিত পুথিকেইখন হ'ল—'কবাৰো নাপাই সবাৰো নাপাই' (১৯৮০), 'উপকাৰীক বাঘে খায়', 'মাহুতেৰ পীৰিতি' (২০০৫), 'ভাবেৰ দেওৰা', 'ময়নাৰ বিয়াত', 'ফুলমতি' (২০০৫), 'হুৰক' (নাটক), 'তেৰাইৰ বেটিৰ বিয়াত' (সম্পাদিত নাটক), 'অনুতাপ' (সামাজিক নাটক), 'উপকাৰৰ ফল', 'সেউজ বিপ্লৱ' (কৃষি বিষয়ক), 'বন সম্পদ' (বন বিষয়ক 'সমন্বয়' (সংহতি), 'গ্ৰাহক সুৰক্ষা' (নাটক), 'অবিভক্ত গোৱালপাৰা জিলাৰ ঘৰুৱা ভাষা' (২০০৫), 'প্ৰখ্যাত লোকগীত শিল্পী প্ৰতিমা পাণ্ডে' (জীৱনী পুথি, ২০০৫), 'জননেতা শৰৎচন্দ্ৰ সিংহ আৰু কিছু স্মৃতি', 'প্ৰতিমা পাণ্ডেৰ বংশ পৰিচয়', 'ডাংদোতৰাৰ তান' (২০০৭) আৰু 'অনুভৱ' (ভাষা সংক্ৰান্ত)।

**আনন্দ মোহন ভাগৱতী (জন্ম ঃ ২৫ ডিচেম্বৰ, ১৯৩১ খ্ৰী.)**

প্ৰয়াত আনন্দ মোহন ভাগৱতীৰ জন্মস্থান অবিভক্ত শিৱসাগৰ জিলাৰ তাঁতিগাঁও। ভাগৱতী বৰ্তমান কামৰূপ জিলাৰ জটিয়াৰ নিবাসী। কলা শাখাৰ স্নাতক ডিগ্ৰীধাৰী ভাগৱতীয়ে অসম চৰকাৰৰ সাংস্কৃতিক পৰিক্ৰমা বিভাগৰ সঞ্চালক হিচাপে অৱসৰ গ্ৰহণ কৰে। ভাগৱতীৰ প্ৰকাশিত পুথিকেইখন হ'ল—'অবিচাৰ' (নাটক, ১৯৫৬), 'কুশান গান' (লোক সংস্কৃতিমূলক গ্ৰন্থ), 'সংস্কৃতি মালিকা' (অসমৰ লোক নৃত্যৰ প্ৰবন্ধ সংকলন) আৰু 'সত্ৰীয়া নৃত্যত শাস্ত্ৰীয় সমল তথা অভিনয়' (২০০৭)।



**মৌঃ আব্দুল জলিল ৰাগিবী (জন্ম ঃ ৬ জুলাই, ১৯৩৬ খ্ৰী.)**

আব্দুল জলিল ৰাগিবীৰ জন্মস্থান নগাঁও জিলাৰ শ্বাহৰান। দেওবন্দৰ আৰবী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰীধাৰী ৰাগিবী বৰ্তমান অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেখেতৰ প্ৰকাশিত পুথিকেইখন হ'ল—'চৰিত্ৰ চিত্ৰাংকনত ইছলাম' (১৯৬২), 'ইছলামৰ দৃষ্টিত মানৱ সন্তান' (১৯৮৩), 'ইছলামৰ দৃষ্টিত বিবাহ-বন্ধন', 'চম্পাবনৰ কবিতা' (কবিতা পুথি, ২০০৪) আৰু 'আৱৰণ' (২০০৬)।

**ডাঃ আবেদুল হুছেইন (জন্ম ঃ ১৯৩৫ খ্ৰী.)**

ডাঃ আবেদুল হুছেইনৰ জন্মস্থান নগাঁও জিলাৰ চামগুৰি। হুছেইন বৰ্তমান গুৱাহাটীৰ তৰুণ নগৰ নিবাসী। পশু চিকিৎসাৰ স্নাতক ডিগ্ৰী লোৱা হুছেইনে ১৯৯৫ খ্ৰীষ্টাব্দত যুটীয়া-সঞ্চালক হিচাপে পশু চিকিৎসা বিভাগৰ পৰা অৱসৰ গ্ৰহণ কৰে।

ডাঃ হুছেইনে ৰাজ্যিক পক্ষী সুৰক্ষা পৰিষদৰ পৰা ২০০৫ খ্ৰীষ্টাব্দত 'প্ৰকৃতিবিদ' উপাধি লাভ কৰে। তেখেতৰ প্ৰকাশিত পুথিকেইখন হ'ল— A Glimse to the wild life & Zoo Keeping, Properties of plants English verson of bananir Gunagun, Birds of Assam with global background, Feliciation volume of Seith chand Mahammad English, english Translation of Aru hoke Sanskriti, Pigmy Hog (book letsb, 'প্ৰতিমাৰ পালা জানো প্ৰাণ' (চুটিগল্প), 'বিক্ষিপ্ত চিন্তা', 'যৌনতা আৰু 'ভূতৰ কথা'।

**মঃ আলী আস্কৰ বুলবন (জন্ম ঃ ১৯৪০ খ্ৰী.)**

মঃ আলী আস্কৰ বুলবনৰ জন্মস্থান মৰিগাঁও জিলাৰ সাপমাৰী। প্ৰাথমিক বিদ্যালয়ৰ পৰা ২০০৪ খ্ৰীষ্টাব্দত শিক্ষক হিচাপে অৱসৰগ্ৰহণ কৰা বুলবনৰ প্ৰকাশিত পুথিকেইখন হ'ল—তেষষ্টিতম অধিৱেশন' (কবিতা পুথি, ১৯৫৮) আৰু 'প্ৰাণৰ সুৰ' (গীতি কবিতা, ১৯৯৪)।

# ই

**মঃ ইদ্রিছ আলী (জন্ম ঃ ১ এপ্রিল, ১৯৩৮ খ্রী.)**

মঃ ইদ্রিছ আলীৰ জন্মস্থান নগাঁও জিলাৰ বেঙেনা আটি। স্নাতক ডিগ্ৰীৰ অধিকাৰী আলী অৱসৰপ্ৰাপ্ত চৰকাৰী চাকৰিয়াল। তেওঁৰ প্ৰকাশিত দুখন কবিতাপুথি হ'ল—'হিয়াৰ মণিমুকুতা' আৰু 'হিয়াৰ বালিচন্দা'।

**ইন্দ্ৰপ্ৰসাদ সন্দিকৈ (জন্ম ঃ ১ অক্টোবৰ, ১৯৪০ খ্ৰী.)**

ইন্দ্ৰপ্ৰসাদ সন্দিকৈৰ জন্মস্থান শোণিতপুৰ জিলাৰ আমতলা গাঁও। স্নাতক আৰু বি. টি. ডিগ্ৰীধাৰী সন্দিকৈয়ে কনকলতা আদৰ্শ ছোৱালী হাইস্কুলত কৰ্মজীৱন আৰম্ভ কৰি পিছলৈ তেজপুৰ চন্দ্ৰনাথ শৰ্মা ছোৱালী হাইস্কুলৰ প্ৰধান শিক্ষক ৰূপে অৱসৰ গ্ৰহণ কৰে। লেখকৰ একমাত্ৰ প্ৰকাশিত গ্ৰন্থখন হ'ল—'জীৱনৰ নাটঘৰ' (প্ৰবন্ধপুথি)।

**ইন্দ্ৰেশ্বৰ গোস্বামী (জন্ম ঃ ১২ জুলাই, ১৯৩৫ খ্ৰী.)**

ইন্দ্ৰেশ্বৰ গোস্বামীৰ জন্মস্থান নগাঁও জিলাৰ বৰভকতি সত্ৰ। স্নাতকোত্তৰ আৰু আইন শিক্ষাত স্নাতক গোস্বামীৰ কৰ্মক্ষেত্ৰ নগাঁও। শ্ৰী গোস্বামীৰ প্ৰকাশিত পুথিকেইখন হ'ল—'কেঁচা মাটিৰ গোন্ধ' (উপন্যাস, ১৯৮৫), 'কেঁচা তেজৰ স্বপ্ন' (উপন্যাস, ১৯৮৭), 'ভোক' (চুটিগল্প পুথি, ১৯৯১), 'মাহীদেউ' (চুটিগল্প পুথি, ১৯৯৮), 'কুকুহা উৰিছে' (উপন্যাস, ১৯৮৯), 'আধা পোৰা পাণ্ডুলিপি' (উপন্যাস, ১৯৯৯), 'অসমীয়া সাহিত্যত এভুমুকি' (প্ৰবন্ধ সংকলন, ২০০৩), 'Eight Jewels of Assam (২০০৪), 'বিনু তই' (চুটিগল্প পুথি, ২০০৫), 'এয়া আমাৰ নগাঁও তেতিয়াৰ পৰা এতিয়ালৈ' (ইতিহাস, ২০০৭), 'স্বাধীনতাৰ আন্দোলনৰ প্ৰেক্ষাপটত অসমৰ সমাজবাদী আন্দোলন আৰু কেইজনমান যুঁজাৰু' (ইতিহাস, ২০০৯)।



**ইন্দ্ৰেশ্বৰ বৰুৱা (জন্ম ঃ ১১ জুলাই, ১৯৩৭ খ্ৰী.)**

ইন্দ্ৰেশ্বৰ বৰুৱাৰ জন্ম হয় শিৱসাগৰ জিলাৰ কোঁৱৰপুৰত। তেওঁৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'সমতুলনা কাৰ নাই' (২০০৯)।

**ইমৰাণ শ্বাহ (জন্ম ঃ ২৩ নবেম্বৰ, ১৯৩৩ খ্ৰী.)**

ইমৰাণ শ্বাহৰ জন্মস্থান শিৱসাগৰ জিলাৰ ধাইআলি। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা ইমৰাণ শ্বাহে শিৱসাগৰৰ অৰুণোদয় মহাবিদ্যালয়ৰ অধ্যক্ষৰূপে অৱসৰ গ্ৰহণ কৰে। নিষ্ঠাৱান এইগৰাকী লেখকে কবিতা, গল্প, নাটক উপন্যাস আৰু প্ৰবন্ধ সাহিত্যৰ আটাইকেইটা দিশতে অৱদান আগবঢ়াইছে। অসম চৰকাৰৰ সাহিত্যিক পেন্সনাৰ ইমৰাণ শ্বাহৰ প্ৰকাশিত গ্ৰন্থৰাজি হ'ল—কবিতা সংকলন ঃ 'বনবাসী' (১৯৫১)। গল্প সংকলন ঃ 'বন্দী বিহংগমে কান্দে' (১৯৫৫), 'পিয়ামুখ চন্দা' (১৯৫৯), 'শিখাৰ মিনতি' (১৯৬২), 'ইত্যাদি' (১৯৬৪), 'পথিক' (১৯৯৫), 'প্ৰতিবিম্ব' (১৯৬২), 'বছৰৰ গল্প' (১৯৬৩)। উপন্যাস ঃ 'সংগীতৰ সিপাৰে' (১৯৫২),'ইনকিলাব' (১৯৬১), 'জোনাকৰ ছবি' (১৯৬০), 'ক্ৰান্তিৰেখা' (১৯৮৩), 'অনামিকা' (১৯৮০), 'সাগৰিকা' (১৯৮৫), 'বৰ্ণালী' (১৯৮৫), 'বন্ধ দুৱাৰ' (১৯৮৪), 'কবি পুলিচ' (১৯৮৬), 'ক্ৰীতদাসৰ' (১৯৮৮), 'জবানবন্দী' (১৯৮৮) আদি।

প্ৰবন্ধ সংকলন ঃ 'মোৰ ফুলনিৰ ফুল' (১৯৯৬) আৰু 'দৃষ্টি সৃষ্টি' (১৯৯৬)। ইয়াৰোপৰি তেখেতে ৰচনা কৰা নাটককেইখন হ'ল—'চেনেহী', 'চেনাইৰ ঘাট', 'ভেজাল', 'যন্ত্ৰণা' আৰু 'পৰাজয়' আদি।

**ইৰা বৰা (জন্ম ঃ ১ জুন, ১৯৩৯ খ্ৰী.)**

ইৰা বৰাৰ জন্মস্থান শোণিতপুৰ জিলাৰ জামুগুৰি। স্নাতক ডিগ্ৰীধাৰী ইৰা শোণিতপুৰৰ জামুগুৰি ছোৱালী হাইস্কুলৰ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। লেখিকাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'চিন্তা-বিচিত্ৰা' (২০০৭), 'পঞ্চ প্ৰদীপ' (২০০৮), 'বৰণীয়-স্মৰণীয়' (২০০৮), 'সময় বালিত সোণালী খোজ' (২০০৯) আৰু 'সুবাসিত কৰণি' (২০০৯)।

# উ

**ড° উত্তম বৰুৱা (জন্ম ঃ ৫ জুলাই, ১৯৩৩ খ্রী.)**

ড° উত্তম বৰুৱা জন্মস্থান কামৰূপ জিলাৰ আজাৰা। পৌৰ নিগমৰ জনসম্পৰ্কৰক্ষী বিষয়া হিচাপে অৱসৰ গ্ৰহণ কৰা বৰুৱাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'মহাপুৰুষৰ নামঘৰ' (১৯৫৯), 'জেৰেঙাৰ সতী' (১৯৬২), 'বৰ মানুহৰ দোলা' (১৯৬২), 'বৰ ৰজা ফুলেশ্বৰী' (১৯৭০), 'পিয়লি ফুকন' (১৯৭৭), 'ৰূপকোঁৱৰৰ জীৱন জিজ্ঞাসা' (১৯৮৫), 'গোমধৰ কোঁৱৰ' (২০০৪), 'মাণিক মুকুতা' (১৯৯৯), 'কুশল কোঁৱৰ' (১৯৮৬), আৰু 'হেংদাং' (১৯৮০)।

**উত্তম বৰুৱা (জন্ম ঃ ১ ফেব্ৰুৱাৰী, ১৯৩৬ খ্রী.)**

উত্তম বৰুৱাৰ জন্মস্থান শিৱসাগৰ জিলাৰ চাৰিং গাঁও। বাণিজ্য শাখাৰ স্নাতক ডিগ্ৰী লাভ কৰা বৰুৱা বৰ্তমান কামৰূপ জিলাৰ মথুৰানগৰ নিবাসী। অৱসৰপ্ৰাপ্ত কৰ্মচাৰী বৰুৱাৰ প্ৰকাশিত পুথি হ'ল—'পঁচিশ বছৰীয়া খতিয়ান' (সম্পা. ১৯৭৮) আৰু 'মধুকোষ' (২০১০, সম্পা.)।

**উত্তমচন্দ্ৰ শৰ্মা (জন্ম ঃ ২৬ মে', ১৯৩২ খ্রী.)**

উত্তমচন্দ্ৰ শৰ্মাৰ জন্মস্থান কামৰূপ জিলাৰ পলাশবাৰী। বৰ্তমান শৰ্মা গোৱালপাৰাৰ বাসিন্দা। অসমীয়া বিভাগৰ স্নাতকোত্তৰ শ্ৰী শৰ্মাৰ প্ৰকাশিত নাটসমূহ হ'ল—'এখন হৃদয় লাগে' (পূৰ্ণাংগ নাটক), 'আমি সাৰে আছোঁ' (পূৰ্ণাংগ নাটক) আৰু একাংকিকা নাট হ'ল— 'লটি-ঘটি' 'সংঘাত', 'সঁজাৰ পখী', 'পগলা ফাটেক', 'নকল হীৰা' আৰু 'বিভিন্ন কোৰাছ'।

**উদয় দত্ত (জন্ম ঃ ১৯৩৮ খ্রী.)**

প্ৰয়াত উদয় দত্তৰ জন্মস্থান টিহু। ইংৰাজী সাহিত্যত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা উদয় দত্তই আৰ্য বিদ্যাপীঠ কলেজ আৰু কটন কলেজত অধ্যাপনা কৰিছিল। অসমীয়া চুটি গল্পৰ সমালোচক দত্তৰ উল্লেখযোগ্য প্ৰকাশিত গ্ৰন্থ হ'ল—'চুটিগল্প' (১৯৯০)।



**উপেন দত্ত (জন্ম ঃ ২ ফেব্ৰুৱাৰী, ১৯৪০ খ্রী.)**

উপেন দত্তৰ জন্মস্থান হ'ল গোলাঘাট জিলাৰ ঢেকীয়াল। এম., এ., বি. টি, এম. এড ডিগ্ৰীধাৰী দত্ত গোলাঘাট বি. এড কলেজৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ।

হোমিঅ'পেথিক চিকিৎসক দত্তৰ প্ৰকাশিত পুথি—'মহান আৱিষ্কাৰৰ জীৱন কথা' (বিজ্ঞান ভিত্তিক, ১৯৯৩), 'আঠগৰাকী মহান দাৰ্শনিক পণ্ডিতৰ জীৱনালেখ্য' (বিজ্ঞানভিত্তিক, ২০০০), 'প্ৰখ্যাত বিজ্ঞানীৰ জীৱন চিত্ৰ (বিজ্ঞানভিত্তিক, ১৯৯৩), 'বাহাদুৰ চাহ জাফৰ আৰু তিনিজন মহান ভাৰতীয় (বুৰঞ্জীমূলক, ১৯৯৯), 'যুগে যুগে বীৰাংগনা' (বুৰঞ্জীমূলক, ১৯৯৩), 'অমৰ শ্বহীদ কুশল কোঁৱৰ (জীৱনীমূলক, ২০০০), 'শ্ৰীমন্ত শংকৰদেৱ' (জীৱনীমূলক) আৰু 'বনে ৰিঙিয়ায়' (চিকাৰ কাহিনী)।

**উপেনচন্দ্ৰ ডেকা (জন্ম ঃ ৩১ আগষ্ট, ১৯৩৪ খ্রী.)**

উপেনচন্দ্ৰ ডেকাৰ জন্মস্থান বাৰুৱতী (বৰদোৱা), নগাঁও জিলা। বৰ্তমান ডেকা চিত্ৰনগৰ, টংলাৰ স্থায়ী বাসিন্দা। ডেকাদেৱে সামৰিক বাহিনীৰ পায়নীয়াৰ ১১৩ কোম্পানী (১৯৫৮)ত যোগদান কৰাৰ উপৰিও ১৯৬৯ খ্ৰীষ্টাব্দত পোষ্ট এণ্ড টেলিগ্ৰাফত যোগদান কৰে। উপেন চন্দ্ৰ ডেকাৰ সৃষ্টি কৰ্ম হ'ল—'ভক্তিতত্ত্ব নাম' (২০০৩), 'যুগধৰ্ম' (২০০৪), 'যোগ সাধন' (২০০৫), 'বৈষ্ণৱ নিত্যকৰ্ম ভক্তি অমৃত' (২০০৬), 'বিপদ তাৰণ জীৱৰ মুক্তি' (২০০৭), 'আত্মাৰ পৰিচয় ভাগৱত সাৰ' (২০০৯), 'শ্ৰীকৃষ্ণৰ ভক্তি-প্ৰেমঘোষা' (২০০৯) আৰু 'মোৰ জীৱন কাহিনী' (২০০৪)।

**উমাকান্ত ডেকা (জন্ম ঃ ১৯৩৪, মৃত্যু ঃ ১৯৮৭ খ্রী.)**

প্ৰয়াত উমাকান্ত ডেকাৰ জন্মস্থান দৰং। অৱসৰপ্ৰাপ্ত শিক্ষক প্ৰয়াত

উমাকান্ত ডেকাৰ প্ৰকাশিত পুথি দুখন— 'বৰাহ মিহিৰ আৰু মিহিৰ ডাক' (১৯৮৫) আৰু 'ৰহঘৰা' (কবিতাপুথি, ১৯৮৫)।

**উমেশ চেতিয়া (জন্ম ঃ ২ জানুৱাৰী, ১৯৩৭ খ্ৰী.)**

ধেমাজি জিলাৰ গোৱালচাপৰিৰ চাপৰি গাঁৱত উমেশ চেতিয়াৰ জন্ম হয়। এম. এ. ডিগ্ৰীধাৰী (১৯৮৫) চেতিয়া ধেমাজি বালিকা মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাপক অধ্যক্ষ। তেওঁলৈ ২০০৬ বৰ্ষৰ অসম সাহিত্য সভাৰ দ্বাৰা অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী বঁটা প্ৰদান কৰা হয়। ২০০১ খ্ৰীঃত তেওঁ অসম চৰকাৰৰ সাহিত্যিক পেন্সন লাভ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল। জীৱনী ঃ 'জীৱন জেউতি' (১৯৮১), 'ছাঁ পোহৰৰ জিলিঙনি' (১৯৮৬), 'বৰণীয় আহোম স্মৰণীয় অৱদান' (১৯৮৫), 'ড° লীলা গগৈ ঃ কৃতি আৰু কৃতিত্ব' (১৯৮৫), 'জগত গুৰু শংকৰদেৱ' (২০০১), 'কুৰি শতিকাৰ সৰ্বশ্ৰেষ্ঠ অসমীয়া' (২০০১), 'ধেমাজিৰ জীৱনী' (২০০২), 'স্বাধীনতা সংগ্ৰামত ধেমাজি' (১৯৮০), 'সাহিত্যৰত্ন এশ একুৰি সাহিত্যিকৰ জীৱনী' (২০০৫), 'অশ্ৰু অঞ্জলি (শ্বহীদৰ জীৱনী, (১৯৮৭)। বুৰঞ্জীমূলক সাহিত্য ঃ 'ধেমাজি বুৰঞ্জী' (২০০৯), 'আমাৰ অসম' (১৯৮৪)। 'অসমৰ লোক-সংস্কৃতিৰ ৰূপৰেখা' (লোক-সংস্কৃতি, ২০০৮), 'সাহিত্য আৰু অসমীয়া সাহিত্য' (সাহিত্য সমীক্ষা, ২০০৯), 'সুৱাগমণি' (কাব্য সংকলন), 'চেতিয়া বংশাৱলী' (১৯৮৫), 'চতুৰংগী খোজৰ শব্দ' (কাব্য সংকলন, ১৯৮০), 'ধেমাজিৰ লেখক-লেখিকাৰ গ্ৰন্থপঞ্জী' (গ্ৰন্থপঞ্জী, ২০০১)।



# ক

**কনকচন্দ্ৰ শৰ্মা (জন্ম ঃ ২ ডিচেম্বৰ, ১৯৩৬ খ্ৰী.)**

কনকচন্দ্ৰ শৰ্মাৰ জন্মস্থান লৰমা, নলবাৰী। বৰ্তমান শ্ৰী শৰ্মা গুৱাহাটীৰ কাহিলীপাৰাৰ বাসিন্দা। ইংৰাজী বিষয়ত স্নাতকোত্তৰ আৰু বি. এড. ডিগ্ৰী লাভ কৰে। অসম অসামৰিক সেৱাৰ প্ৰশাসনীয় বিষয়াৰূপে অৱসৰ গ্ৰহণ কৰে। সাহিত্যিক পেন্সনাৰ (২০০০ খ্ৰী.) শ্ৰীশৰ্মা অসম সাহিত্য সভাৰ প্ৰাক্তন উপ-সভাপতি (২০০৯-২০০১১)। তদুপৰি শোণিতপুৰ জিলাৰ সাহিত্য সভাৰ পদ্মনাথ গোহাঞিবৰুৱা বঁটা প্ৰাপক শ্ৰী শৰ্মাৰ প্ৰকাশিত পুথিসমূহ হ'ল—সমালোচনা সাহিত্য ঃ 'সাহিত্য সংবাহন' (১৯৮২), 'দেৱী দুৰ্গা' (১৯৯৪) আৰু 'সাহিত্য-চিন্তা বিবিধা' (১৯৯৬)। 'সপ্তপৰ্ণ' (১৯৮৮) আৰু 'বৈখৰী' (১৯৯৪) তেওঁৰ দুখন কবিতাপুথি। প্ৰসংগ পুথি ঃ 'গৌৰৱ ৰবি আনন্দৰাম বৰুৱা' (২০০০), 'তেজপুৰ নাম ইটো নগৰ বিশেষ' (তেজপুৰৰ বৰ্ণনা, ২০০১), 'On Satra Institution of Assam (২০০১), 'নৱম শতিকাৰ তৃতীয় বলবৰ্মা ৰজাৰ উলুবাৰী তাম্ৰশাসনৰ পাঠোদ্ধাৰ' (যুটীয়া, ১৯৭৫), 'সু-প্ৰসিদ্ধ মহাভৈৰৱ মন্দিৰ' (২০০১), 'ৰমনীয় সাহিত্য—নাটক' (২০০৪), 'পশ্চিম অসমৰ ভাষা' (২০০৭) আৰু 'অসম ইতিহাসৰ যৎকিঞ্চিৎ' (২০১০)। কনকচন্দ্ৰ শৰ্মাৰ সম্পাদিত গ্ৰন্থসমূহ ঃ প্ৰবন্ধ সংকলন ঃ 'সাংস্কৃতিকা' (১৯৭৬), 'The Brahmaputra (১৯৭৮), 'ৰঘুনাথ চৌধাৰী স্মৃতিগ্ৰন্থ' (১৯৮০), 'বিহু নৃত্য-গীত খচৰা নিয়মাৱলী' (১৯৮৮), 'শোণিত কন্যা' (১৯৮৮), 'চিত্ৰৰূপ' (১৯৮৯), 'লক্ষ্মীনাথ' (১৯৯২), 'Journal of the Assam Research Society' (সহযোগী সম্পাদক), 'Satra Culture and Neo-Vaishnavism in Assam' (১৯৯৯), 'Journal of the Assam research Society' (১৯৯৭), 'বিশ্বৰ বাতৰি' (সম্পাদনা, ২০০৩), 'অমৃত সন্ধানী আদৰ্শ নাৰী ভৱানী শৰ্মা' (২০০৫), 'শৰৎ চন্দ্ৰ শৰ্মা ৰচনা সমগ্ৰ' (প্ৰথম, দ্বিতীয়, তৃতীয়, চতুৰ্থ খণ্ড, ২০০৫, ২০০৬), 'শমেয় অমৃত গংগা' (২০০৬),

'প্ৰাগজ্যোতিকা' (২০০৭), 'দেৱেন্দ্ৰ-দীপ্তি' (২০১০) আৰু 'কাব্যলেখা' (কবিতা, ১৯৮০)।

**কনকচন্দ্ৰ গগৈ (জন্ম ঃ ২৫ অক্টোবৰ, ১৯৩৩ খ্ৰী.)**

শিৱসাগৰ জিলাৰ আমগুৰিৰ হাতীমূৰীয়া গাঁও। কনকচন্দ্ৰ গগৈ বৰ্তমান ডিব্ৰুগড় জিলাৰ দুলীয়াজান নিবাসী। স্নাতক মহলালৈ অধ্যয়ন কৰা শ্ৰী গগৈ দুলীয়াজান অইল ইণ্ডিয়া লিমিটেডৰ কৰ্মচাৰী । তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'সত্যৰ সন্ধান' (২০১০)।

**কনকলতা নেওগ (জন্ম ঃ ৯ আগষ্ট, ১৯৪০ খ্ৰী.)**

কনকলতা নেওগৰ জন্মস্থান শোণিতপুৰ জিলাৰ কেটেলা চাহ বাগিচা। অসমীয়া সাহিত্যত স্নাতকোত্তৰ কনকলতা নেওগ চাৰিআলি একাডেমী উচ্চ ইংৰাজী বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। তেখেতৰ ৰচিত পুথিসমূহ হ'ল—কবিতা পুথি ঃ 'তৰংগ' (১৯৮৯, ১৯৯১), 'কাকলি' (১৯৯৫)। গল্প সংকলন ঃ 'মৃগনাভি' (১৯৯৫) আৰু শিশু পুথি চিত্ৰ ঃ 'বাবাৰ মাঘ বিহুৰ উৰুকা' (২০০২), 'লুইত পাৰৰ সাধু' (২০০০), 'প্ৰজ্ঞাৰ সাধনা' (২০০৩), 'আইতাৰ সাধু' (পুথি, ২০০৮) আৰু 'অকণি পৃথিৱী' (২০০৯)। তেওঁৰ একমাত্ৰ প্ৰবন্ধ পুথিখন হ'ল— 'সুখৰ অন্বেষণত' (২০০৫), 'আমাৰ শংকৰদেৱ আৰু মাধৱদেৱ' (২০১১), 'ককাদেউতাৰ সাধু' (১৯১১), 'কনকলতা নেওগে ড° আম্বেদকাৰ বঁটা লাভ কৰে।

**কনকসেন ডেকা (জন্ম ঃ ১৬ জুলাই, ১৯৩৩ খ্ৰী.)**

অবিভক্ত কামৰূপ জিলাৰ বেলশৰত (বৰ্তমান নলবাৰী জিলা) শ্ৰী কনকসেন ডেকাৰ জন্ম। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা শ্ৰী ডেকাই শিক্ষকতাৰে কৰ্মজীৱন আৰম্ভ কৰে। বৰ্তমান তেওঁ 'অগ্ৰদূত' কাকতৰ স্বত্বাধিকাৰী তথা সম্পাদক। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি কনকসেন ডেকাই ৰাষ্ট্ৰীয় নাগৰিক বঁটা (১৯৯৩), ড° ৰাম মনোহৰ লোহিয়া ৰাষ্ট্ৰীয় বঁটা (১৯৯৬), অসমৰ শ্ৰেষ্ঠ সম্পাদকৰ বঁটা, সংবাদসূৰ্য, সংবাদজ্যোতি, সংবাদ মুকুট আদি বিভিন্ন বঁটাৰে পুৰস্কৃত হৈছে। তেখেতৰ সৃষ্টিৰাজি হ'ল—'নতুন পুৰুষে যুক্তিৰ আধাৰত নতুন সমাজ গঢ়ক', 'অসমৰ গোষ্ঠীদ্বন্দ্ব আৰু সামাজিক বিৱৰ্তনৰ ধাৰা', 'মূল্যবোধৰ অৱক্ষয় আৰু সাম্প্ৰতিক সংকট', 'আলফাৰ স্বাধীন অসম', 'দুশবছৰীয়া হীনমন্যতাৰ অৱসান হওক', 'একবিংশ শতিকাৰ অসম' (সম্পা.)। উপন্যাস ঃ 'লুইতক ভেটিব সিহঁতে', 'সূৰ্য পুবত নুঠে', 'টেমচ্ আৰু লুইত', 'সোণৰ পালেঙে নুশুৱাই', 'সূৰ্যমুখী বিহংগিনী', 'গৃহযুদ্ধ', 'ষ্টেনগান সোঁৱে-বাঁৱে' আদি। গল্প সংকলন ঃ 'ৰঙীন পৰ্দা', 'পাঁচ ছেপ্টেম্বৰৰ ৰাতিপুৱা'। নাট্য সংকলন ঃ 'একাংশ পঞ্চমা' (পাঁচখন একাংকিকা নাটৰ সংকলন) সাহিত্য জীৱনী ঃ 'সাহিত্য আৰু জীৱনী', 'এশখন মহৎ গ্ৰন্থ' (সম্পা.), 'এশগৰাকী মহান ব্যক্তি' (সম্পা.)। ভ্ৰমণ কাহিনী ঃ 'হাডচনৰ পৰা লোহিত গংগা'। ইয়াৰ উপৰি লেখকৰ বাংলা, বড়ো আৰু ইংৰাজী ভাষাত কেইবাখনো পুথি প্ৰকাশিত হৈছে।



**কনপাই পাটৰ (জন্ম ঃ ২ এপ্ৰিল, ১৯৩৯ খ্ৰী.)**

কনপাই পাটৰৰ জন্মস্থান নগাঁও জিলাৰ বালিসৰা গাঁও। বৰ্তমান ডিফু, কাৰ্বি আংলং জিলাৰ বাসিন্দা পাটৰ কেন্দ্ৰীয় চৰকাৰৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। তেওঁৰ প্ৰকাশিত পুথি হ'ল—'হোৱা সংস্কাৰ কৰি আৱিষ্কাৰ' (২০০৭)।

**কমল হালো (ৰাভা) (জন্ম ঃ ১৯৩৫ খ্ৰী.)**

কমল হালো (ৰাভা)ৰ জন্মস্থান নোৱাপাৰা, গোৱালপাৰা। বৃত্তিত এগৰাকী কৃষক হালোৰ একমাত্ৰ প্ৰকাশিত কবিতা পুথিখন হৈছে—'কৃষ্ণা চতুৰ্থী ৰাতিৰ জোনাক' (২০০৫)।

**কমল কছাৰী (জন্ম ঃ ১৯৩৮ খ্ৰী.)**

যোৰহাটৰ মৰধলি গাঁৱত কমল কছাৰীৰ জন্ম হয়। বৰ্তমান কমল কছাৰী শিৱসাগৰৰ মাদুৰিগোহাঁই গাঁৱৰ বাসিন্দা। প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ কমল কছাৰীয়ে ফাৰ্মাচিষ্ট প্ৰশিক্ষণো লাভ কৰে। সদৌ অসম কবি সন্মিলনৰ দ্বাৰা ৰবিকান্ত মহন্ত সোঁৱৰণী বঁটা, পদুমী শৰ্মা সোঁৱৰণী

বঁটা লাভ কৰাৰ লগতে ১৯৯৫ খ্ৰীষ্টাব্দত ডিব্ৰুগড় অনাতাঁৰ কেন্দ্ৰৰ নিয়মীয়া গীতিকাৰৰূপে স্বীকৃত। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'উভলা শিপাৰ আৰ্তনাদ' (একাংকিকা নাট, ১৯৭০), 'টুকুৰা ছবি' (কবিতা পুথি, ১৯৮১), 'ইস্তাহাৰ' (কাব্য সংকলন, ১৯৮৮), 'নতুন পুৰাৰ গান' (কাব্য সংকলন, ১৯৯৩), 'উকি' (কাব্য সংকলন, ২০০০), 'দিনপঞ্জীৰ পাতমেলি' (আত্মজীৱনীমূলক, ২০০৩), 'বিচাৰ' (কাব্যগ্ৰন্থ, ২০০৭), 'জগাও লুইতৰে পাৰ' (গীতৰ সংকলন, যুটীয়াভাৱে, ১৯৮০), 'সুৰৰ বুকুত জীৱন বিচাৰি' (গীতি সংকলন, ১৯৮৭), 'সুন্দৰ সমাজ গঠনত সংগীত কলাৰ ভূমিকা' (প্ৰবন্ধ পুস্তিকা, ২০০০), 'কমল কছাৰীৰ স্বনিৰ্বাচিত গল্প' (প্ৰবন্ধ, গীত আৰু কবিতাৰ সংকলন, ২০০৩) 'লিমাৰিক' (লিমাৰিক সংকলন, ২০০৯), 'জেৰেঙাৰ বিননি' (একাংকিকা, ২০০৯)। তদুপৰি 'পুৱতি' আৰু 'সময় নদীৰ পলস', 'কাব্যালোচনী'ৰ মুখ্য সম্পাদক।

**কমলচন্দ্ৰ বায়ন (জন্ম ঃ ১৯৩৫ খ্ৰী.)**

কমলচন্দ্ৰ বায়নৰ জন্মস্থান বৰপেটা জিলাৰ হাউলী। বায়নৰ প্ৰকাশিত পুথিসমূহ হ'ল—'আজিৰ দিন' (উপন্যাস), 'প্ৰিয়া পত্নী' (ঐতিহাসিক আৰু পৌৰাণিক আখ্যান), 'শংকৰ তাকেৰি অংশ', 'হিন্দী অসমীয়া অভিধান' (সম্পাদনা), 'অসম যাদুকা দেশ' (হিন্দী ভাষাত)।

**কমলাৱতী বৰা (জন্ম ঃ ১৯৩৩ খ্ৰী.)**

কমলাৱতী বৰাৰ জন্মস্থান হ'ল শোণিতপুৰ জিলাৰ বেদেতী। বৰ্তমান তেওঁ গুৱাহাটীৰ বেলতলা নিবাসী। পূব গুৱাহাটী ছোৱালী এম. ই স্কুলৰ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী বৰাৰ একমাত্ৰ প্ৰকাশিত আত্মজীৱনীমূলক পুথিখন হৈছে— 'কলঙ্ক'।

**কমিৰাম শৰ্মা (জন্ম ঃ ১৯ আগষ্ট, ১৯৩৪ খ্ৰী.)**

দৰং জিলাৰ মঙলদৈ মহকুমাৰ হাজৰিকাপাৰা কমিৰাম শৰ্মাৰ জন্ম হয়। বৰ্তমান শোণিতপুৰ জিলাৰ চিৰাজুলি বাসিন্দা শৰ্মাৰ একমাত্ৰ



প্ৰকাশিত পুথিখন হৈছে— 'বৈষ্ণৱ জীৱন চৰিত' (প্ৰথম খণ্ড, ২০০৪, দ্বিতীয় খণ্ড, ২০০৬)।

**কৰুণাকান্ত কলিতা (জন্ম ঃ১ফেব্ৰুৱাৰী, ১৯৩৮ খ্ৰী.)**

কৰুণাকান্ত কলিতাৰ জন্মস্থান বৰপেটা জিলাৰ কনিমাৰা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ ডিগ্ৰীধাৰী কলিতা বৰ্তমান নলবাৰী জিলাৰ টিহু টাউন (ৱাৰ্ড নং ১)ৰ বাসিন্দা। কৰ্মসূত্ৰে অধ্যাপক কলিতাৰ প্ৰকাশিত পুথি হ'ল—'চিন্তা কল্লোলিনী' (প্ৰবন্ধ পুথি, ২০১০)।

**কল্যাণী মহন্ত (জন্ম ঃ ২৬ অক্টোবৰ, ১৯৩৭ খ্ৰী.)**

কল্যাণী মহন্তৰ জন্মস্থান হ'ল শিৱসাগৰ জিলাৰ আমগুৰি মহকুমাৰ জালুক গাঁও। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা মহন্তৰ প্ৰকাশিত পুথিকেইখন হ'ল—'সেই স্বপ্ন ঃ এই জীৱন' (১৯৯৫), 'জীৱন প্ৰান্তত নতুন পুৰুষ' (২০০৭) আৰু 'বৈদেহী' (উপন্যাস, ২০০৮)।

**কান্তেশ্বৰ কাকতি (জন্ম ঃ ২৪ জানুৱাৰী,১৯৩৭ খ্ৰী.)**

কান্তেশ্বৰ কাকতিৰ জন্মস্থান হাগুৰীগাঁও (মুগুৰীয়া) বৰপেটা জিলা। মেট্ৰিক আৰু নৰ্মাল উত্তীৰ্ণ কাকতি অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'সুৰ সমলয়' (১৯৮৩), 'দেহ-বিচাৰৰ গীত' (১৯৮৪), 'বেদগন্ধি' (কবিতাপুথি, ১৯৮৭)' 'উদাত্ত কণ্ঠ' (সমবেত গীত, ১৯৮৭), 'কল্পান্তৰ' (কাব্য, ১৯৯৫), 'সিদ্ধাৰ্থ বনৰ বুদ্ধ শুদ্ধ' (২০০৫), 'তৌতৌকৈ বয় মৌ', 'ৰহৰহীয়া' আদি।

**কামাখ্যাপ্ৰসাদ শৰ্মা (জন্ম ঃ ১৯৩৪ খ্ৰী.)**

কামাখ্যাপ্ৰসাদ শৰ্মাৰ জন্মস্থান গোলাঘাট জিলাৰ দেৰগাঁৱত। অৱসৰপ্ৰাপ্ত অধ্যক্ষ শৰ্মাৰ সাহিত্যৰাজি হ'ল—উপন্যাস ঃ 'নৱ-মল্লিকা', 'স্বপ্নভংগ', 'উৰ্ম্মিমালা', 'ৰক্তস্নান', 'ৰক্তজৱা', 'গংগাস্নান' আদি। আন

আন ৰচনাৰাজি হ'ল—'মহাদেৱৰ পৃথিৱী যাত্ৰা', (একাংকিকা নাট), 'টেকেলীৰ ভাগ্য', 'পোহৰ', 'চোৰ ধৰা বুদ্ধি' আদি।

**কালীপ্ৰসাদ গোস্বামী (জন্ম ঃ১০ অক্টোবৰ, ১৯৩৬ খ্ৰী.)**

কালীপ্ৰসাদ গোস্বামীৰ জন্মস্থান গোলাঘাট জিলাৰ কুৱালগুৰি, ভাৱলী গাঁও। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অৰ্থনীতি বিষয়ৰ স্নাতকোত্তৰ ডিগ্ৰীধাৰী (১৯৬১) গোস্বামী দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'তুঁহ জুই' (১৯৬১), 'মনে মনে মিলে' (১৯৬৫), 'ইন্দিৰা গান্ধী আৰু সমাজবাদ' (১৯৭৫), 'উঃ মাঃ অৰ্থনীতি প্ৰৱেশিকা' (১৯৯৪), 'উন্নয়ন আৰু পৰিকল্পনা অৰ্থনীতি' (১৯৯৫), 'কথাচণ্ডী' (২০০৯), 'শকুন্তলা' (২০০৮), 'বন্দে মাতৰম্' (২০০৪) আৰু 'জীৱন ঃ সুগন্ধি ফুল' (২০০৫), 'কামাখ্যা টেম্পল ঃ পাষ্ট এণ্ড প্ৰেজেন্ট'(১৯৯৮) আৰু 'দেবদাসী কাঁছিং দেমচেল' (২০০০) ।

**কালীপ্ৰসাদ শৰ্মা (জন্ম ঃ ১৭ অক্টোবৰ, ১৯৪০ খ্ৰী.)**

কালীপ্ৰসাদ শৰ্মাৰ জন্মস্থান কোকৰাঝাৰ। কোকৰাঝাৰ এন. এল. পাব্লিকেশ্বনৰ স্বত্বধিকাৰী শৰ্মাই নামনি অসমৰ প্ৰকাশক হিচাপে মুখ্যমন্ত্ৰী শৰৎচন্দ্ৰ সিংহৰ দ্বাৰা মানপত্ৰ লাভ কৰিবলৈ সক্ষম হৈছিল (১৯৭৭)। তদুপৰি তেওঁ শিক্ষামন্ত্ৰী বৃন্দাবন গোস্বামীৰ দ্বাৰা (১৯৯০) মানপত্ৰ, ৰাষ্ট্ৰপতি গিয়ানী জাইল সিঙৰ পৰা সম্বৰ্ধনা পত্ৰ (১৯৯৩), বড়ো সাহিত্য সভাৰ দ্বাৰা বড়োনি হাতৰখি সন্মান, ২০০৯ বৰ্ষত অসম সাহিত্য সভাৰ সভাপতি ৰংবং তেৰাঙৰ দ্বাৰা সাহিত্যিক সম্বৰ্ধনা লাভ কৰিছে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'অকণিৰ মহাত্মা গান্ধী' (শিশু সাহিত্য, ১৯৯১), 'আদৰ্শ সন্তান' (গল্প, ১৯৯২), 'খনাৰ বচন' (১৯৯৭), 'আধুনিক কুকুৰা পালন' (১৯৯৮), 'চন্দ্ৰলোকৰ যাদুকৰ' (সাধু, ১৯৯৮), 'শিয়াল ৰজাৰ সাধু' (২০০৫) আৰু 'অকণিৰ জৱাহৰলাল' (২০০৫)।

**কুলদা কুমাৰ ভট্টাচাৰ্য (জন্ম ঃ ১৯৩৩ খ্ৰী.)**

গুৱাহাটী জন্মলাভ কৰা কুলদা কুমাৰ ভট্টাচাৰ্য আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ বিষয়া আছিল। কিছুদিনৰ বাবে অধ্যাপনা কৰা ভট্টাচাৰ্যদেৱ অসমৰ জাতীয় নাট্য-আন্দোলনৰ এজন প্ৰধান হোতা। নাট্য-সাহিত্য আৰু বিভিন্ন সাংস্কৃতিক দিশত তেখেতে বিশ্লেষণাত্মক লেখাৰে জনপ্ৰিয়তা অৰ্জন কৰে। অসমৰ কেইবাখনো সংবাদপত্ৰৰ তেখেত স্তম্ভ লেখক আছিল।



**কুসুম বৰা (জন্ম ঃ ৮ ডিচেম্বৰ, ১৯৩৮ খ্ৰী.)**

কুসুম বৰাৰ জন্মস্থান নগাঁও জিলাৰ কলিয়াবৰৰ হাটবৰ। নগাঁও কলেজৰ পৰা স্নাতক ডিগ্ৰী লোৱা বৰাই বৰ্তমান অৱসৰ গ্ৰহণ কৰিছে। বৰাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'অমৃত' (১৯৯৭), 'মোৰে নতুন কইনা' (১৯৭৪), 'বিহু ডট কম' (২০০১)।

**কুমুদচন্দ্ৰ গগৈ (জন্ম ঃ ১৬ জুলাই,১৯৩৯ খ্ৰী.)**

কুমুদচন্দ্ৰ গগৈৰ জন্মস্থান শিৱসাগৰ জিলাৰ বাৰেগাঁও। বৰ্তমান ডিব্ৰুগড় জিলাৰ বৰপথাৰ গাঁও, গদাপাণী বাসিন্দা। ডিব্ৰুগড় হনুমানবক্স সুৰযমল কানৈ কলেজৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰা গগৈয়ে স্কুল উপ-পৰিদৰ্শক হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'চিন্তা-বিচিত্ৰা' (২০০০), 'বিচিত্ৰ সম্ভাৰ' (২০০২, প্ৰবন্ধ), 'ভক্তি নিৰ্মালি' (দিহানাম, ২০০৪) আৰু 'গ্ৰাহক সুৰক্ষা আদালতৰ বিচিত্ৰ কাহিনী'।

**কুমুদেশ্বৰ হাজৰিকা (জন্ম ঃ ১৬ জুলাই, ১৯৩৪ খ্ৰী.)**

কুমুদেশ্বৰ হাজৰিকাৰ জন্মস্থান কামৰূপ জিলা। হাজৰিকাৰ প্ৰকাশিত পুথিকেইখন হ'ল— 'ইতিহাসৰ ছাঁ পোহৰৰ পুৰণি গুৱাহাটী' ইতিহাস বিষয়ক, ২০০১), 'চৈধ্যগৰাকী বিশিষ্ট অসমীয়া'।

**কুমুদ বৰা (জন্ম ঃ ২৪ ডিচেম্বৰ, ১৯৩৭ খ্ৰী.)**

কুমুদ বৰাৰ জন্মস্থান , নগাঁও জিলাৰ ফৌজদাৰীপট্টি । যোৰহাট জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ পৰা কলা বিভাগৰ স্নাতক বৰাৰ প্ৰকাশিত

পুথি তিনিখন হ'ল—'ক্রান্তিকাল' (কবিতাপুথি, ১৯৯৯), 'চিন্তা বিবিধা' (প্ৰবন্ধ, ২০০৪), 'পিতা আৰু পুত্ৰ' (অনূদিত উপন্যাস, ২০০৬)।

**কুসুমচন্দ্ৰ শৰ্মা (জন্ম ঃ ১ এপ্ৰিল, ১৯৩৬ খ্ৰী.)**

কুসুমচন্দ্ৰ শৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ লহকৰপাৰা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা শৰ্মা বি. টি. ডিগ্ৰীৰো অধিকাৰী। শৰ্মাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'মাধৱী' (গল্প সংকলন, ১৯৮৪), 'শংকৰদেৱৰ সাহিত্যত দৃষ্টিপাত' (১৯৭৮), 'বৈষ্ণৱ ভক্তিবাদ ঃ শংকৰদেৱ আৰু মাধৱদেৱৰ সাহিত্য আলোচনা' (২০০৪), 'কল্লোল' (২০০৫) আৰু 'সংগ্ৰামী ব্যক্তিত্ব ঃ প্ৰাচ্যবিদ শৰৎচন্দ্ৰ শৰ্মা' (২০০৬)।

**কেশদা মহন্ত (জন্ম ঃ ১৭ ছেপ্টেম্বৰ, ১৯৩৯ খ্ৰী.)**

কেশদা মহন্তৰ জন্মস্থান যোৰহাট জিলাৰ কৰঙাৰ তেলপানী সত্ৰ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা সংস্কৃত বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা মহন্ত যোৰহাটৰ জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'কালিদাসৰ সাহিত্য' (১৯৭৪), 'অসমীয়া ৰামায়ণী সাহিত্য ঃ কথাবস্তুৰ আঁতিগুৰি' (১৯৮৪), 'বিচিত্ৰ ৰামায়ণী কথা' (১৯৮৬), মহাপুৰুষীয়া সাহিত্য ঃ কেইটিমান দিশ' (১৯৮৫), 'কৃষ্ণ কথা মূলধাৰা' (১৯৯০), 'চিন্তা উপচাৰ' (১৯৯৫), 'ভৱভূতি ঃ ব্যক্তিত্ব আৰু সাহিত্য' (১৯৯৫), 'গোস্বামী তুলসী দাস আৰু ৰামচৰিত মানস' (১৯৭০), 'উত্তৰ ৰামচৰিত' (অনুবাদ, ২০০০), 'মেঘদূত' (২০০০, অনুবাদ), 'বৈষ্ণৱানন্দ লহৰি' (১৯৭০, সম্পা.), 'ৰামচৰিত মানসৰ উত্তৰাকাণ্ড' (অনুবাদ, ২০০০) 'মহাভাৰতৰ সাধু দুটামান কওঁ' (শিশু পুথি, ১৯৭০), 'ৰঘুবংশৰ কথা' (১৯৭২, শিশুপুথি), 'নিৰ্মলা নদীৰ পানী' (১৯৯১, শিশুপুথি), 'সেউজী ধৰণী ধুনীয়া' (শিশুপুথি, ১৯৯৭), 'মৌ-কোঁহৰ কৰ্মী প্ৰজা' (১৯৯৬), 'ঐতিহ্যপ্ৰাণ নাতিলৈ আইতাৰ চিঠি' (১৯৯৮)। অসম সাহিত্য সভাৰ বাসন্তী বৰদলৈ বঁটা, আই পদ্মপ্ৰিয়া বঁটা আৰু ২০১০ খ্ৰীষ্টাব্দৰ সাহিত্য অকাডেমী বঁটা লাভ কৰে।



**কেশৱচন্দ্ৰ ৰায় (জন্ম ঃ ১৪ ডিচেম্বৰ, ১৯৩২ খ্ৰী.)**

কেশৱচন্দ্ৰ ৰায়ৰ জন্মস্থান গোৱালপাৰা মাটিয়া। কটন মহাবিদ্যালয়ৰ পৰা বি. এ. আৰু গোৱালপাৰা বি. টি. মহাবিদ্যালয়ৰ পৰা বি.টি ডিগ্ৰী গ্ৰহণ কৰে। ৰায়দেৱ দুধনৈ হাইস্কুলৰ শিক্ষক হিচাপে ১৯৯৬ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথি হ'ল—'গীতা' (গীতাৰ কথা, ২০০৯)।

**কৈলাশ শৰ্মা (জন্ম ঃ ১৯৩২ খ্ৰী.)**

কৈলাশ শৰ্মাৰ জন্মস্থান দৰং জিলাৰ চিনাকোনা মৌজাৰ পানাৰা গাঁও। শৰ্মাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'বিদ্ৰোহী নগাৰ হাতত', 'লাল বাহাদুৰ শাস্ত্ৰী', 'চন্দনা' 'অনামী নাগিনী', 'ডালিমীৰ সপোন'।

**কৈলাশনাথ শৰ্মা (জন্ম ঃ ১৪ নবেম্বৰ, ১৯৩১, মৃত্যু ঃ ২০১০ খ্ৰী.)**

কৈলাশনাথ শৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ লাটিমা। শৰ্মা বৰ্তমান গুৱাহাটীৰ কাহিলীপাৰা নিবাসী। বিজ্ঞানৰ স্নাতক শৰ্মাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ঝীলম নদীৰ পাৰত' (অনুবাদ), 'গীত গোবিন্দম্' (অনুবাদ), 'গীতা ৰহস্য' (অনুবাদ')। কাব্য ঃ 'বকৰাণি', 'ওৰণি', 'তুলিকা', 'মানাহে পখালে চৰণ'। গীতিকবিতা ঃ 'মুমুক্ষু', 'শ্বহীদৰ তেজেৰে', 'বুকুৰ তেজেৰে', 'আশাৰ শ্ৰাৱণ', 'আইৰ চকুলোৰে'। সংগীতালেখ্য ঃ 'গণশক্তি'। ব্যংগ কাব্য ঃ 'ককাইদেউক দেখিছা', অসমীয়া কাব্যগ্ৰন্থ 'সাগৰ দেখিছা'ৰ ব্যংগ ৰূপান্তৰ।

# খ

**খগেন্দ্ৰনাথ পাঠক (জন্ম ঃ ১৯৩৬, মৃত্যু ঃ ১৯৮৬ খ্ৰী.)**

খগেন্দ্ৰনাথ পাঠকৰ প্ৰকাশিত পুথিসমূহ হ'ল—'দামোদৰ দেৱ চৰিত', 'কৃষ্ণ সংগীত', 'জীৱন তৰংগ', 'ভাগৱত ধৰ্ম', 'গুৰুলীলা', 'সংগীতালেখ্য' আৰু 'বৰপেটা পাটবাউসী সত্ৰৰ বুৰঞ্জী'।

সম্পাদিত পুথি ঃ 'হৰি আতা বিৰচিত ভক্তি ৰত্নাকৰ পদ', 'পদ ভাগৱত' (তৃতীয় স্কন্ধ),'ভাগৱত পদ' (পঞ্চম স্কন্ধ),'ভট্টদেৱ বিৰচিত কথা ভাগৱত', '১১, ১২ স্কন্ধ', 'কথা ভক্তি ৰত্নাৱলী', 'বিষ্ণু সহস্ৰ নাম', 'প্ৰাচীন গীতিকাৰসকলৰ গীতৰ সংকলন গীতাৱলী', 'ভট্টদেৱ ৰচিত ভক্তি বিবেক', 'কথা গীতা', 'সম্পূৰ্ণ কথা ভাগৱত', 'গোপাল মিশ্ৰ বিৰচিত সাত্বত তন্ত্ৰ', 'কামৰূপী লোকগীত', 'অসমীয়া লোকগীত', 'গোপাল মিশ্ৰ ৰচিত ঘোষাৰত্ন', 'কৃষ্ণানন্দ ৰচিত দামোদৰ ব্যাখ্যা', 'ৰামৰায় ৰচিত গুৰুলীলা', 'পৰশুৰাম ৰচিত গীতা সাৰোদ্ধাৰ', ৰতিকান্ত পাঠক ৰচিত 'কৃষ্ণ চৰিত্ৰ' আৰু 'শ্ৰীমদ্ভাগৱত'।

**খনীন্দ্ৰচন্দ্ৰ দাস (জন্ম ঃ ১৪ জুলাই, ১৯৩৮ খ্ৰী.)**

খনীন্দ্ৰচন্দ্ৰ দাসৰ জন্মস্থান গোৱালপাৰা জিলা। বৰ্তমান গুৱাহাটীৰ চেনীকুঠি নিবাসী দাসে শ্বিলঙৰ ছেন্ট এন্থনীজ কলেজৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰে। শ্ৰীদাস এ. জি. অডিট কাৰ্যালয়ৰ অৱসৰপ্ৰাপ্ত গাণনিক বিষয়া। তেওঁ ড° বি. আৰ. আম্বেদকাৰ ৰাষ্ট্ৰীয় বঁটা (২০০৪)ৰে সন্মানিত হৈছে। শ্ৰী দাসৰ প্ৰকাশিত পুথিসমূহ হ'ল—'অনুভূতিৰ প্ৰতিচ্ছবি' (কবিতাপুথি, ২০০৯), 'বৈ গ'ল অৱশেষ অমিয়া জোঁকাৰ' (জীৱনীগ্ৰন্থ, '২০০৮), 'উজ্জীৱিত চেতনা' (প্ৰবন্ধাৱলী, ২০১০), 'প্ৰথম অসমীয়া মুখ্য ন্যায়াধীশ হলিৰাম ডেকা' (২০০৯), 'ইতি বংশাৱলী' আৰু 'ধৰবিল সত্ৰ' (সম্পা. ১৯৬৭)।



# গ

**ড° গকুল গোস্বামী (জন্ম ঃ ১ মাৰ্চ ১৯৩৯ খ্ৰী.)**

ড° গকুল গোস্বামীৰ জন্মস্থান নগাঁও জিলাৰ ভলাগুৰি সত্ৰ। বিজ্ঞানৰ স্নাতকোত্তৰ আৰু পি. এইচ. ডি (ইউ. কে.) ডিগ্ৰী লাভ কৰা ড° গোস্বামী ভাৰতীয় ভূতত্ত্ব বিভাগত কৰ্ম জীৱন আৰম্ভ কৰি পৰৱৰ্তী সময়ত Dalmia Institute of Scienctific and Industrial Research অনুষ্ঠানৰ পৰা মুখ্য বিজ্ঞানী হিচাপে অৱসৰ গ্ৰহণ (১৯৯৯) কৰে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল— 'গৃহিণী' (১৯৮১), 'চিন্তা স্মৃতি' (২০০৩), 'ভূ-বিজ্ঞান' (১৯৮৫) আৰু 'পকীঘৰ সজাৰ কথা' (১৯৯৯)।

**গজেন্দ্ৰ শইকীয়া (জন্ম ঃ ১৯৩৮ খ্ৰী.)**

গজেন্দ্ৰ শইকীয়াৰ জন্মস্থান দৰং জিলাৰ ডাঁহী, গণকপাৰা । বৃত্তিত এগৰাকী কৃষক শ্ৰী শইকীয়াৰ একমাত্ৰ পুথিখন হ'ল— 'অতীতৰ পমখেদি'।

**গণেশবল্লভ গোস্বামী (জন্ম ঃ ২ নবেম্বৰ,১৯৩৫ খ্ৰী.)**

গণেশ বল্লভ গোস্বামীৰ জন্মস্থান গোলাঘাট জিলাৰ বৰুৱাগাঁও। অৱসৰপ্ৰাপ্ত শিক্ষক গোস্বামীৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ৰাশি আৰু গ্ৰহৰত্ন, জ্যোতিষ' (২০০০, ২০০২), 'জীৱন দাপোণ', 'আপোনাৰ ওপৰত শনিৰ প্ৰভাৱ' (২০০৪), 'ভাগৱত তত্ত্ব সুধা' (২০০৭, ২০০৮), 'ন গোসাঁই সত্ৰৰ বুৰঞ্জী' আৰু 'অকণিৰ কথা গীতা'।

**গদাধৰ কলিতা (জন্ম ঃ ১৯৩৪ খ্ৰী.)**

গদাধৰ কলিতাৰ জন্মস্থান বঙাইগাঁও জিলাৰ ঝাউবাৰী, গোসাঁইপাৰা। বৰপেটাৰ এম. চি. মহাবিদ্যালয়ৰ পৰা স্নাতক আৰু বাণীকান্ত বি. টি.

কলেজৰ পৰা বি. টি. ডিগ্ৰী লাভ কৰা কলিতা ঝাউবাৰী হাইস্কুলৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল— 'ভৈয়ামৰ ডেকা আৰু পাহাৰীয়া ছোৱালী' (গল্প সংকলন, ১৯৬১), 'সুদৰ্শনা' (উপন্যাস, ২০০৩)।

**গংগেশ্বৰ শৰ্মা (জন্ম ঃ ১ মাৰ্চ, ১৯৩২ খ্ৰী.)**

গংগেশ্বৰ শৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ মুগকুছি। শৰ্মাই এবছৰ শিক্ষকতা কৰি পাছত জিলা পৰ্যায়ত সহকাৰী মেলেৰিয়া বিষয়া হিচাপে কাৰ্যনিৰ্বাহ কৰি ১৯৯০ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'এখন আঁচনিৰ অপমৃত্যু' (পুস্তিকা, ১৯৮৬), 'সম্ভাৰ বিচিত্ৰা' (২০০৩) আৰু 'প্ৰচলিত ফকৰা-যোজনা' (২০০৯)।

**ডাঃ জ্ঞানদানন্দ ৰায়বৰুৱা (জন্ম ঃ ১ মাৰ্চ, ১৯৩১ খ্ৰী.)**

ডাঃ জ্ঞানদানন্দ ৰায়বৰুৱাৰ জন্মস্থান নলবাৰী জিলাৰ ছৌলাশালা। এম. বি. বি. এচ. আৰু ডি. এল. ডিগ্ৰীৰ অধিকাৰী ডাঃ ৰায়বৰুৱা এজন সু-চিকিৎসক। তেখেতৰ একমাত্ৰ প্ৰকাশিত পুথি—'বকুলৰ সুবাস' (২০০৯, প্ৰবন্ধ কবিতা আৰু গল্প সংগ্ৰহ)।

**ড° গিৰিশ বৰুৱা (জন্ম ঃ ২৭ জুন, ১৯৪০ খ্ৰী.)**

ড° গিৰিশ বৰুৱাৰ জন্মস্থান গোলাঘাট জিলাৰ দেৰগাঁও। সম্প্ৰতি যোৰহাট জিলাৰ উদয় নগৰৰ বাসিন্দা বৰুৱা স্নাতকোত্তৰ, এম. ফিল আৰু পি. এইচ. ডি. ডিগ্ৰীধাৰী। অৱসৰপ্ৰাপ্ত অধ্যাপক বৰুৱা অসম চৰকাৰৰ সাহিত্যিক পেন্সনাৰ। বৰুৱাৰ প্ৰকাশিত আৰু সম্পাদিত পুথিসমূহ হ'ল— 'জ্যোতিপ্ৰসাদ আৰু বিষ্ণুৰাভা' (১৯৮৯), 'ব্ৰহ্মৰ্ষি বিশ্বামিত্ৰ' (১৯৯০), 'ভাৰতীয় ন্যায়শাস্ত্ৰ' (১৯৭৩), 'ভাৰতীয় দৰ্শন' (১৯৭৪), 'ভাৰতীয় দৰ্শনৰ চমু পৰিচয়' (১৯৮৪), 'ভাৰতীয় দৰ্শনত এভুমুকি' (১৯৭৬), 'অসমৰ জাতি সমস্যা আৰু জ্যোতি বিষ্ণুৰ শিক্ষা' (১৯৯১), 'সমাজ দৰ্শন' (১৯৯১), 'ধৰ্ম কি আৰু কিয়' (১৯৯২), 'বৈজ্ঞানিক ব্যাখ্যাত গীতা' (১৯৯৩), 'মে' দিৱস কি আৰু কিয়' (১৯৯৩), 'বাক স্বাধীনতা আৰু সংবাদিক দায়বদ্ধতা' (১৯৯৩), 'দৰ্শন কি আৰু কিয়' (১৯৯৩), 'পাশ্চাত্য দৰ্শন' (১৯৯২), 'পাশ্চাত্য দৰ্শন ইতিকথা' (১৯৯৩), 'নীতিশাস্ত্ৰ' (১৯৯৪), 'ভীমৰাও আম্বেদকাৰ' (১৯৯৩, সম্পাদিত), 'আধুনিক ভাৰতীয় দৰ্শন' (১৯৯৫), 'ধৰ্ম দৰ্শন' (১৯৯৫), 'মনোবিজ্ঞান' (১৯৯৭), 'আদৰ্শ জীৱন সাৰথি' (২০০১), 'পৃথিৱীৰ বিভিন্ন ধৰ্ম' (২০০১), 'সন্ত্ৰাসবাদ, বিন লাডেন আৰু আফগানিস্তান' (২০০২), 'গ্ৰীক আৰু মধ্যযুগীয় দৰ্শন' (২০০৬), 'ঈশ্বৰৰ সন্ধানত' (২০০৬) আৰু 'সমকালীন পাশ্চাত্য দৰ্শন' (২০০৭)। ইয়াৰোপৰি তেওঁৰ ছয়খন ইংৰাজী পুথিও পোৱা যায়।



**গুণেশ্বৰ শৰ্মা (জন্ম ঃ ১ জানুৱাৰী, ১৯৩৫ খ্ৰী.)**

গুণেশ্বৰ শৰ্মাৰ জন্মস্থান কামৰূপ জিলাৰ জানিগোগ গাঁও। তেওঁ অসমীয়া বিষয়ত স্নাতকোত্তৰ আৰু বাণীকান্ত শিক্ষক প্ৰশিক্ষণ মহাবিদ্যালয়ৰ পৰা বি. টি. ডিগ্ৰী লাভ কৰে। আমিনগাঁৱৰ শৰাইঘাট হাইস্কুলৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। শৰ্মাৰ সৃষ্টিকৰ্ম হ'ল—'শ্ৰীশ্ৰীচণ্ডী অসমীয়া গদ্যানুবাদসহ' (২০০৩), 'মদাৰৰ ফুল' (২০০৩), 'শংকৰী কলা-কৃষ্টিৰ ৰূপৰেখা' (২০০৩), 'ৰমনীয় ৰামায়ণ' (২০০৪), 'যমুনাৰ নীলা নীলা পানী' (২০০৪), 'প্ৰবন্ধ শৰাই' (২০০৫), 'ব্ৰহ্মবিদ্যা ব্ৰহ্মৰ্ষিৰ দানৰ সাধু' (২০০৫), 'সুদৰ্শনৰ সাধু' (২০০৫), 'কৌস্তুভমুনিৰ সাধু' (২০০৫), 'সোণালী হাঁহৰ সাধু' (২০০৬) আৰু 'চন্দ্ৰাৱলীৰ সাধু' (২০০৬)।

**গুণহাস দাস (জন্ম ঃ ১১ জানুৱাৰী, ১৯৩৯ খ্ৰী.)**

গুণহাস দাসৰ জন্মস্থান মৰিগাঁও জিলাৰ আঁহতগুৰি। অসম ৰাষ্ট্ৰভাষাৰ বিশাৰদ দাসে চেণ্ট্ৰেল ধৰমতুল মতি বৰা হাইস্কুলৰ পৰা শিক্ষক হিচাপে অৱসৰ গ্ৰহণ কৰে। ভাৰতীয় দলিত সাহিত্য একাডেমীৰ পৰা ২০০৫ বৰ্ষত ড° আম্বেদকাৰ ফেলশ্বিপ বঁটাৰে সন্মানিত শ্ৰী দাসৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'ৰাসতত্ত্ব' (১৯৯১), 'শিক্ষাৰ ঘাই শিপা আৰু যোগ্য সন্তান গঠন প্ৰক্ৰিয়া' (১৯৯৩), 'শংকৰদেৱ কোন' (২০০৩), 'সপ্ত

জ্যোতি পুষ্প' (প্ৰবন্ধ, ২০০৩), 'বুনিয়াদী আদৰ্শ শিশু ধাৰাপাত' (২০০৪), 'পাপ আৰু পুণ্য' (২০০৪), 'দ্ৰাবিড় সভ্যতা আৰু অসমৰ আদিম জাতিৰ সন্ধানত' (২০০৬) আৰু 'গল্পাঞ্জলি' (২০০৮)। ২০০৪ খ্ৰী.ত কৃতী শিক্ষকৰ বঁটা লাভ কৰে।

**গুৰুপ্ৰসাদ তামুলী (জন্ম : ১ মাৰ্চ, ১৯৩৭ খ্ৰী.)**

গুৰুপ্ৰসাদ তামুলীৰ জন্মস্থান বৰপেটা জিলাৰ সৰ্থেবাৰী। বৰ্তমান তামুলী শোণিতপুৰ জিলাৰ কুসুমটোলা গাঁৱৰ বাসিন্দা। অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰীধাৰী তামুলীয়ে ত্যাগবীৰ হেম বৰুৱা মহাবিদ্যালয়ৰ পৰা অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপকৰূপে অৱসৰ গ্ৰহণ কৰে। তামুলীৰ প্ৰকাশিত একমাত্ৰ প্ৰবন্ধ সংকলনখন হ'ল—'অসমৰ জাতীয় ঐতিহ্যৰ প্ৰাণোচ্ছলতা' (২০০৭)।

**গোকুলচন্দ্ৰ ডেকা (জন্ম : ৯ ডিচেম্বৰ, ১৯৩৮ খ্ৰী.)**

গোকুলচন্দ্ৰ ডেকাই নলবাৰী জিলাৰ বৰনন্দীত জন্মগ্ৰহণ কৰে। ডেকাদেৱে অসম চৰকাৰৰ অধীনত সমবায় বিভাগৰ সহকাৰী সমবায় বিষয়া হিচাপে চাকৰিত যোগদান কৰি একেটা বিভাগৰে জ্যেষ্ঠ পৰিদৰ্শক, হিচাপ পৰীক্ষক হিচাপে অৱসৰ গ্ৰহণ কৰে। ২০০৬ বৰ্ষত ড° বি. আৰ. আম্বেদকাৰ ৰাষ্ট্ৰীয় ফেলোশ্বিপ বঁটা লাভ কৰা ডেকাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'মোৰ সাধু' (১৯৫৩), 'ভাৰত ৰত্ন লালবাহাদুৰ' (১৯৬৮), 'সংগ্ৰামী শিল্পী ড° ভূপেন হাজৰিকা' (১৯৮৪), 'এজাক গাভৰু' (কবিতা, ১৯৬৯), 'তোমাৰ বাবেই' (২০০২), 'বিহু বিনন্দীয়া' (সম্পাদনা, ১৯৭১), 'কথা মালিকা' (প্ৰবন্ধ সংকলন, ২০০৯), 'ভাৰতৰ দ্বিতীয় প্ৰধানমন্ত্ৰী লাল বাহাদুৰ শাস্ত্ৰী' (১৯৬৫), 'কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা' (১৯৬৯), 'ৰাষ্ট্ৰপতি জাকিৰ হুছেইন' (১৯৭২), 'শ্ৰীমতী ৰাধা বাৰ্ণিয়াৰ' (২০০২), 'এখন দেৱাল' (১৯৭০), 'ওৰফে বাপুকণ' (১৯৭৯), 'ফাঁকি দিয়ে আনিল আসাম' (২০০১), 'জীৱন নাটৰ শেষ ৰাগিনী' (২০০৭) আৰু 'বহাগ যেতিয়া আহে' (২০০৮)।



**ড° গোবিন্দপ্ৰসাদ শৰ্মা (জন্ম : ১ এপ্ৰিল, ১৯৪০ খ্ৰী.)**

ড° গোবিন্দপ্ৰসাদ শৰ্মাৰ জন্মস্থান কামৰূপ জিলাৰ হেৰামজাৰ। স্নাতকোত্তৰ আৰু পি. এইচ. ডি. ডিগ্ৰাধাৰী ড° শৰ্মা গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ অৱসৰপ্ৰাপ্ত মুৰব্বী অধ্যাপক তথা প্ৰাক্তন কলাগুৰু। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'কাচৰ দৰে, হীৰাৰ দৰে' (তিনিখন উপন্যাসিকা সংকলন, ১৯৬৮), 'দূষিত সুবাস' (চুটিগল্প পুথি, ১৯৭১), 'ছোৱালী হোষ্টেলত এগৰাকী লেছবিয়ান' (চুটিগল্প পুথি, ১৯৯৩), 'চিত্ৰ-বীথিকা' (চুটিগল্প পুথি, ২০০৭), 'হে অৰণ্য, হে মহাসাগৰ' (২০০৩), 'জীৱনী' (সাহিত্যৰ তাত্ত্বিক আলোচনা, ১৯৭৪), 'বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য : ঔপন্যাসিক' (সমালোচনা গ্ৰন্থ, ১৯৮৩), 'উপন্যাস আৰু অসমীয়া উপন্যাস' (১৯৯৫) সমালোচনা), 'নাৰীবাদ আৰু অসমীয়া উপন্যাস' (সমালোচনা গ্ৰন্থ, ২০০৭), 'জীৱনী আৰু আত্মজীৱনী : অসমীয়াত আৰু পাশ্চাত্যত' (২০০৯), 'অসমীয়া বৈজ্ঞানিক পৰিভাষা' (১৯৭৩, সম্পাদনা), 'অৰায়ণ' (সম্পাদনা), 'কেন্দ্ৰসভা' (১৯৬৯, সম্পাদনা) আৰু 'ডেফডিল ফুল দেখিছা' (ভ্ৰমণ সাহিত্য, ২০০৭)। 'জীৱনী আৰু অসমীয়া জীৱনী' (১৯৮৬), 'Nationalism in Indo-Anglion fiction' (১৯৯০), '150 years of Journalism in Assam' (২০০৭)।

শৰ্মাই অসম সাহিত্য সভা বঁটা (১৯৮৭) লাভ কৰাৰ উপৰিও অসম চৰকাৰৰ সাহিত্যিক পেন্সনাৰ (২০০৯) লাভ কৰে।

**ড° গোবিন্দবল্লভ গোস্বামী (জন্ম : ১৯৩৫ খ্ৰী.)**

নলবাৰী জাগাৰা সত্ৰত জন্মগ্ৰহণ কৰা ড° গোস্বামী বৰ্তমান দিশপুৰৰ ৰুক্মিনী নগৰ নিবাসী। স্নাতকোত্তৰ, বি.টি. আৰু পি. এইচ. ডি. ডিগ্ৰীধাৰী গোস্বামীদেৱ অৱসৰপ্ৰাপ্ত অধ্যাপক। ড° গোস্বামীৰ প্ৰকাশিত পুথিকেইখন হ'ল —'আহোম মুগল ৰিলেচনচ : এ ষ্টাডি ইন ডিপ্লোমেটিক হিষ্টৰী' 'জাগাৰা সত্ৰৰ ইতিবৃত্ত' আৰু 'ইতিহাসে ৰিঙিয়ায়'।

# ঘ

**ঘনশ্যাম খনিকৰ (জন্ম : ১৯৩৪ খ্ৰী.)**

ঘনশ্যাম খনিকৰৰ জন্মস্থান শিৱসাগৰ জিলাৰ নাহৰআলি, খনিকৰ গাঁও। বৰ্তমান কাৰবি আংলং জিলাৰ হাওৰাঘাটৰ নিবাসী খনিকৰৰ প্ৰকাশিত পুথি দুখন হ'ল—'বিহুনাম আৰু হুঁচৰি' (১৯৮২), 'মুকলি বিহুনাম' (২০০৯)।



# চ

**চন্দ্ৰ কলিতা (জন্ম : ১৯ নবেম্বৰ, ১৯৩১ খ্ৰী.)**

প্ৰয়াত চন্দ্ৰ কলিতাৰ জন্মস্থান পিঠাখোৱা, দৰং জিলা। আই. এ. পৰীক্ষাত উত্তীৰ্ণ হোৱা কলিতা গড়কাপ্তানি বিভাগৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। তেওঁৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল— 'চন্দ্ৰ কলিতা ৰচনা সম্ভাৰ' (২০০৮)।

**চন্দ্ৰকান্ত ডেকা (জন্ম : ১ মাৰ্চ, ১৯৪০ খ্ৰী.)**

চন্দ্ৰকান্ত ডেকাৰ জন্মস্থান দুই নং সোণকুৰিহা, নলবাৰী জিলা। ৰাজ্যিক পুৰস্কাৰপ্ৰাপ্ত কৃতী শিক্ষক ডেকাৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'কোমল গান্ধাৰ' (কবিতা, ১৯৮৪), 'অনুৰাধাৰ দেশ' (কবিতা, ২০০৯), 'সেউজী পাৰত' (উপন্যাস, ২০০০), 'অহল্যা উদ্ধাৰ' (নৃত্যনাটিকা), 'সুগন্ধি পথাৰ মানুহ' (১৯৯৩)।

**চন্দ্ৰকান্ত বৰা (জন্ম : ২২ জুলাই, ১৯৩৫ খ্ৰী.)**

চন্দ্ৰকান্ত বৰাৰ জন্মস্থান নগাঁও জিলাৰ হাতীগড় গাঁও। বি. এ. বি. টি. ডিগ্ৰীধাৰী বৰা নগাঁও জিলাৰ ফুলগুৰি উচ্চ ইংৰাজী বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। তেওঁৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল— 'কামিনী কাঞ্চন' (নাটক, ১৯৮৯)।

**ড° চন্দ্ৰমোহন দাস (জন্ম : ২৪ ডিচেম্বৰ, ১৯৩৩ খ্ৰী.)**

ড° চন্দ্ৰমোহন দাসৰ জন্মস্থান ভৱানীপুৰ, বৰপেটা। বৰ্তমান বি. অ'. চি. গে'ট, বঙাইগাঁও নিবাসী ড° দাসৰ কৰ্মক্ষেত্ৰ বঙাইগাঁও। তেওঁৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'অন্বেষণ আধাৰ শিলা' (১৯৯৪)।

**কুমাৰী চম্পা বড়া (জন্ম : ২৯ নৱেম্বৰ, ১৯৩৫ খ্ৰী.)**

কুমাৰী চম্পা বড়াৰ জন্মস্থান চাৰিং বাৰুৱতী। বৰ্তমান অৱসৰপ্ৰাপ্ত

শিক্ষয়িত্ৰী চম্পা বড়া সাহিত্য সংস্কৃতিৰ লগত ওতঃপ্ৰোতভাৱে জড়িত। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'শিশু সেৱাৰ অঞ্জলি' (১৯৭৬),'বনভোজৰ লগৰী' (১৯৭৭), 'অসমৰ আখৰ' (১৯৭৮), 'আখৰৰ বাখৰ' (১৯৭৯), 'আমাৰ অসম' (২০০১), 'গীতেৰে নীতি শিক্ষা' (১৯৯৭, ২০০২), 'দিহানামৰ কৰণি' (২০০০, ২০০৩, ২০০৫), 'ফুচুং কথাৰ ফৰ্মুটি' (২০০৩) আৰু 'কালান্তৰৰ পদধ্বনি'।

**আচাৰ্য চম্পাৰাম নাথ (জন্ম ঃ ২৬ ছেপ্টেম্বৰ, ১৯৩১ খ্ৰী.)**

চম্পাৰাম নাথৰ জন্মস্থান দিপীলা মৌজাৰ গভৰা, দৰং জিলা। তেওঁ দুনী ৰাষ্ট্ৰভাষা মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাপক সচিব তথা অধ্যক্ষ হোৱাৰ উপৰিও 'দৰং যোগ মহাবিদ্যালয়'ৰো প্ৰতিষ্ঠাপক আচাৰ্য। হিন্দী শিক্ষক হিচাপে অৱসৰ গ্ৰহণ কৰা নাথৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ভাবৰ পাপৰি' (১৯৫৫), 'লখিমী' (১৯৫৭), 'শুকান দুবৰি' (১৯৮৮), 'সাহিত্য সাধক' (১৯৯৭), 'সাহিত্য সুবিদ্যা' (২০০১) আৰু 'ধৰ্মশাস্ত্ৰ' (২০০৬)।

**চানাৰাম কলিতা (জন্ম ঃ ২৯ ছেপ্টেম্বৰ, ১৯৩৮ খ্ৰী.)**

চানাৰাম কলিতাৰ জন্মস্থান নলবাৰী জিলাৰ ৰণাকুছি। কলিতাদেৱে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। তেওঁ বৰভাগ কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক হিচাপে অৱসৰ গ্ৰহণ কৰে।

অসম চৰকাৰৰ সাহিত্যিক পেন্সন লাভ কৰা কলিতাৰ প্ৰকাশিত পুথিসমূহ হৈছে—'ভক্ত সাধিকা মীৰাবাঈ' (১৯৬৮), 'বিদ্যাৰ্থীৰ ৰঘুনাথ চৌধাৰী' (১৯৭৬), 'বহুৰঙী কামৰূপী লোকগীত' (১৯৭৯), 'সাহিত্য সম্বাদ' (১৯৮০), 'সংক্ষেপে গুৰুকথা' (১৯৮২), 'ভীম চৰিত' (সম্পাদনা, ১৯৮২), 'লোক-সংস্কৃতি' (সম্পাদনা, ১৯৮৬), 'বিয়াল্লিছৰ শ্বহীদ মুকুন্দ কাকতি' (১৯৮৭, ৯৮), 'লোক-সংস্কৃতি সুবাস' (১৯৯৯), 'মাধ্যম আন্দোলনৰ পঞ্চশ্বহীদ' (১৯৭২), 'বোটলা ফুলৰ থোপা' (১৯৭৮), 'গণশিল্পীৰ জীৱন বিচিত্ৰা' (১৯৭৯), 'কামৰূপীয় কালিদাস মহামহোপাধ্যায় ধীৰেশ্বৰ' (১৯৮৪), 'কালান্তৰৰ স্বদেশ গীত' (১৯৮৬), 'চোৰধৰা পিম্পৰা গুচোৱা' (সম্পাদিত), 'খটাসুৰ বধ' (সম্পাদিত, ১৯৮৬), 'গ্ৰন্থপঞ্জী' (সম্পাদিত, ১৯৯০), 'সমাজ দীপ্ত পুৰুষ ভগৱান চন্দ্ৰ মজুমদাৰ' (১৯৯২), 'প্ৰবন্ধ সুৰভি' (সম্পাদনা, ১৯৯৫), 'শিক্ষাবিদ মহীধৰ লহকৰ' (১৯৯৬), 'ভাগৱতৰ কাহিনী' (১৯৯৬) আৰু 'কবিতা আবৃত্তি' (সংকলন, ২০০২)।



**চিত্ৰলতা ফুকন (জন্ম ঃ ২৭ জানুৱাৰী, ১৯৩৬ খ্ৰী.)**

চিত্ৰলতা ফুকনৰ জন্মস্থান শিৱসাগৰ জিলাৰ ম'ৰাবজাৰ দেওধাই গাঁও, আমগুৰি। ফুকনে সন্দিকৈ মহাবিদ্যালয়ৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা ফুকন জাঁজী মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত উপাধ্যক্ষা। অসম চৰকাৰৰ সাহিত্যিক পেন্সন লাভ কৰা ফুকন অসম সাহিত্য সভাৰ দ্বাৰা বাসন্তী বৰদলৈ সাহিত্য বঁটা, অসম লেখিকা সংস্থাৰ প্ৰবীণা শইকীয়া সাহিত্য বঁটাৰে সন্মানিত। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—উপন্যাস ঃ 'অশ্ৰুকন্যা' (১৯৬৮), 'অৰুন্ধতী' (১৯৮৬), 'আলোকিত পথৰ সন্ধানত' (২০০১)। চেমনীয়া উপন্যাস ঃ 'বন আমলখি পোনাকণ আৰু মই'। গল্প সংকলন ঃ 'চন্দন ধূপৰ ধোঁৱা' (১৯৭৪), 'কনক চম্পা' (১৯৯৭), 'বিষণ্ণ ৰাতিৰ জোন' (১৯৯৮), 'আঁহত গছৰ ছাঁ', 'সোণালী কন্যা' (১৯৯৩)। কবিতা ঃ 'হৃদয় বিচাৰি হৃদয়' (১৯৮৯)। প্ৰবন্ধ সংকলন ঃ 'অসমীয়া সাহিত্য আৰু লেখিকা' (সম্পাদনা, ১৯৯৫)। ৰেডিঅ' নাট ঃ 'ৰাতি নুপুৱালে', 'মিথিলা', 'নীড় ভঙা পখীৰ অৰণ্য' আৰু আত্ম জীৱনী ঃ 'হৃদয় নদীৰ পানচৈ' (২০১০)।

**চিৰাজুদ্দিন আহমেদ (জন্ম ঃ ২১ এপ্ৰিল, ১৯৩৩ খ্ৰী.)**

চিৰাজুদ্দিন আহমেদৰ জন্মস্থান চুনাৰী। বৰ্তমান গোৱালপাৰা জিলাৰ লেজামৰ বাসিন্দা চিৰাজুদ্দিন আহমেদ মাধ্যমিক শিক্ষা সঞ্চালকালয়ৰ অৱসৰপ্ৰাপ্ত পঞ্জীয়ক। তেওঁৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'নদীৰ নাম শিয়ালদহ' (উপন্যাস)।

# ছ

**ছবিলাল উপাধ্যায় শাস্ত্ৰী (জন্ম ঃ ১১ জুলাই, ১৯৩৮ খ্ৰী.)**

ছবিলাল উপাধ্যায় শাস্ত্ৰীৰ জন্মস্থান শোণিতপুৰ জিলাৰ গমিৰি। এলাহাবাদৰ বেনাৰস শিক্ষাবোৰ্ডৰ অধীনত শাস্ত্ৰীদেৱে ১৯৬৬ খ্ৰীষ্টাব্দত শাস্ত্ৰী (পুৰাণ), বাকাচন্দ্ৰ সংস্কৃত টোল, গমিৰি (অসম সংস্কৃত বোৰ্ডৰ পৰা ডিগ্ৰী লাভ কৰে। উপাধ্যায় কলাবাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেখেতৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মেঘদূত' (নেপালী পদ্যানুবাদ), 'দ্বিতীয় চাকি' (গল্প সংগ্ৰহ) আৰু 'পঞ্চবটী'।

**ছাকিনা খাতুন (জন্ম ঃ ১৩ আগষ্ট, ১৯৩৫ খ্ৰী.)**

ছাকিনা খাতুনৰ জন্মস্থান বৰপেটা জিলাৰ ৰায়পুৰ গাঁও। খাতুনে হাউলী ছোৱালী হাইস্কুলৰ পৰা সহকাৰী শিক্ষয়িত্ৰীৰূপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—উপন্যাস ঃ 'কালজয়ী তৃষ্ণা' (১৯৮১), 'এন্ধাৰ ভাঙি যাওঁ' (১৯৯৮), 'দৃষ্টিত তোমাৰ সেউজী সপোন' (২০০৪), 'অবিশ্বাস্য চেতনা' (২০০৮)। কাব্য সংকলন ঃ 'শিল্পীৰ সপোন' (১৯৯৫), 'জীৱনৰ পাত' (১৯৭৯), 'আত্মাৰ নিঃশব্দ ক্ৰন্দন' (কবিতা সংকলন, ১৯৯৭)। 'অনুভূতিৰ স্বাক্ষৰ' (২০০২), 'সৃষ্টি, নাৰী আৰু সমাজ' (প্ৰবন্ধ, ২০০০) 'মন নিজৰা' (গীতৰ সংকলন, ১৯৯১), 'কেৰোণ' (গল্প সংকলন, ১৯৯৬), 'পঞ্জাবৰ সাধু' (শিশু সাধু, ১৯৯৪), 'কুঁহিপাতৰ সপোন' (শিশু কবিতাপুথি, ১৯৮৮)।



# জ

**জগত হাজৰিকা (জন্ম ঃ ১ ডিচেম্বৰ, ১৯৩৬ খ্ৰী.)**

জগত হাজৰিকাৰ জন্মস্থান শোণিতপুৰ জিলাৰ জামুগুৰিহাট। দৰং মহাবিদ্যালয়ৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰা হাজৰিকাদেৱে ঢেকিয়াজুলি মজলীয়া বিদ্যালয়ৰ প্ৰধান শিক্ষকৰূপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ৰূপালী জোনাকৰ হাঁহি' (২০০৩), 'আকাশৰ বিশালতা' (২০০৯) আৰু 'ব্লুমিং ৰ'জ' (ইংৰাজী, ২০০৭)।

**জয়মালা মহন্ত (জন্ম ঃ ৭ ফেব্ৰুৱাৰী, ১৯৩২ খ্ৰী.)**

জয়মালা মহন্তৰ জন্মস্থান শোণিতপুৰ জিলাৰ গটঙা সত্ৰ। জয়মালা মহন্তৰ প্ৰকাশিত পুথিকেইখন হ'ল—'তপ্ত আৰু অশ্ৰুৰ সিক্ত ধাৰা', 'যুগে যুগে নাৰীৰ অৱদান' আৰু কবিতা পুথি ঃ 'কবিতা কানন'।

**জয়ৰাম নাথ (জন্ম ঃ ৬ ডিচেম্বৰ, ১৯৩৮ খ্ৰী.)**

জয়ৰাম নাথৰ জন্মস্থান মৰিগাঁও জিলাৰ শিমলুগুৰি। অৱসৰপ্ৰাপ্ত শিক্ষক নাথৰ প্ৰকাশিত পুথিসমূহ হ'ল—'জীৱনৰ সুৰ' (কবিতা, ১৯৬২), 'বিৰহ বন্তি' (কবিতা, ১৯৬৫), 'বালিচন্দা' (চনেট, ১৯৬৮), 'সুৰ লহৰী' (গীত, ১৯৬৯), 'ময়ূৰী মন' (কবিতা, ১৯৮৬), 'সোৱণশিৰিৰ সোণ চেকুৰা' (চনেট, ১৯৮৮), 'সেউজী নদীৰ কেঁচা কাহিনী' (উপন্যাস, ২০০৯)। নাথদেৱে ১৯৯৮ খ্ৰীষ্টাব্দত অসম চৰকাৰৰ সাহিত্যিক বঁটা, ১৯৮৮ খ্ৰীষ্টাব্দত অসম সাহিত্য সভা আৰু ১৯৯৫ খ্ৰীষ্টাব্দত মৰিগাঁও সাহিত্য সভাৰ দ্বাৰা সম্বৰ্দ্ধিতহোৱাৰ লগতে ১৯৯৭ খ্ৰীষ্টাব্দত জিলা কৃতী শিক্ষকৰ বঁটা লাভ কৰে।

**জিতেন্দ্ৰনাথ শৰ্মা (জন্ম ঃ ১৬ মাৰ্চ, ১৯৩২ খ্ৰী.)**

জিতেন্দ্ৰনাথ শৰ্মাৰ জন্মস্থান অবিভক্ত কামৰূপ জিলাৰ বৰপেটাৰ

পাটাছাৰকুছি। বৰ্তমান শৰ্মা বৰপেটা জিলাৰ বাসিন্দা। অৱসৰপ্ৰাপ্ত শিক্ষক শৰ্মা ৰাজ্যিক কৃতী শিক্ষক, ২০০৮ খ্ৰীষ্টাব্দত দিল্লীস্থ আন্তৰ্জাতিক শিক্ষা পৰিষদৰ দ্বাৰা ৰাষ্ট্ৰীয় বিদ্যাসৰস্বতী পুৰস্কাৰ প্ৰাপক। অসম চৰকাৰৰ দ্বাৰা সাহিত্যিক পেন্সন লাভ কৰা শৰ্মাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'স্মৃতিতীৰ্থ', 'অশ্ৰু অঞ্জলি', 'প্ৰতিভাৰ অন্বেষণ', 'এটি মৃত্যুহীন প্ৰাণ ডাঃ হোমেশ্বৰ চৌধুৰী', 'নিৰ্মল হালৈ মহাবিদ্যালয়ৰ ইতিবৃত্ত', 'পাটাছাৰকুছিৰ ইতিবৃত্ত', 'স্মৃতিৰ পৰশ বিচাৰি'।

কবিতা পুথি ঃ 'ঊষা', 'বিদায়', 'তুমি', 'উৰ্চগা', 'জীৱন নদীৰ নাৱৰীয়া'। জীৱনী পুথি ঃ 'সাবিত্ৰী বাই তুমি অনন্যা', 'মঃ মঙ্গল চাহ ঃ এটি সশ্ৰদ্ধ সোঁৱৰণী', 'অক্ষয়কুমাৰ শৰ্মাৰ সোঁৱৰণত', 'হৰেন্দ্ৰ শৰ্মা ছাৰৰ সান্নিধ্যত', 'দেৱবালা চৌধুৰীৰ স্মৃতিত', 'দামোদৰ শৰ্মা মানুহজন', 'অন্য এক সব্যসাচী', 'এগছি বন্তি সহস্ৰ শিখা', 'আজন্ম শিল্পী ভূধৰ চৌধুৰী', 'দানবীৰ নিৰ্মল হালৈ', 'সহপাঠী বিশ্বেশ্বৰ শৰ্মাৰ বিয়োগত', 'কৃতী শিক্ষক বিষ্ণুৰাভা পাঠক', 'কৰ্মবীৰ ভুৱনেশ্বৰ বৰ্মন'। বিবিধ ঃ 'বিয়লিৰ অনুভৱ', 'স্মৃতি মাধুৰী', 'শতবৰ্ষৰ সহস্ৰ প্ৰণাম', 'সৰ্বশিক্ষা ঃ অভিভাৱক আৰু শিক্ষকৰ কৰণীয়'। অনুবাদ ঃ 'শ্বেখ ছাদীৰ দুটা গল্প'। যুটীয়াভাৱে সম্পাদিত গ্ৰন্থ ঃ 'পাটাছাৰকুছি ছোৱালী হাইস্কুলৰ ইতিবৃত্ত' আৰু 'পাটাছাৰকুছি বিদ্যাপীঠৰ হীৰক জয়ন্তীৰ স্মৃতিগ্ৰন্থ'।

**জিতেন্দ্ৰনাথ বড়া (জন্ম ঃ ১ অক্টোবৰ, ১৯৩৩ খ্ৰী.)**

জিতেন্দ্ৰ নাথ বড়াৰ জন্ম হয় নগাঁও জিলাৰ ৰাইডিঙীয়া। বৰ্তমান বড়া কাৰবি আংলং জিলাৰ হাওৰাঘাটৰ বাসিন্দা। স্নাতক, বি. এড. ডিগ্ৰীধাৰী শ্ৰী বড়াদেৱৰ স্বৰচিত পুথিসমূহ হ'ল—'মঙ্গল গ্ৰহত এসপ্তাহ' (১৯৯৩), 'বুৰঞ্জীৰ পোহৰত শ্ৰীমন্ত শংকৰদেৱৰ ভক্তিতত্বৰ সন্ধান' (১৯৯৫), 'বৰদোৱা আৰু বৰপেটাৰ বুৰঞ্জী' (১৯৯৯), 'কীৰ্তনৰ ভক্তিতত্ত্ব প্ৰকাশ' (২০০২) আৰু 'হৰিভক্তি ৰাজমাৰ্গ', 'Sarba Gunakara Sankardeva' (ইংৰাজী, ২০০৪)।



**জীৱনচন্দ্ৰ শৰ্মা**

জীৱনচন্দ্ৰ শৰ্মাৰ জন্মস্থান দৰং জিলাৰ লোক্ৰাই, চেঙেলীয়াঝাৰ। শৰ্মা বৰ্তমান গুৱাহাটী বেলতলাৰ বাসিন্দা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা কলা শাখাত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা শৰ্মা মঙলদৈ মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'প্ৰবন্ধ মঞ্জৰী' (তত্ত্বমূলক প্ৰবন্ধ পুথি, ২০০৯) আৰু 'অকণিৰ মহাবীৰ চিলাৰায়' (শিশু গ্ৰন্থ, ২০০৯)।

**জ্যোতিষকুমাৰ মজুমদাৰ (জন্ম ঃ ১৭ ছেপ্টেম্বৰ, ১৯৩৯, মৃত্যু ঃ ১৬ জানুৱাৰী, ১৯৯৫ খ্ৰী.)**

প্ৰয়াত জ্যোতিকুমাৰ মজুমদাৰৰ জন্মস্থান বঙাইগাঁও জিলা। ৰাজনীতি বিষয়ত স্নাতকোত্তৰ প্ৰয়াত মজুমদাৰ বঙাইগাঁও মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত ভাৰপ্ৰাপ্ত উপাধ্যক্ষ। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'স্বৰ্গীয় জ্যোতিষ কুমাৰ মজুমদাৰৰ ৰচনাৱলী' (২০০৭) মৰণোত্তৰভাৱে প্ৰকাশ পায়।

**জ্যোৎস্না দেৱী (জন্ম ঃ ২২ নৱেম্বৰ, ১৯৩৪ খ্ৰী.)**

জ্যোৎস্না দেৱীৰ জন্মস্থান শ্বিলং। বৰ্তমান দেৱী প্ৰশান্তি নিলয়, গুৱাহাটী মহানগৰীৰ জাপৰিগোগ লক্ষ্মীমন্দিৰ অঞ্চলৰ বাসিন্দা। আই. এ. পৰীক্ষাত উত্তীৰ্ণ দেৱী অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। দেৱীৰ প্ৰকাশিত পুথিসমূহ হ'ল—'মন দাপোণৰ ছবি' (১৯৮৮, কবিতা আৰু গীতৰ সংকলন), 'ইন্দ্ৰধনুৰ ৰং' (শিশু উপযোগী কবিতাপুথি, ১৯৯৬), 'তেজৰ অন্য নাম' (গল্পপুথি, ২০০০), 'হিয়াফুলৰ সুৰভি' (কবিতাপুথি, ২০০৩), 'শ্ৰদ্ধাঞ্জলি' (সংকলিত, ২০০৩), 'সাধুৰ সাতসৰী' (শিশু উপযোগী সাধু পুথি, ২০০৬), 'স্মৃতিৰ সুৰভি' (২০০৮, ভিন্নৰুচিৰ আলেখ্য আৰু নাটক সংকলন), 'নামৰ সঁফুৰা' (২০০০, নামাকৰণৰ সংকলন) আৰু 'সাধুৰ সঁফুৰা' (২০০০, সাধু সংকলন)।

## ট

**টীকাৰাম উপাধ্যায় নিৰ্ভীক (জন্ম ঃ ২০ জুন, ১৯৩৩ খ্ৰী.)**

টীকাৰাম উপাধ্যায়ৰ জন্মস্থান নোষ্টেইন, শ্বিলং। বৰ্তমান নিৰ্ভীক নিজ বাঘমাৰী, বুঢ়ীগাং, শোণিতপুৰ জিলাৰ বাসিন্দা। স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা উপাধ্যায় বাপুজী উচ্চ ইংৰাজী বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত সহ প্ৰধান শিক্ষক। পৰৱৰ্তী সময়ত তেখেতে এচ. বি কলেজত অধ্যাপক হিচাপে সেৱা প্ৰদান কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'নৱমী' (গল্প পুথি, ১৯৮২), 'ডাকৰ বচন' (১৯৮৩), 'চম্পক নগৰৰ ইতিহাস' (২০১০), 'অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্য' (স্মৃতি সম্পাদনা, ১৯৭৮), 'চমেলী' (সৰু আলোচনী, ১৯৮৩), 'পূৰ্বাঞ্চল' (হিন্দী আৰু নেপালী ভাষাত, ১৯৮৩), 'কমলা' (কবিতা আৰু গীতৰ সংগ্ৰহ, ১৯৭৬)। ইয়াৰোপৰি উপাধ্যায়ে নেপালী ভাষাত কেইবাখনো গ্ৰন্থ ৰচনা কৰি নিজৰ সাহিত্য কৰ্ম অক্ষুণ্ণ ৰাখিবলৈ সক্ষম হৈছে।



## ড

**ডালিমী চলিহা (জন্ম ঃ ১০ জুলাই, ১৯৪০ খ্ৰী.)**

ডালিমী চলিহাৰ জন্মস্থান গোলাঘাট জিলাৰ কানুগাঁও। বৰ্তমান ডিব্ৰুগড় জিলাৰ সেউজপুৰৰ বাসিন্দা চলিহা মনোহৰী দেৱী কানৈ কলেজৰ অৱসৰপ্ৰাপ্ত অধ্যাপিকা। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল— 'সুখ সুখ বুলি মানুহ বলিয়া' (প্ৰবন্ধপুথি, ২০০২) আৰু 'আবৃত্তি কৰো আঁহা' (শিশু কাব্য, ২০০৫)।

**ডিম্বেশ্বৰ চলিহা (জন্ম ঃ ৫ মাৰ্চ, ১৯৩৬ খ্ৰী.)**

ডিম্বেশ্বৰ চলিহাৰ জন্মস্থান গোলাঘাট জিলাৰ কছাৰিহাট। কাশী হিন্দু বিশ্ববিদ্যালয়ৰ পৰা প্ৰাণীবিদ্যা বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা চলিহা কানৈ কলেজৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'চৰাই চিনো আহক' (১৯৮৪), 'প্ৰাণী জগতৰ ৰহস্য' (১৯৯০), 'শতাধিক যশস্বী বিজ্ঞানী' (২০০৪), 'বিজ্ঞান, বিশ্বাস আৰু অন্ধবিশ্বাস' (২০০৩), 'অসমীয়া বিজ্ঞান সাহিত্য' (১৯৯৪), 'বনৰ বন্ধু' (১৯৯১), 'বিলুপ্ত প্ৰাণী জগত' (১৯৯৮), 'সন্ত্ৰাসবাদৰ সংজ্ঞা' (১৯৯৫), 'পৰিৱেশৰ সবিশেষ' (১৯৯৪), 'বিজ্ঞান সঁফুৰা' (১৯৮৮), 'আৱিষ্কাৰৰ কাহিনী', (২০০৫), 'বিজ্ঞানৰ সাধনা' (২০০২), 'চৰাই বিনন্দীয়া' (২০০৫), 'প্ৰাকৃতিক অপ্ৰাকৃতিক' (২০০২), 'বিজ্ঞানে কি দিলে কি নিলে' (২০০৩), 'পতংগ জগত' (১৯৯৪), 'চক্ৰৱৎ পৰিৱৰ্ত্তন্তে' (১৯৯৮), 'ৰচো আঁহা গাঁৱতে সৰগ' (১৯৯৪), 'বিজ্ঞানীৰ বিচিত্ৰ বতৰা' (১৯৯০), 'শিয়াল পণ্ডিত' (২০০২), 'বিজ্ঞান কুইজ' (২০০১) আৰু 'মাছ নানা দিশ নানা কথা' (২০০৫)। চলিহাদেৱে অসম চৰকাৰৰ পৰা সাহিত্যিক পেন্সন লাভ কৰিছে।

**ড° ডিম্বেশ্বৰ দুৱৰা (জন্ম ঃ ১৯৩২ খ্ৰী.)**

ডিম্বেশ্বৰ দুৱৰাৰ জন্মস্থান গোলাঘাট জিলাৰ কছাৰিহাট কাকতি

গাঁও। বৰ্তমান দুৰৰা যোৰহাট জিলাৰ সেউজপুৰৰ বাসিন্দা। ডিব্ৰুগড়ৰ অসম চিকিৎসা মহাবিদ্যালয়ৰ পৰা দুৰৰাদেৱে এম. বি. বি. এছ. ডিগ্ৰী লাভ কৰে। দিল্লীৰ ডি এম. আৰ. ডি, মাদ্ৰাজ বিশ্ববিদ্যালয় (১৯৬৬), এফ. আই. চি. এচ. ডি (১৯৯৩) ডিগ্ৰী লাভ কৰে। ইণ্ডিয়ান ছ্চাইটি অব কমিউনিকেশ্বনৰ চিকিৎসক দুৰৰাই গ্ৰাম্য স্বাস্থ্য শিক্ষা কেন্দ্ৰৰ পৰা মুখ্য চিকিৎসা বিষয়াৰূপে অৱসৰ গ্ৰহণ (১৯৮৯) কৰে। দুৰৰাৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'পঞ্চজ্ঞান' (২০০১)।

**ডিম্বেশ্বৰী দাস (জন্ম ঃ ১৭ মে', ১৯৩৭ খ্ৰী.)**

ডিম্বেশ্বৰী দাসৰ জন্মস্থান শিৱসাগৰ জিলাৰ মৌপুৰিয়া গাঁও। বৰ্তমান সেউজপুৰ, যোৰহাটৰ বাসিন্দা দাসৰ প্ৰকাশিত পুথিকেইখন হ'ল—'চৌঠেঙীয়া' (হাস্য ব্যংগ), 'অসমৰ প্ৰথম মহিলা শিশু সাহিত্যিক আজলীতৰা নেওগ' (২০০৭) আৰু 'নিছিদ্ৰ সপোন' (কাব্য পুথি)। ডিম্বেশ্বৰী দাস ড° বি. আৰ.আম্বেদকাৰ ৰাষ্ট্ৰীয় পুৰস্কাৰেৰে সন্মানিত।



# ত

**তনুৰাম বৰুৱা (জন্ম ঃ ১৯৩২ খ্ৰী.)**

তনুৰাম বৰুৱাৰ জন্মস্থান দৰং জিলাৰ ছিপাঝাৰ, মাৰৈ, গুৱাহাটী। অৱসৰপ্ৰাপ্ত শিক্ষক বৰুৱাদেৱৰ প্ৰকাশিত পুথিখন হ'ল—'মুক্তিৰ তিথিৰ দিনা'।

**তনুৰাম চহৰীয়া (জন্ম ঃ ১ এপ্ৰিল, ১৯৪০ খ্ৰী.)**

তনুৰাম চহৰীয়াৰ জন্মস্থান দৰং জিলা। প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ চহৰীয়া লোকপ্ৰিয় বৰদলৈ হাইস্কুলৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। তেওঁৰ প্ৰকাশিত উপন্যাসখন হ'ল— 'হিয়াৰ জুই' (২০০১)।

**তবিউল হুছেইন (জন্ম ঃ ১ এপ্ৰিল, ১৯৩৮ খ্ৰী.)**

গোলাঘাট জিলাৰ নাহৰণি গাঁৱত তবিউল হুছেইনৰ জন্ম হয়। বৰ্তমান গুৱাহাটীৰ পাঞ্জাবাৰীৰ বাসিন্দা হুছেইনদেৱে মৰিগাঁও জিলাৰ উপায়ুক্ত হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'চান্দা বিচাৰি' (একাংক নাট, ১৯৬৪), 'আন্ধাৰ আঁতৰি গ'ল' (একাংক নাট, ১৯৭৪), 'এই হাঁহি কিহৰ হাঁহি' (বিশিষ্ট কাহিনী সংকলন, ২০০৩), 'মই এবাৰ মুখ্য অতিথিৰ ভাষণ দিছিলোঁ' (বিশিষ্ট কাহিনী সংকলন, ২০০৫), 'এমুঠি পৰশমণি' (গল্প/প্ৰবন্ধ/ব্যক্তিগত ৰচনা/নাটক আদিৰ সংকলন, ২০০৯)। 'ৰমেনদা আৰু অন্যান্য' (গল্প সংকলন, ২০০১), 'সেই যে দুজনী ছোৱালী' (বিশিষ্ট কাহিনী সংকলন, ২০০৪) আৰু 'তবিউল হুছেইনৰ নিৰ্বাচিত ৰসোত্তীৰ্ণ ৰচনাসম্ভাৰ' (২০০৬)। তদুপৰি অসমৰ বিভিন্ন ঠাইৰ পৰা প্ৰকাশিত বিভিন্ন বাতৰি কাকত-আলোচনী আদিত লেখকৰ গল্প, কবিতা, ৰসৰচনা, ৰম্য ৰচনা, প্ৰবন্ধ প্ৰকাশ পাইছে।

**তৰণীকান্ত বড়ো (জন্ম ঃ ১৫ নৱেম্বৰ, ১৯৩৯ খ্ৰী.)**

তৰণীকান্ত বড়োৰ জন্মস্থান গোৱালপাৰা জিলাৰ গাঠিয়াপাৰা।

অৱসৰপ্ৰাপ্ত শিক্ষক বড়োৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ছিঙা মুগুৰ বিচাৰ' (উপন্যাস, ২০০৮), 'বিপ্লৱৰ ধ্বনি', (একাংকিকা নাট, ২০০৬) আৰু 'আশা' (কবিতা আৰু গীতৰ পুথি, ২০০৮)।

**তৰুণচন্দ্ৰ শৰ্মা (জন্ম ঃ ৩ এপ্ৰিল, ১৯৩৪ খ্ৰী.)**

তৰুণচন্দ্ৰ শৰ্মাৰ জন্মস্থান মৰিগাঁও জিলাৰ ভুবৰন্ধা। প্ৰাথমিক বিদ্যালয়ৰ প্ৰধান শিক্ষকৰূপে অৱসৰ গ্ৰহণ কৰি পৰৱৰ্তী সময়ত কৃষিকৰ্মৰ লগত জড়িত শৰ্মাৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'মকৰধ্বজ' (গদ্য আৰু পদ্যৰ সংমিশ্ৰণ পুস্তিকা, ২০০২)।

**তৰুলতা দাস (জন্ম ঃ ৪ ছেপ্টেম্বৰ, ১৯৩৭ খ্ৰী.)**

দৰং জিলাত তৰুলতা দাসৰ জন্ম হয়। তৰুলতা দাস বৰপেটা জিলাৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ সৈতে ওতঃপ্ৰোতভাৱে জড়িত। বিভিন্ন কাকত-আলোচনীত তৰুলতা দাসৰ লেখা প্ৰকাশ পাইছে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'প্ৰণয়নৰ পোহৰ', 'শত শ্বহীদৰ তেজৰ শিখা', 'হৃদয়ৰ সুৰ', 'প্ৰতীতি', 'তুমি', 'মঞ্চদীপ', 'কানাই বাঁহী বজাই য'ত', 'শিশু সংসাৰ', 'বনৰীয়া আমি বনৰ চৰাই' আৰু 'লগন উকলি গ'ল'।

**তাৰাপতি উপাধ্যায় (জন্ম ঃ ৬ এপ্ৰিল, ১৯৩২ খ্ৰী.)**

তাৰাপতি উপাধ্যায়ৰ জন্মস্থান শোণিতপুৰ জিলাৰ বাটুলেবিল। বৰ্তমান উপাধ্যায় ওদালগুৰি জিলাৰ লাচিত ৰোডৰ বাসিন্দা। স্নাতকোত্তৰ আৰু বি.টি ডিগ্ৰীধাৰী উপাধ্যায় অৱসৰপ্ৰাপ্ত শিক্ষক। চিকিম সাহিত্য পৰিষদৰ দ্বাৰা ভাষা সেনানী পুৰস্কাৰ প্ৰাপক উপাধ্যায় (১৯৯৩) অসম চৰকাৰৰ সাহিত্যিক পেন্সন লাভ কৰে। উপাধ্যায়ৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'নৱমী' (ৰচনা, ১৯৭৭), 'অসম তথা ভাৰতৰ নেপালী জাতি ঃ এক আলোকপাত', 'ৰাম এক ৰামায়ণ অনেক' (২০০৯)। এই তিনিওখনৰ উপৰিও উপাধ্যায়ৰ নেপালী ভাষাত ৰচিত সাতখন অন্যান্য পুথি পোৱা গৈছে।



**তিলকচন্দ্ৰ ডেকা (জন্ম ঃ ২২ মাৰ্চ, ১৯৩১ খ্ৰী.)**

প্ৰয়াত তিলকচন্দ্ৰ ডেকাৰ জন্মস্থান দৰং জিলাৰ বেংবাৰী (বৰ্তমান ওদালগুৰি)। টংলা হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ প্ৰয়াত ডেকাৰ একমাত্ৰ প্ৰকাশিত কবিতা পুথিখন হ'ল— 'ভগাবীণ'।

**তিলকচন্দ্ৰ মজুমদাৰ (জন্ম ঃ ১২ আগষ্ট, ১৯৪০ খ্ৰী.)**

তিলকচন্দ্ৰ মজুমদাৰৰ জন্মস্থান কামৰূপ জিলাৰ ৰামদিয়া, ঢাকুৱাপাৰা সত্ৰ। বৰ্তমান নগাঁও জিলাৰ আমোলাপট্টি, বীৰেন মহন্ত পথৰ বাসিন্দা মজুমদাৰদেৱে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। কলংপাৰ সাহিত্যিক বঁটা, অসম চৰকাৰৰ সাহিত্যিক পেন্সন (২০০১) লাভ কৰা মজুমদাৰৰ প্ৰকাশিত পুথিসমূহ হ'ল—'প্ৰাচীন অসমীয়া গদ্য সাহিত্য' (১৯৭০), 'প্ৰাচীন অসমীয়া সাহিত্যৰ প্ৰাঞ্জলধাৰা' (১৯৭১), 'আমি উভতি চাওঁ' (জীৱনীবিষয়ক ১৯৭৩), 'শংকৰজ্যোতি' (নাট, ১৯৭২), 'কথা ভীম চৰিত' (১৯৭৩), 'অমৃতৰ সন্ধানত' (১৯৮০), 'মহাপুৰুষ মাধৱদেৱৰ কামৰূপ ৰাজ্যৰ শেষ লীলাভূমি ৰামদিয়া' (১৯৮৫), 'সত্ৰৰ গুৰি কথা ঃ অসমৰ সত্ৰৰ ঐতিহ্য আৰু ক্ৰমবিকাশ' (গৱেষণা গ্ৰন্থ, ১৯৯২), 'অবিভক্ত নগাঁও জিলাৰ সত্ৰসমূহৰ সমাজ-সংস্কৃতিৰ অধ্যয়ন' (২০০১), 'সত্ৰ দৰ্পণ' (২০০৫), 'সাঁচিপতীয়া পুথিৰ লিপিত মহাপুৰুষ শ্ৰীশ্ৰীশংকৰদেৱৰ বৰগীত' (২০০৬), 'চিন্তা আৰু বাস্তৱ' (সম্পাদনা আৰু অন্যান্য লেখা ২০০৯) আৰু সম্পাদিত গ্ৰন্থ—'ৰুক্মিণী হৰণ নাট', (১৯৬৮) 'কালিদমন নাট' (১৯৮৫), 'চোৰধৰা পিম্পৰা গুচোৱা ঝুমুৰা' (১৯৭৩), 'অৰ্জুন ভঞ্জন' (১৯৭২), 'ভীম চৰিত' (১৯৭৩), 'সুৰীয়া সুৱদি মাত' (ভাষা জন্ম, অসমীয়া ভাষাৰ ইতিহাস, ক্ৰমবিকাশ সম্পৰ্কীয় প্ৰবন্ধ সংকলন, ১৯৭৩) আৰু 'স্বৰ্ণপীঠৰ ৰেঙনি' (সমাজ, সাহিত্য সংস্কৃতি সম্পৰ্কীয় বাছকবনীয়া প্ৰবন্ধ, ২০০০)।

**তীৰ্থলোচন তামুলী (জন্ম ঃ ১২ মাৰ্চ, ১৯৩৬ খ্ৰী.)**

তীৰ্থলোচন তামুলীৰ জন্মস্থান বৰপেটা জিলাৰ তামুলীচুপা, সৰ্থেবাৰী। স্নাতক আৰু বি. টি. ডিগ্ৰী লাভ কৰা তামুলী অৱসৰপ্ৰাপ্ত

শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মহাপুৰুষ শ্ৰীশ্ৰীহৰিদেৱ চৰিত চিন্তা' (১৯৯০), 'অসমীয়া ৰোমাণ্টিক কাব্য সাহিত্যৰ আলোচনা' (১৯৯৫)কে ধৰি দুখন অসমীয়া ব্যাকৰণ।

**তুলতুল বৰুৱা (জন্ম ঃ ১৯ এপ্ৰিল, ১৯৩২ খ্ৰী.)**

শিৱসাগৰ জিলাৰ আমোলাপট্টীত তুলতুল বৰুৱাৰ জন্ম হয়। সম্প্ৰতি গুৱাহাটী বাসিন্দা তুলতুল বৰুৱা অসমৰ প্ৰথমগৰাকী মহিলা সাংবাদিক। সাংবাদিকতাৰ লগত ওতঃপ্ৰোতভাৱে জড়িত বৰুৱা বৰ্তমান অসমবাণী কাকতৰ স্তম্ভ লেখিকা। কলিকতাৰ প্ৰেছিডেন্সি মহাবিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা বৰুৱা সম্প্ৰতি সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ লগতো জড়িত। লেখিকা তুলতুল বৰুৱাই প্ৰথম শ্ৰেণীৰ পৰা অষ্টম শ্ৰেণীৰ বাবে ৮ খন পাঠ্যপুথি লিখাৰ উপৰিও ৰচনা কৰা পুথিকেইখন হ'ল—'সৰল ব্যাকৰণ আৰু ৰচনা', 'সহকৰ্মিণীৰ ৰূপত সহধৰ্মিনী' (অনুবাদ গ্ৰন্থ), 'অসমীয়া ৰচনা সংকলন' (সম্পাদনা), 'অগ্নিস্নাতা চন্দ্ৰপ্ৰভা' (সম্পাদনা)।

**তুলসী বৰুৱা (জন্ম ঃ ১২ আগষ্ট, ১৯৪০ খ্ৰী.)**

তুলসী বৰুৱাৰ জন্মস্থান শিৱসাগৰ জিলাৰ বেতবাৰী মৌজাৰ শ্ৰীশ্ৰী কোৰামৰা সত্ৰ। বৰ্তমান ডিব্ৰুগড় জিলাৰ ভালুকমৰা নিবাসী বৰুৱাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'বুঢ়ী আইৰ বক্তব্য' (১৯৮০), 'ত্ৰিত্ৰয়' (২০০৪), 'প্ৰজ্ঞান' (২০০৬), 'জীৱনৰ আলেখ্য' (২০০৭) আৰু 'ওলট-পালট' (২০০৯)।

**তুলসীপ্ৰসাদ মালাকাৰ (জন্ম ঃ ২৪ জোনুৱাৰী, ১৯৩৫ খ্ৰী.)**

তুলসীপ্ৰসাদ মালাকাৰৰ জন্মস্থান কামৰূপ জিলাৰ দমদমা। পুথি ব্যৱসায়ী মালাকাৰৰ একমাত্ৰ গল্পপুথিখন হ'ল— 'বিয়াৰ পিছত' (১৯৭২)।

**তুৰাচৰণ বৈশ্য (জন্ম ঃ ১ ফেব্ৰুৱাৰী, ১৯৪০ খ্ৰী.)**

তুৰাচৰণ বৈশ্যৰ জন্মস্থান নলবাৰী জিলাৰ বৰখলা। বৰ্তমান বৈশ্য



কোকৰাঝাৰ জিলাৰ দেৱৰগাঁৱৰ বাসিন্দা। বৈশ্যদেৱে অসম কৃষি পাম নিগমৰ অধীনত কাৰিকৰী সহায়ক হিচাপে কাম কৰি ১৯৯৮ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে। ২০০৮ খ্ৰীষ্টাব্দত অসম চৰকাৰৰ সাহিত্যিক পেন্সন লাভ কৰা বৈশ্যৰ প্ৰকাশিত পুথিসমূহ হ'ল—'আতংকৰ ধ্বনি' (কবিতা, ১৯৯৬), 'স্মৃতিৰ শৰাই' (কবিতা সংকলন, ২০০৩), 'জীৱনে জীৱন গঢ়ে' (মহৎলোকৰ বাণী, ২০০৪), 'এনাজৰীৰ বান্ধোন' (গল্প, ১৯৯৮) আৰু 'কালৰাত্ৰিৰ উচুপনি' (উপন্যাস, ২০০৮)।

**তোষপ্ৰভা কলিতা (জন্ম ঃ ১৯৩৮ খ্ৰী.)**

তোষপ্ৰভা কলিতাৰ জন্মস্থান নগাঁও জিলাৰ পুৰণিগুদাম। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—শিশু পুথি—'পৃথিৱী আমাৰ ঘৰ', 'ইৰিকটি মিৰিকতি', 'ৰংঘৰ', 'কিমান যে সাধু', 'জাপানৰ সাধু', 'ফুলনি'। ভ্ৰমণ কাহিনী ঃ 'ত'ত্তচ্চানৰ দেশত' কে ধৰি ১৮ খন পুথি প্ৰকাশিত হৈছে।

**ত্ৰৈলোক্য ভট্টাচাৰ্য (জন্ম ঃ ৮ জানুৱাৰী, ১৯৩৮ খ্ৰী.)**

ত্ৰৈলোক্য ভট্টাচাৰ্যৰ জন্মস্থান নগাঁও জিলাৰ বৰপাথৰি, সূতাৰ গাঁও। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ১৯৬৬ খ্ৰীষ্টাব্দত দৰ্শন বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা ভট্টাচাৰ্যই কেন্দ্ৰীয় চৰকাৰৰ গুৰুত্বপূৰ্ণ বিভাগৰ ৰাজপত্ৰিত বিষয়াৰ পদবীৰ পৰা স্বেচ্ছাই পদত্যাগ কৰি একাণপতীয়াকৈ সাহিত্য সাধনাত ব্ৰতী হয়। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'সাঁচিপাতৰ পুথি' (ইংৰাজ যুগৰ আধাৰত ৰচিত প্ৰথম অসমীয়া উপন্যাস, ১৯৭৬), 'চৰাইদেও' (১৯৭৭), 'উত্তৰাকাণ্ড' (মহাকাব্যৰ ভেটিত ৰচিত প্ৰথম অসমীয়া উপন্যাস, ১৯৮৭), 'ৰক্তাক্ত শৰাইঘাট' (শৰাইঘাট, ৰাজৰ্ষি, বুদ্ধদেৱৰ তিনিখন উপন্যাসৰ সংকলন। 'বুদ্ধদেৱৰ মৃত্যু' (চীন যুদ্ধৰ পটভূমিত ৰচিত প্ৰথম অসমীয়া উপন্যাস, ১৯৬৬), 'জীৱন সংগীত ইত্যাদি' (প্ৰবন্ধ সংকলন, ১৯৯৬), 'অগ্নিগড়ত অগ্নিস্নান' (নটসূৰ্য ফণীশৰ্মাৰ জীৱনৰ আধাৰত ৰচিত উপন্যাস, ২০০০), 'এজাক জোনাকী পৰুৱা' (এজাক জোনাকী পৰুৱা, কুঁৱৰীটোল আৰু অস্তি ভগীৰথী তীৰে তিনিখন উপন্যাস সংকলন, ২০০২), 'সাহিত্যৰ সোমৰসত ডুবি মৰিল

এটি মৌমাখি' (গল্প সংকলন, ২০০২), 'অবৈধ শিশুৰ মাতৃ' (গল্প সংকলন, ২০০২), 'এজন ঈশ্বৰৰ মৃত্যু' (গল্প সংকলন, ১৯৮৪), 'ইতিহাস আৰু অন্বেষণ' (বিভিন্ন বিষয়ৰ ওপৰত ৰচিত প্ৰবন্ধ সংকলন, ২০০৯)। ইয়াৰোপৰি মোপাঁছা, ব্ৰাট্ৰেণ্ড ৰাছেলৰ কেইবাটাও অনুবাদ গল্পকে মুখ্য কৰি তিনিশৰো অধিক গল্প লেখকে বিভিন্ন কাকতত প্ৰকাশ কৰাৰ উপৰিও সত্তৰৰ দশকত প্লেটোৰ 'ৰিপাব্লিক', জয়দেৱৰ গীতগোবিন্দ, কলহনৰ ৰাজতৰংগিনী, শংকৰাচাৰ্যৰ ব্ৰহ্মপুত্ৰ ভাষ্য অসমীয়ালৈ অনুবাদ কৰে। তদুপৰি পঞ্চাশ আৰু ষাঠিৰ দশকত ভট্টাচাৰ্যই কেইবাখনো নাটক আৰু আঠখন অনাতাঁৰ নাট ৰচনা কৰে।



# দ

**দণ্ডধৰ নাথ (জন্ম ঃ ২২ জুলাই, ১৯৩২ খ্ৰী.)**

দণ্ডধৰ নাথৰ জন্মস্থান দৰং জিলাৰ হালদা। কলা শাখাৰ স্নাতক দণ্ডধৰ নাথ গড়কাপ্তানি বিভাগৰ অৱসৰপ্ৰাপ্ত মুখ্য সহায়ক। তেওঁৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হ'ল—'দিগন্তৰ ৰেঙণি' (১৯৯৯)।

**দিনেশ্বৰ চহৰীয়া (জন্ম ঃ ১ মাৰ্চ, ১৯৪০ খ্ৰী.)**

দিনেশ্বৰ চহৰীয়াৰ জন্মস্থান দৰং জিলাৰ শইকীয়াপাৰা। ইংৰাজী বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা দিনেশ্বৰ চহৰীয়া দৰং জিলাৰ চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'নিৰ্বাচিত নিবন্ধ' (২০০৯)।

**দিবাকৰ মহন্ত (জন্ম ঃ ৩১ মাৰ্চ, ১৯৩৭ খ্ৰী.)**

দিবাকৰ মহন্তৰ জন্মস্থান যোৰহাট জিলাৰ কেন্দুগুৰি, সাউদকুছি সত্ৰ। অৱসৰপ্ৰাপ্ত শিক্ষক মহন্তৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'বনবননি' (১৯৯১), 'কাকলি' (কবিতা পুথি, ১৯৯৫), 'বন মুকুতা' (২০০০), 'ৰাংঢালী' (২০০১), 'কাচনমতী' (২০০২), 'জীৱন সৌৰভ' (২০০৪) আৰু 'জোনাকী পথৰ যাত্ৰী' (২০০৭)।

**দিবাকৰ শৰ্মা (জন্ম ঃ ১ মাৰ্চ ১৯৩০, মৃত্যু ঃ ২০ আগষ্ট, ২০০৩ খ্ৰী.)**

প্ৰয়াত দিবাকৰ শৰ্মাৰ জন্মস্থান দৰং জিলাৰ ছিপাঝাৰ, নায়কপাৰা। স্নাতক আৰু বি. টি ডিগ্ৰীধাৰী দিবাকৰ শৰ্মা অৱসৰপ্ৰাপ্ত শিক্ষক। ৰাজ্যিক পুৰস্কাৰপ্ৰাপ্ত কৃতী শিক্ষক প্ৰয়াত শৰ্মাদেৱে বিভিন্ন বাতৰি কাকত, আলোচনীৰ পাতত বহুতো মূল্যৱান গল্প, কবিতা, প্ৰবন্ধ আদি প্ৰকাশিত হোৱাৰ উপৰিও কেইখনমান প্ৰকাশিত গ্ৰন্থ পোৱা গৈছে। প্ৰকাশিত পুথিকেইখন হ'ল—'ত্ৰিধাৰা' (নাটক), 'জ্যোতিৰেখা' (কবিতাপুথি) আৰু 'সুগন্ধি ফুল' (গল্পপুথি)।

**দীনবন্ধু ডেকা (জন্ম ঃ ১ ফেব্ৰুৱাৰী, ১৯৩৯ খ্ৰী.)**

দীনবন্ধু ডেকাৰ জন্মস্থান দৰং জিলাৰ হাজৰিকাপাৰা। মঙলদৈ মহাবিদ্যালয়ৰ পৰা কলা শাখাৰ স্নাতক ডেকা বৰ্তমান টংলা টাউন, ওদালগুৰিৰ বাসিন্দা। অসম গড়কাপ্তানী বিভাগৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী ডেকাৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হ'ল— 'মানসী' (২০০০)।

**দীনেশচন্দ্ৰ দাস (জন্ম ঃ ২৮ অক্টোবৰ, ১৯৪০ খ্ৰী.)**

দীনেশচন্দ্ৰ দাসৰ জন্মস্থান ধুবুৰী জিলাৰ ৰাৰণটাৰী। বৰ্তমান বঙাইগাঁও জিলাৰ বৰপাৰাৰ বাসিন্দা দাস চেণ্ট এন্থনী কলেজ, শ্বিলঙৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰে। অৱসৰপ্ৰাপ্ত সঞ্চালক দীনেশচন্দ্ৰ দাসৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হৈছে—'পাঞ্চজন্য বাজিছে চৌদিশে' (২০০৭)।

**দীনেশচন্দ্ৰ ৰায় (জন্ম ঃ ২৮ নবেম্বৰ, ১৯৩৪ খ্ৰী.)**

দীনেশচন্দ্ৰ ৰায়ৰ জন্মস্থান বঙাইগাঁও জিলাৰ ধৰ্মপুৰ, অভয়াপুৰী। হিন্দী বিষয়ত প্ৰবীণ দীনেশচন্দ্ৰ ৰায় অভয়েশ্বৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল— 'ক'ত গীত ক'ত কথা' (প্ৰবন্ধ) আৰু 'ভ্ৰমিলো বহু দূৰ' (ভ্ৰমণ কাহিনী)।

**দীপিকা বৰগোহাঁই (জন্ম ঃ ৩১ মাৰ্চ, ১৯৩২ খ্ৰী.)**

দীপিকা বৰগোহাঁইৰ জন্মস্থান শিৱসাগৰ জিলা। বৰ্তমান উত্তৰ লখিমপুৰ জিলাৰ বাসিন্দা দীপিকা বৰগোহাঁই অৱসৰপ্ৰাপ্ত চৰকাৰী কৰ্মচাৰী। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'সমাজ বিজ্ঞান' (বুনিয়াদী পাঠ্যক্ৰমৰ অন্তৰ্গত, ১৯৬০), 'আজৰি পৰৰ সাধু' (১৯৬০), 'পৃথিৱীৰ সমান্তৰাল সাধুকথা' (২০০০) আৰু 'জীৱনৰ স্বৰূপ' (২০০৮)।

**দীপিকা চক্ৰৱৰ্তী (জন্ম ঃ ১৫ এপ্ৰিল, ১৯৩২ খ্ৰী.)**

দীপিকা চক্ৰৱৰ্তীৰ জন্মস্থান যোৰহাট জিলাৰ ঢেকীয়াখোৱা। হিন্দীত বিশাৰদ (ৱাৰ্দ্ধা) ডিগ্ৰী লাভ কৰা চক্ৰৱৰ্তী যোৰহাট ৪নং ৱাৰ্ড প্ৰাইমাৰী বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। চক্ৰৱৰ্তী অসম লেখিকা সংস্থাৰ নীলিমা দত্ত সোঁৱৰণী বঁটাৰে সন্মানিত। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—



অনুবাদ সাহিত্য ঃ 'স্ত্ৰী লিঙ্গ নিৰ্মাণ' (প্ৰবন্ধ, ১৯৯৯), 'পৰিণীতা' (সম্পাদিত উপন্যাস, ২০০৫, ২০০৬), 'দেৱদাস' (অনূদিত উপন্যাস, ২০০৭)। 'বেলুচিস্তান আৰু ইউক্ৰেনৰ সাধু' (২০০৪, যুটীয়া)। অসমীয়াৰ পৰা বাংলালৈ অনূদিত উপন্যাস 'স্থিৰ নক্ষত্ৰৰ পোহৰ', 'আইদেউ আৰু চুমুশাংমা'। শিশু সাহিত্য ঃ 'ৰুছ দেশৰ সাধু' (২০০৩)।

**ডাঃ দীপালি দত্ত (জন্ম ঃ ১৯৩৫ খ্ৰী.)**

ডাঃ দীপালি দত্ত বৃত্তিত এগৰাকী চিকিৎসক। অসম চিকিৎসা মহাবিদ্যালয়ৰ অধ্যক্ষা আৰু স্বাস্থ্য বিভাগৰ সঞ্চালক হিচাপে অৱসৰ গ্ৰহণ কৰা ডাঃ দত্তৰ প্ৰকাশিত পুথি দুখন হ'ল—'মন গহন' আৰু 'মন বলয়'।

**দিলীপ সিংহ (জন্ম ঃ ৫ জুলাই, ১৯৩৫ খ্ৰী.)**

দিলীপ সিংহৰ জন্মস্থান বঙাইগাঁও জিলাৰ কাকৈজান। অৱসৰপ্ৰাপ্ত শিক্ষক সিংহৰ প্ৰকাশিত নাটকেইখন হ'ল—'প্ৰেম অপৰাজেয়', 'অস্বীকাৰ', 'শ্বহীদ বীৰ' আৰু 'একুৰা জুই'।

**দুৰ্গাচৰণ শইকীয়া (জন্ম ঃ ২৩ অক্টোবৰ, ঃ ১৯৩৭ খ্ৰী.)**

দুৰ্গাচৰণ শইকীয়াৰ জন্মস্থান লখিমপুৰ জিলাৰ গোঁসাইপুখুৰী। বৃত্তিত কৃষক শইকীয়াৰ প্ৰকাশিত পুথিকেইখন হ'ল—'পল্লৱ' (১৯৭১), 'সপোনৰ সুৰ' (১৯৭৫) আৰু 'বসন্ত ৰাগিনী' (১৯৮০)।

**দুৰ্গেশ্বৰ বৰঠাকুৰ (জন্ম ঃ ১৫ ডিচেম্বৰ, ১৯৩০, মৃত্যু ঃ ২২ জানুৱাৰী, ১৯৯৬ খ্ৰী.)**

প্ৰয়াত দুৰ্গেশ্বৰ বৰঠাকুৰৰ জন্মস্থান শিৱসাগৰ জিলাৰ জাঁজী। কটন কলেজৰ পৰা স্নাতক ডিগ্ৰীধাৰী বৰঠাকুৰ আকাশবাণী শিলচৰ কেন্দ্ৰৰ অৱসৰপ্ৰাপ্ত সঞ্চালক।

তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—নাটক ঃ 'বিভ্ৰাট', 'চাকনৈয়া', 'বিহু গুটিৰ বিলৈ', 'দৈনন্দিন', 'নিৰ্দিষ্ট বক্তা', 'নিৰুদ্দেশ', 'বা-মাৰলি'। উপন্যাস ঃ 'গজেন্দ্ৰ উপাখ্যান'। 'লখিমী', 'সৰাপাত', 'চাকনৈয়া' (নিজৰ কাহিনী, সংলাপ, চিত্ৰনাট্য), 'বিভ্ৰাট' (কাহিনী, চিত্ৰনাট্য, সংলাপ নিজৰ),

'ককাদেউতা নাতি আৰু হাতী', 'শংকৰ যোচেফ আলি', 'মা', 'অশান্ত প্ৰহৰ' আদি।

**ড° দুৰ্গেশ্বৰ শৰ্মা (জন্ম ঃ ২ ডিচেম্বৰ, ১৯৩১ খ্ৰী.)**

ড° দুৰ্গেশ্বৰ শৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ বৰশিমলিয়া, বুকীয়া। বৰ্তমান কামৰূপ জিলাৰ উত্তৰ গুৱাহাটী মধ্যম খণ্ডৰ বাসিন্দা। স্নাতকোত্তৰ আৰু পি. এইচ. ডি. ডিগ্ৰীধাৰী ড° শৰ্মাৰ প্ৰকাশিত পুথিসমূহ হ'ল— কবিতাপুথি ঃ 'স্মৃতিৰেখা' (১৯৪৬), 'জনতাৰ কবিতা' (১৯৭৭), 'এদিন আহিব দিন' (১৯৮৪), 'বিপন্ন বিপ্ৰ' (১৯৯০)। গল্পপুথি ঃ 'কন্যাপক্ষ' (১৯৭৩), 'চেনিমাই' (১৯৭৭), 'বনলতাৰ অশ্ৰু' (১৯৮৭), 'আইকণ' (১৯৭৮), 'বেতকুছিত এদিন' (১৯৯১), 'ফুলুং চাপৰিত গধূলি' (১৯৯২)। উপন্যাস ঃ 'নয়নতৰা' (১৯৮১), 'কাচনমতী' (১৯৮৪), 'হেৰোৱা দিনৰ সুবাস' (১৯৮৪)। আলোচনামূলক পুথি ঃ 'অসমীয়া সাহিত্যৰ সমীক্ষা' (১৯৬৭), 'প্ৰবন্ধ বিতান' (১৯৭৩), 'ভাষাবিদ' (১৯৭২), 'জীৱনী চয়ন' (১৯৭০), 'জীৱনী সঞ্চয়ন' (১৯৮৮), 'অসমীয়া সাহিত্য বীথিকা' (১৯৯৮) আৰু 'জীৱনী সুবাস' (২০০১)।

**দুলনচন্দ্ৰ নাথ (জন্ম ঃ ২৩ অক্টোবৰ, ১৯৩৭ খ্ৰী.)**

দুলনচন্দ্ৰ নাথৰ জন্মস্থান নগাঁও জিলাৰ কামপুৰ। বৰ্তমান জ্যোতিনগৰ, বামুনীমৈদাম, গুৱাহাটীৰ বাসিন্দা। ইতিহাস বিষয়ত স্নাতকোত্তৰ শ্ৰী দুলনচন্দ্ৰ নাথ আইনৰো স্নাতক। তেওঁৰ কৰ্মক্ষেত্ৰ গুৱাহাটী উচ্চ ন্যায়ালয়। নাথৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'আদালতৰ বিচিত্ৰ কাহিনী' (প্ৰথম খণ্ড, ২০০১)।

**দুলাল ফুকন (জন্ম ঃ ২২ জানুৱাৰী, ১৯৩৩ খ্ৰী.)**

দুলালচন্দ্ৰ ফুকনৰ জন্মস্থান শিৱসাগৰ জিলাৰ বৰবাম বাগিচা। অসমীয়া বিষয়ত স্নাতকোত্তৰ দুলাল ফুকনৰ প্ৰকাশিত পুথিকেইখন হ'ল—'বাট এৰি অবাটে কিয়' আৰু 'ব্যতিক্ৰম'।



**দেবেন্দ্ৰনাথ মহন্ত (জন্ম ঃ ১ মাৰ্চ, ১৯৩৪ খ্ৰী.)**

দেৱেন্দ্ৰনাথ মহন্তৰ জন্মস্থান নগাঁও জিলাৰ কলিয়াবৰ, চিপহা সত্ৰ। স্নাতক (১৯৬৫) আৰু বি. টি. (১৯৭৩) ডিগ্ৰী লাভ কৰা মহন্ত অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মানুহ গঢ়াৰ পথত' (১৯৮৯), 'সাময়িক চিন্তা' (১৯৯০) আৰু 'বীক্ষণ' (২০০৬)। মহন্ত অসম ৰাজ্যিক কৃতী শিক্ষকৰ পুৰস্কাৰেৰে সন্মানিত।

**দেবেন্দ্ৰনাথ শৰ্মা (জন্ম ঃ ১ মাৰ্চ, ১৯৪০ খ্ৰী.)**

দেবেন্দ্ৰনাথ শৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ দক্ষিণগাঁও। বৰ্তমান শৰ্মা ধুবুৰী জিলাৰ কলেজ নগৰৰ বাসিন্দা। ১৯৬৩ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা উদ্ভিদ বিজ্ঞান বিষয়ত স্নাতকোত্তৰ আৰু ১৯৮৫ খ্ৰীষ্টাব্দত উদ্ভিদ বিজ্ঞান বিভাগত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা এম. ফিল. ডিগ্ৰীধাৰী শৰ্মা বি. এন. কলেজৰ উদ্ভিদ বিজ্ঞান বিভাগৰ মুখ্য প্ৰবক্তা হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'প্ৰগতিৰ পথত' (উপন্যাস, ১৯৬০), 'দাপোণত নিজৰ মুখ' (দীঘল গল্প, ২০০৩), 'প্ৰকৃতি আৰু আমি' (প্ৰবন্ধ সংকলন, ২০০৫) আৰু 'হৰ্ম্য' (গল্প সংকলন, ২০০৯)।

**দেবেন্দ্ৰনাথ আচাৰ্য (জন্ম ঃ ২৩ মাৰ্চ, ১৯৩৭ খ্ৰী.)**

লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা বি. টেক (১৯৮৯), ইঞ্জিনীয়াৰিঙৰ স্নাতকোত্তৰ প্ৰয়াত আচাৰ্যদেৱ অসম অভিযান্ত্ৰিক মহাবিদ্যালয়ৰ প্ৰবক্তা, অসম চৰকাৰৰ কাৰিকৰী শিক্ষা বিভাগৰ উপ-সঞ্চালক (১৯৬৭-৬৯), দুলীয়াজানৰ অসম গেছ কোম্পানীৰ ক্ষেত্ৰ প্ৰবন্ধক (১৯৬৯), মহাপ্ৰবন্ধক, পৰিচালক সঞ্চালক হিচাপে কাৰ্যনিৰ্বাহ কৰি অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'অন্য যুগ অন্য পুৰুষ' (উপন্যাস, ১৯৭১), 'জঙ্গম' (উপন্যাস, ১৯৮২, সাহিত্য অকাডেমী বঁটা প্ৰাপ্ত), 'কালপুৰুষ' (উপন্যাস, ১৯৭৬), অসম প্ৰকাশন পৰিষদ বঁটা প্ৰাপ্ত, 'হাতীপটি চিকমিকি' (শিশুপুথি), 'ৰামধেনু কাৰ ধেনু' (শিশুপুথি) আদি।

**দেৱেশ শৰ্মা (জন্ম ঃ ১১ নবেম্বৰ, ১৯৪০ খ্ৰী.)**

দেৱেশ শৰ্মাৰ জন্মস্থান দৰং জিলাৰ মঙলদৈ, দিপীলা। কলা শাখাৰ স্নাতক দেৱেশ শৰ্মাদেৱে খাদী বোৰ্ডৰ উপ-মুখ্য কাৰ্যবাহী বিষয়াৰূপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'১৮৯৪ (নাটক, ১৯৮৪), 'হনুমানৰ বিয়া' (নাটক, ১৯৭৪), 'দুঃশাসনৰ ৰক্তপান' (নাটক, ১৯৮২), 'আশা' (হিন্দী নাটক, ২০০৫), 'বিদেশী পুৰাণ' (কবিতা, ১৯৮০), 'নৰ্তকী' (উপন্যাস, ২০০১), 'মানৰ দৰদী কথা শিল্পী লক্ষধৰ চৌধুৰী' (জীৱনী, ১৯৯২), 'পেচ মেৰপেচ মহাপেচ' (১৯৯১), 'সাহিত্য আৰু অসম', 'নাচিকৰ সাধু' (২০০৪), 'হিমগিৰিৰ সাধু', 'নাটৰ মাজৰ নাট' (২০০৭), 'সময়ৰ আহ্বান', 'অভূতপূৰ্ব গণ আন্দোলন' (১৯৮৪) আৰু 'যুদ্ধ আৰু শান্তি'। চিত্ৰনাট্য ঃ 'পথৰুঘাটে বিঙিয়ায়', শাহুআই', 'অনুসন্ধান', 'অগ্নি যুঁজাৰু', 'আশাৰ ৰেঙণি'।

শৰ্মাদেৱে অসম চৰকাৰৰ সাহিত্য বঁটা, 'যুদ্ধ আৰু শান্তি' গ্ৰন্থৰ বাবে সৰ্বভাৰতীয় বঁটা লাভ কৰে। নাট্যকাৰ, অভিনেতা হিচাপে সৰ্বভাৰতীয় স্বীকৃতি পাবলৈ সক্ষম হোৱা শৰ্মাদেৱে অসম চৰকাৰৰ সাহিত্যিক পেন্সন লাভ কৰিছে।

**দ্বিজেন নাথ (জন্ম ঃ ৬ এপ্ৰিল, ১৯৪০ খ্ৰী.)**

দ্বিজেন নাথৰ জন্মস্থান বঙাইগাঁও জিলাৰ বাশবাৰী গাঁও। অভয়াপুৰী মহাবিদ্যালয়ৰ পৰা স্নাতক আৰু বি. টি. ডিগ্ৰী লাভ কৰা নাথদেৱ নৰ্থ বইটামাৰী হাইস্কুলৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'জীৱন বীণাৰ সুৰ' (গীতি কবিতা, ১৯৬৪), 'কাঁচি জোন' (গল্প সংকলন, ১৯৭২), 'তুমি আৰু মই' (উপন্যাস, ১৯৭৭), 'দৃষ্টিৰ আঁৰে আঁৰে' (উপন্যাস, ১৯৮১), 'গোৱালপাৰাৰ ডায়েৰী' (সামাজিক সাংস্কৃতিক ইতিহাস, ১৯৯১), 'গোৱালপৰীয়া লোকগীত' (১৯৭৯), 'গোৱালপৰীয়া লোক-সাহিত্যত দৃষ্টিপাত' (১৯৭৭) আৰু 'গোৱালপৰীয়া লোক-সংস্কৃতি' (২০০৮)।



**দ্বিজেন্দ্ৰনাথ শৰ্মা (জন্ম ঃ ১ মে', ১৯৩৫ খ্ৰী.)**

দ্বিজেন্দ্ৰনাথ শৰ্মাৰ জন্মস্থান কামৰূপ জিলাৰ পানীখাইতী। বৰ্তমান শৰ্মা গুৱাহাটী, জ্যোতিনগৰ, বামুণীমৈদামৰ নিবাসী। অৱসৰপ্ৰাপ্ত চৰকাৰী বিষয়া শ্ৰী শৰ্মাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মইনাজান কিশোৰী হ'ল' (১৯৬৩), 'বুঢ়া আৰু তপা মানুহটো' (১৯৮৫) আৰু 'কেঁচা মনৰ মিঠা মৰম' (১৯৯২)।

**দেৱীপ্ৰসাদ বাগ্ৰাডিয়া (জন্ম ঃ ৮ নবেম্বৰ, ১৯৩৯ খ্ৰী.)**

দেৱীপ্ৰসাদ বাগ্ৰাডিয়াৰ জন্মস্থান ডিব্ৰুগড় জিলাৰ চুণীগাঁও, টেঙাখাত। স্নাতক ডিগ্ৰী লাভ কৰা বাগ্ৰাডিয়াই যোৰহাট টোকলাই চাহ গৱেষণা কেন্দ্ৰৰ পৰা চাহ খেতিৰ বিষয়ে প্ৰশিক্ষণ গ্ৰহণ কৰে। বৃত্তিত বাগ্ৰাডিয়া চাহ খেতিয়ক। ভাৰত চৰকাৰৰ দ্বাৰা বাগ্ৰাডিয়াই কেন্দ্ৰীয় হিন্দী নিৰ্দেশালয়ৰ মিত-ভাষা অনুবাদৰ বাবে অনুবাদ বঁটা (১৯৯৯), ফুলচান্দ খণ্ডেলৱালা সংহতি বঁটা (২০০২), অসম চৰকাৰৰ সাহিত্যিক (২০০৯-২০১০) বঁটাৰে সন্মানিত। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'চাহ গছৰ কলম' (১৯৯৯), 'সুখৰ পৃথিৱী' (২০০১), 'মীৰাবাঈ' (২০০১), 'মৃত্যু বিজয়িনী কনকলতা' (২০০১), 'জোতি প্ৰভা' (২০০৩), 'অগস্ত্য' (২০০৭), 'জ্যোতি সুধা' (১৯৯১) আৰু 'মিতভাষা' (১৯৯৮)। উল্লেখযোগ্য যে বাগ্ৰাডিয়াৰ 'চাহ গছৰ কলম' গ্ৰন্থখনৰ বাহিৰে বাকীকেইখন অনুবাদ গ্ৰন্থ।

**দেৱেশ্বৰ ভট্টাচাৰ্য (জন্ম ঃ ১৮ অক্টোবৰ, ১৯৩৭ খ্ৰী.)**

দেৱেশ্বৰ ভট্টাচাৰ্যৰ জন্মস্থান নলবাৰী জিলাৰ ব্ৰাহ্মণ চমাৰ কুছি। বৰ্তমান শ্ৰী ভট্টাচাৰ্য গুৱাহাটীৰ নুনমাটিৰ বাসিন্দা। স্নাতক আৰু এল. এল. বি ডিগ্ৰী গ্ৰহণ কৰা ভট্টাচাৰ্য অৱসৰপ্ৰাপ্ত চৰকাৰী কৰ্মচাৰী। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'মে' দিৱসৰ ইতিহাস আৰু তাৎপৰ্য' (২০০৬)।

**দেৱেশ্বৰ দেৱশৰ্মা শাস্ত্ৰী (জন্ম ঃ ১৪ জানুৱাৰী, ১৯৩৩ খ্ৰী.)**

দেৱেশ্বৰ দেৱশৰ্মা শাস্ত্ৰীৰ জন্মস্থান শিৱসাগৰ জিলাৰ টিংখাঙ। বৰ্তমান লখিমপুৰ জিলাৰ বিহপুৰীয়া, ৰাজবাৰী গাঁৱৰ বাসিন্দা শাস্ত্ৰীৰ প্ৰকাশিত পুথিকেইখন হ'ল—'অপ্ৰলাপ সম্বাদ', 'শ্ৰাদ্ধোন্মেষ' (২০০১), 'সংক্ষিপ্ত অন্ত্যেষ্টি ক্ৰিয়া', 'মন মোৰ উঠিছে গুমৰি' (কবিতা পুথি), 'স্মাৰ্ত আৰু প্ৰাচীন শ্ৰাদ্ধ প্ৰণালী' (২০০৫), 'বৈদিক ব্যৱহাৰ দৰ্পণ' আৰু 'তীৰ্থ পথত' (১৯৬৩)।



# ধ

**ধনপতি কলিতা (জন্ম ঃ ৪ ফেব্ৰুৱাৰী, ১৯৩২ খ্ৰী.)**

ধনপতি কলিতাৰ জন্মস্থান দৰং জিলাৰ সৰুবাৰী, লোজোৰা গাঁও। তেওঁৰ কৰ্মক্ষেত্ৰ দৰং জিলাৰ মঙলদৈ কলাইগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়। কলিতাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'চমু ইতিবৃত্ত' (১৯৭৯), 'মহাকবিৰ জয়যাত্ৰা' (খণ্ডকাব্য, ১৯৯৩), 'ভিন্ন সময় ভিন্ন ভাৱ' (কবিতা, ২০০১), 'শিয়াল' (নাটক, ১৯৮৩), 'চকাছন্দা' (গল্প, ২০০৬), 'মঙলদৈ নগৰৰ ইতিহাস' (২০০৭), 'আচাৰ্য উপেন্দ্ৰনাথ ভূএগ জীৱন আৰু ব্যক্তিত্ব' (সংকলন, ২০০৯), আৰু 'ৰসময়ী' (সম্পাদনা, ২০০৫)। তদুপৰি কলিতাই কেবাখনো স্মৃতিগ্ৰন্থ সম্পাদনা কৰিছে।

**ধৰ্মকান্ত বৰদলৈ (জন্ম ঃ ৭ ছেপ্টেম্বৰ, ১৯৪০ খ্ৰী.)**

ধৰ্মকান্ত বৰদলৈৰ জন্মস্থান কামৰূপ জিলাৰ সাহান। বৰ্তমান তেওঁ মাঠনবৰী, হানধাৰ বাসিন্দা। স্নাতক ডিগ্ৰী লাভ কৰা ধৰ্মকান্ত বৰদলৈৰ কৰ্মস্থলী গুৱাহাটী। তেওঁৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হ'ল— 'দুবৰি' (১৯৯৬)।

**ধৰ্মকান্ত শইকীয়া (জন্ম ঃ ১৬ ডিচেম্বৰ, ১৯৩১ খ্ৰী.)**

ধৰ্মকান্ত শইকীয়াৰ জন্মস্থান শোণিতপুৰ জিলাৰ শ'লগুৰি। বুঢ়াদ'ল পাঁচগাঁও বিদ্যালয়ৰ পৰা ১৯৯০ খ্ৰীষ্টাব্দত প্ৰধান শিক্ষক হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'আন্ধাৰে আৱৰে যেতিয়া' (গল্পপুথি), 'ধৰ্ম-কৰ্ম আৰু ভকতি' (প্ৰবন্ধপুথি) আৰু 'উঠা হেৰা শিল্পী' (কবিতাপুথি)।

**ধনীৰাম বৰশইকীয়া (জন্ম ঃ ১ অক্টোবৰ, ১৯৩৭ খ্ৰী.)**

ধনীৰাম বৰশইকীয়াৰ জন্মস্থান লখিমপুৰ জিলাৰ বৰখেৰেমীয়া গাঁও।

বৰ্তমান ডিব্ৰুগড় জিলাৰ ২নং ন-ভকতীয়াৰ বাসিন্দা বৰশইকীয়া ডিব্ৰুগড়ৰ কানৈ মহাবিদ্যালয়ৰ (১৯৬১) পৰা স্নাতক ডিগ্ৰী গ্ৰহণ কৰিছে। সহকাৰী অধীক্ষক নেছনেল ছেম্পল ছাৰ্ভে, শ্বিলং কাৰ্যালয় (১৯৬৩) আৰু পৰৱৰ্তী সময়ত বিদ্যালয়ৰ অধ্যক্ষ পদৰ পৰা অৱসৰ গ্ৰহণ (১৯৯৬) কৰে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'গুৰুজনাৰ কলমত ফকৰা-যোজনা আৰু নীতি বচন' (২০০২)।

**ডাঃ ধীৰেন বৰকাকতী (জন্ম ঃ ১০ আগষ্ট, ১৯৪০ খ্ৰী.)**

ডাঃ ধীৰেন বৰকাকতিৰ জন্মস্থান নগাঁও জিলাৰ নতুন আমোলাপট্টি। বৃত্তিত চিকিৎসক ডাঃ বৰকাকতিৰ প্ৰকাশিত পুথিকেইখন হ'ল—'আকস্মিক দুৰ্ঘটনাত প্ৰাথমিক চিকিৎসা' (১৯৮০), 'সম্পাদক ডাঙৰীয়া' (পত্ৰ পুথি), 'শ্বহীদ' (শ্বহীদ তৰ্পণ, ১৯৮০)।



# ন

**ড° নগেন শইকীয়া (জন্ম ঃ ১১ ফেব্ৰুৱাৰী, ১৯৩৯ খ্ৰী.)**

ড° নগেন শইকীয়াৰ জন্মস্থান গোলাঘাট জিলাৰ হাতীয়েখোৱা গাঁও। অসমীয়া বিষয়ত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ (১৯৬৪) আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পৰা পি. এইচ. ডি. (১৯৮২) লাভ কৰিছে। শিক্ষকতা আৰু সাংবাদিকতাৰ পিছত ডিফু মহাবিদ্যালয়, নিউ যোৰহাট মহাবিদ্যালয় আৰু দেৱীচৰণ বৰুৱা মহাবিদ্যালয়ত অধ্যাপনা (১৯৬৫-১৯৭১) কৰিছিল। তেখেতে ডিব্ৰুগড় বিশ্ববিদ্যালয়ত অসমীয়া বিভাগৰ অধ্যাপক আছিল। (১৯৭২-৮২), সাংসদ (ৰাজ্যসভা, (১৯৮৬-১৯৯২), ৰাজ্যসভাৰ উপাধ্যক্ষ (১৯৯০-১৯৯২), লক্ষ্মীনাথ বেজবৰুৱা প্ৰফেছাৰ ডিব্ৰুগড় বিশ্ববিদ্যালয় (১৯৯২-২০০৩)ৰ উপৰিও 'নতুন দৈনিক' (২০০৩) আৰু 'আমাৰ অসম'ৰ (২০০৪-২০০৬) কাকতৰ সম্পাদনাও কৰে। এতিয়ালৈ ড° শইকীয়াই ১৮ গৰাকী গৱেষকৰ তত্বাৱধায়ক, অসম সাহিত্য সভাৰ সহ-সম্পাদক (১৯৬৬-১৯৭০), কোষাধ্যক্ষ (১৯৭৭-১৯৭৮), প্ৰধান সম্পাদক (১৯৭৩-৭৬), (১৯৮০-৮৫), সাহিত্য একাডেমীৰ সাধাৰণ পৰিষদৰ সদস্য, আন্তঃৰাষ্ট্ৰীয় তুলনামূলক সাহিত্য সংস্থাৰ সদস্য (১৯৯৩-৯৮), অসম সাহিত্য সভাৰ সভাপতি (১৯৯৭-৯৮, ১৯৯৮-১৯৯৯)হোৱাৰ গৌৰৱ অৰ্জন কৰে। তেওঁ ১৯৯৭ খ্ৰীষ্টাব্দত সাহিত্য অকাডেমী পুৰস্কাৰ, অসম উপত্যকা সাহিত্য বঁটা (২০০৭) লাভ কৰিছিল।

সাহিত্য কৰ্ম ঃ প্ৰবন্ধপুথি—'চিন্তা আৰু চৰ্চা' (১৯৭৭), 'ভাৰতৰ সাংস্কৃতিক ঐতিহ্য আৰু অন্যান্য ৰচনা' (১৯৯৩), 'অগ্নিগৰ্ভা অসম' (১৯৯৩), 'উনবিংশ শতিকাত অসমীয়া ভাষাৰ সংকট' (১৯৮৮)। চুটিগল্প ঃ 'কুবেৰ হাতীবৰুৱা' (১৯৬৭), 'ছবি আৰু ফ্ৰেম' (১৯৬৯), 'বন্ধ কোঠাত ধুমুহা' (১৯৭১), 'মাটিৰ চাকিৰ জুই' (১৯৭৬), 'অস্তিত্বৰ শিকলি' (১৯৭৬), 'অপাৰ্থিৱ-পাৰ্থিৱ' (১৯৮২), 'আন্ধাৰত নিজৰ মুখ'

(১৯৯৫), 'হেমন্ত কালৰ এটা গধুলি' (২০০১)। উপন্যাস ঃ 'ভগ্ন উপকূল' (১৯৮৩)। ভ্ৰমণ ঃ 'আমেৰিকাত দহদিন' (১৯৮৮), 'মহাচীনৰ দিনলিপি' (১৯৯৪)। সমালোচনা সাহিত্য ঃ 'অসমীয়া কবিতা আৰু অন্যান্য বিষয়' (১৯৯৬),'গৱেষণা পদ্ধতি পৰিচয়' (১৯৯৬), 'সাংবাদিকতা ঃ এটি গধুৰ আৰু পবিত্ৰ দায়িত্ব' (২০০০), 'সাহিত্যৰ বাদ-বৈচিত্ৰ্য' 'অসমীয়া বৰ্ণমালা' (২০০১), 'মিতভাষ' (১৯৯৫)। জীৱনীমূলক ঃ 'মহেশ্বৰ নেওগ', 'আনন্দচন্দ্ৰ বৰুৱা', 'শংকৰদেৱ'। সম্পাদিত গ্ৰন্থ ২৪ খন। স্মৃতিগ্ৰন্থ ৯ খন।

ইয়াৰ উপৰিও ড° শইকীয়াই বহু সংখ্যক ৰাষ্ট্ৰীয়, আন্তঃৰাষ্ট্ৰীয় সাহিত্য-সংস্কৃতি বিষয়ক সভা-সমিতি, আলোচনা চক্ৰ আদিত প্ৰতিনিধিত্ব, সভাপতিত্ব, স্মাৰক বক্তৃতা প্ৰদান কৰাৰ লগতে নানা প্ৰকাৰৰ সংস্থা, সংগঠন আদিৰ সৈতে ঘনিষ্ঠভাৱে জড়িত হৈ আছে।

**ডাঃ নগেন বৰুৱা (জন্ম ঃ ১৪ অক্টোবৰ, ১৯৩৬ খ্ৰী.)**

ডাঃ নগেন বৰুৱাৰ জন্মস্থান দৰং জিলাৰ বামগাঁও। হোমিঅ'পেথিক চিকিৎসক ডাঃ বৰুৱাৰ প্ৰকাশিত উপন্যাস দুখন হ'ল —'স্বীকাৰোক্তি' (১৯৮৩) আৰু 'বৰযুগ কেতিয়া আহিল' (১৯৮৬)।

**ড° নগেন্দ্ৰনাথ শৰ্মা (জন্ম ঃ ১৯৩৯ খ্ৰী.)**

ড° নগেন্দ্ৰনাথ শৰ্মাৰ জন্মস্থান দৰং জিলাৰ কলাইগাঁও, আকালীবাৰী। স্নাতকোত্তৰ আৰু পি. এইচ. ডি. ডিগ্ৰী লাভ কৰা ড° শৰ্মা অৱসৰপ্ৰাপ্ত অধ্যাপক। 'হেৰোৱা দিগন্ত', 'উল্কাৰ জুই', 'এই ফুল এই ৰং', 'নবৌ' নাটৰ ৰচক ড° শৰ্মাই ৰাজনীতি, সমাজনীতি, ইতিহাস, প্ৰত্নতত্ত্ব আদি বিভিন্ন বিষয়ৰ ওপৰত ৰাষ্ট্ৰীয় আৰু ৰাজ্যিক পৰ্যায়ত ভালেমান গৱেষণা পত্ৰ পাঠ কৰিছে।

**নগেন্দ্ৰনাথ ভট্টাচাৰ্য (জন্ম ঃ ১ মাৰ্চ, ১৯৩৮ খ্ৰী.)**

নগেন্দ্ৰনাথ ভট্টাচাৰ্যৰ জন্মস্থান নলবাৰী জিলাৰ আঠঘৰীয়া। কলা শাখাৰ স্নাতক আৰু অভিযন্তাৰ প্ৰশিক্ষণপ্ৰাপ্ত ভট্টাচাৰ্যই জলসিঞ্চন বিভাগৰ কনিষ্ঠ অভিযন্তা পদৰ পৰা ১৯৯৯ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হৈছে—'মহৎ লোকৰ বাণী' (১৯৯২), 'মনোৰমা' (কবিতাপুথি, ১৯৯৯), 'এৰা সুঁতিৰ গান' (চুটিগল্প, ২০০৭), 'লোক-সংস্কৃতিৰ দৃষ্টিপাত' (১৯৯৮), 'ফকৰা-যোজনা' (১৯৯৪), 'লিমাৰিক' (লিমাৰিক সংকলন, ২০০০), 'ৰামায়ণৰ সাধু' (সাধুকথা, ২০০০), 'মহাভাৰতৰ সাধু' (সাধুকথা, ২০০১), 'ৰাইজৰ পদূলিত' (হাস্য-ব্যংগ সংকলন, ২০০৭), 'ৰং-বিৰঙৰ সাধু' (সাধুকথা, ২০০৯), 'পদুমনিৰ সেউজ' (২০০৯), 'সাহিত্য অকাডেমী বঁটা বিজয়ী বৰ অসমীয়া' (২০০৬), 'সাধু বিচিত্ৰা' (২০০৫) আদি মুঠ ১৩ খন গ্ৰন্থৰ ৰচক ভট্টাচাৰ্যই আম্বেদকাৰ ৰাষ্ট্ৰীয় বঁটা লাভ কৰিছে।



**নগেন্দ্ৰনাথ চহৰীয়া (জন্ম ঃ ৯ জুন, ১৯৩৫ খ্ৰী.)**

নগেন্দ্ৰনাথ চহৰীয়াৰ জন্মস্থান দৰং জিলাৰ মঙলদৈৰ ভেবাৰঘাট। স্নাতক ডিগ্ৰী লাভ কৰা চহৰীয়া দৰং জিলা উপায়ুক্তৰ কাৰ্যালয়ৰ পৰা অৱসৰ গ্ৰহণ কৰে। তেওঁৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হ'ল— 'পলাশৰ ফুল'।

**নগেন্দ্ৰনাৰায়ণ দেৱগোস্বামী (জন্ম ঃ ১৯৩৪ খ্ৰী.)**

নগেন্দ্ৰনাৰায়ণ দেৱগোস্বামীৰ জন্মস্থান নলবাৰী জিলাৰ কৈঠালকুছি, দ্বীপৰ সত্ৰ। বৰ্তমান দেৱগোস্বামী বঙাইগাঁৱৰ অভয়াপুৰী নিবাসী। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত স্নাতকোত্তৰ (১৯৬১) ডিগ্ৰী লাভ কৰি শিক্ষকতাৰে কৰ্মজীৱনৰ পাতনি মেলি ১৯৯৭ খ্ৰীষ্টাব্দত অভয়াপুৰী মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰবক্তা হিচাপে দেৱগোস্বামীয়ে অৱসৰ গ্ৰহণ কৰে। বিদ্যাৰত্ন, তত্ত্ববিশাৰদ আদি উপাধি লাভ কৰা দেৱগোস্বামীয়ে যুক্তৰাষ্ট্ৰৰ এ. বি. আই.ৰ পৰা 'The Man of the year' খিতাপ লাভ কৰে (১৯৯৭ খ্ৰী)।

দেৱগোস্বামীৰ প্ৰকাশিত পুথিসমূহ হ'ল—'উষা' (১৯৬৯), 'কাব্য-কানন' (১৯৭০), 'কাব্য কৌমুদী' (১৯৭০), 'বন্দনা' (১৯৭৩) আদি তেওঁৰ কাব্য পুথি। 'দ্বীপৰ সত্ৰৰ ইতিবৃত্ত' (১৯৭৮), 'শ্ৰীশ্ৰীদামোদৰ গুৰু'

(১৯৮৭), 'বেদবিদ গুৰু দামোদৰদেৱ' (১৯৮৭), 'ভক্তি মূৰ্ত্তি দেৱদামোদৰ গুৰু' (১৯৮৮), 'দেৱদামোদৰ গুৰু বন্দনা' (১৯৮৯), 'ধৰ্মমূৰ্ত্তি মহাপুৰুষ শ্ৰীশ্ৰীহৰিদেৱ' (১৯৯৬), 'বন্দনম্' (সংস্কৃত কাব্য, ২০০০), 'তত্ত্ব পাৰিজাত' (২০০৬), 'বন্দনা প্ৰশস্তি মঞ্জৰী' (সংস্কৃত কাব্য, ২০০৯) আদি মুঠ ২২ খন ধৰ্মমূলক পুথি ৰচনা কৰিছে।

**মঃ নছিৰ আহমেদ (জন্ম ঃ ৫ আগষ্ট, ১৯৪০ খ্ৰী.)**

মঃ নছিৰ আহমেদৰ জন্মস্থান মৰিগাঁও জিলাৰ সাপমাৰী গাঁও। মঃ আহমেদৰ একমাত্ৰ প্ৰকাশিত উপন্যাসখন হ'ল—'ভুল যেতিয়া ভাঙে'। তেওঁ অসম চৰকাৰৰ সাহিত্যিক পেঞ্চনাৰ।

**নন্দ তালুকদাৰ (জন্ম ঃ ২১ মে' ১৯৩২, মৃত্যু ঃ ২৬ ফেব্ৰুৱাৰী, ১৯৮৩ খ্ৰী.)**

প্ৰয়াত নন্দ তালুকদাৰ অসমীয়া সাহিত্য জগতত বিশিষ্ট জীৱনী আৰু প্ৰবন্ধ লেখকৰূপে পৰিচিত। শ্বিলঙৰ শংকৰদেৱ মহাবিদ্যালয় আৰু পাণ্ডু মহাবিদ্যালয়ত অধ্যাপনা কৰা প্ৰয়াত তালুকদাৰৰ প্ৰকাশিত পুথিসমূহ হ'ল—জীৱনীমূলক পুথি ঃ 'বনফুলৰ কবি দুৰ্‌ৰা' (১৯৭০), 'হেম বৰুৱাৰ ব্যক্তিত্ব আৰু প্ৰতিভা' (১৯৭১), 'কনকলাল বৰুৱা' (১৯৭২), 'প্ৰসন্নলাল চৌধুৰী' (১৯৭৮), 'কালিৰাম মেধি' (১৯৭৮), 'জীৱন স্মৰণ' (১৯৭৮), 'সীতানাথ ব্ৰহ্মচৌধুৰী' (১৯৮১), 'সূৰ্যকুমাৰ ভূঞা' (১৯৮৪), 'বিৰিঞ্চিকুমাৰ বৰুৱা' আদি। আলোচনামূলক পুথি ঃ 'কবি আৰু কবিতা' (১৯৬৯), 'চিৰ চেনেহী মোৰ ভাষা জননী' (১৯৭৬), 'অসমীয়া সাহিত্য বিচিত্ৰা' (১৯৭২), 'সংবাদপত্ৰৰ ৰ'দ কাঁচলিত অসমীয়া সাহিত্য' (১৯৭৫) আদি। সম্পাদিত গ্ৰন্থ ঃ 'পদ্মাৱতী দেৱী ফুকননীৰ ৰচনাৱলী' (যুটীয়া), 'আনন্দৰাম ঢেকিয়াল ফুকনৰ ৰচনা সংগ্ৰহ' (১৯৭৭), 'নবীনচন্দ্ৰ বৰদলৈৰ ৰচনাৱলী', 'ৰঘুনাথ চৌধাৰীৰ স্মৃতিগ্ৰন্থ', 'লম্বোদৰ বৰাৰ ৰচনাৱলী' (১৯৮৩), 'অমূল্য বৰুৱাৰ কবিতাৰ সংকলন', 'অচিনা' (১৯৬৪), 'আৱাহন যুগৰ নিৰ্বাচিত গল্প সংকলন', 'ৰৌদ্ৰ নীলিমা' (১৯৬৯, গল্পপুথি, যুটীয়া), 'তাহানিৰ সাধু' (১৯৭৭, শিশু পুথি), 'ৰুক্মিণী হৰণ, পাৰিজাত হৰণ, অৰ্জুন ভঞ্জন' (১৯৭৪)। নাটক সম্পাদনা ঃ 'নাটৰ মাজৰ নাট ছয়খন', 'জীৱন স্মৰণ', 'এলোকেশী বেশ্যাৰ কথা আৰু কাণি বেহেৰুৱাৰ বিষয়' আদি। লেখকৰ গৱেষণা গ্ৰন্থ হ'ল—'আনন্দৰাম ঢেকিয়াল ফুকন এণ্ড দা আৰ্লি নাইনটিন্থ চেঞ্চুৰী'।



ইয়াৰ উপৰি লেখকৰ বিবিধ ৰচনা কাকত, আলোচনী আদিত সিঁচৰতি হৈ আছে। তেওঁ মৰণোত্তৰভাৱে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট ডিগ্ৰী লাভ কৰিছে।

**নন্দী কুমাৰ (জন্ম ঃ ৩১ জানুৱাৰী, ১৯৩৪ খ্ৰী.)**

নন্দী কুমাৰৰ জন্মস্থান দৰং জিলাৰ তিতকুছি। বাপুজী বালিকা বিদ্যালয়ৰ পৰা অৱসৰ গ্ৰহণ কৰা কুমাৰৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'খাদ্য তত্ত্ব' (প্ৰবন্ধ পুথি, ২০০১)।

**ড° নবীনচন্দ্ৰ শৰ্মা (জন্ম ঃ ২১ জুন, ১৯৩৮ খ্ৰী.)**

ড° নবীনচন্দ্ৰ শৰ্মাৰ জন্মস্থান দৰং জিলাৰ হাজৰিকাপাৰা, বামুণচুবা। তেওঁৰ পিতৃ প্ৰয়াত ইন্দ্ৰনাথ শৰ্মা আৰু মাতৃ যমুনা দেৱী। ১৯৬৫ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়াত এম. এ. ডিগ্ৰী লাভ কৰি ১৯৭৭ খ্ৰীষ্টাব্দত 'অনন্ত কন্দলী এণ্ড হিজ ৱৰ্কছ ঃ এ ক্ৰিটিকেল ষ্টাডি' বিষয়ত পি. এইচ. ডি ডিগ্ৰী লাভ কৰে।

কৰ্মজীৱন ঃ নৰ্মাল স্কুলত শিক্ষকতা, প্ৰাগজ্যোতিষ মহাবিদ্যালয়ত অধ্যাপনা, গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক-সংস্কৃতি বিভাগত অধ্যাপক হিচাপে অৱসৰ গ্ৰহণ কৰাৰ পাছত ড° শৰ্মা গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অতিথি অধ্যাপক হয়। ইউ. জি. চি.ৰ ইমেৰিটাছ ফেলোশ্বিপ লাভ কৰি 'স্যামানিষ্টিক ডেন্স অব ডি ট্ৰাইবেল এণ্ড নন ট্ৰাইবেল পিপোল অব আসাম' বিষয়ত অধ্যয়ন আৰু গ্ৰন্থ প্ৰণয়ন কৰে।

১৯৯২-৯৩ অসম সাহিত্য সভাৰ দুৰ্গাধৰ বৰকটকী বঁটা, ২০০৪ খ্ৰীষ্টাব্দত অখিল ভাৰতীয় সাহিত্য পৰিষদৰ নতুন দিল্লীৰ পৰা ভাৰতীয় ভাষা সাহিত্যকৰ বঁটা আৰু ২০০৬ খ্ৰীষ্টাব্দত অসম চৰকাৰৰ সাহিত্যিক পেঞ্চন লাভ কৰে।

ড° নবীনচন্দ্ৰ শৰ্মাৰ প্ৰকাশিত গ্ৰন্থসমূহ হ'ল— ভাষা-সাহিত্য বিষয়ক

ঃ 'অসমীয়া সাহিত্যৰ আলোকৰেখা' (১৯৬৮), 'অসমীয়া ভাষা আৰু সাহিত্যৰ ৰূপৰেখা' (১৯৭০), 'পুৰণি অসমীয়া সাহিত্যৰ আলোক ৰেখা' (১৯৮৭), 'পশ্চিমৰ পৰা পূবলৈ' (১৯৮৭), 'পুৰণি অসমীয়া সাহিত্যৰ সুবাস' (১৯৮৮), 'পুৰণি অসমীয়া সাহিত্যৰ সৌৰভ' (১৯৯৬), 'প্ৰাচ্যতত্ত্ব নিষ্ণাত পণ্ডিত ড° সত্যেন্দ্ৰনাথ শৰ্মা' (১৯৯৯), 'মাউত-মৈযাল মাৰ্জি ইত্যাদি' (গল্প, ২০০৭), 'উভতি চাবলৈ যে মন' (গল্প, ২০০৮)। সংস্কৃতি বিষয়ক ঃ 'অসমীয়া লোক-সংস্কৃতিৰ আভাস' (১৯৮৯), 'অসমৰ ওজাপালি' (১৯৯৯), 'অসমৰ পৰিৱেশ্য-কলা ওজাপালি' (১৯৯৬), 'লোক-সংস্কৃতি' (১৯৯৭), 'ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চলৰ লোক-সংস্কৃতি' (২০০০), 'আধুনিক সমাজত লোক-সংস্কৃতি' (২০০০), 'লোক-সংস্কৃতি আৰু অবিভক্ত গোৱালপাৰা জিলাৰ পৰিৱেশ্য-কলা' (২০০১), 'অসমৰ পৰম্পৰাগত বাচিক কথা-ৰূপ-বৰ্ণ-সৌৰভ আৰু অধ্যয়ন পদ্ধতি' (২০০৫)। সম্পাদিত গ্ৰন্থ ঃ 'শ্ৰীশ্ৰী সত্য নাৰায়ণ পাঁচালী' (১৯৬৭), 'দৰং ৰাজবংশাৱলী', 'কুমৰ হৰণ কাব্য', 'আদি দশম' (১৯৮৯), 'শিৱ পুৰাণ', 'অদ্ভুত ৰামায়ণ' (ৰঘুনাথ মহন্ত বিৰচিত), 'কালিদমন নাট' (শংকৰদেৱ বিৰচিত), 'অৰ্জুন ভঞ্জন' (মাধৱদেৱ বিৰচিত), 'ভীম চৰিত' (ৰাম সৰস্বতী বিৰচিত), 'খটাসুৰ বধ' (ৰাম সৰস্বতী বিৰচিত, ১৯৮৪), 'ৰুক্মিণী হৰণ নাট' (শংকৰদেৱ বিৰচিত, ২০০১), 'চোৰধৰা পিম্পৰা গুচোৱা নাট' (২০০১), 'পদ্ম পুৰাণ' (ভাটিয়ালী খণ্ড, সুকবি নাৰায়ণদেৱ বিৰচিত, ১৯৯৩), 'শ্ৰীশ্ৰী চণ্ডী' (ৰুচিনাথ কন্দলি বিৰচিত), 'কালিকা পুৰাণ বা হৰগৌৰী বিবাহ' (১৯৯৯), 'বৈষ্ণৱ দৰ্পণ' (১৯৯৯), 'অসমীয়া মহাভাৰত' (২০০১), 'ভক্তি প্ৰদীপ' (শংকৰদেৱ বিৰচিত, ২০০৩), 'অসমীয়া মদ্ভাগৱত পুৰাণ সম্পূৰ্ণ' (শংকৰদেৱ আৰু অন্যান্য বিৰচিত, ২০০৪), 'কীৰ্তন-ঘোষা আৰু নামঘোষা' (২০০৬), 'অতীতৰ কথা' (ত্ৰৈলোক্য নাথ গোস্বামী ৰচিত, ১৯৯১), 'ত্ৰৈলোক্য নাথ গোস্বামী ঃ জীৱন আৰু কৃতি' (১৯৯১), 'আচাৰ্য মনোৰঞ্জন শাস্ত্ৰী ঃ জীৱন সাধনা আৰু কৃতিত্ব' (১৯৯২), 'অসমীয়া সাহিত্যৰ সাজ' (১৯৮৮), 'ডক্টৰ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য ঃ জীৱন আৰু সাধনা' (২০০৫), 'পণ্ডিত প্ৰবৰ তীৰ্থনাথ শৰ্মা' (২০০৬), 'ডাক প্ৰবচন আৰু ডাক-পৰম্পৰা' (১৯৮৭),



'অসমৰ সংস্কৃতি সমীক্ষা' (২০০৩), 'অসমৰ মাঘ বিহু' (২০০০), 'জনকৃষ্টিৰ ৰূপৰেখা', 'বসন্ত উৎসৱ আৰু অসমৰ বিভিন্ন জনগোষ্ঠীৰ লোকনৃত্য' (১৯৯৩), 'দামোদৰদেৱৰ চৰিত' আৰু 'চন্দ্ৰকান্ত মিশ্ৰ প্ৰভুৰ জীৱন আৰু কৰ্ম'। সংকলিত গ্ৰন্থ ঃ 'সৰ্বধাক মন্ত্ৰ' (১৯৭৮), 'আইৰ মুখৰ সাধু', 'সাথা বৰতৰ সাধু' (১৯৯২), 'সোণাৰ গাছ, ৰূপাৰ পাত' (১৯৯৯)। 'অবিৰত সংগ্ৰাম' (কবিতা, ১৯৯২)। সম্পাদিত পত্ৰিকা ঃ অসমীয়া— 'প্ৰভাষিকা' (১৯৮৬), 'স্পন্দন' (১৯৮৬) আৰু 'বাৰ্তা পখিলী' (২০০৮) আৰু ইংৰাজী ভাষাৰ—'Journal', 'Bulletin of the Department of Folklore Research, G.U. vol.-4, (1995-96), 'Descriptive catalogue of Assamese Manucripts, K.K. Handique Library, G.U. (1999) etc.।

ইংৰাজী গ্ৰন্থ ঃ 'Essays on the folk love of North-Eastern India, (1988), 'The vaisnavite poets of North-Eastern India (1991), 'Ritul tales of Assamese Woman' (2003), 'Oral songs of the Tribal Communities of Assam' (2006), 'Traditional and folk dramas of Assam', 'A critical study on the Ojapali', 'Shamanistic Dances of the Tribal and the Non-tribal people of Assam', 'Hand book of folklore Material of North-East India'.

**নবীনচন্দ্ৰ শৰ্মা (জন্ম ঃ ১ মাৰ্চ, ১৯৩৪, মৃত্যু ঃ ২৮ জুলাই, ২০০৪ খ্ৰী.)**

বৃত্তিত শিক্ষক নবীনচন্দ্ৰ শৰ্মাৰ প্ৰকাশিত পুথিসমূহ হৈছে—'সেউজী কণ্ঠৰ সুবাস' (গীতি কবিতা, ১৯৮৯), 'এটি মন এটি ক্ষণ' (গীতি কবিতা, ১৯৯৯), 'লাহী কোমল পাত' (শিশু কবিতা) আদি।

**নৰাৰুণ বৰ্মা (জন্ম ঃ ১ মে', ১৯৩৪ খ্ৰী.)**

প্ৰয়াত নৰাৰুণ বৰ্মাৰ জন্মস্থান ৰামশেৰনগৰ (বৰ্তমান বাংলাদেশ)। প্ৰয়াত নৰাৰুণ শৰ্মাই কলিকতা বিশ্ববিদ্যালয়ৰ পৰা স্নাতক, অখিল ভাৰতীয় হিন্দী পৰিষদৰ পৰা পাৰংগত আৰু ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ পৰা ৰাষ্ট্ৰভাষা ৰত্ন ডিগ্ৰী লাভ কৰে। হিন্দী সাহিত্যৰ একনিষ্ঠ সেৱক প্ৰয়াত বৰ্মা উত্তৰ-পূৰ্বাঞ্চলৰ হিন্দী ভাষাৰ প্ৰচাৰ-প্ৰসাৰত গুৰুত্বপূৰ্ণ ভূমিকা

গ্ৰহণ কৰিছিল। হিন্দী ভাষাত তেওঁ কেবাখনো গ্ৰন্থ ৰচনা কৰাৰ উপৰিও অসমীয়া সাহিত্যৰ ভালেমান বহুমূলীয়া গল্প হিন্দীলৈ অনুবাদ কৰিছে। তাৰ ভিতৰত 'কীৰ্তন ঘোষা', মাধৱ কন্দলীৰ 'ৰামায়ণ', যোগেশ দাসৰ 'ডাৱৰ আৰু নাই' আদি উল্লেখযোগ্য। হিন্দীৰ পৰা অসমীয়ালৈ 'গীতা মাধুৰ্য' পুথিখন অনুবাদ কৰিছে। তেওঁৰ অসমীয়া ভাষাত প্ৰকাশিত অন্যান্য কেইখনমান পুথি হ'ল—'শৰবিদ্ধ অন্ধকাৰ', 'প্ৰাথমিক অসমীয়া', 'অসমীয়া কবিতা প্ৰবন্ধ'।

**নৱনাথ ভট্টাচাৰ্য (জন্ম ঃ ১৯৩৩ খ্ৰী.)**

নৱনাথ ভট্টাচাৰ্যৰ জন্মস্থান দৰং জিলাৰ ছিপাঝাৰ, নায়কপাৰা। আগ্ৰা বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা ভট্টাচাৰ্যই ভাগলপুৰ বিশ্ববিদ্যালয়ৰ পৰা পি. এইচ. ডি ডিগ্ৰী লাভ কৰিছে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'সৰ্বধৰ্মসমন্বয়', 'সাংস্কৃতিক চিন্তা' (২০০৩) আদি।

**নৱনাৰায়ণ দেৱশৰ্মা (জন্ম ঃ ১৫ মাৰ্চ, ১৯৩৬ খ্ৰী.)**

জন্মস্থান বৰপেটা জিলাৰ বামুণকুছি। উদ্ভিদ বিজ্ঞানৰ স্নাতকোত্তৰ দেৱশৰ্মা অৱসৰপ্ৰাপ্ত বিষয় শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'পাঠশালা সাহিত্য সভাৰ ইতিবৃত্ত ঃ পৰিচয়মূলক' (১৯৮৬), 'ৰেঙণি' (একাংকিকা, ১৯৯৯), 'ভক্তি-ৰত্নাৱলী' (সম্পাদনা, ২০০৫), 'বজালীৰ ফঁকৰা-যোজনা' (২০০৬), 'প্ৰবন্ধাৱলী' (২০১০) আদি।

**নৰেন মেধি (জন্ম ঃ ১ এপ্ৰিল, ১৯৩৬ খ্ৰী.)**

নৰেন মেধিৰ জন্মস্থান নলবাৰী জিলাৰ সাহপুৰ। বৰ্তমান তেওঁ গুৱাহাটীৰ বামুনীমৈদামৰ নিবাসী। কলা শাখাৰ স্নাতক মেধি গুৱাহাটী বিশ্ববিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। তেওঁৰ প্ৰকাশিত একমাত্ৰ গল্পপুথিখন হ'ল—'সমান্তৰাল' (২০০০)।

**নৰেন্দ্ৰনাথ চক্ৰৱৰ্তী (জন্ম ঃ ৫ এপ্ৰিল, ১৯৩৯ খ্ৰী.)**

নৰেন্দ্ৰনাথ চক্ৰৱৰ্তীৰ জন্মস্থান নলবাৰী জিলাৰ নিজ বাঁহজনীত। স্নাতক আৰু বি. টি. ডিগ্ৰীধাৰী চক্ৰৱৰ্তী তামুলপুৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত উপাধ্যক্ষ । তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথি—'অসমৰ প্ৰেক্ষাপটত তামুলপুৰৰ ইতিহাস' (২০০১)।



**নৰেন্দ্ৰনাথ বৰা (জন্ম ঃ ২২ নৱেম্বৰ, ১৯৩৮ খ্ৰী.)**

নৰেন্দ্ৰনাথ বৰাৰ জন্মস্থান নগাঁও জিলাৰ বৰজহা। স্নাতকোত্তৰ আৰু বি. টি ডিগ্ৰীধাৰী শ্ৰী বৰাদেৱ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'সপোন দেখো সুদূৰৰ' (কবিতা, ১৯৬৪), 'বন ফৰিঙৰ মন' (উপন্যাস, ১৯৭১), 'অন্য আকাশ' (কবিতা, ২০০৩), 'উপলা নদীৰ ঢৌ' (উপন্যাস, ২০০০), 'বুঢ়া লুইত দেখিলোঁ' (শিশু উপন্যাস, ২০০৪), 'গপতাকাৰ' (২০০৩), 'বুৰ্লু বুথুৰ' (২০০৬), 'আকাশী গংগা বিচৰা নাই' (উপন্যাস), 'মই আৰু মোৰ ছাঁ' (দীঘল গল্প, ২০০৭), 'বিয়লিৰ ৰং' (২০০৯)। 'বুৰঞ্জী বুলনি হাত' (প্ৰবন্ধপুথি, ২০০৮), 'অজানিতে কেতিয়াবা' (২০০৭) আদি।

**নৰেন্দ্ৰনাথ হালৈ (জন্ম ঃ ২৫ মে', ১৯৩৬ খ্ৰী.)**

নৰেন্দ্ৰনাথ হালৈৰ জন্মস্থান বাক্সা জিলাৰ বৰমা, মূৰমেলা। বিজ্ঞান বিষয়ত স্নাতক হালৈ এগৰাকী অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'গণিত বিপ্লৱ', 'সূত্ৰ সংহতি', 'দেশৰ আত্মা যাৰ', 'বৈষ্ণৱ ধৰ্ম আৰু আমাৰ সংস্কৃতিৰ ধাৰা', 'মম্ভাগৱদগীতা', 'সপোনৰ শেষত', 'আঞ্চলিকতাবাদৰ সুৰংগেৰে ৰাজনীতিৰ বহল পথাৰলৈ', 'দূৰান্তৰ সময়', 'আত্ম সাধনা', 'গ্ৰাম্য স্বৰাজ', 'ডেউকা ভঙা পখীৰ কাকলি', 'আঞ্চলিকতাবাদ, ধৰ্মনিৰপেক্ষতাবাদ আৰু দেশপ্ৰেম', 'ধৰ্ম সংকট', 'ধৰ্ম আধ্যাত্ম আৰু বিজ্ঞান', 'জীয়া ইতিহাস', 'গণিত সম্ভেদ', 'বৃহত্তৰ অসমীয়া জাতি আৰু ঐতিহ্যমণ্ডিত ভাষা-সংস্কৃতি' আদি।

ইয়াৰ উপৰি ১৯৭৫ খ্ৰীষ্টাব্দত লেখকে 'তৰংগিনী' নামৰ মুখপত্ৰ প্ৰকাশ কৰে। ১৯৬৮ খ্ৰীষ্টাব্দত বৰাক সভাৰ উদ্যোগত হোৱা লেখক শিবিৰ উপলক্ষে এখনি পুস্তিকা 'স্মৃতিকথা' প্ৰকাশ কৰে। 'জীৱন পৰিক্ৰমা' নামৰ পুথিখনত তেওঁ নিজৰ বংশ পৰিক্ৰমা দাঙি ধৰিছে।

**নৱ কটকী (জন্ম ঃ ২৫ আগষ্ট, ১৯৩৮ খ্ৰী.)**

নৱ কটকীৰ জন্মস্থান নগাঁও জিলাৰ ঘিলানী, চৰাইহাগী। নগাঁও ৰাজহৰ অৱসৰপ্ৰাপ্ত চিৰস্তাদাৰ নৱ কটকীৰ প্ৰকাশিত পুথিকেইখন হ'ল—'চাকনৈয়া' (হাস্য-ব্যংগ, ১৯৯৯), 'মৰা মানুহৰ জীয়া হাঁহি' (হাস্য-ব্যংগ, ২০০২)।

**নৱৰাম নাথ (জন্ম ঃ ১ জুন, ১৯৩৯ খ্ৰী.)**

নৱৰাম নাথৰ জন্মস্থান নগাঁও জিলাৰ আলিকুছি। ৰাজনীতি বিজ্ঞান বিষয়ৰ স্নাতকোত্তৰ নাথ বৰ্তমান মৰিগাঁও জিলাৰ চৰাইবাহীৰ বাসিন্দা। উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত বিষয় শিক্ষক নাথৰ প্ৰকাশিত পুথিসমূহ হ'ল—'মৎসেন্দ্ৰ পুৰাণ' (১৯৭৯), 'শ্ৰীমদ্‌গোৰক্ষ গীতা' (১৯৭৯), 'অসমৰ যোগী জাতিৰ চমু আভাস' (১৯৭৯), 'আধ্যাত্ম বিজ্ঞান' (২০০৪), 'শনি চৰিত' (২০০৫) আৰু 'শ্ৰীশ্ৰীশান্তি গীতা' (১৯৯১)।

**নানু দত্ত (জন্ম ঃ ১৯৩৯ খ্ৰী.)**

নানু দত্তৰ জন্মস্থান নগাঁও। সম্প্ৰতি যোৰহাট নিবাসী দত্ত অসম চৰকাৰৰ সাহিত্যিক পেঞ্চনাৰ। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'চাহ বাগিচাৰ চিঠি' (উপন্যাস, ১৯৯৩), 'দেশে-বিদেশে' (ভ্ৰমণকাহিনী, ১৯৯৩), 'প্ৰতিশ্ৰুতি' (উপন্যাস, ১৯৯৮), 'স্বাধীনতা আন্দোলনত অসম' (১৯৯৮) আৰু 'পৰিক্ৰমা' (উপন্যাস)।

**নাৰায়ণচন্দ্ৰ দাস (জন্ম ঃ ১৯ জুন, ১৯৩১ খ্ৰী.)**

নাৰায়ণচন্দ্ৰ দাসৰ জন্মস্থান কামৰূপ জিলাৰ হাজো, গায়নটোলা গাঁও। দাসৰ প্ৰকাশিত একমাত্ৰ কবিতাপুথিখন হ'ল—'হৃদয় বীণাৰ তান' (১৯৯৮)।

**নিৰ্মলচন্দ্ৰ নাথ (জন্ম ঃ ১ জুলাই, ১৯৩৭ খ্ৰী.)**

নিৰ্মলচন্দ্ৰ নাথৰ জন্মস্থান মৰিগাঁও জিলাৰ নটুৱাগাঁও। স্নাতক ডিগ্ৰীধাৰী নিৰ্মলচন্দ্ৰ নাথে মৰিগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পৰা শিক্ষকৰূপে অৱসৰগ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—কবিতাপুথি ঃ 'স্মৃতিমঞ্জৰী' (১৯৯৭), 'ভক্তি-তৰংগিনী' (২০০৩), 'দীপ্তিমান সূৰ্য' (২০০৪), 'নীল সাগৰৰ পাৰে পাৰে' (২০০৪)। ধৰ্মমূলকপুথি ঃ 'যোগ সন্ধ্যাবিধি' (১৯৯৮)। 'প্ৰগতিৰ বাটত ভাৰত দৰ্শন' (ভ্ৰমণ সাহিত্য, ২০০৬), 'স্মৰণিকা' (আত্মজীৱনীমূলক, ২০০৯) আৰু 'জ্ঞান দৰ্শন' (দৰ্শন শাস্ত্ৰ, ২০০৮) আদি তেওঁৰ অন্যান্য প্ৰকাশিত গ্ৰন্থ।



**ড° নিৰ্মলপ্ৰভা বৰদলৈ (জন্ম ঃ ২০ জুন, ১৯৩৩, মৃত্যু ঃ ২০ জুন,২০০৪ খ্ৰী.)**

গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ (১৯৫৫) আৰু পি. এইচ. ডি ডিগ্ৰী লাভ কৰি ড° নিৰ্মলপ্ৰভা বৰদলৈয়ে বি. বৰুৱা মহাবিদ্যালয়ৰ অধ্যাপিকা হিচাপে কৰ্মজীৱন আৰম্ভ কৰে। পৰৱৰ্তী সময়ত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ ৰীডাৰ (১৯৭৫), প্ৰফেছাৰ আৰু 'জৱাহৰলাল নেহৰু প্ৰফেছাৰ' হিচাপে তেওঁ কাৰ্যনিৰ্বাহ কৰিছিল। তেওঁ 'নীলা বাইদেউ' নামেৰে অসমীয়া সমাজত পৰিচিত। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'বন ফৰিঙৰ ৰং' (১৯৬৭), 'দিনৰ পাছত দিন' (১৯৭৭), 'সমীপেষু' (১৯৭৭, কবিতাপুথি), 'অন্তৰংগ' (১৯৭৮), 'সুদীৰ্ঘ দিন আৰু ঋতু' (১৯৮২)। শিশু পুথি ঃ 'অসমীয়া ওমলা গীত', 'কথাসৰিৎ সাগৰ', 'সুৱদী মাত', সুৰীয়া মাত', 'শালিকী ৰচৌ চৌ', 'মন উৰণীয়া', 'জিকিমিকিৰ কথা'। সাহিত্য-সংস্কৃতিমূলক আৰু গৱেষণাধৰ্মী গ্ৰন্থ—'অসমৰ লোক-সংস্কৃতি', 'কাৰ্বি সমাজ-সংস্কৃতিৰ এচেৰেঙা', 'অসমৰ লোক-কবিতা' (১৯৮৭), 'কবিতাৰ কথা', 'আধুনিক কবিতা', 'কবিতা আৰু প্ৰকৃতি' 'দেৱী' (১৯৮৬), 'গোপন সাধনা'। 'ৰাতি সেৱা', 'ৰবীন্দ্ৰনাথৰ গান আৰু কবিতা', 'শিৱ' (১৯৯৭) তেওঁৰ কেইখনমান বহুমূলীয়া পুথি। 'দেৱী' গ্ৰন্থৰ বাবে তেওঁ অসম সাহিত্য সভাৰ বঁটা লাভ কৰিছে। অনুবাদমূলক গ্ৰন্থ ঃ 'মীৰাবাঈ', 'তুলসীদাস', 'বিন্দু আৰু সিন্ধু', 'আমাৰ লাগতিয়াল গছ-গছনি', 'এছিয়াৰ সাধু কথা', 'উৰিষ্যাৰ লোক-সংস্কৃতি', 'শুভবাৰ্তা', 'দেশী-বিদেশী' (১৯৮৭)। সংগৃহীত আৰু সম্পাদিত পুথি ঃ 'অসমীয়া চুটিগল্প, 'আছামিজ ছৰ্ট ষ্টৰি', 'কবিতা মঞ্জৰী',

‘এশ বছৰৰ অসমীয়া কবিতা’, ‘অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিত আৰ্য-ভিন্ন উপাদান’, ‘পাঞ্চালী বিবাহ’। তেওঁৰ একমাত্ৰ উপন্যাস ঃ ‘জলপদ্ম’। তেওঁ এগৰাকী গীতিকাৰো আছিল। প্ৰায় তিনিকুৰি গ্ৰন্থৰ ৰচয়িতা বৰদলৈৰ কবিতা, প্ৰবন্ধ আদি প্ৰায়বোৰ ভাৰতীয় ভাষালৈ অনূদিত হৈছে। ‘সুদীৰ্ঘ দিন আৰু ঋতু’ গ্ৰন্থৰ বাবে সাহিত্য অকাডেমী বঁটা আৰু ‘চিলচিল চিলা’ গ্ৰন্থৰ বাবে ৰাষ্ট্ৰপতিৰ বঁটাৰে ড° বৰদলৈ সন্মানিত হৈছে। ড° নিৰ্মলপ্ৰভা বৰদলৈয়ে অসম সাহিত্য সভাৰ সপ্তপঞ্চাশতম্ দুধনৈ অধিৱেশনৰ (১৯৯১) সভানেত্ৰীৰ আসন শুৱনি কৰিছিল।

**নিৰদেন্দু ৰায় (জন্ম ঃ ১৫ অক্টোবৰ, ১৯৩৯ খ্ৰী.)**

নিৰদেন্দু ৰায়ৰ জন্মস্থান ধুবুৰী জিলাৰ চাপৰত। গোৱালপাৰা মহাবিদ্যালয়ৰ পৰা স্নাতক নিৰদেন্দু ৰায় চাপৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পৰা অধ্যক্ষৰূপে অৱসৰগ্ৰহণ কৰিছিল। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল— কাব্যপুথি ঃ ‘বিহংগম দৃষ্টি’ (১৯৮৮), ‘বাটৰুৱাৰ সুহুৰি’ (১৯৮৯), ‘অৰুণ কাকলি’ (১৯৮৯), ‘স্বগতঃ উক্তি’ (১৯৯০)। প্ৰৱন্ধপুথি ঃ ‘গোৱালপৰীয়া লোক-সাহিত্য সুহুৰি’ (১৯৯৭), ‘সংস্কৃতি আৰু শিক্ষা’ (২০০৫)। গল্পপুথি ঃ ‘ময়নামতি’ (২০০৭)।

**নিৰলা ভৰালী (জন্ম ঃ ১ মাৰ্চ ১৯৩৮ খ্ৰী.)**

নিৰলা ভৰালীৰ জন্মস্থান শিৱসাগৰ জিলাৰ মেলাচক। স্নাতকোত্তৰ আৰু বি. টি. ডিগ্ৰী লাভ কৰা নিৰলা ভৰালী টি. চি. উচ্চতৰ মাধ্যমিক বহুমুখী বালিকা বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—‘শিহৰণ’ (গল্পপুথি, ১৯৯৮), ‘ৰূপান্তৰ’ (উপন্যাস, ১৯৯৯), ‘স্পন্দন’ (কবিতাপুথি), ‘বিশ্বৰ শ্ৰেষ্ঠ সাধুকথা’ (অনুবাদ), ‘অকণিহঁতৰ গীত’। ইয়াৰ উপৰি লেখিকাৰ হিন্দী ভাষাতো কেইখনমান পুথি প্ৰকাশ হৈছে।

**নিৰুপমা বৰগোহাঞি (জন্ম ঃ ১৭ মাৰ্চ ১৯৩২ খ্ৰী.)**

নিৰুপমা বৰগোহাঞিৰ জন্মস্থান গুৱাহাটীৰ উজান বজাৰ। তেওঁ



কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজী বিষয়ত স্নাতকোত্তৰ, গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত স্নাতকোত্তৰ (১৯৬৫ খ্ৰী.) ডিগ্ৰী লাভ কৰিছিল। ১৯৫৪-৬৫ খ্ৰীষ্টাব্দৰ ভিতৰত তেওঁ কেবাখনো মহাবিদ্যালয়ত অধ্যাপনা কৰিছে। ‘নীলাচল’ (১৯৬৮-১৯৮০), ‘সাপ্তাহিক জনজীৱন’, ‘সাপ্তাহিক সাঁচিপাত’, পষেকীয়া ‘চিত্ৰাংগদা’কে ধৰি কেইবাখনো কাকত সম্পাদনা কৰা নিৰুপমা বৰগোহাঞিৰ প্ৰকাশিত পুথিসমূহ হ'ল—‘বিশ্বাস আৰু সংশয়ৰ মাজেদি’ বহুপঠিত আত্মজীৱনী (১৯৯৩)। আঠাইকেইখন উপন্যাস একত্ৰিত কৰি দুটা খণ্ডত প্ৰকাশিত হৈছে ‘নিৰুপমা বৰগোহাঞিৰ উপন্যাস সমগ্ৰ’ (১৯৯১)। ‘অভিযাত্ৰী’ (১৯৯২), ‘অন্য জীৱন’ (১৯৮৭)· ‘সেই নদী নিৰৱধি’ (১৯৬২) তেওঁৰ জনপ্ৰিয় উপন্যাস। ‘অভিযাত্ৰী’ উপন্যাসৰ বাবে ১৯৯৬ খ্ৰীষ্টাব্দত তেওঁ সাহিত্য অকাডেমী বঁটা লাভ কৰিছিল। । তেওঁ লাভ কৰা আন আন বঁটাসমূহ হ'ল ‘বাংগালোৰ শাশ্বতী মহিলা সমিতিৰ ‘শাশ্বতী বঁটা’, অসম সাহিত্য সভাৰ বাসন্তী দেৱী বৰদলৈ বঁটা (‘অভিযাত্ৰী’ৰ বাবে)। গল্প সংকলন ঃ ‘জীৱন আৰু ফেন্টাচী’ (২০০০), ‘নিৰুপমা বৰগোহাঞিৰ শ্ৰেষ্ঠ গল্প’ (১৯৯৮), ‘অনেক আকাশ’ (১৯৬১)। বৰ্তমান তেওঁ ‘প্ৰতিশ্ৰুতি’ নামৰ মাহেকীয়া আলোচনী এখন সম্পাদনাৰ দায়িত্ব পালন কৰিছে।

**নিৰোদ চৌধুৰী (জন্ম ঃ ১৯৩৭ খ্ৰী.)**

জন্মস্থান ডুমডুমা। এগৰাকী বিশিষ্ট সাংবাদিক নিৰোদ চৌধুৰীৰ প্ৰকাশিত পুথিসমূহ হ'ল—গল্পপুথি ঃ ‘অংগে অংগে শোভা’, ‘নিশিগন্ধা’, ‘হংস মিথুন’, ‘চামেলি মেমচাহাব’, ‘অসমীয়া প্ৰেমৰ গল্প’। উপন্যাস ঃ ‘দেহ দেউল’ (১৯৬৮), ‘স্তব্ধ বৃন্দাবন’ (১৯৬৮), ‘দেৱী’ (১৯৬৯), ‘কুঁৱলীৰ আখৰ’ (১৯৬৯), ‘বনহংস’ (১৯৬৯), ‘কালহীৰা’ (১৯৭০), ‘পানী’ (১৯৭০), ‘নাম ৰাখিলোঁ বাসৰী’ (১৯৭১), ‘নকল বাঘ’ (১৯৭৩) ইত্যাদি। তদুপৰি তেওঁৰ অন্যান্য প্ৰকাশিত পুথিসমূহ হ'ল ঃ ‘বুঢ়ী গংগাত জুই’ (ভ্ৰমণ কাহিনী), ‘লতা সুৰীয়া লতা’ (জীৱনী), ‘ইতিহাস’ (জীৱনী আৰু চলচিত্ৰ বিষয়ক), ‘ৰাধাগোবিন্দ বৰুৱা’ (জীৱনী), ‘বহুত মুখ বহুত

ৰং' (জীৱনী আৰু চলচিত্ৰ বিষয়ক), 'ডুমডুমা ডুমডুমা' (আত্মজীৱনীমূলক) আদি। তদুপৰি নিৰোদ চৌধুৰীৰ কেবাটাও কাহিনী বোলছবিলৈ ৰূপান্তৰিত হৈছে।

**নিৰোদকুমাৰ বৰুৱা (জন্ম ঃ ২৬ নবেম্বৰ, ১৯৩৫ খ্ৰী.)**

নিৰোদ কুমাৰ বৰুৱাৰ জন্মস্থান নগাঁও। কাশী বেনাৰছ হিন্দু বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ বৰুৱা আইন, ডি. ফিল (বন বিশ্ববিদ্যালয়, জাৰ্মান) আৰু পি. এইচ. ডি. ডিগ্ৰীধাৰী। জাৰ্মানীৰ ফাউণ্ডেচন অব ইন্টাৰনেচনেল ডেভেলপমেণ্টৰ তেওঁ অধ্যাপক আছিল। অৱসৰ গ্ৰহণৰ পাছত ভাৰত-জাৰ্মানিৰ সম্পৰ্কৰ বিষয়ে গৱেষণা কৰি বন বিশ্ববিদ্যালয়ৰ পৰা ডি. ফিল (১৯৭৫) ডিগ্ৰী লাভ কৰিছিল। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ডেভিড স্কটচ ইন নৰ্থ-ইষ্ট ইণ্ডিয়া' (১৯৭০), 'ইণ্ডিয়া এণ্ড দি অফিচিয়েল জাৰ্মেনি' (১৮৮৬-১৯১৪), 'গোপীনাথ বৰদলৈ ঃ ইণ্ডিয়ান কনষ্টিটিউচন এণ্ড চেণ্টাৰ আছাম ৰিলেচনছ' (১৯৪০-১৯৫০), 'অজাতশত্ৰু জননেতা ডাক্তৰ ভুৱনেশ্বৰ বৰুৱা' (১৯৯৪), 'পশ্চিম-কলা' (১৯৯৫), 'ইউৰোপীয় মোজেইক' (১৯৯৬), 'মোহিনী কলাৰ ছবি' (১৯৯৭), 'ভীমকৰ্মা ডাঃ ললিতকুমাৰ বৰুৱা' (যুটীয়া সম্পা. ১৯৮৬) আৰু 'বৰদলৈ দিনলেখা' (সম্পা, ২০০০)।

**নীলকান্ত শৰ্মা (জন্ম ঃ ২৫ জুলাই, ১৯৩২ খ্ৰী.)**

নীলকান্ত শৰ্মাৰ জন্মস্থান যোৰহাট জিলাৰ জাঁজী, বামুণ পুখুৰী (তুলসীজান)। বৰ্তমান গুৱাহাটী নিবাসী শ্ৰী শৰ্মা অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—"গীতি অঞ্জলি', 'গীতি মঞ্জুৰী', 'গীতি বৰ্ণালী', 'গীতি স্বৰ্ণালী', 'দেশ মোৰ গীতে গীতে', 'আলেখ্য লহৰী' আদি। উল্লেখ্য যে শৰ্মাই অসম চৰকাৰৰ কৃতী শিক্ষকৰ বঁটা লাভ কৰিছে।

**নীলপদ্ম ফুকন (জন্ম ঃ ১ মাৰ্চ ১৯৩৫ খ্ৰী.)**

নীলপদ্ম ফুকনৰ জন্মস্থান যোৰহাট জিলা। বৰ্তমান গোলাঘাট জিলাৰ দেৰগাঁৱৰ বাসিন্দা নীলপদ্ম ফুকনে লক্ষ্ণৌ বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰিছিল। ১৯৯৫ খ্ৰীষ্টাব্দত তেওঁ দেৰগাঁও ডি. কে. ডি. কলেজৰ অধ্যক্ষ পদৰ পৰা অৱসৰগ্ৰহণ কৰা নীলপদ্ম ফুকনৰ প্ৰকাশিত পুথিসমূহ হ'ল—'গান্ধীজীৰ ৰাজনৈতিক দৰ্শন' (১৯৭০), 'বিসৰ্জনৰ বেদনা' (অনুবাদ, (১৯৭৯), 'স্বাধীনতা আন্দোলনত দেৰগাঁও' (১৯৯৭), 'মৃতকৰ সদ্গতি প্ৰাৰ্থনা' (অনুবাদ, (১৯৮৩), 'ভাৰতৰ স্বাধীনতা আন্দোলন আৰু ৰুচ বিপ্লৱ' (১৯৮৬), 'সিদ্ধাৰ্থ' (অনুবাদ) আৰু 'গান্ধীজীক প্ৰভাৱিত কৰা মনীষী আৰু চিন্তা' (২০০৭)।

**নীলমণি ফুকন (জন্ম ঃ ১০ ছেপ্টেম্বৰ, ১৯৩৩ খ্ৰী.)**

অসমীয়া সাহিত্য জগতৰ এগৰাকী বিশিষ্ট কবি হৈছে নীলমণি ফুকন। নীলমণি ফুকনে ইতিহাস বিষয়ত (১৯৬০) গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰিছিল। অধ্যাপকৰূপে আৰ্য বিদ্যাপীঠ মহাবিদ্যালয়ৰ পৰা অৱসৰগ্ৰহণ কৰে (১৯৬৩-১৯৯২)। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—কাব্যগ্ৰন্থ ঃ 'সূৰ্য হেনো নামি আহে এই নদীয়েদি' (১৯৬৩), 'নিৰ্জনতাৰ শব্দ' (১৯৬৫) 'আৰু কি নৈশব্দ' (১৯৬৮), 'ফুলি থকা সূৰ্যমুখী ফুলটোৰ ফালে' (১৯৭২), 'কঁাইট, গোলাপ আৰু কঁাইট'(১৯৭৫)। অনূদিত কবিতা ঃ 'জাপানী কবিতা' (১৯৭১), 'গোলাপী জামুৰ লগ্ন' (১৯৭৭), 'কবিতা' (১৯৮১), 'নৃত্যৰতা পৃথিৱী' (১৯৮৫), 'গাৰ্থিয়া লৰকাৰ কবিতা' (১৯৮১), 'অৰণ্যৰ গান' (১৯৯৩), 'নিৰ্বাচিত' সম্পাদিত এইখন পুথিত ভাৰতৰ আদিবাসী লোকসকলৰ প্ৰেমৰ কবিতা সন্নিৱিষ্ট হৈছে। চিত্ৰকলা আৰু অসমীয়া লোক-সংস্কৃতিমূলক পুথি—'লোককল্প দৃষ্টি' (১৯৮৭), 'ৰূপবৰ্ণবাক' (১৯৮৮), 'শিল্প কলা দৰ্শন' (১৯৯৮)। সম্পাদিত গ্ৰন্থ ঃ 'কুৰি শতিকাৰ অসমীয়া কবিতা' (১৯৭৭), 'মণিদীপ' (আলোচনী), 'সম্ভ্ৰান্ত' (আলোচনী)। কবি নীলমণি ফুকন অসম সাহিত্য সভাৰ দ্বাৰা ৰঘুনাথ চৌধাৰী বঁটা (১৯৭২), প্ৰকাশন পৰিষদ বঁটা (১৯৭৭), সাহিত্য অকাডেমী বঁটা (১৯৮২), জগদ্বাত্ৰী হৰমোহন দাস বঁটা (১৯৯০), কমলকুমাৰী বৰুৱা বঁটা (১৯৯৪), অসম উপত্যকা সাহিত্য বঁটা (১৯৯৭)ৰ উপৰি ভাৰত চৰকাৰৰ দ্বাৰা

'পদ্মশ্ৰী' উপাধি (১৯৯০) লাভ কৰে। তদুপৰি যুগোশ্লাভিয়াৰ বিখ্যাত 'ষ্ট্ৰুগা কবিতা মহোৎসৱ'ত (১৯৮২) তেওঁ ভাৰতৰ একমাত্ৰ প্ৰতিনিধি হিচাপে অংশগ্ৰহণ কৰে।

**নীলিমা বৰুৱা (জন্ম ঃ ১৯৩৪ খ্ৰী.)**

নীলিমা বৰুৱাৰ জন্মস্থান গোলাঘাট। স্নাতক আৰু বি. টি. ডিগ্ৰী লাভ কৰা বৰুৱা গোলাঘাট দণ্ডধৰ বালিকা বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষয়িত্ৰী। নীলিমা বৰুৱাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'সৰ্বংসহা' (উপন্যাস), 'স্বপ্ন, ছন্দ আৰু জীৱন' (উপন্যাস), 'আমাৰ গাঁও আমাৰ সৰগ' (ৰাষ্ট্ৰীয় বঁটাপ্ৰাপ্ত), 'ঘৰৰ লখিমী' (ৰাষ্ট্ৰীয় বঁটাপ্ৰাপ্ত)। নীলিমা বৰুৱাই ১৯৯২ খ্ৰী.ত কৃতী শিক্ষকৰ ৰাজ্যিক বঁটা লাভ কৰে।

**ড° নীলিমা শৰ্মা (জন্ম ঃ ১৯৪০ খ্ৰী.)**

ড° নীলিমা শৰ্মাৰ জন্মস্থান যোৰহাট জিলাৰ জগদুৱাৰ চাহ বাগিচা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা ড° শৰ্মা বেনাৰস হিন্দী বিশ্ববিদ্যালয়ৰ পৰা দৰ্শন বিষয়ত গৱেষণা কৰি ডক্টৰেট ডিগ্ৰী লাভ কৰিছে। তেখেত এগৰাকী আন্তঃৰাষ্ট্ৰীয় খ্যাতিসম্পন্ন দাৰ্শনিক পণ্ডিত।

বিভিন্ন মহাবিদ্যালয়ত দৰ্শন বিভাগত অধ্যাপনা কৰা ড° নীলিমা শৰ্মাই ১৯৭০ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰৱক্তাৰূপে যোগদান কৰে। ১৯৮১ খ্ৰী.ত বিভাগীয় মুৰব্বী অধ্যাপিকা হিচাপে অৱসৰগ্ৰহণ কৰে। ড° শৰ্মাৰ বিভিন্ন লেখা কাকত-আলোচনীত প্ৰকাশ পাই আহিছে। দৰ্শন বিষয়ত তেওঁ প্ৰায় ৬২ খনমান গৱেষণাপত্ৰ ৰচনা কৰিছে। যশস্বী গল্পকাৰ নীলিমা শৰ্মাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'অন্যসূতি', 'যেন ডালিমৰে গুটি', 'তৰংগৰ ৰং' আৰু 'মানস সৰোবৰ ক'ত'।



# প

**পদুমী দেৱী (জন্ম ঃ ৩০ অক্টোবৰ, ১৯৩৯ খ্ৰী.)**

সম্প্ৰতি নগাঁও নিবাসী পদুমী দেৱী মূলতঃ শিশু সাহিত্যিক। লেখিকাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মেৰতলিৰ মুকুতা', (উপন্যাস), 'ল-টোহে শিকিলা' (শিশু নাটিকা), 'দৰিকণাৰ বিয়া' (শিশু সাহিত্য), 'আইনীৰ ফুলনি' (শিশু সাহিত্য) আৰু 'শাওণৰ পথাৰত' (গীতৰ পুথি)।

**পদেশ্বৰ দেউৰী (জন্ম ঃ ১৯৩৩ খ্ৰী.)**

পদেশ্বৰ দেউৰীৰ জন্মস্থান শিৱসাগৰ জিলাৰ টেঙাপানী, দেউৰী গাঁও। প্ৰাইভেট পৰীক্ষাৰ্থীৰূপে মেট্ৰিক, আই. এ., স্নাতক আৰু স্নাতকোত্তৰ ডিগ্ৰী (পৌৰাণিক ইতিহাস) লাভ কৰা পদেশ্বৰ দেউৰীয়ে ৰাম ৰজাবাৰী এম. ই. ধেমাজী হাইস্কুলৰ শিক্ষক হিচাপে কৰ্মজীৱন আৰম্ভ কৰি পাছত ধেমাজী কলেজৰ পৰা অধ্যক্ষৰূপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'মোৰ জীৱন সোঁৱৰণ' (২০০৮), 'বংশলতা' (২০০৮) আৰু 'দেউৰীৰ পৌৰাণিক ইতিহাস' (প্ৰথম খণ্ড, ২০০৯)।

**পদ্ম ঢকাল (জন্ম ঃ ৩০ জুন, ১৯৩৬ খ্ৰী.)**

পদ্ম ঢকালৰ জন্মস্থান শোণিতপুৰ জিলাৰ, চতিয়া, সিপৰীয়া (ঘিলাধাৰীমুখ)। স্নাতক, হিন্দীৰ প্ৰবীণ, পাৰংগত আৰু সাহিত্য ৰত্ন উপাধি লাভ কৰা পদ্ম ঢকালৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ভানুভক্ত' (১৯৬৫, জীৱনী), 'অসমৰ জাতীয় জীৱনলৈ নেপালী ৰাইজৰ অৱদান' (২০০৫, গদ্য), 'সময়ৰ সোঁতত চতিয়া সাহিত্য সভা' (২০০৯, সংক্ষিপ্ত ইতিহাস), অসমীয়া সাহিত্য-সংস্কৃতিলৈ যোগোৱা বিশিষ্ট অৱদানৰ বাবে পদ্ম ঢকালে বিভিন্ন স্বীকৃতিও লাভ কৰিছে। ১৯৯৭ খ্ৰীষ্টাব্দত অসম চৰকাৰে তেওঁক প্ৰদান কৰিছিল দহ হাজাৰ টকাৰ এককালীন অনুদান।

২০০৩ খ্ৰীষ্টাব্দত ভাৰতীয় দলিত সাহিত্য অকাডেমীয়ে তেওঁক ড° আম্বেদকাৰ বঁটা, ২০০৯ খ্ৰীষ্টাব্দত নেপালী সাহিত্য পৰিষদ অসমে আজীৱন সাহিত্য সেৱাৰ বাবে তেওঁক বিশেষ পুৰস্কাৰ আগবঢ়াইছিল। ঢাকালে নেপালী ভাষাতো কেতবোৰ পুথি প্ৰকাশ কৰিছে।

**পৰশুৰাম বৰুৱা (জন্ম ঃ ১৯৩৬ খ্ৰী.)**

পৰশুৰাম বৰুৱাৰ জন্মস্থান দৰং জিলাৰ কলাইগাঁও। স্নাতক ডিগ্ৰীধাৰী পৰশুৰাম বৰুৱা অৱসৰপ্ৰাপ্ত চৰকাৰী কৰ্মচাৰী। তেওঁৰ প্ৰকাশিত পুথি হ'ল—'পূৰ্ণব্ৰহ্ম শ্ৰীমন্ত শংকৰ' (২০০৪) আৰু 'ভূঞাখাট গাঁও অঞ্চলৰ চমু ইতিহাস'।

**ড° প্ৰণৱজ্যোতি ডেকা (জন্ম ঃ ১৯৩৯ খ্ৰী.)**

প্ৰণৱজ্যোতি ডেকাৰ জন্মস্থান কলিকতা। বেনাৰস হিন্দু বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ আৰু ডক্টৰেট ডিগ্ৰী লাভ কৰা ড° ডেকাই গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভূ-তত্ত্ব বিভাগত অধ্যাপনা কৰি অৱসৰগ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'কৈলাস নাথ', 'একুৰি বছৰৰ গল্প', 'এটি অমীংমাসিত হত্যা', 'ৰাজসাক্ষী', 'বতাহত পতাকা কঁপে', 'মৃত্যুৰ আমন্ত্ৰণ', 'ৰক্তক্ষৰণ' (ৰহস্য উপন্যাস), 'ৰঙা পইতাঁচোৰা', 'গংগাৰাম পালোৱান', 'বঙলা ঘৰৰ ভূত' (শিশু সাহিত্য), 'ৰত্ন জ্যোতিষ আৰু বিজ্ঞান', 'অৰ্থনৈতিক ভূ-তত্ত্ব', 'ৰুচ গল্প' (অনুবাদ) আৰু 'জ্যোতি দ্বিভাষিক' (অভিধান)। ইয়াৰ উপৰিও ড° ডেকাৰ এখন ইংৰাজী গ্ৰন্থও পোৱা গৈছে।

**প্ৰতাপ গোস্বামী (জন্ম ঃ ১৭ এপ্ৰিল, ১৯৩৫ খ্ৰী.)**

প্ৰতাপ গোস্বামীৰ জন্মস্থান যোৰহাট জিলাৰ সাউদকুছি সত্ৰ। বৃত্তিত চাহ বাগিছাৰ বিষয়া গোস্বামীৰ প্ৰকাশিত কবিতা পুথি—'নীৰৱ শংখৰ আৰ্তি' (১৯৮০)। তদুপৰি লেখকৰ একাধিক অনূদিত লেখা বিভিন্ন বাতৰি কাকত, আলোচনী আদিত প্ৰকাশিত হৈছে।



**প্ৰতুলকুমাৰ চক্ৰৱৰ্তী (জন্ম ঃ ১ এপ্ৰিল, ১৯৩৯ খ্ৰী.)**

প্ৰতুলকুমাৰ চক্ৰৱৰ্তীৰ জন্মস্থান অবিভক্ত গোৱালপাৰা জিলাৰ অভয়াপুৰী। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ আৰু বি. টি ডিগ্ৰীধাৰী চক্ৰৱৰ্তী এজন অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল— 'নিশাৰ উচুপনি' (উপন্যাস, ১৯৯১) আৰু 'প্ৰতিধ্বনি স্তৰে স্তৰে' (কবিতাপুথি, ১৯৯৩)।

**প্ৰদীপ শইকীয়া (জন্ম ঃ ১৪ ছেপ্টেম্বৰ, ১৯৩৬ খ্ৰী.)**

প্ৰদীপ শইকীয়াৰ জন্মস্থান যোৰহাট জিলাৰ টিয়ক বামকুছিয়া গাঁও। বৰ্তমান নগাঁও জিলাৰ ৰত্নপুৰ নিবাসী শইকীয়াই কাশী হিন্দু বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। তেওঁ শিৱসাগৰ কলেজত ইংৰাজী বিভাগৰ প্ৰবক্তা, ধিং মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাপক অধ্যক্ষৰূপে কাৰ্যনিৰ্বাহ কৰি নগাঁও কলেজৰ পৰা অধ্যক্ষৰূপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল —'মাটিৰ মৰম' (১৯৬১, গল্প), 'লাচিত বৰফুকন' (১৯৮২, নাটক), 'নাৰী যুগে যুগে' (১৯৮৭, প্ৰবন্ধ), 'ওমৰ খায়াম' (১৯৮৭, ২০০৩, উপন্যাস), 'মন্দিৰত জুই' (২০০৩, উপন্যাস), 'সোণৰ আখৈ' (২০০১, ব্যংগ গল্প সংকলন), 'জীৱন নদীৰ বালিচন্দা' (২০০২, গল্প), 'বিশ্ব যুদ্ধৰ অগ্নিপথ' (২০০০), 'বিবিধ নিবন্ধ' (২০০৬), 'এ. জয় ৰঘুৰ নন্দন' (প্ৰথম, দ্বিতীয় খণ্ড, ২০০৭)। অনুবাদ গ্ৰন্থ—'ইস্কাপনৰ ৰাণী' (চুটিগল্প, ১৯৬৫) 'চকুৰ ভাষা' (১৯৮৪, কথা কবিতা), 'দি টেম্পেষ্ট' (২০০২, নাটক), 'কথা মহাভাৰত' (২০০২), 'কথা ৰামায়ণ' (২০০২), 'মেকবেথ দা ৰণ্ডাৰ ডেট ৰাজ ইণ্ডিয়া' (২০০৫)। ইংৰাজী ভাষালৈ অনূদিত পুথি দুখন হ'ল—'দি পেলেচ মেইত' (কাৰেঙৰ লিগিৰীৰ ইংৰাজী অনুবাদ, ২০০৩) আৰু 'পিয়লি ফুকন'।

**প্ৰদীপকুমাৰ শৰ্মা (জন্ম ঃ ১ আগষ্ট, ১৯৪০ খ্ৰী.)**

প্ৰদীপচন্দ্ৰ শৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ গন্ধিয়া। বৰ্তমান জ্যোতিনগৰ, পূব বামুণীমৈদাম, কামৰূপৰ বাসিন্দা শৰ্মা কলা বিভাগৰ

স্নাতক ডিগ্ৰীধাৰী। তেওঁ শ্বিলং শংকৰদেৱ মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধীক্ষক। ড° আম্বেদকাৰ ফেলশ্বিপ বঁটাৰে সন্মানিত তেওঁৰ প্ৰকাশিত একমাত্ৰ কবিতাপুথিখন হ'ল—'বিপন্ন জোনাক' (২০০৪)।

**প্ৰদীপচন্দ্ৰ নাথ (জন্ম ঃ ১৯৩০ খ্ৰী.)**

প্ৰদীপচন্দ্ৰ নাথৰ জন্মস্থান বৰদৌলগুৰিৰ আঠিয়াবাৰী গাঁও। স্নাতক ডিগ্ৰী লাভ কৰা প্ৰদীপচন্দ্ৰ নাথ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'কৰ্ম বিবেক'।

**প্ৰদীপা বৰুৱা (জন্ম ঃ ১৯৩০ খ্ৰী.)**

যোৰহাট তিতাবৰত প্ৰদীপা বৰুৱাৰ জন্ম হয়। কৃতী শিক্ষয়িত্ৰীৰ ৰাজ্যিক বঁটা প্ৰাপক লেখিকা বৰুৱাৰ প্ৰকাশিত পুথি দুখন হ'ল—'বিশ্বৰ নবেল বঁটা বিজয়ী মনীষীসকল' (১৯৯৫) আৰু 'অসমীয়া সাহিত্য গঢ় দিয়া এশ গৰাকী সাহিত্যিক'।

**ড° প্ৰবীণ বৈশ্য (জন্ম ঃ ১৯৩৭ খ্ৰী.)**

ড° প্ৰবীণ বৈশ্যৰ জন্মস্থান নলবাৰী জিলাৰ ঘগ্ৰাপাৰা, দলুৱা গাঁও। বৰ্তমান ড° বৈশ্য গুৱাহাটী কাহিলীপাৰা নিবাসী। স্নাতকোত্তৰ আৰু পি. এইচ. ডি ডিগ্ৰীধাৰী ড° বৈশ্যৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'সমাজবাদ'। ইয়াৰ উপৰি তেওঁ ইংৰাজী ভাষাৰ ৫ খন গ্ৰন্থ, কেইবাখনো গৱেষণা-পত্ৰ আৰু প্ৰবন্ধ-পাতি ৰচনা কৰিছে। তেওঁক অসম চৰকাৰৰ এককালীন সাহিত্যিক সাহায্যৰ বাবে ২০০৮ খ্ৰীষ্টাব্দত বাচনি কৰা হয়। তেখেত অধ্যক্ষৰূপে অৱসৰ গ্ৰহণ কৰে।

**প্ৰবীণা শইকীয়া (জন্ম ঃ ১৯৩৬, মৃত্যু ঃ ১৯৯৯ খ্ৰী.)**

প্ৰবীণা শইকীয়াৰ জন্মস্থান তিনিচুকীয়া জিলা। স্নাতকোত্তৰ ডিগ্ৰীধাৰী প্ৰবীনা শইকীয়া বি. বৰুৱা কলেজৰ অৱসৰপ্ৰাপ্ত অধ্যাপিকা। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'উত্তৰায়ণ' (উপন্যাস, ১৯৬৭), 'চিত্ৰ তুৰগ' (গল্প, ১৯৭৯), 'অবিনাশী স্বপ্ন' (গল্প,১৯৯০), 'সিংহ দুৱাৰ'



(১৯৮২, উপন্যাস), 'শুকুলা ঘোঁৰা', 'লুইছ কেৰলৰ অজান দেশত এলিচ' (অনুবাদ, ১৯৬৩), 'দাপোণ দেশত এলিচ' (অনুবাদ, ১৯৮৪), 'স্নাৰ্ক চিকাৰ' (১৯৮২, অনুবাদ), ষ্টিভেনজনৰ অমূল্য 'ৰত্নৰদ্বীপ', আন্না চুৱেনৰ 'ক'লামণি' (১৯৯৯, অনুবাদ), জন ৰাস্কিনৰ 'আন টু দা লাষ্ট', আৰ. জি ভাণ্ডাৰকাৰৰ 'চিক্কবীৰ ৰাজেন্দ্ৰ', 'আৰ. জি. ভাণ্ডাৰকাৰ' (অনুবাদ), 'এক্কড়ীৰ স্বপ্ন' (অনুবাদ) আদি। ইয়াৰ উপৰি ৰামধেনু, মনিদ্বীপ, প্ৰকাশ আলোচনীত তেওঁৰ ভালেমান কবিতা প্ৰকাশ পাইছে।

**প্ৰবীণকুমাৰ বৰকটকী (জন্ম ঃ ৮ অক্টোবৰ, ১৯৩৮ খ্ৰী.)**

প্ৰবীণকুমাৰ বৰকটকীৰ জন্মস্থান যোৰহাট জিলাৰ চাওখাট মৌজাৰ মেলেং। বৰ্তমান কাৰ্বি আংলং জিলাৰ ডিফু, ঝিলপাৰা নিবাসী বৰকটকী ডিমাপুৰ, নাগালেণ্ডৰ এম. ই স্কুলৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'কহুঁৱা' (কবিতা, ১৯৫১-৫২), 'উন্মনা প্ৰাণৰ ঢৌ' (কবিতা,১৯৫৪), 'বিহুৰে বলীয়া বা' (গীতি কবিতা, ১৯৬০), 'মনে উৰু উৰু কৰে' (গীতি কবিতা, ১৯৭১), 'নাচনীৰ কলাফুল লৰে' (গীতি কবিতা, ১৯৭৪), 'তোমাতে বান্ধিলো মন' (গীতি কবিতা, ১৯৮৬), 'হুচৰি কীৰ্তন' (১৯৫৪) আৰু 'নাচোৰা কীৰ্তন' (১৯৮৬)।

**প্ৰবোধ নাৰায়ণ গোস্বামী (জন্ম ঃ ১ ছেপ্টেম্বৰ, ১৯৩৫ খ্ৰী.)**

প্ৰবোধ নাৰায়ণ গোস্বামীৰ জন্মস্থান নলবাৰী জিলাৰ গন্ধিয়া আল্লিবাৰী সত্ৰ। স্নাতক ডিগ্ৰীধাৰী গোস্বামী জলসিঞ্চন বিভাগৰ মণ্ডল কাৰ্যালয়ৰ মুখ্য সহায়ক, (অধীক্ষক, ১৯৭৯-১৯৯৩)। বান নিয়ন্ত্ৰণ বিভাগৰ পৰা অৱসৰ গ্ৰহণ কৰা গোস্বামীৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'সনাতন চিন্তাৰ সুবাস' (আধ্যাত্মিক প্ৰবন্ধ, ১৯৯৫)।

**প্ৰভাৱতী ফুকন (জন্ম ঃ ৯ ডিচেম্বৰ, ১৯৪০ খ্ৰী.)**

প্ৰভাৱতী ফুকনৰ জন্মস্থান ডিব্ৰুগড় জিলাৰ ফুকনখাট। বৃত্তিত কৃষক প্ৰভাৱতী ফুকনৰ প্ৰকাশিত পুথিকেইখন হ'ল—'নিজান ৰাতিৰ ধুমুহা' (কবিতাপুথি, ২০০৩), 'অসম ধৰ্ম সভাত ভগৱানলৈ স্তুতি' (ধৰ্মমূলক),

'একাজলি শেৱালি ফুল' (গল্প, ২০০৭) আৰু 'অ মোৰ চেনাই ঐ' (বিহুগীতৰ পুথি, ২০০৮)।

**পাচুগোপাল চক্ৰৱৰ্তী (জন্ম ঃ ২৭ এপ্ৰিল, ১৯৩৭ খ্ৰী.)**

পাচুগোপাল চক্ৰৱৰ্তীৰ জন্মস্থান বঙাইগাঁও জিলাৰ অভয়াপুৰী, লেংটিচিঙা। বৰ্তমান ধুবুৰী জিলাৰ ডি. কে. ৰোড নিবাসী চক্ৰৱৰ্তী বিজ্ঞান শাখাৰ স্নাতক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'তাহানিৰ দিনবোৰ', 'সময়ৰ দলিল', 'আমি কেতিয়া অসমীয়া হ'লোঁ' আৰু 'মোৰ কিছু লেখা'। পাচুগোপাল চক্ৰৱৰ্তীয়ে অসম চৰকাৰৰ সাহিত্যিক পেন্সন লাভ কৰে।

**প্ৰাণেশ্বৰ কলিতা (জন্ম ঃ ১ জুলাই, ১৯৩৯ খ্ৰী.)**

প্ৰাণেশ্বৰ কলিতাৰ জন্মস্থান দৰং জিলা দগিয়াপাৰা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা হিন্দী বিষয়ত স্নাতকোত্তৰ আৰু নতুন দিল্লীৰ পৰা এম. এইচ. এ. ডিগ্ৰী লাভ কৰা কলিতাৰ একমাত্ৰ পুথিখন হ'ল—'প্ৰেম আৰু মানৱতা' (সামাজিক উপন্যাস, ১৯৯৩)।

**পুষ্পা গগৈ (জন্ম ঃ ২৮ ফেব্ৰুৱাৰী, ১৯৩৭ খ্ৰী.)**

পুষ্পা গগৈৰ জন্মস্থান গোলাঘাট জিলাৰ এৰেঙ্গাপাৰা। অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰীধাৰী পুষ্পা গগৈ যোৰহাট জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত মুৰব্বী অধ্যাপিকা। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'পঞ্চ পল্লৱ' (জীৱনীমূলক প্ৰবন্ধ, ১৯৯৪), 'শৰীৰ চিন্তা' (স্বাস্থ্য বিষয়ক প্ৰবন্ধ, ১৯৯১), 'সাহিত্যৰ সুবাস' (প্ৰবন্ধ, ২০০১), 'এক বৰ্ণাঢ্য জীৱন ঃ নাৰায়ণী সন্দিকৈ' (জীৱনী, ২০০৬), 'সুবাসিত প্ৰাচীন' (সাহিত্য বিষয়ক, ২০০৬), 'ছন্দশিল্প ঃ অসমৰ বৈষ্ণৱ গুৰুৰ জীৱন দৰ্শন আৰু আদৰ্শ' (জীৱনী, ২০০৭), 'জীৱনৰ জোনাকী পোহৰ' (২০০১), 'সুবাসিত চন্দ্ৰ' (কবিতা পুথি, ২০০৬), 'সাহিত্য-মঞ্জুৰী' (প্ৰবন্ধ, ২০০৪), 'স্বদেশ প্ৰাণা জয়মতী' (জীৱনী, ২০০৭), 'জীৱন বৃত্ত' (জীৱনী, ২০০৭), 'স্নেহ দেৱীৰ জীৱন আৰু সাহিত্য-কৃতী' (জীৱনী, ২০০৭), 'ভাষা-বীথিকা' (ভাষা বিষয়ক, ২০০৭), 'ভাৰতীয় আৰ্যভাষা' (ভাষাবিষয়ক, ২০০৭), 'উন্মীলন' (সম্পাদনা, ২০০৮) আৰু 'চকলং' (আহোমৰ বিবাহ পদ্ধতি, ২০০৭)। পুষ্পা গগৈ অসম চৰকাৰৰ ২০০৮ খ্ৰী.ৰ সাহিত্যিক পেন্সনাৰ।



**পুৰন্দৰ চহৰীয়া (জন্ম ঃ ১৯৩৪ খ্ৰী.)**

পুৰন্দৰ চহৰীয়াৰ জন্মস্থান দৰং জিলাৰ ছিপাঝাৰ লেখাৰুপাৰা। অৱসৰপ্ৰাপ্ত শিক্ষক তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'ভগৱান শ্ৰীকৃষ্ণ'।

**পূৰ্ণ হাজৰিকা (জন্ম ঃ ১৯৩৩, মৃত্যু ঃ ১৯ জুন, ২০১১ খ্ৰী.)**

প্ৰয়াত পূৰ্ণ হাজৰিকাৰ লখিমপুৰ জিলাৰ নকাড়ীত জন্ম গ্ৰহণ কৰে। বুৰঞ্জী বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা প্ৰয়াত হাজৰিকা উত্তৰ লক্ষীমপুৰ বালিকা মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাপক অধ্যাপক আছিল। সাহিত্য-চৰ্চাৰ একান্ত অনুৰাগী প্ৰয়াত হাজৰিকাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'সন্ধ্যাতৰা' (কাব্য সংকলন),কীৰ্তন, মহাভাৰত, পুৰাণ আদিৰ পটভূমিত লেখা উপন্যাসমালা 'অতীত ভাৰতৰ উপন্যাস' (১৯৮৮), 'দুবৰি বন' (গল্প সংকলন, ১৯৯৯)।

**পূৰ্ণকান্ত ভাগৱতী (জন্ম ঃ ১৯৩৩ খ্ৰী.)**

পূৰ্ণকান্ত ভাগৱতীৰ জন্মস্থান দৰং জিলাৰ থেকেৰাবাৰী। স্নাতকোত্তৰ আৰু বি. টি ডিগ্ৰীধাৰী পূৰ্ণকান্ত ভাগৱতী অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'প্ৰাৰ্থনা স্তুতি গীত' (সংগ্ৰহ আৰু সম্পাদনা), 'বন্দনা', 'সাহিত্য স্মৃতি' আৰু 'জীৱনৰ জীৱনী' আদি।

**পূৰ্ণকান্ত শৰ্মা ভাগৱতী (জন্ম ঃ ২২ জানুৱাৰী, ১৯৩৩ খ্ৰী.)**

পূৰ্ণকান্ত শৰ্মা ভাগৱতীৰ জন্মস্থান দৰং জিলাৰ মঙলদৈৰ সৰুঠেকেৰাবাৰী গাঁও। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লোৱা পূৰ্ণকান্ত শৰ্মা ভাগৱতী হিন্দী প্ৰশিক্ষণ কেন্দ্ৰৰ পৰা বিশাৰদ আৰু বি. টি. ডিগ্ৰীধাৰী। তেওঁৰ প্ৰকাশিত পুথিকেইখন

হ'ল—'ৰাণী লক্ষ্মীবাঈ', 'মান ভগন' (২০০৭) আৰু 'জীৱনৰ জীৱনী' (সম্পাদনা)।

**পূৰ্ণপ্ৰসাদ শইকীয়া (জন্ম ঃ ১ জানুৱাৰী, ১৯৩২ খ্ৰী.)**

পূৰ্ণপ্ৰসাদ শইকীয়াৰ জন্মস্থান শোণিতপুৰ জিলাৰ চতিয়া ৰহধৰ গাঁও। শইকীয়া চতিয়া বালিকা উচ্চ মাধ্যমিক বিদ্যালয়ৰ প্ৰতিষ্ঠাপক তথা অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'আৰুঢ়' (নীতি শিক্ষামূলক, ১৯৮৮), 'শিক্ষা আৰু জীৱন' (শিক্ষা, জীৱনী, বুৰঞ্জীমূলক প্ৰবন্ধ, ২০০৬), 'পৰুৱাই পোৱা কাহিনী' (শিশু আৰু চেমনিয়াৰ বাবে অভিপ্ৰেত নীতি শিক্ষামূলক, ২০০৮) আৰু সম্পাদনা কৰা গ্ৰন্থ হ'ল—'সময়ৰ সোঁতত' (ৰৌতা সাহিত্য সভা)।

**পৃথ্বীশনাৰায়ণ গোস্বামী (জন্ম ঃ ১১ ছেপ্টেম্বৰ, ১৯৩৯ খ্ৰী.)**

পৃথ্বীশনাৰায়ণ গোস্বামীৰ জন্মস্থান ধুবুৰী জিলাৰ শালকোচা। বৰ্তমান বঙাইগাঁও জিলাৰ বৰপাৰা নিবাসী গোস্বামী শিক্ষাত বিজ্ঞানৰ স্নাতক, বি. টি. আৰু এম. টি. ডিগ্ৰীধাৰী। অৱসৰপ্ৰাপ্ত উপাধ্যক্ষ গোস্বামীৰ প্ৰকাশিত পুথিকেইখন হ'ল—'গোৱালপৰীয়া (অবিভক্ত) সংস্কৃতিৰ ইতিহাসত এভুমুকি' (১৯৯৭, ২০০৮), 'ঐতিহ্যমণ্ডিত গোৱালপাৰা' (১৯৯৩) আৰু 'নতুন মৌখিক গণনা' (১৯৭৮, ১৯৮০, ১৯৯৫)।

**প্ৰেমধৰ হাজৰিকা (জন্ম ঃ ২২ নৱেম্বৰ, ১৯৩৫, মৃত্যু ঃ ১৯৯৫ খ্ৰী.)**

প্ৰয়াত প্ৰেমধৰ হাজৰিকাৰ জন্মস্থান লখিমপুৰ জিলাৰ হিন্দু গাঁও। অৱসৰপ্ৰাপ্ত শিক্ষক প্ৰেমধৰ হাজৰিকাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'সৰাফুল' (কবিতা পুথি, ১৯৮৫), 'সহাৰি পায়' (নাটক, ১৯৯০), 'হৰিনাম পৱিত্ৰ জল' (ধৰ্মমূলক পুথি, ১৯৯৩), 'সনাতন পথ' (ধৰ্মমূলক পুথি, ১৯৯৮), 'যাৰ কন্যা তাৰ বিবাহ' (উপন্যাস), 'অতীত আৰু বৰ্তমান' (বুৰঞ্জীমূলক, ২০০৫), 'ভাগৱত সম্যক জ্ঞান' (ধৰ্মমূলক পুথি, ১৯৯৪) আৰু 'বৃত্তি পৰীক্ষাৰ সাৰথি' (১৯৭৭)।



# ফ

**ফটিক হাজৰিকা (জন্ম ঃ ২২ জানুৱাৰী, ১৯৩৩ খ্ৰী.)**

ফটিক হাজৰিকাৰ জন্মস্থান শোণিতপুৰ জিলাৰ চতিয়া, নগাঁয়া বৰুৱা চুক। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা ফটিক হাজৰিকা বিশ্বনাথ মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—শিশু কবিতা ঃ 'বিজুলীৰ হাঁহি' (১৯৭১), 'চিনাকি জুনুকাৰ মাত' (২০০০), 'সোণালী কিৰণ' (১৯৭৪), 'নিজান বনৰ ফুল' (১৯৮০), 'বাছকবনীয়া সাধু' (১৯৯৪), 'অজান ককাৰ সাধু' (২০০৩), 'মন জুৰুৱা সাধু' (২০০৮)। ৰস ৰচনা ঃ 'জলপান' (১৯৮৮), 'নিৰ্বাচনৰ ৰস' (১৯৮২)। ইয়াৰ উপৰিও 'বিশ্বনাথৰ গৰিমা' (১৯৯৫), 'স্মৰণীয় দিৱসৰ কথা' (প্ৰবন্ধ) চেমনীয়াৰ বাবে, (২০১০) ইত্যাদি পুথি লেখকে ৰচনা কৰে।

**ফণীন্দ্ৰনাথ গায়ন (জন্ম ঃ ১১ এপ্ৰিল, ১৯৩৯ খ্ৰী.)**

ফণীন্দ্ৰনাথ গায়নৰ জন্মস্থান নগাঁও জিলাৰ মুঢ়ানি। স্নাতক আৰু বি. টি. ডিগ্ৰীধাৰী গায়ন অৱসৰপ্ৰাপ্ত শিক্ষক আছিল। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—উপন্যাস ঃ 'প্ৰহৰ শেষ গান', 'অমৃত আস্বাদ' (২০০৯)। গল্প ঃ 'নয়ন নিগৰে', 'যুধিষ্ঠিৰৰ অপমৃত্যু' (২০০১)। কবিতা ঃ 'অনুষ্টুপ অভীপ্সা'। জীৱনী ঃ 'আলোক পথৰ অজেয় যাত্ৰী' (১৯৯৩), 'ইতিহাসৰ সোণালী পাত' (১৯৭৮), 'কিশোৰ বিষ্ণুপ্ৰসাদ ৰাভা' (১৯৯৩), 'গুৰুজনাৰ প্ৰতিভা' (১৯৯৩), 'অকণিৰ পদ্মনাথ' (১৯৭৯), 'অমৰ ছহিদ' (জীৱনী, ১৯৭৮), 'অসমৰ ছহিদ' (২য়, ৩য় সংস্কৰণ), 'জীৱন জেউতি' (১৯৮০), 'ড° ৰাজেন্দ্ৰ প্ৰসাদ' (২০০২)। শিশু পুথি ঃ 'ৰং শিঙাৰ সুৰ' (শিশু কবিতা, ১৯৭৮), 'ৰং মেলাৰ সাধু' (সাধু, ১৯৯০), 'ৰামায়ণৰ সাধু' (১৯৯৪), 'সাধু শুনো আহা' (সাধু, ১৯৭২), 'সোমদত্ত আৰু মৰুদেৱৰ মুক্তি' (সাধু, ১৯৭৩) আৰু 'এছিয়া মহাদেশৰ সাধু' (২০০১)।

অন্যান্য পুথি ঃ 'ইতিহাসৰ সোণালী পাত' (১৯৭৮), 'ইতিহাসৰ সোণালী পাৰ' (২য়, ৩য় খণ্ড, ২০০১), 'নোবেল বঁটা বিজয়ী নৰৰতন' (২০০৬), 'সচিত্ৰ ৰচনা সাৰথি' (১ম আৰু ২য় ভাগ ১৯৮২, ১৯৮৪), 'চন্দ্ৰজ্যোতি সম্পাদনা' আদি। ফণীন্দ্ৰনাথ গায়নে একাধিক পুথি সম্পাদনাও কৰিছে। তেওঁ ২০০০ খ্ৰী.ত অসম চৰকাৰৰ সাহিত্যিক পেন্সন লাভ কৰিছিল।

**ফুল বৰা (জন্ম ঃ ১৯৩৮ খ্ৰী.)**

ফুল বৰাৰ জন্মস্থান ডিগবৈ। ফুল বৰাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'সৰা শেৱালিৰ সুৰভি' (১৯৭৮), 'প্ৰেম যুগে যুগে' (১৯৮০), 'বিৰিষৰ ছাঁ' (১৯৯৭), 'প্ৰেয়সী'(১৯৯৮), 'নৱজন্ম' (১৯৮৭), 'ৰাক্ষসগণ' (১৯৮৯) আৰু 'চন্দন সুবাস' (১৯৮৯)।

**ফুলেন্দ্ৰ নাথ চহৰীয়া (জন্ম ঃ ১২ এপ্ৰিল, ১৯৩৪ খ্ৰী.)**

ফুলেন্দ্ৰনাথ চহৰীয়াৰ জন্মস্থান দৰং জিলাৰ ভেবাৰঘাট। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা চহৰীয়াই স্নাতকোত্তৰ আৰু বি. টি. ডিগ্ৰী লাভ কৰে। ফুলেন্দ্ৰনাথ চহৰীয়াই নতুন দিল্লীৰ ৰাষ্ট্ৰীয় শিক্ষা আৰু প্ৰশাসনিক প্ৰতিষ্ঠানৰ পৰা ডিপ্লোমা, বেংকিং শিক্ষাৰ প্ৰশিক্ষণ, ভাৰত স্কাউট গাইডৰ প্ৰশিক্ষণ, খেল বিষয়ত সৰ্বভাৰতীয় ফুটবল ৰেফাৰীৰ প্ৰশিক্ষণ (প্ৰথম শ্ৰেণী) লাভ কৰিছিল। ফুলেন্দ্ৰনাথ চহৰীয়াই উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বিষয় শিক্ষক, অসম চৰকাৰৰ শিক্ষা বিভাগৰ বিদ্যালয় বিষয় শিক্ষক, অসম চৰকাৰৰ শিক্ষা বিভাগৰ বিদ্যালয়ৰ পৰিদৰ্শকৰূপে কাৰ্যনিৰ্বাহ কৰিছিল। তেওঁৰ প্ৰকাশিত পুথি হ'ল—'জাহ্নৱী, মৎস্যগন্ধা আৰু গান্ধাৰী' (পৌৰাণিক কাহিনীভিত্তিক উপন্যাস, ২০০৭), 'সোঁতৰ বিপৰীতে' (নিৰ্বাচিত নিবন্ধমালা, ২০০৮)। ফুলেন্দ্ৰনাথ চহৰীয়া দৰং জিলাৰ সাহিত্য সভাৰ প্ৰতিষ্ঠাপক সম্পাদক (১৯৭৩-৭৭) আৰু দৰং জিলাৰ সাহিত্য সভাৰ সভাপতি (২০০৭-২০০৯) ৰূপেও কাৰ্যনিৰ্বাহ কৰিছিল।



# ব

**মঃ বছিৰুদ্দিন আহমেদ (জন্ম ঃ ৩১ জানুৱাৰী, ১৯৩২ খ্ৰী.)**

মঃ বছিৰুদ্দিন আহমেদৰ জন্মস্থান নলবাৰী জিলাৰ বাৰপূজীয়া। বছিৰুদ্দিন আহমেদ বনগাঁও হাইস্কুলৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'আমাৰ নবী' আৰু 'মিফ্‌তাশুল জান্নাত' (১৯৬৮)।

**বলদেৱ শইকীয়া (জন্ম ঃ ৮ ফেব্ৰুৱাৰী, ১৯৩২ খ্ৰী.)**

বলদেৱ শইকীয়াৰ জন্মস্থান শোণিতপুৰ জিলাৰ জামুগুৰিহাট, ডেকাসুন্দৰ গাঁও। তেওঁ ভ্ৰাম্যমান থিয়েটাৰৰ পৰিচালক হিচাপে কৰ্মৰত (নগাঁও)। অসম চৰকাৰৰ শিল্পী পেন্সন লাভ কৰা (২০০৪) শইকীয়াৰ ছপা নাটক—'পপীয়া তৰা' (১৯৭৮), 'পাপী দেৱতা' (২০০৩), 'আত্মাৰ বিননি' (২০০৫)। অনুবাদ নাটক ঃ 'আকালৰ দেশ', 'কৃষক সন্তান' (১৯৫৭); 'কালাপাহাৰ', 'মাটিৰ ঘৰ', 'স্বামীৰ ঘৰ', 'উপেক্ষিতা' (১৯৬০), 'চানক্য' (১৯৬১) আৰু 'অতীত সুৰবী কান্দে' (১৯৭৫)।

**বলাইৰাম সেনাপতি (জন্ম ঃ ৩ মাৰ্চ, ১৯৩১ খ্ৰী.)**

বলাইৰাম সেনাপতিৰ জন্মস্থান নগাঁও জিলাৰ বাৰপূজীয়া। অৱসৰপ্ৰাপ্ত শিক্ষক সেনাপতিৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মুকুল' (গীতি কবিতা, ১৯৫৪), 'অতীতৰ সন্ধানত', 'পাচোৰজীয়া অঞ্চলৰ লালুঙৰ লোকগীতৰ ওপৰত সামান্য আলোকপাত'। তেওঁ অসম চৰকাৰৰ সাহিত্যিক পেন্সন লাভ কৰে।

**বলিৰাম কেওঁট (জন্ম ঃ ১ ছেপ্টেম্বৰ, ১৯৩৯ খ্ৰী.)**

বলিৰাম কেওঁটৰ জন্মস্থান দৰং জিলাৰ মেধিপাৰা গাঁও। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনস্থ মঙলদৈ মহাবিদ্যালয়ৰ পৰা কেওঁটদেৱে (নৈশ শাখা) ১৯৬৯ স্নাতক ডিগ্ৰী লাভ কৰিছিল। তেওঁ কৃষি বিভাগত কৃষি

প্ৰদৰ্শকৰূপে যোগদান কৰি ১৯৯৭ খ্ৰীষ্টাব্দত কৃষি পাৰদৰ্শকৰূপে অৱসৰ গ্ৰহণ কৰে। বলিৰাম কেওঁটৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মন সাগৰৰ ঢৌ' (গল্পপুথি, ১৯৯৭), 'কবিতাৰ সৌৰভ' (দ্বিভাষিক কবিতাপুথি, ২০০৪)।

**বসন্ত দাস (জন্ম ঃ ১১ অক্টোবৰ, ১৯৪০ খ্ৰী.)**

বসন্ত দাসৰ জন্মস্থান কাৰ্বি আংলং জিলাৰ ডিফু। লামডিং মহাবিদ্যালয়ৰ পৰা কলা বিভাগৰ স্নাতক ডিগ্ৰী লাভ কৰা দাসৰ প্ৰকাশিত পুথিসমূহ হ'ল—উপন্যাস ঃ 'জংছন' (১৯৭৩), 'যোৱাবাট' (১৯৭৯), 'প্লেটফৰ্ম' (১৯৮২), 'ৰুমাল' (১৯৮৪), 'পিৰামিড' (১৯৮৩), 'তমন' (২০০১), 'মেলেং' (২০০৫)। গৱেষণামূলক গ্ৰন্থ ঃ 'কাৰ্বি সংস্কৃতিৰ ধাৰা' (২০০১)। বসন্ত দাসে ঋতুৰাজ ছদ্মনামত 'কামসেন্দুৰ', 'প্ৰেয়সী', 'প্ৰবাসী বিহংগ' আদি উপন্যাস ৰচনা কৰে। ১৯৮৭ খ্ৰীষ্টাব্দত গুৱাহাটীৰ 'পাহি প্ৰকাশে' তেওঁৰ 'দস্যুবাণী বিজুলী ছিৰিজ'ৰ চল্লিশটা সংখ্যা প্ৰকাশ কৰিছিল।

**বাদল দাস (জন্ম ঃ ২৩ নবেম্বৰ, ১৯৩১ খ্ৰী.)**

বাদল দাসৰ জন্মস্থান শোণিতপুৰ জিলাৰ তেজপুৰ, কলীবাৰী চুক। বৰ্তমান গুৱাহাটী শিলপুখুৰী নিবাসী বাদল দাসে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে (১৯৫৫)। তেওঁ অসম চৰকাৰৰ বিত্ত বিভাগৰ উচ্চপদস্থ বিষয়া হিচাপে অৱসৰ গ্ৰহণ কৰে। অসম চৰকাৰৰ শিল্পী পেন্সন তথা 'ব্ৰহ্মপুত্ৰ ৰত্ন' বঁটা লাভ কৰা দাসৰ প্ৰকাশিত পুথিকেইখন হ'ল—'নাট্যকলা আৰু অভিনয় শিল্প', 'বাদল দাসৰ নিৰ্বাচিত গল্প সংকলন', 'বাদল দাসৰ কলম'।

**বাসন্তী গোস্বামী (জন্ম ঃ ২৮ মাৰ্চ, ১৯৩৯ খ্ৰী.)**

বাসন্তী গোস্বামীৰ জন্মস্থান শোণিতপুৰ জিলাৰ বিশ্বনাথ চাৰিআলি, লেহুগাঁও। বৰ্তমান বৰ্ণাচল, গুৱাহাটী নিবাসী বাসন্তী গোস্বামীৰ প্ৰকাশিত পুথিকেইখন হ'ল—'অন্য এক দিগন্ত' (ভ্ৰমণ কাহিনী, ১৯৯৭), 'মন্দিৰে-



বিহাৰে, পাহাৰে কন্দৰে' (ভ্ৰমণ কাহিনী, ২০০২)। উক্ত দুয়োখন পুথিৰে ২য় আৰু ৩য় সংস্কৰণ ইতিমধ্যে প্ৰকাশিত হৈছে।

**বিঁউতি ৰহমান (জন্ম ঃ ১৪ মাৰ্চ, ১৯৩৯ খ্ৰী.)**

বিঁউতি ৰহমানৰ জন্মস্থান তিনিচুকীয়া। বৰ্তমান ৰহমান নগাঁও জিলাৰ বীৰেন্দ্ৰনাথ মহন্ত পথ নিবাসী বিঁউতি ৰহমানে যোৰহাট ছোৱালী হাইস্কুলৰ পৰা প্ৰৱেশিকা আৰু গুৱাহাটী সন্দিকৈ মহাবিদ্যালয়ৰ পৰা আই. এ. উত্তীৰ্ণ হয়। ভাৰতীয় দলিত সাহিত্য অকাডেমীৰ দ্বাৰা বীৰাংগনা সাবিত্ৰী বাঈ ফুলে ফেলশ্বিপ বঁটা (২০০৩), বীৰবালা কনকলতা ৰাজ্যিক মেম'ৰিয়েল (২০০৩) বঁটা লাভ কৰা বিঁউতি ৰহমানৰ প্ৰকাশিত পুথিসমূহ হ'ল—'হজৰত বৰপীৰ চাহাবৰ অলৌকিক ঘটনা' (ধৰ্মমূলক কাহিনী, ১৯৮৮, ২০০৩), 'কবিতাৰ কুঁকি'(কাব্যগ্ৰন্থ, ১৯৯০), 'পৱিত্ৰ হজ যাত্ৰাৰ কথা' (ভ্ৰমণ কাহিনী, ১৯৯৫), 'তোমাক মাতো তুমি নামাতা' (কাব্য গ্ৰন্থ, ১৯৯৯), 'মা' (গল্প সংকলন, ২০০০), 'অলপ পোহৰ বিচাৰে এন্ধাৰবোৰে' (কাব্যগ্ৰন্থ, ২০০০), 'মানুহ মানুহৰ বাবেই' (শিশু নাটক, ২০০৩), 'বনজুইৰ শিখা' (গল্প সংকলন, ২০০৪), 'ৰ'দে-বৰষুণে জিলিকা গীত' (গীতৰ সংকলন, ২০০৭) আৰু 'বিঁউতি ৰহমানৰ জীৱন কথা' (জীৱনী গ্ৰন্থ, ২০০৫)। ইয়াৰ উপৰিও তেওঁ কেইবাখনো অসমীয়া পুথি হিন্দী আৰু ইংৰাজীলৈ অনুবাদ কৰিছে।

**ড° বিজয়কৃষ্ণ দেৱশৰ্মা (জন্ম ঃ ১৯৩৯ খ্ৰী.)**

ড° বিজয়কৃষ্ণ দেৱশৰ্মাৰ জন্মস্থান বৰপেটা জিলা। কটন কলেজৰ পৰা গণিত বিষয়ত প্ৰথম শ্ৰেণী ডিগ্ৰী লাভ কৰি বেনাৰস হিন্দু বিশ্ববিদ্যালয়ৰ পৰা এম.এচ. চি আৰু খড়্গপুৰ আই. আই. টিৰ পৰা গণিত বিষয়ত ডক্টৰেট ডিগ্ৰী লাভ কৰে।

অসমীয়া সাহিত্য জগতত বিজয়কৃষ্ণ দেৱশৰ্মা বিজ্ঞান লিখকৰূপে পৰিচিত। ৰামধেনু, জনমভূমি, নৱযুগ, মণিদীপ, আজিৰ বাতৰি, অসমবাণী আদি কাকত আলোচনীত তেখেতৰ একাধিক বিজ্ঞান বিষয়ক লেখা ছপা হৈ আহিছে। তেওঁৰ এই বিষয়ৰ সাহিত্যৰাজি হৈছে —

‘চন্দ্ৰলোকৰ প্ৰথম মানুহ’ (১৯৬৯), ‘সূৰ্যৰ সোণালী আপেল’ (১৯৭৬), ‘চন্দ্ৰ অভিযান’ (১৯৭৬), ‘স্বপ্না’ (১৯৯১), ‘মহামতি এলবাৰ্ট আইনষ্টাইন’, ‘গণিত শিক্ষণ’ (১৯৮৯), ‘সমসাময়িক গণিত শিক্ষা’, ‘ৰমণীয় গণিত’, ‘গণিতৰ ৰং’, ‘গণিতৰ কুইজ’ (১৯৯৯), ‘গণিত কিয়নো লাগে’, ‘গণিত জগতৰ কথা’, ‘তুলসী তলে মৃগপহু চৰে’ (১৯৯৪), ‘ৰামায়ণৰ ৰসাল কাহিনী’, ‘সাগৰিকা’। ‘টুৱেন্টি থাউজেণ্ড লিগছ আণ্ডাৰ দি চি’ তেওঁৰ অনুবাদ পুথি।

**ডাঃ বিজয়প্ৰসাদ বৰা (জন্ম ঃ ১ মে’, ১৯৩৭ খ্ৰী.)**

ডাঃ বিজয়প্ৰসাদ বৰাৰ জন্মস্থান গোলাঘাট জিলাৰ বেঙেনাখোৱা। গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ৰ পৰা এম. বি. বি. এছ. বাংগালোৰৰ পৰা ডি. পি. এম. আৰু বিশ্ব সংস্থাৰ অনুমোদনত ইংলেণ্ড আৰু ছুইডেনত মানসিক স্বাস্থ্যৰ শিক্ষা লাভ কৰা ডাঃ বৰাৰ প্ৰকাশিত পুথিসমূহ হ’ল— ‘মানসিক সমস্যা’ (১৯৮৪), ‘মানসিক স্বাস্থ্য আৰু সমস্যা’ (প্ৰথম খণ্ড, ১৯৯১, দ্বিতীয় খণ্ড ২০০৪), ‘তেজপুৰ মানসিক চিকিৎসালয়ৰ অকথিত কাহিনী’ (২০০৭), ‘মদ্যপান, নিচাযুক্ত দ্ৰব্যৰ আসক্তি ব্যক্তি আৰু সমাজ’ (২০০৯)।

**ড° বিষ্ণুপ্ৰসাদ হাজৰিকা (জন্ম ঃ ১৯৩৮, মৃত্যু ঃ ১৮ অক্টোবৰ, ঃ ১৯৯৪ খ্ৰী.)**

ডিব্ৰুগড় জিলাৰ নগাখেলিয়াত ১৯৩৮ খ্ৰী.ৰ আহিম মাহত প্ৰয়াত ড° বিষ্ণুপ্ৰসাদ হাজৰিকাৰ জন্ম হয়। বিজ্ঞান শাখাত প্ৰথম বিভাগত স্নাতকোত্তৰ ডিগ্ৰী গ্ৰহণ কৰা প্ৰয়াত হাজৰিকাই পৰৱৰ্তী সময়ত পি. এইচ. ডি. ডিগ্ৰীও লাভ কৰে। তেখেতৰ প্ৰকাশিত গ্ৰন্থকেইখন হ’ল—‘প্ৰশান্ত আটলাণ্টিকৰ ক্লান্তি’ (১৯৭৭), ‘হিলি বিলি পৃথিৱী’ (১৯৮৫), ‘ভূত চিকাৰ’ (শিশু উপযোগী পুথি, ১৯৯৩) আৰু ‘হিন্দু ধৰ্মৰ চমু আভাস’ (১৯৯২, যুটীয়াভাৱে)।

ইয়াৰ উপৰিও সংগীত নাটকৰ প্ৰতিও গভীৰ ধাউতি থকা প্ৰয়াত হাজৰিকাৰ ভালেমান তত্ত্বগধুৰ প্ৰবন্ধ আৰু চুটিগল্প বাতৰি কাকত, বাতচ্ছালোচনী আদিত সিঁচৰতি হৈ আছে।



**বিনোদ শৰ্মা (জন্ম ঃ ১৯৩৯ খ্ৰী.)**

নলবাৰী জিলাৰ মুগুৰীয়াত বিনোদ শৰ্মাৰ জন্ম হয়। গ্ৰামীন বিকাশ যোজনা বিভাগৰ কাৰ্যবাহী অভিযন্তা হিচাপে অৱসৰ গ্ৰহণ কৰা শৰ্মা এগৰাকী নিষ্ঠাবান লেখক। তেওঁৰ প্ৰকাশিত গ্ৰন্থকেইখন হ’ল—গল্প পুথি ঃ ‘মৰম’, ‘এজন বিপ্লৱীৰ মাতৃ’। একাংকিকা নাট ঃ ‘এজনী গাভৰু ছোৱালী’, ‘চিলিম’, ‘তৃষ্ণা’, ‘কণ’। আলোচনাত্মক গ্ৰন্থকেইখন হ’ল— ‘উদ্ভট চিন্তা আৰু নাটক’, ‘মহাকাব্যিক ঠাঁচ’ আৰু ‘নাটক’।

**বিপিন কটকী (জন্ম ঃ ১ ডিচেম্বৰ, ১৯৩৮ খ্ৰী.)**

বিপিন কটকীৰ জন্মস্থান শোণিতপুৰ জিলাৰ বিহালী ধেনুধৰা। বৰ্তমান কটকী তেজপুৰ কটনৰোড নিবাসী। বিজ্ঞান আৰু আইনৰ স্নাতক ডিগ্ৰীধাৰী কটকী এগৰাকী অধিবক্তা। তেওঁ অসমীয়া সাহিত্যৰ এজন একনিষ্ঠ সেৱক। তেওঁৰ প্ৰকাশিত দুখন পুথি হ’ল— ‘ভাব বীথিকা’ (কবিতা সংকলন, ২০০৪) আৰু ‘তপোবন’ (গল্প সংকলন, ২০০৫)। বিপিন কটকীয়ে ২০০৪ বৰ্ষত ড° আম্বেদকাৰ বঁটা লাভ কৰে

**বিৰিঞ্চিধৰ বুঢ়াগোহাঞি (জন্ম ঃ ১০ এপ্ৰিল, ১৯৩৫ খ্ৰী.)**

মৰিগাঁও জিলাৰ গোহাঞিগাঁৱত বিৰিঞ্চিধৰ বুঢ়াগোহাঞিয়ে জন্ম লাভ কৰে। দৰ্শন শাস্ত্ৰত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা বুঢ়াগোহাঞি অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ’ল—‘এক শৰণ ভক্তিবাদ আৰু হিন্দুৰ জীৱন দৰ্শন’ (২০০০), ‘বেদ কল্পতৰু’ (২০০১), ‘ধৰ্ম-দৰ্শন আৰু বিশ্বশান্তি’ (২০০৩), ‘ইতিহাস, সাংস্কৃতিক এনাজৰী, সাংস্কৃতিক বুৰঞ্জী’ (২০০৬) আৰু ‘সামগীত’ (২০০৭)।

**বিশ্বনাথ শৰ্মা (জন্ম ঃ ৪ ছেপ্টেম্বৰ, ১৯৩২, মৃত্যু ঃ ১২ ডিচেম্বৰ, ২০০৩ খ্ৰী.)**

বিশ্বনাথ শৰ্মাৰ জন্মস্থান দৰং জিলা। মেট্ৰিক আৰু নৰ্মাল পৰীক্ষাত উত্তীৰ্ণ প্ৰয়াত শৰ্মা অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত একমাত্ৰ কবিতা পুথিখন হ’ল—‘বিচিত্ৰা’।

**ডাঃ বিশ্বৰঞ্জন কলিতা (জন্ম ঃ ১২ নবেম্বৰ, ১৯৩৫ খ্ৰী.)**

ডাঃ বিশ্বৰঞ্জন কলিতাৰ জন্মস্থান শোণিতপুৰ জিলাৰ তেজপুৰৰ লম্বোদৰ বৰা ৰোড। ডিব্ৰুগড় অসম মেডিকেল কলেজৰ পৰা এম. বি. বি. এচ. হিচাপে সুখ্যাতিৰে উত্তীৰ্ণ হোৱা ডাঃ কলিতা অসম স্বাস্থ্য বিভাগত অসমৰ নানা জিলাত কাৰ্যনিৰ্বাহ কৰি যুটীয়া সঞ্চালক পদৰ পৰা অৱসৰ গ্ৰহণ কৰে। ডাঃ বিশ্বৰঞ্জন কলিতাৰ প্ৰকাশিত পুথি দুখন হ'ল—'সোলেঙ্গীৰ আবেলি' আৰু 'ষাঠিৰ দশকৰ চিকিৎসা সেৱাৰ দিনলিপি' (২০০৭)।

**বিশ্বেশ্বৰ হাজৰিকা (জন্ম ঃ ১৯৩৩ খ্ৰী.)**

হাজৰিকাদেৱৰ জন্মস্থান গোলাঘাটৰ বৰপথাৰ। গুৱাহাটীৰ বি. বৰুৱা মহাবিদ্যালয়ৰ অধ্যাপক হিচাপে অৱসৰগ্ৰহণ কৰা হাজৰিকাৰ প্ৰকাশিত পুথি—'অসমীয়া ভাষাৰ উৎপত্তি আৰু ক্ৰমবিকাশ', 'আছামিচ লেংগুৱেজ অৰিজিন এণ্ড ডেভেলপমেন্ট'।

**বাণীকান্ত বৰুৱা (জন্ম ঃ ২১ ডিচেম্বৰ, ১৯৪০ খ্ৰী.)**

*যোৰহাট জিলাৰ যোৰহাট* নগৰত জন্ম লাভ কৰা বাণীকান্ত বৰুৱা সম্প্ৰতি বঙালপুখুৰী নিবাসী। বি. এল. ডিগ্ৰী লাভ কৰা বৰুৱাই ডিব্ৰুগড়, যোৰহাট, শিলচৰ, বৰপেটা আদিৰ কাৰাগাৰৰ বিষয়াৰূপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—গীতৰ পুথি ঃ 'সোণাৰু ফুল জানো ফুলা নাই?', 'বৰাক পাৰৰ গীত', 'মোৰ পৰিচয় লৈ কৰিবানো কি?', 'নহয় মাথো তোমাৰ বাবে মোৰ জীৱন', 'কৃষ্ণচূড়া ফুলাৰ বতৰত'। কবিতাপুথি ঃ 'অনুভূতি' , 'চেতনা', 'গহীন ৰাতিৰ সপোন', 'চোৰৰ চিঠি', 'কবিতা সংবাদ বিচিত্ৰা', 'সেউজী প্ৰয়সী'। শিশুপুথি ঃ 'শিশুলৈ সুৱদী স্বৰেৰে', 'শিশুৰ কবিতা আৰু গীত'। গল্পপুথি ঃ 'চিনাকি কইনা', 'নাম তাইৰ শেৱালি'। 'কবিৰ আশা' (গীতি নাট), 'শেষ নিশাৰ জোনাক বিচাৰি' (উপন্যাস), 'খাকী পোছাকীৰ ভাওনা'।

**বীণা শৰ্মা (জন্ম ঃ ১২ অক্টোবৰ, ১৯৪০ খ্ৰী.)**

তিনিচুকীয়াৰ পৰ্বতীয়াত জন্মগ্ৰহণ কৰা বীণা শৰ্মাৰ একমাত্ৰ প্ৰকাশিত প্ৰবন্ধ সংকলনখন হ'ল—'হেৰুৱা সুঁতিৰ পাৰে পাৰে' (২০০৫)।



**বীণাপানি দাস (জন্ম ঃ ৫ অক্টোবৰ, ১৯৩৫ খ্ৰী.)**

বীণাপাণি দাসৰ জন্মস্থান উত্তৰ লখিমপুৰ জিলাৰ নঁকাড়ী গাঁও। বৰ্তমান দাস গুৱাহাটী খানাপাৰা, জনপথ নিবাসী। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিভাগৰ স্নাতকোত্তৰ বীণাপাণি দাসে আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ অনুষ্ঠান কাৰ্যবাহিকাৰূপে অৱসৰ গ্ৰহণ (১৯৯৩) কৰিছে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'জ্বলাকলা' (একাংকিকা নাটক, ১৯৭৪), 'বিৰিণাপাতৰ আঙঠি' (সামাজিক নাটক, ১৯৮৯), 'অনামী বেদনা' (গল্প সংকলন, ১৯৯১), 'তৃষাৰ সাগৰ পাৰ হৈ', 'আকাশৰ ৰং' (উপন্যাস , ১৯৯৭), 'আঙঠি' (উপন্যাস, ১৯৯৮), 'প্ৰাণ সৰণীৰ তৰংগ' (কবিতা সংকলন, ১৯৯৭), 'জেউতি' (উপন্যাস, ২০০৩), 'অকণিৰ গীত-নাট' (শিশু সাহিত্য, ২০০৫), 'তুমি আৰু তোমাৰ সন্ধান' (কবিতা সংকলন, ২০০৮)।

**বীৰেশ্বৰ বৰুৱা (জন্ম ঃ ১৯৩৩ খ্ৰী.)**

বৰপেটা জিলাৰ সুন্দৰীদিয়াত বীৰেশ্বৰ বৰুৱাৰ জন্ম হয়। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অৰ্থনীতি বিজ্ঞান বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা বৰুৱাই ভাৰতীয় প্ৰশাসনীয় সেৱাৰ বিষয়া, জিলাৰ উপায়ুক্ত, শিক্ষা বিভাগৰ সচিব, সাংস্কৃতিক আৰু ক্ৰীড়া সচিব আদি বিভিন্ন পদত কাৰ্যনিৰ্বাহ কৰি অৱসৰ গ্ৰহণ কৰে। একাধাৰে কবি, গল্পকাৰ, প্ৰবন্ধকাৰ, সাহিত্যিক বীৰেশ্বৰ বৰুৱাৰ প্ৰকাশিত পুথিসমূহ হ'ল—কবিতা সংকলন ঃ 'নিৰ্জন নাবিক', 'অচিন আৱাও', 'জলফাইৰ দেশ', 'নক্ষত্ৰৰ দিন', 'ৰঙা ৰঙা গোলাপ', 'অমৃতৰ সন্ধানত', 'সাত সাগৰ তেৰ নদী', 'অন্য এক জোনাক' আৰু 'বিশ্ব কবিতা সংগ্ৰহ' (অনুবাদ কবিতা)। গল্প সংকলন ঃ 'প্ৰথম ৰাগিনী', 'নীলিমাৰ মন', 'বন হৰিণী', 'প্ৰাচীৰ', 'প্ৰতিচ্ছবি', 'মহাজীৱনৰ পাণ্ডুলিপি', 'বীৰেশ্বৰ বৰুৱাৰ নিৰ্বাচিত গল্প'। প্ৰবন্ধ সংকলন ঃ 'ৰামধেনু যুগৰ পৰৱৰ্তী কাল', 'সাহিত্যৰ অন্তৰ্জগত' আৰু 'অন্যান্য জীৱনৰ মৃত্যু আৰু কবিতা', 'সাহিত্য সাধনাৰ আভাস' ইত্যাদি।

উল্লেখযোগ্য যে 'নিৰ্বাচিত কবিতা' গ্ৰন্থৰ বাবে ১৯৮৯ খ্ৰীষ্টাব্দত সাহিত্যিক বীৰেশ্বৰ বৰুৱাদেৱে অসম সাহিত্য সভা বঁটা আৰু ভাৰতীয় ভাষা-পৰিষদৰ বঁটা লাভ কৰে।

**বীৰেশ্বৰ শৰ্মা বৰুৱা (জন্ম ঃ ১৬ ছেপ্টেম্বৰ, ১৯৩৮ খ্ৰী.)**

দৰং জিলাৰ হাজৰিকাপাৰাত জন্ম লাভ কৰা বীৰেশ্বৰ শৰ্মা বৰুৱা অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'দিহানাম' (২০০৪)।

**বুলু দেৱী (জন্ম ঃ ৯ জুন, ১৯৩৩ খ্ৰী.)**

বুলু দেৱীৰ জন্ম হয় যোৰহাটত। দেৱীচৰণ বৰুৱা উচ্চ বালিকা বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত হিন্দী শিক্ষয়িত্ৰী। দেৱীৰ প্ৰকাশিত পুথিসমূহ হ'ল—শিশুপুথি ঃ 'সাধু শুনিবা আঁহা' (১৯৯৩), 'ভক্তি মহিমা' (১৯৯৯), 'তোমালোকৰ সাধু' (১৯৯৯), 'চেমনীয়াৰ গল্প' (১৯৯৯), 'মইনা মেলত শংকৰদেৱ' (২০০৩), 'অসমৰ প্ৰদীপ' (২০০৫), 'প্ৰতিবেশীৰ সাধু' (২০০৭)। কবিতাপুথি ঃ 'একুৰি কবিতাৰ মালা', অনুবাদ পুথি ঃ 'বৃন্দাবন পণ্ডিত' আৰু মুন্সী প্ৰেমচান্দৰ 'প্ৰতিজ্ঞা'ৰ অসমীয়া অনুবাদ।

**বৃন্দাবন বৰা (জন্ম ঃ ১ মে', ১৯৩৫ খ্ৰী.)**

বৃন্দাবন বৰাৰ জন্মস্থান নগাঁও জিলাৰ জাগীয়াল। ইতিহাস বিষয়ত স্নাতকোত্তৰ আৰু বি. এড. (১৯৭৯) ডিগ্ৰী লাভ কৰা বৰা দক্ষিণপাট উচ্চ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হ'ল— 'মুকুতিৰ গান' (২০০৬)।

**বেণুধৰ বৰুৱা (জন্ম ঃ ২৪ জানুৱাৰী, ১৯৩৩ খ্ৰী.)**

বেণুধৰ বৰুৱাৰ জন্মস্থান দৰং জিলাৰ ১নং চেঙাপাৰা পাথৰিঘাট। অৱসৰপ্ৰাপ্ত শিক্ষক বৰুৱাৰ প্ৰকাশিত পুথিকেইখন হ'ল — 'খোৰাৰ ৰিঙি' (সাধুকথা, ১৯৯৮), 'ঋগ্বেদ, দেৱতা আৰু মনুষ্য' (ধৰ্মপুথি, ১৯৯৯), 'সোলাৰ হাঁহি' (গল্পপুথি, ২০০০) আৰু 'মন ফুলনিৰ ফুল' (কবিতাপুথি, ২০০০)।



**বোধনচন্দ্ৰ কলিতা (জন্ম ঃ ১৫ মে', ১৯৩৬ খ্ৰী.)**

বোধনচন্দ্ৰ কলিতাৰ জন্মস্থান শোণিতপুৰ জিলাৰ জামুগুৰিহাট সৰুভগীয়া। কেন্দ্ৰীয় চৰকাৰৰ দ্বাৰা পৰিচালিত কাৰিকৰী দিশত পাঁচ বছৰীয়া প্ৰশিক্ষণ লাভ কৰি কলিতাই ভাৰতবৰ্ষৰ একাধিক গুৰু উদ্যোগত চাকৰি কৰি অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল— 'ভাওনা ভৰলী' (প্ৰবন্ধ-গল্প, ২০০২), 'এনেকৈয়ে এদিন' (গল্প, ২০০৫), 'ভিন্ন দিনৰ ভিন্ন চিন্তা' (প্ৰবন্ধ, ২০০৭)।

**বোধেশ্বৰ বৰুৱা (জন্ম ঃ ১৯৪০ খ্ৰী.)**

বোধেশ্বৰ বৰুৱাৰ জন্মস্থান ধেমাজি জিলাৰ বৰদলনি। অৱসৰপ্ৰাপ্ত কৰ্মচাৰী বৰুৱাৰ ছপা পুথি নাই যদিও তেওঁৰ গল্প বিভিন্ন কাকত-আলোচনীত প্ৰকাশিত হৈছে।

# ভ

**ভগগিৰী ৰায়চৌধুৰী (জন্ম ঃ ২০ ফেব্ৰুৱাৰী, ১৯৩৩ খ্ৰী.)**

ভগগিৰী ৰায়চৌধুৰীৰ জন্ম হয় গুৱাহাটীৰ পাণবজাৰত। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিভাগৰ স্নাতকোত্তৰ ৰায়চৌধুৰীয়ে গুৱাহাটী বি. বৰুৱা মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক হিচাপে অৱসৰগ্ৰহণ কৰে। বিভিন্ন ধৰণৰ সামাজিক আৰু সাহিত্যানুষ্ঠানৰ সৈতে ওতঃপ্ৰোতভাৱে জড়িত লেখক সাহিত্যিক ৰায়চৌধুৰীয়ে যুৱ নিবাস সন্থা, অসম সেৱক সমাজ, অম্বিকাগিৰী সমাজ মণ্ডলী, ডেকা অসম চিন্তা-চক্ৰ, অসম হিতৈষী সমাজ, অসম লেখক সমবায় সমিতি আৰু অসম সাহিত্য সভাৰ সৈতেও জড়িত। নিষ্ঠাৱান লেখক ৰায়চৌধুৰীৰ প্ৰকাশিত পুথিসমূহ হ'ল—'প্ৰদীপ' (সম্পাদনা), 'মৰণবিজয়ী' (শিশু উপন্যাস, ১৯৪৯), 'মন-মাটি-মেঘ' (কবিতাপুথি, ১৯৬০), 'নিসৰ্গ' (অনূদিত), 'বাল গংগাধৰ তিলকৰ জীৱনী', 'হনুপ্ৰসাদ পোদ্দাৰৰ জীৱনী', 'ছিন্নপত্ৰ' (অনূদিত, মূল ঃ কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰ), 'ঘৰে বাইৰে' (অনূদিত, মূল ঃ কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰ)।

'চেতনা' আলোচনীখনৰ সম্পাদনা দায়িত্ব বহন কৰি থকা ৰায়চৌধুৰীয়ে অসমৰ বিভিন্ন আলোচনী, বাতৰি কাকত আদিত ভিন্ন বিষয়ক লেখা প্ৰকাশ কৰি আহিছে। অসম চৰকাৰৰ সাহিত্যিক পেঞ্চন লাভ কৰা ৰায়চৌধুৰীদেৱে বৰ্তমানেও গীত আৰু কবিতা চৰ্চা কৰি আছে।

**ড° ভগৱান মৰল (জন্ম ঃ ৬ নবেম্বৰ, ১৯৩৪ খ্ৰী.)**

ড° ভগৱান মৰলৰ জন্মস্থান কামৰূপ জিলাৰ শুৱালকুছি। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ আৰু পি. এইচ. ডি ডিগ্ৰী লাভ কৰা ড° মৰল প্ৰাগজ্যোতিষ মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। ড° ভগৱান মৰল একাধাৰে সাহিত্যিক, সমালোচক আৰু ভাষা বিজ্ঞানী। তেখেতৰ ছপা পুথি—'প্ৰেমাঞ্জলি' (কবিতা পুথি, ১৯৭১), 'সুৰ নিজৰা' (কবিতা পুথি, ১৯৯৪), 'মূৰ্খ নায়ক' (উপন্যাস, ১ম সংস্কৰণ, ১৯৮৫), 'ৰত্নগৰ্ভা কামৰূপ' (ডিটেকটিভ উপন্যাস, ১৯৮০), 'কক্ষচ্যুত' (নাট্যগল্প, ১৯৭৪), 'পাৰিজাত' (নাট্যগল্প, ১৯৭৫), 'জয় আই অসম' (নাটক, ১৯৮০), 'অসম চিন্তা' (আলোচনামূলক সাহিত্য, ১৯৮৮), 'শুৱালকুছি ঃ শুৱালকুছিৰ শাসন' (আলোচনামূলক সাহিত্য, ১৯৭৯), 'মহাপুৰুষ শ্ৰীশ্ৰীহৰিদেৱ ঃ এক সত্য অন্বেষণ' (আলোচনামূলক সাহিত্য, ২০০৩), 'অসমীয়া ব্যাকৰণ জ্যোতি' (১৯৭৪), 'ভাষাৰ্থ বিজ্ঞান' (ভাষা-বিজ্ঞানমূলক, ১৯৮৬), 'আধুনিক ভাষা-বিজ্ঞান' (ভাষা বিজ্ঞানমূলক, ১৯৯৮), 'তত্ত্বপিপাসু উপেন্দ্ৰচন্দ্ৰ লেখাৰু' (সম্পাদনা, ১৯৮১), 'সাম্প্ৰতিক অসমীয়া সাহিত্যৰ ন-ৰূপ ন-ৰেখা' (সম্পাদনা, ১৯৭৯), 'নৱজাগৰণ' (আলোচনী সম্পাদনা, ১৯৪৮), 'শিক্ষা জেউতি' (বাতৰি কাকত, সম্পাদনা, ২০০০-২০০১), 'অসমীয়া সাহিত্য জ্যোতি' (পাঠ্যপুথি সংকলন, ১৯৭৫)।



ড° ভগৱান মৰলে ১৯৯৪ খ্ৰীষ্টাব্দৰ সাহিত্যিক পেঞ্চন লাভ কৰিছিল। তেওঁ 'কামৰূপ ৰত্ন' উপাধিৰে বিভূষিত।

**ভদ্ৰ বৰা (জন্ম ঃ ২৮ ছেপ্টেম্বৰ, ১৯৩৫ খ্ৰী.)**

ভদ্ৰ বৰাৰ জন্মস্থান টংলা, দৰং জিলা। স্নাতকোত্তৰ (১৯৫৮), ডিগ্ৰীধাৰী ভদ্ৰ বৰা নগাঁও মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। বৰাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'দ্বংং ত্যজতি পণ্ডিত' (১৯৫৬, ৰম্য ৰচনা), 'মধুৰেণ' (১৯৬৫, ৰম্য ৰচনা) আৰু 'বহাগতে পাতি যাওঁ বিয়া' (১৯৭৬, ৰম্য ৰচনা)।

সম্পাদনা ইংৰাজী গ্ৰন্থ ঃ 'Architect of present Assam', 'Some Illustrious sons of Assam', আৰু 'Parliamentry Democracy in Assam'। তেওঁ ৰংগনাথ সোঁৱৰণি বঁটা (২০০১) লাভ কৰিছে।

**ভৱকান্ত নাথ (জন্ম ঃ ২৩ অক্টোবৰ, ১৯৩৫ খ্ৰী.)**

ভৱকান্ত নাথৰ জন্মস্থান যোৰহাট জিলাৰ মাজুলীৰ ৰঙাচাঁহী। নাথ বৰ্তমান লখিমপুৰ জিলাৰ ফুলবাৰীৰ বাসিন্দা। স্নাতক আৰু বি. টি. ডিগ্ৰীৰ অধিকাৰী নাথ এগৰাকী অৱসৰপ্ৰাপ্ত শিক্ষক। শিক্ষা-সংস্কৃতিৰ লগত

ওতঃপ্ৰোতভাৱে জড়িত নাথৰ প্ৰকাশিত পুথিসমূহ হ'ল—'নাথ-যোগী সংবাদ' (নাথতত্ত্ব বিষয়ক গ্ৰন্থ, ১ম খণ্ড, ১৯৮১), 'ইতিহাসৰ লুপ্ত আৰু গুপ্ত কাহিনী' (১৯৮৭), 'নাথ ধৰ্মৰ সমীক্ষাত্মক ইতিবৃত্ত' (নাথ ধৰ্মৰ বিস্তৃত তথ্য সম্বলিত গ্ৰন্থ, ২০০০), 'তত্ত্বভূষণ ৰাজমোহন নাথ' (জীৱনী আৰু বিস্তৃত জীৱনকৃতি, ২০০৩), 'প্ৰত্নতাত্ত্বিক পণ্ডিত ৰাজমোহন নাথৰ ৰচনাৱলী' (২০০২, সংগ্ৰহ আৰু সম্পাদনা), 'পণ্ডিত প্ৰৱৰ ৰাজমোহন নাথৰ অসমীয়া অনুবাদ 'অসমীয়া সংস্কৃতিৰ পটভূমি' (২০০৫), ৰাজমোহন নাথৰ Rigved Summary-ৰ অসমীয়া অনুবাদ 'ঋগবেদ সংহিতা' (২০০৯)।

এইবোৰৰ উপৰিও যথাক্ৰমে অগ্ৰদূত, আমাৰ অসম, গৰীয়সী, সাতসৰী আদি কাকত-আলোচনীত বহুকাল ধৰি ছেগা-চোৰোকাকৈ তেওঁৰ ভালেমান লিখনি প্ৰকাশ পাই আহিছে। লেখক ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় পৰ্যায়ৰ পুৰস্কাৰ প্ৰাপক।

**ভদ্ৰকান্ত শৰ্মা (জন্ম ঃ ১৯৩২ খ্ৰী.)**

ভদ্ৰকান্ত শৰ্মাৰ জন্মস্থান দৰং জিলাৰ ভুক্তবাৰী। অৱসৰপ্ৰাপ্ত শিক্ষক শৰ্মাৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল— 'জ্ঞান-বিজ্ঞানৰ বিচিত্ৰ কথা'কে ধৰি লেখকৰ ছাত্ৰৰ উপযোগী আঠখন পুথি পোৱা গৈছে।

**ভৱপ্ৰসাদ চলিহা (জন্ম ঃ ২০ আগষ্ট, ১৯৩৪ খ্ৰী.)**

ভৱপ্ৰসাদ চলিহাৰ জন্মস্থান ডিব্ৰুগড় জিলাৰ নাহৰকটীয়া। বৰ্তমান চলিহা গুৱাহাটী জালুকবাৰীৰ নিবাসী। তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া সাহিত্য আৰু ভাষাতত্ত্ব বিষয়ত দুবাৰকৈ স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। চলিহাদেৱে ১৯৬৭ খ্ৰীষ্টাব্দত এল. এল. বি পৰীক্ষাত উত্তীৰ্ণ হয়। ডিব্ৰুগড়ৰ জৰ্জ ইন্সটিটিউটত কিছু দিনৰ বাবে শিক্ষকতা কৰা চলিহাদেৱে ১৯৬১-১৯৬৮ খ্ৰীষ্টাব্দলৈ গুৱাহাটী বিশ্ববিদ্যালয়ত সংস্কৃত মহাভাৰতৰ অসমীয়া অনুবাদ আঁচনিত অনুবাদক হিচাপে কাম কৰে। ১৯৬৯ খ্ৰীষ্টাব্দত তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰৱক্তা হিচাপে যোগদান কৰি ১৯৯৯ খ্ৰীষ্টাব্দত উক্ত পদবীৰ পৰা মুৰব্বী অধ্যাপক হিচাপে অৱসৰগ্ৰহণ কৰে।



বৰ্তমান অসম পুথিভঁৰাল সংঘৰ সভাপতি চলিহা গুৱাহাটী উচ্চ ন্যায়ালয়ৰো অধিবক্তা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ 'সংস্কৃত-অসমীয়া অভিধান' আৰু 'কেন্দ্ৰীয় হিন্দী সঞ্চালকালয়ৰ 'অসমীয়া-হিন্দী ইংৰাজী-অভিধান'ৰো অন্যতম প্ৰণেতা চলিহাৰ প্ৰকাশিত মৌলিক, অনূদিত আৰু সম্পাদিত গ্ৰন্থ প্ৰায় চল্লিশখন। সিবোৰৰ উল্লেখযোগ্য কেইখনমান হ'ল— 'ড° মহেশ্বৰ নেওগ ঃ মানুহ আৰু কাম' (১৯৭৪), 'Sankaradeva : Studies in Culture' (১৯৭৮), 'শংকৰী সংস্কৃতিৰ অধ্যয়ন' (১৯৭৮), 'মহাপুৰুষীয়া ধৰ্ম' (১৯৮০), 'মাধৱদেৱ অধ্যয়নৰ ভূমিকা' (১৯৮৯), 'মাধৱদেৱৰ সাহিত্য' (১৯৮৯), 'শংকৰী সাহিত্যৰ সমীক্ষা' (১৯৮১), 'মাধৱদেৱ আৰু সংস্কৃতি' (১৯৯০), 'মহাপুৰুষ শংকৰদেৱ' (১৯৮১), 'কীৰ্তন ঘোষা আৰু নামঘোষা' (যুটীয়া সম্পাদনা, ১৯৮৯), 'মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ বাক্যামৃত' (যুটীয়াভাৱে সম্পাদিত, ১৯৯৮), 'মহাপুৰুষ মাধৱদেৱ বাক্যামৃত' (যুটীয়া সম্পাদনা, ১৯৯৪), 'শ্ৰীমদ্ভাগৱত পুৰাণ' (যুটীয়া সম্পাদনা, ১৯৯৯), 'Sankaradeva : Saint poet of Assam' (১৯৯৩), 'Aspects of Assam Vaishnavism' (১৯৯১), 'দৰং ৰাজবংশাৱলী' (যুটীয়া সম্পাদনা, ১৯৯৬), 'ড° সূৰ্যকুমাৰ ভূঞা ঃ জীৱন আৰু সাধনা' (১৯৯৪), 'সিংহপুৰুষ হৰিচৰণ পাঠক' (১৯৯৪), 'কুমাৰ আশান' (১৯৮৮), 'অসমীয়া আখ্যান-গীত সংগ্ৰহ' (২০০৫) ইত্যাদি।

চলিহাদেৱৰ সম্পাদিত গৱেষণা পত্ৰিকাসমূহৰ ভিতৰত — 'Gauhati University Journal of Arts, 'Journal of Assam Research Society', 'Journal of Srimanta Sankadeva Research Institute, 'Prabhasika', 'Mahapurusa Jyoti', Prajna', 'অন্বেষণ', 'নামধৰ্ম' উল্লেখযোগ্য। অসম চৰকাৰৰ 'সাহিত্যিক পেন্সনাৰ' (২০০৪) চলিহাই বৈষ্ণৱ সাহিত্যৰ জীৱনজোৰা সাধনাৰ বাবে ২০০৪ খ্ৰীষ্টাব্দত 'চন্দ্ৰকান্ত-হীৰাপ্ৰভা বৰুৱা বঁটা' লাভ কৰিছে।

**ভবেন শৰ্মা (জন্ম ঃ ১ মাৰ্চ, ১৯৪০ খ্ৰী.)**

ভবেন শৰ্মাৰ জন্ম হৈছিল শোণিতপুৰ জিলাৰ বিশ্বনাথ চাৰিআলি, বামগাঁও, নৱপুৰত। বৰ্তমান তেওঁ বামগাঁৱৰ নিবাসী। তেওঁ পঞ্চায়ত আৰু গ্ৰামোন্নয়ন বিভাগৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী।

ভৱেন শৰ্মাই ৰচনা কৰা পুথিকেইখন হ'ল—'কাকনো বুলিম ককা' (একাংকিকা নাটক, ১৯৭২), 'পদ্যছন্দত শ্ৰীমন্ত শংকৰদেৱ আৰু তেওঁৰ পূৰ্ব পুৰুষ' (জীৱনী গ্ৰন্থ, ১৯৯৫) আৰু 'ব্ৰাহ্মণ সাৰথি' (২০০০)।

**ভবেন্দ্ৰনাথ কাকতি (জন্ম ঃ ১ এপ্ৰিল, ১৯৩৬ খ্ৰী.)**

ভবেন্দ্ৰ নাথ কাকতিৰ জন্মস্থান ৰঙিয়া মহকুমাৰ মৌকুছি কমলপুৰ চক্ৰ। সম্প্ৰতি তেওঁ গুৱাহাটীৰ ফটাশিল আমবাৰীৰ বাসিন্দা। ভবেন্দ্ৰনাথ কাকতি স্নাতক ডিগ্ৰীধাৰী, লগতে তেওঁ বিত্ত বিভাগৰ গাণনিক বিষয়ৰ প্ৰশিক্ষণপ্ৰাপ্ত। তেওঁৰ প্ৰকাশিত তিনিখন কবিতাপুথি হ'ল—'কাব্যাঞ্জলি', 'মন গ'লে' আৰু 'কবিতা কৰণি'।

**ড° ভবেন্দ্ৰনাথ শইকীয়া (জন্ম ঃ ১৯৩২ খ্ৰী.)**

ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ জন্মস্থান নগাঁও জিলা। ৰামধেনু যুগৰে শীৰ্ষস্থানীয় গল্পকাৰজন একেৰাহে নাট্যকাৰ, পৰিচালক আৰু চলচিত্ৰ নিৰ্মাতা। কলিকতাৰ প্ৰেছিডেন্সি কলেজৰ পৰা পদাৰ্থ বিজ্ঞান বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী গ্ৰহণ কৰা ড° শইকীয়াদেৱে লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা পি. এইচ. ডি. ডিগ্ৰী লাভ কৰে। শিৱসাগৰ কলেজৰ পদাৰ্থ বিজ্ঞান বিভাগৰ প্ৰবক্তা হিচাপে কাৰ্যনিৰ্বাহ কৰা ড° ভবেন্দ্ৰ নাথ শইকীয়া গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাধ্যাপক আছিল। বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত ওতঃপ্ৰোতভাৱে জড়িত ড° শইকীয়া জনপ্ৰিয় আলোচনী 'প্ৰান্তিক' আৰু 'সঁফুৰা'ৰ সম্পাদনা কৰিছিল। অসম প্ৰকাশন পৰিষদ, সাহিত্য অকাডেমী বঁটা, অসম উপত্যকা বঁটাৰে সন্মানিত ড° শইকীয়াদেৱৰ প্ৰকাশিত পুথিসমূহ হ'ল—উপন্যাস ঃ 'আতংকৰ শেষত' (১৯৫২), 'অন্তৰীপ' (১৯৮৬), 'ৰম্যভূমি' (১৯৯১)।

গল্প সংকলন ঃ 'প্ৰহৰী' (১৯৬৩), 'বৃন্দাবন' (১৯৬৫),'গহ্বৰ' (১৯৬৯), 'সেন্দুৰ' (১৯৭১), 'শৃংখল' (১৯৭৫), 'ভবেন্দ্ৰনাথ শইকীয়াৰ শ্ৰেষ্ঠ গল্প' (১৯৭৫), 'তৰংগ' (১৯৫৯), 'এটা বন্দৰৰ আবেলি' (১৯৮৮), 'আকাশ' (১৯৮৮), 'উপকণ্ঠ' (১৯৯২) আৰু 'সান্ধ্যভ্ৰমণ' (১৯৯৮)।



শিশু সাহিত্য ঃ 'মৰমৰ দেউতা' (১৯৯২), 'শান্ত শিষ্ট হৃষ্ট পুষ্ট মহা দুষ্ট' আৰু 'তোমালোকৰ ভাল হওক'।

প্ৰবন্ধ পুথি ঃ 'শেষ পৃষ্ঠা' (প্ৰথম, দ্বিতীয় খণ্ড, ১৯৯৭, ৯৮)

**ভবেন্দ্ৰ নাৰায়ণ দত্তবৰুৱা (জন্ম ঃ ১৯৩৬, মৃত্যু ঃ ১৯৯২ খ্ৰী.)**

নলবাৰী জিলাৰ খাটাবাৰীত ভবেন্দ্ৰ নাৰায়ণ দত্তবৰুৱাৰ জন্ম হয়। পিতৃৰ নাম সাহিত্যৰত্ন হৰিনাৰায়ণ দত্তবৰুৱা আৰু মাতৃৰ নাম পাৰ্বতী দত্তবৰুৱা। তেওঁ প্ৰাথমিক শিক্ষা নলবাৰীত গ্ৰহণ কৰি উচ্চ শিক্ষাৰ বাবে মোম্বাইলৈ যায়। তেখেতে ভালেসংখ্যক গ্ৰন্থ ৰচনা কৰিছে। 'মস্কোৰ পৰা প্ৰেয়সী'লৈ ভবেন্দ্ৰ নাৰায়ণ দত্তবৰুৱাৰ এখন মনোৰম ভ্ৰমণ কাহিনী। 'কৃষ্ণাৰজীনা' (১৯৮১), 'বাঞ্চিৰা' (১৯৬৪) আদি ভ্ৰমণৰ আধাৰত ৰচিত উপন্যাস। দত্তবৰুৱাই শিশু উপযোগী কেইবাখনো গ্ৰন্থ লিখিছে। তাৰ ভিতৰত 'সচিত্ৰ শিশুপাঠ' (১৯৮০) আৰু 'পৃথিৱীৰ নানাদেশ' (১৯৫১) আদি উল্লেখনীয়। কবি হিচাবেও ভবেন্দ্ৰ নাৰায়ণ দত্তবৰুৱাৰ খ্যাতি আছে। 'দত্তবৰুৱা এণ্ড কোম্পানী' নামৰ প্ৰকাশন গোষ্ঠীৰ অন্যতম স্বত্বাধিকাৰী দত্তবৰুৱা সত্তৰ দশকৰ প্ৰখ্যাত বাতৰি কাকত 'নীলাচল'ৰ প্ৰকাশৰ লগতো জড়িত আছিল।

**ভানু দেৱী (জন্ম ঃ ১৭ ছেপ্টেম্বৰ, ১৯৩৭ খ্ৰী.)**

ভানু দেৱীৰ জন্মস্থান নগাঁও জিলাৰ মাজপাঠৰি। বৰ্তমান তেওঁ নগাঁও জিলাৰ চকৰিগাঁও নিবাসী। তেওঁ ৰাষ্ট্ৰভাষা হিন্দীৰ বিশাৰদ। ভানু দেৱীৰ তিনিখন পুথি হৈছে—'হৰি বন্দনা', 'পুণ্যতীৰ্থ ভাৰত' আৰু 'মহিয়সী নাৰী'।

**ভাৰত হাজৰিকা (জন্ম ঃ ২৮ ছেপ্টেম্বৰ, ১৯৩৯ খ্ৰী.)**

ভাৰত হাজৰিকাৰ জন্ম হৈছিল গোলাঘাট জিলাৰ আহোম গাঁৱত। বৰ্তমান আহোম গাঁৱৰে নিবাসী ভাৰত হাজৰিকা কলা শাখাৰ স্নাতক। বৃত্তিত তেওঁ এগৰাকী কৃষক। ভাৰত হাজৰিকাই নিজৰ সৃষ্টি কৰ্মেৰে অসমীয়া সাহিত্যলৈ বৰঙণি আগবঢ়াই গৈছে। তেওঁৰ

প্ৰকাশিত একমাত্ৰ বুৰঞ্জীমূলক নাটকখন হ'ল—'চন্দনগিৰিৰ উচুপনি' (২০০৩)।

**ভাৰতী বৰ্মন (জন্ম ঃ ২৭ জানুৱাৰী, ১৯৩৮ খ্ৰী.)**

ভাৰতী বৰ্মনৰ জন্মস্থান কামৰূপ জিলাৰ পানীখাইতি। তেওঁ বৰ্তমান ৰূপালী পথ, জু-ৰোড গুৱাহাটীৰ নিবাসী। তেওঁৰ প্ৰকাশিত পুথি হৈছে— 'কাজিৰঙাই ৰিঙিয়াই' (২০০৯)।

**ড° ভাৰতচন্দ্ৰ কলিতা (জন্ম ঃ ১৫ আগষ্ট, ১৯৩৪ খ্ৰী.)**

কামৰূপ জিলাৰ পলাশবাৰীত ভাৰতচন্দ্ৰ কলিতাৰ জন্ম হৈছিল। বৰ্তমান তেওঁ মিৰ্জাৰ নিবাসী। তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতক ডিগ্ৰী, পুনৰ পৰা ডক্টৰেট ডিগ্ৰী লাভ কৰিছিল। তেওঁ এজন প্ৰশাসনিক বিষয়া হিচাপে অৱসৰ গ্ৰহণ কৰে।

তেওঁ বিভিন্ন সাহিত্য-সংস্কৃতিমূলক অনুষ্ঠানৰ লগত জড়িত আছিল। ১৯৬০ খ্ৰীষ্টাব্দত পলাশবাৰীত অনুষ্ঠিত অসম সাহিত্য সভাৰ অষ্টবিংশ অধিৱেশনৰ যুটীয়া সাধাৰণ সম্পাদক আৰু স্মৃতিগ্ৰন্থ 'দক্ষিণ কোল'ৰ সম্পাদক আছিল। ড° কলিতাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মধ্যযুগৰ অসমৰ সামৰিক ইতিহাস' (২০০৫ 'Military Activities in Medieval Assam। নিজৰ কৰ্মৰাজিৰ ববে ড° কলিতাই ইণ্ডিয়ান কাউন্সিল অব হিষ্টৰিকেল ৰিচাৰ্চৰ পৰা বিশেষ পুৰস্কাৰ লাভ কৰিছে।

**ভাৰতচন্দ্ৰ নাথ (জন্ম ঃ ১ অক্টোবৰ, ১৯৩৪ খ্ৰী.)**

ভাৰত চন্দ্ৰ নাথৰ জন্মস্থান দৰং জিলাৰ বালিপাৰা। নাথে দুনী হাইস্কুলত কৰ্মজীৱন আৰম্ভ কৰি পৰৱৰ্তী সময়ত ছিপাঝাৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শিক্ষক হিচাপে অৱসৰগ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'আধ্যাত্ম-বিদ্যা পৰিচয়' (১৯৯২), 'ক্ৰমজ্যোতি' (১৯৯৯), 'বৈৰভাৱে চিন্তিবাহা মোক' (অনুবাদ, ২০১০), 'বিজ্ঞানী আৰু শিক্ষাবিদলৈ মুকলি আবেদন' (২০০৫) ইত্যাদি।



**ভাস্কৰ চন্দ (জন্ম ঃ ২২ মাৰ্চ, ১৯৩৩ খ্ৰী.)**

ভাস্কৰ চন্দৰ জন্মস্থান যোৰহাট জিলাৰ গটঙ্গা চাহবাগিচা। বৰ্তমান বৰভগীয়া, জামুগুৰিহাট, শোণিতপুৰ জিলাৰ বাসিন্দা। তেওঁ মাধ্যমিক শিক্ষা গুৱাহাটী বিশ্ববিদ্যালয় আৰু উচ্চ শিক্ষা কলিকতাৰ পৰা লাভ কৰিছিল। অৰুণাচল প্ৰদেশ গ্ৰামোন্নয়ন বিভাগৰ অৱসৰপ্ৰাপ্ত বিষয়া চন্দৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মহাবাহু ব্ৰহ্মপুত্ৰ' (কবিতা সংকলন, ২০০৭), 'ফৰেন জোঁৱাই' (গল্প আৰু প্ৰবন্ধ সংকলন, ২০০৯)।

**ভুধৰ দাস (জন্ম ঃ ১ ছেপ্টেম্বৰ, ১৯৪০ খ্ৰী.)**

ভুধৰ দাসৰ জন্মস্থান ঢকুৱাখনাৰ হুজগাঁও। নৰ্মাল আৰু স্নাতক ডিগ্ৰীৰ অধিকাৰী দাস অৱসৰপ্ৰাপ্ত শিক্ষক। ভুধৰ দাসৰ একাধিক ৰচনা বিভিন্ন কাকত-আলোচনীত প্ৰকাশিত হৈছে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'এগৰাকী অখ্যাত মহিলাৰ প্ৰখ্যাত ব্যক্তিত্ব' (জীৱনীমূলক, ১৯৯৮), 'মায়ামৰীয়া আদ্যগুৰু শ্ৰীশ্ৰী অনিৰুদ্ধদেৱ আৰু তেৰাৰ ধৰ্মধাৰা' (১৯৮৯), 'মায়ামৰা বৈষ্ণৱ ধৰ্মৰ জিলিঙনি' (২০০৬), 'মায়ামৰা সেৱা সংস্কৃতি' (২০১০)। ইয়াৰ উপৰিও তেখেতে কেবাখনো পুথি সম্পাদনা কৰিছে। তাৰ ভিতৰত—'কল্পতৰু স্মৃতিগ্ৰন্থ' (১৯৮৭), 'ঢকুৱাখানা চৰকাৰী মজলীয়া বিদ্যালয়ৰ শতপঞ্চবিংশতিতম মহোৎসৱ স্মৃতিগ্ৰন্থ (২০০০), 'মায়ামৰা স্মৃতিগ্ৰন্থ' (২০১০)।

**ভুৱনচন্দ্ৰ গগৈ (জন্ম ঃ ৭ এপ্ৰিল, ১৯৩৯ খ্ৰী.)**

ভুৱন চন্দ্ৰ গগৈৰ জন্মস্থান ন-পাম, শোণিতপুৰ জিলা। তেওঁ বৰ্তমান তেজপুৰৰ ইলা ভৱন, হাটভগাচুবুৰী, মাজগাঁও, নিকামূলৰ নিবাসী। ডিকৰাই চাহ বগিচাৰ এজন অৱসৰপ্ৰাপ্ত কৰ্মচাৰী গগৈয়ে একাধিক গ্ৰন্থ ৰচনাৰে অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰিছে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ৰজিতা বাইদেউ' (গল্প সংকলন, ১৯৮৭), 'প্ৰতিশ্ৰুতি' (পূৰ্ণাংগ নাট, ১৯৯৫), 'ৰংতুলি বাগিছাৰ লতিকা গগৈ' (উপন্যাস, ১৯৯৯), 'সোণবৰী আইতাৰ বেদনা' (গল্প সংকলন, ১৯৯৭), 'নয়নমণি' (উপন্যাস, ১৯৯১), 'অবলা নাৰী' (গল্প সংকলন, ১৯৯৮), 'সোণাৰীৰ

সোণ' (গল্প সংকলন, ২০০০), 'জানজিলি' (উপন্যাস, ২০০২), 'এজনী বোৱাৰীৰ সন্ধানত' (উপন্যাস, ২০০৪), 'একাঁজলি' (মিনি গল্পৰ সমষ্টি, ২০০৮)। ডিব্ৰুগড় চয়নিকা গোষ্ঠীৰ পূৰ্ণাংগ নাটকৰ পাণ্ডুলিপি প্ৰতিযোগিতাত ভুৱন চন্দ্ৰ গগৈৰ নাটকে প্ৰথম পুৰস্কাৰ লাভ কৰিবলৈ সক্ষম হৈছিল।

**ভুৱনচন্দ্ৰ শৰ্মা (জন্ম ঃ ৭ জানুৱাৰী, ১৯৩২ খ্ৰী.)**

ভুৱনচন্দ্ৰ শৰ্মাৰ জন্মস্থান লখিমপুৰ জিলাৰ দুলীয়াপথাৰ। বৰ্তমান তেওঁ দুলীয়াজানৰ বাসিন্দা। ভুৱনচন্দ্ৰ শৰ্মা দুলীয়াপথাৰ মজলীয়া বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল — 'নৱনীন' (শিশু কবিতাপুথি, ১৯৭৩), 'ৰক্তজবা' (কবিতাপুথি, ১৯৮৩), 'উত্তৰ পুৰুষ' (উপন্যাস, ১৯৮৫), 'ভেকুলী বিয়া' (উপন্যাস, ১৯৯৩), 'মণিমাৰ মৰম' (উপন্যাস, ১৯৯৪), 'আইতাৰ আশীৰ্বাদ' (উপন্যাস, ২০০৫) আৰু 'মণিকাঞ্চন' (প্ৰবন্ধাৱলী, ১৯৮৯)।

**ড° ভুৱনমোহন দাস (জন্ম ঃ ১ এপ্ৰিল, ১৯৩৩ খ্ৰী.)**

ড° ভুৱনমোহন দাসৰ জন্মস্থান গুৱাহাটী। গুৱাহাটী বিশ্ববিদ্যালয়ৰ নৃতত্ত্ব বিভাগৰ অৱসৰপ্ৰাপ্ত মুৰব্বী অধ্যাপক দাস ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰো তিনি বছৰীয়া মুৰব্বী অধ্যাপক আছিল। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'এয়েতো জীৱন' (১৯৪৮), 'মানৱৰ আদি কথা' (১৯৬০), 'আদিম যুগৰ আদি কথা' (১৯৬০), 'বিৱৰ্তনৰ পথৰ মানৱ' (১৯৬১), 'আমাৰ দৰে সিহঁতো মানৱ' (১৯৬২), 'মানুহ', 'বিবিধ মানৱ' (১৯৬৮), 'দেউতাৰ কথা' (১৯৬৭), 'নৃতত্ত্বৰ চমু আভাস' (১৯৭৭), 'মানৱ গোষ্ঠী' (১৯৭৮), 'আঠজনী মিছেছ' (১৯৭৭), 'অসমৰ মানুহ ঃ প্ৰজাতি আৰু সংস্কৃতি ঃ এটি দৃষ্টিপাত' (১৯৬৮), 'মানুহে নাখায় কি' (১৯৮৮), 'নিজৰা কবি শৈলধৰ ৰাজখোৱা' (১৯৯৩), 'অসমী আইৰ উক্তি' (১৯৯৩), 'মানুহৰ পৰিচয়' (১৯৯৮), 'স্তব্ধ সময়' (১৯৯৮), 'মোৰ পৃথিৱীৰ চিনাকি মানুহ' (১৯৯৮), 'অসমীয়া সংস্কৃতি সংৰক্ষণ আৰু অন্যান্য' (২০০০), 'অসমীয়া সংস্কৃতি ঃ নৃতাত্ত্বিক বিচাৰ' (২০০০), 'অসমৰ মানুহ'



(সম্পাদনা, ১৯৮৬) আৰু 'এগৰাকী কৃতবিদ্য পুৰুষ হৰমোহন দাস' (সম্পাদনা, ১৯৯৮)।

**ভৈৰৱচন্দ্ৰ সন্দিকৈ (জন্ম ঃ ২ ফেব্ৰুৱাৰী, ১৯৩৩ খ্ৰী.)**

ভৈৰৱচন্দ্ৰ সন্দিকৈৰ জন্মস্থান শিৱসাগৰ জিলাৰ বেতবাৰী। তেওঁ বৰ্তমান বঙালপুখুৰী, যোৰহাট জিলাৰ বাসিন্দা। বিজ্ঞান বিষয়ৰ স্নাতক, বি. এড, এফ. জি. এম এছ ডিগ্ৰী লাভ কৰা সন্দিকৈ পুৰণি কীৰ্তি চিহ্নসমূহৰ অনুসন্ধান আৰু তথ্য সংগ্ৰহ, সমসাময়িক বিষয়ৰ ওপৰত আলোচনা গৱেষণা কৰি আহিছে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'জাতীয় বীৰ লাচিত বৰফুকন' (জীৱনী, ২০০২), 'মহামন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোঁহাই' (জীৱনী, ১৯৯৭), 'অভিজ্ঞান' (সমসাময়িক বিষয়, ২০০৩), 'উন্মীলন' (সমসাময়িক বিষয়, ২০০৭), 'প্ৰবন্ধ আদি' (সমসাময়িক বিষয়,); গণিত বিষয়ক পুথি—'গণিত সহায়ক', 'অতিৰিক্ত গণিত সহায়ক'।

# ম

**মণিৰাম বৰুৱা (জন্ম : ১৫ ছেপ্টেম্বৰ, ১৯৩৯ খ্ৰী.)**

মণিৰাম বৰুৱাৰ জন্মস্থান দৰং জিলাৰ হালধাৰ মৈজালী গাঁও। কলা শাখাৰ স্নাতক ডিগ্ৰীধাৰী বৰুৱা অৱসৰপ্ৰাপ্ত চৰকাৰী কৰ্মচাৰী। তেওঁৰ প্ৰকাশিত দুখন কবিতাপুথি হ'ল— 'পাটমাদৈ' আৰু 'শাশ্বত মিলন'।

**মথুৰামোহন গোস্বামী (জন্ম : ১ নৱেম্বৰ, ১৯৪০ খ্ৰী.)**

বৰপেটা জিলাৰ গোবিন্দপুৰত মথুৰামোহন গোস্বামীৰ জন্ম হৈছিল। মথুৰামোহন গোস্বামীয়ে বজালী মহাবিদ্যালয়ৰ পৰা স্নাতক আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰিছিল। বাপুজী মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপকৰূপে অৱসৰগ্ৰহণ কৰা মথুৰামোহন গোস্বামীৰ প্ৰকাশিত পুথিসমূহ হ'ল—'মধুলগ্ন' (উপন্যাস, ১৯৮১), 'জীৱন ছন্দ' (কবিতা, ১৯৮৭), 'সুৰ লহৰী' (গীত, ১৯৮৯), 'ত্ৰিপদী' (কবিতা, ১৯৮৯), 'সাহিত্যৰ পৰিমল বিচাৰি' (প্ৰবন্ধ, ১৯৮৯), 'সংস্কৃতি সন্ধান' (প্ৰবন্ধ, ১৯৯৪), 'সেইৰাত্ৰি কাল ৰাত্ৰি' (কবিতা, ২০০৬), 'নয়নমণিৰ সংসাৰ' (একাংকিকা, ১৯৭৪), 'কাব্যেষু নাটকং ৰম্যম' (নৃত্যনাটিকা, ১৯৮৪), 'গোবিন্দপুৰ সত্ৰ সংস্কৃতিৰ ইতিবৃত্ত' (বুৰঞ্জীমূলক)। সম্পাদনা গ্ৰন্থ : 'দীপশিখা' (কবিতা, ১৯৮৬), 'অৰ্জুনদেৱ বিৰচিত হৰিগুৰুৰ লীলামালা', 'হৰিদেৱ চৰিত' (ৰন্তাদেৱী), 'দামোদৰ সংগীত', 'ভবেন্দ্ৰনাথ গোস্বামী', (২০০৭), 'বিশ্লেষণ বিচিত্ৰা', 'শ্ৰী শ্ৰী দামোদৰদেৱৰ ৫০০ বছৰীয়া জন্মোৎসৱ' (স্মৃতিগ্ৰন্থ), 'লক্ষ্মীনাথ বেজবৰুৱা আৰু অসমীয়া সাহিত্যলৈ তেখেতৰ অৱদান' (লিখক মহাদেৱ চৌধুৰী)।

**মথুৰামোহন শৰ্মা (জন্ম : ৯ ফেব্ৰুৱাৰী, ১৯৩৬ খ্ৰী.)**

মথুৰামোহন শৰ্মাৰ জন্মস্থান দৰং জিলাৰ খাটিকুছি গাঁও। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'জ্ঞানজ্যোতি'।



**মধু শইকীয়া (জন্ম : ১ এপ্ৰিল, ১৯৩২ খ্ৰী.)**

প্ৰয়াত মধু শইকীয়াৰ জন্মস্থান মৰিগাঁও জিলাৰ মায়ং। বৰ্তমান মঙলদৈ জিলা নিবাসী প্ৰয়াত শইকীয়াই ৰচনা কৰা একমাত্ৰ স্মৃতিকথাখন হ'ল— 'মায়ঙৰ পৰা মঙলদৈ' (২০০৯)।

**মধুৰাম বড়ো (জন্ম : ১ নবেম্বৰ, ১৯৩৮ খ্ৰী.)**

মধুৰাম বড়োৰ জন্মস্থান কামৰূপ জিলাৰ হাজোৰ কলিতাকুছি গাঁও। বি. বৰুৱা মহাবিদ্যালয়ৰ পৰা আই. এ. (১৯৫৭) আৰু স্নাতক ডিগ্ৰী লাভ কৰে (১৯৫৯) আৰু স্নাতকোত্তৰ (১৯৬৫), পুনে বিশ্ববিদ্যালয়ৰ পৰা পি. এইচ. ডি ডিগ্ৰী লাভ কৰে। বিভিন্ন বিদ্যালয়ত শিক্ষকতা কৰাৰ পাছত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক হিচাপে যোগদান কৰি ১৯৯৮ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে। সাহিত্য অকাডেমীৰ দ্বাৰা ২০০৩ খ্ৰী.ত 'ভাষা সন্মান'ৰূপে নিৰ্বাচিত হয়। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'হিষ্টৰিকেল ডেভেলেপমেণ্ট অব্ বড়ো লেংগুৱেজ', 'দি বড়ো ষ্ট্ৰাকচাৰ', 'দি আচামিজ ষ্ট্ৰাকচাৰ', 'আচামিজ এণ্ড বড়ো : এ কম্পৰেটিভ এণ্ড কনষ্ট্ৰাকটিভ ষ্টাডি', 'দি হিষ্ট্ৰী অব্ বড়ো লিটাৰেচাৰ', 'জাৰমিনি গেজেৰজং বড়ো ৰা'। 'তিৰ্বত-বৰ্মী ভাষা গোষ্ঠী' ইত্যাদি আৰু কেইবাখনো বড়ো ভাষাৰ গ্ৰন্থ ৰচনা কৰে।

**মনোৰমা দাস (জন্ম : ১ মাৰ্চ, ১৯৩৬ খ্ৰী.)**

মনোৰমা দাসৰ জন্মস্থান বৰপেটা জিলাৰ সৰভোগ। বৰ্তমান বৰপেটা জিলাৰ গান্ধী নগৰ নিবাসী। স্নাতক ডিগ্ৰীধাৰী দাস বৰপেটা ছায়াৰাম ছোৱালী শিক্ষানুষ্ঠানৰ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'বিভিন্ন প্ৰহৰ' (কবিতাপুথি, ১৯৯৫), 'তেজৰ চেঁকুৰাৰে কাৰ্গিল' (গল্পপুথি, ২০০০), 'নাৰী মনৰ পথেদি' (প্ৰবন্ধ, ১৯৮৮), 'সমাজ বিৱৰ্তনত নাৰী' (প্ৰবন্ধ, ১৯৯৬), 'লোক-সংস্কৃতিৰ ৰেঙনি' (প্ৰবন্ধ, ২০০৩) আৰু 'তিনি মহিয়সী নাৰী' (জীৱনী, ২০০৬) আদি।

**মনোৰমা ভূঞা (জন্ম : ২৪ এপ্ৰিল, ১৯৩৯ খ্ৰী.)**

মনোৰমা ভূঞাৰ জন্মস্থান শোণিতপুৰ জিলাৰ তেজপুৰ, কেতেকীবাৰী। বৰ্তমান নগাঁও জিলাৰ দীঘলীআটি, ৰহাৰ বাসিন্দা। অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী ভূঞাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মেকুৰী মাহীৰ সাধু আৰু অন্যান্য' (সাধু, ২০০৪), 'শুভ বিবাহৰ নীতি-নিয়ম আৰু বিয়া নাম' (লোক-সংস্কৃতি, ২০০৯) আৰু 'মহৎ লোকৰ বাণী' (সংগ্ৰহ, ২০০৯)।

**মনোৰঞ্জন বৰুৱা (জন্ম ঃ ১ ডিচেম্বৰ, ১৯৪০ খ্ৰী.)**

মনোৰঞ্জন বৰুৱাৰ জন্মস্থান যোৰহাট জিলাৰ গৰখীয়াদ'ল বালিগাঁও। বৰ্তমান নগাঁও জিলাৰ ৰত্নপুৰৰ বাসিন্দা। শ্বিলং মহাবিদ্যালয়ৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰা বৰুৱা উদ্যোগ বিভাগৰ চাকৰিয়াল ৰূপে শ্বিলঙত চাকৰিজীৱন আৰম্ভ কৰিছিল। পৰৱৰ্তী সময়ত উপ-সঞ্চালক পদত অধিষ্ঠিত হৈ ১৯৯৩ খ্ৰীষ্টাব্দত তেজপুৰৰ পৰা উপ-সঞ্চালক হিচাপে অৱসৰগ্ৰহণ কৰে। বৰুৱাই সাহিত্য ৰচনাৰ জৰিয়তে অসমীয়া সাহিত্যলৈ বিশেষ বৰঙণি আগবঢ়াই গৈছে। তেওঁ ৰচিত সাহিত্যৰাজি হ'ল—'বন্ধন' (নাটক), 'মাতৃ গংগাত স্নান' (শিশু সাহিত্য), 'মণিহাৰ' (যজ্ঞেশ্বৰ শৰ্মাৰ কবিতাৰ সংকলন)। তেওঁৰ একাধিক প্ৰবন্ধ আৰু গল্প বিভিন্ন কাকত-আলোচনীত সিঁচৰতি হৈ আছে। মনোৰঞ্জন বৰুৱা এজন গীতিকাৰো। তেওঁ আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ স্বীকৃতিপ্ৰাপ্ত গীতিকাৰ। বৰুৱাৰ তিনিখন গীতৰপুথি— 'অনুৰাগ' (১৯৭৬), 'কোমল গান্ধাৰ' (২০০৭), 'সমবেত গীতৰ সংকলন' (২০০৬)।

**মহেন্দ্ৰ বৰঠাকুৰ (জন্ম ঃ ১৯৩৫ খ্ৰী.)**

মহেন্দ্ৰ বৰঠাকুৰ কলা বিভাগৰ স্নাতক। শিক্ষক হিচাপে কৰ্মজীৱনৰ আৰম্ভ কৰা বৰঠাকুৰ আকাশবাণীৰ পূৰ্বাঞ্চলৰ উপ-সঞ্চালক প্ৰধান হিচাপে ১৯৯৩ খ্ৰীষ্টাব্দত অৱসৰগ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল— উপন্যাস ঃ 'শেষ অধ্যায়ৰ সামৰণি', 'উদাসী সন্ধ্যা', 'বেগমপাৰা', 'বেলিফুল', 'বৃহন্নলা', 'দিবৈ নৈৰ বালি আৰু আমি'। চুটি গল্পৰ পুথি ঃ 'ম'হখুটি চাইদিঙত ৰাতি পুৱাবলৈ', 'খেল'। শিশু সাহিত্য ঃ 'পনীয়া সোণৰ দেশ'। অনুবাদ সাহিত্য ঃ 'দাপোণ', 'মালয়ালম গল্প', 'শ্বেক্সপীয়েৰৰ হেমলেট' আদি।



**মহিপতি নিৰলা (জন্ম ঃ ১৯ ফেব্ৰুৱাৰী, ১৯৩৮ খ্ৰী.)**

মহিপতি নিৰলাৰ জন্মস্থান শোণিতপুৰ জিলাৰ বাপুভেটি। প্ৰাথমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক নিৰলাৰ প্ৰকাশিত পুথিকেইখন হ'ল— 'অসম গৌৰৱ অসমীয়া' (গীতি-নাটিকা, ২০০৪), 'কবিতা কুঞ্জ' (কবিতা, ২০০৮)। তেওঁ নেপালী ভাষাত ৰচনা কৰা দুখন পুথি হ'ল—'যুগ কো আহ্বান' (২০০২) আৰু 'চ্যাচমিচ' (২০০৮)।

**মহেশ্বৰ কলিতা (জন্ম ঃ ১৯৩৮ খ্ৰী.)**

স্নাতকোত্তৰ আৰু বি. টি ডিগ্ৰীধাৰী মহেশ্বৰ কলিতা অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'উৰ্বশীৰ মুক্তি'।

**মহেশ্বৰী দেৱী (জন্ম ঃ ২৭ অক্টোবৰ, ১৯৩৪ খ্ৰী.)**

মহেশ্বৰী দেৱীৰ জন্মস্থান দৰং জিলাৰ মঙলদৈ। বৰ্তমান কলাইগাঁও, ওদালগুৰি জিলা নিবাসী দেৱীৰ একমাত্ৰ প্ৰকাশিত পুথি— 'ভাৱনা' (২০০৩)।

**মাণিক বৰুৱা (জন্ম ঃ ১৯৩২ খ্ৰী.)**

মাণিক বৰুৱাৰ জন্মস্থান লখিমপুৰ জিলাৰ শিলপৌচা। বৰ্তমান বাঁহবাৰী নগাঁও, ডিব্ৰুগড় জিলাৰ বাসিন্দা। বৰুৱাৰ প্ৰকাশিত পুথিসমূহ হৈছে—'বৈষ্ণৱ দিপীকা', 'মদিৰা' (নাটক), 'নামধন' (নাটক), 'পাঞ্চালী স্বয়ম্বৰ অৰ্জুনৰ লক্ষ্যভেদ' (নাটক), 'পাণ্ডৱৰ দিগ্বীজয় চন্দ্ৰহংস উপাখ্যান' (নাটক) ইত্যাদি।

**কুমাৰ মাজেন্দ্ৰ নাৰায়ণ দেৱ (জন্ম ঃ ১ জানুৱাৰী, ১৯৩৫ খ্ৰী.)**

কুমাৰ মাজেন্দ্ৰ নাৰায়ণ দেৱৰ জন্মস্থান বঙাইগাঁও জিলাৰ পঞ্চগাঁও। শিক্ষক হিচাপে ধুবুৰী জিলাৰ ৰায়ঝাৰা উচ্চ মাধ্যমিক বিদ্যালয়ৰ

পৰা ১৯৯৩ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে। কুমাৰ মাজেন্দ্ৰ নাৰায়ণ দেৱ একাধিক সামাজিক সাংস্কৃতিক অনুষ্ঠানৰ সৈতে জড়িত ব্যক্তি। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল —'চম্পাকলি' (কবিতা, ২০০১), 'কামধেনু' (কবিতা ২০০৩), 'বিহংগিনী' (কবিতা, ২০০৩), 'ৰশ্মি' (শিশু গল্প, ২০০৪), 'জোনাকী নিশা' (শিশু গল্প, ২০০৫), 'ব্ৰহ্মচৰ্যাম' (ধৰ্মীয় পুথি, ২০০৬), 'ৰত্নপীঠাঞ্চলৰ লোক-কৃষ্টিত এভূমুকি' (লোক-সাহিত্য, ২০০৮)।

**মাধৱচন্দ্ৰ দাস (জন্ম ঃ ১ মাৰ্চ, ১৯৩৬ খ্ৰী.)**

মাধৱচন্দ্ৰ দাসৰ জন্মস্থান শোণিতপুৰ জিলাৰ তেজপুৰ, লক্ষীধৰ শৰ্মা ৰোড। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা বুৰঞ্জী বিষয়ত স্নাতকোত্তৰ লাভ কৰা মাধৱচন্দ্ৰ দাসে তেজপুৰ কলেজিয়েট হাইস্কুল আৰু লোকনায়ক অমিয়কুমাৰ দাস কলেজত অধ্যাপনা কৰি অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'প্ৰাৰ্থনা' (কবিতা আৰু লিমাৰিক, ১৯৯৭), 'তেজপুৰৰ ইতিহাস কিংবদন্তি অতীত আৰু বৰ্তমান' (১৯৯৮), 'পৰ্যটকৰ আকৰ্ষণীয় স্থান তেজপুৰ' (২০০০)।

**মাধৱচন্দ্ৰ ভট্টাচাৰ্য (জন্ম ঃ ১৪ মাৰ্চ ১৯৩৩ খ্ৰী.)**

মাধৱচন্দ্ৰ ভট্টাচাৰ্যৰ জন্মস্থান নলবাৰী জিলাৰ বাহাৰঘাট। বৰ্তমান শোণিতপুৰ জিলাৰ বৰগাং, শুকানসুঁতিৰ বাসিন্দা। প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ ভট্টাচাৰ্য বৰগাং চাহ বাগিচাৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। ভট্টাচাৰ্য ড° আম্বেদকাৰ ফেল'শ্বিপ বঁটাৰে (২০০২) সন্মানিত। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'নতুন প্ৰেৰণা' (কবিতা), 'শংকৰী কলাকৃষ্টিত ভাৰৱীয়াৰ অৱদান', 'বৰলুইত' (কবিতা), 'অনুভূতি' (কবিতা), 'বিহালীৰ ইতিহাস বিচাৰি', 'মহাপুৰুষ অনিৰুদ্ধদেৱৰ চমু বৃত্তান্ত', '৪০ বিধ হাঁহিৰ ৰহস্য', '৪০ বিধ কান্দোনৰ উদ্দেশ্য', '৪০ বিধ অশান্তিৰ ভিতৰ চ'ৰা', '৪০ বিধ ভেমৰ মূল্যাংকন', '৪০ বিধ শান্তি', 'ঘোচ পুৰাণ' (ব্যংগাত্মক কবিতা), দুখন হাস্যৰসিক নাটক—'ঈশ্বৰৰ ভুল' আৰু 'বিশ্ব সুন্দৰী'। তিনিখন ধেমেলীয়া নাটক ঃ 'আইতাৰ মন্দিৰ দৰ্শন', 'সূৰ্যৰ আলো', 'কেৰপা ডাক্তৰৰ চিকিৎসা', 'আঠকুৰি সাঁথৰ', (সংগ্ৰহ), তিনিখন ধেমেলীয়া নাটক ঃ 'তিনি হিৰো', 'চাকৰীৰ বজাৰ ভাও', আৰু 'ঘনচিৰিকাৰ চাকৰি', 'শ্ৰীশ্ৰীশংকৰদেৱ স্থাপিত বিহালীৰ গাংমৌথান', 'অনুভূতি' (কবিতা), 'ছয়কুৰি মুখৰোচক আৰু উপমাৰ ধেমেলীয়া গুৰুত্ব'। ইয়াৰ উপৰিও তেওঁৰ বিভিন্ন কবিতা, প্ৰবন্ধ বিভিন্ন আলোচনী, বাতৰি কাকত আদিত প্ৰকাশ পায়। মাধৱচন্দ্ৰ ভট্টাচাৰ্য সাহিত্যিক পেঞ্চন প্ৰাপ্ত (২০০৬) সাহিত্যিক।



**মালতী দেৱী (জন্ম ঃ ১৯৩৯ খ্ৰী.)**

নলবাৰী জিলাৰ হেলচাপাৰাত মালতী দেৱীৰ জন্ম হৈছিল। বৰ্তমান মালতী দেৱী গুৱাহাটীৰ অম্বিকাগিৰী নগৰৰ নিবাসী। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'নাম সাৰথি' (১৯৯৫), 'দেৱ-দেৱীৰ বন্দনা' (১৯৯৭), 'তুলসী আৰু আইনাম', 'বিয়া আৰু সবাহৰ গীত' (২০০৫)।

**ডাঃ মালতী বৰুৱা (জন্ম ঃ ২ ডিচেম্বৰ, ১৯৩২ খ্ৰী.)**

ডাঃ মালতী বৰুৱাৰ জন্মস্থান যোৰহাট জিলাৰ ৰংদৈ। বৰ্তমান নিউ গুৱাহাটী নুনমাটিৰ নিবাসী। এম. বি. বি. এছ., ডি. এম. চি. ডব্লিউ, ডি. জি.অ' ডিগ্ৰীধাৰী ডাঃ বৰুৱাৰ কৰ্মক্ষেত্ৰ ডিব্ৰুগড় অসম চিকিৎসা মহাবিদ্যালয়. অৱসৰপ্ৰাপ্ত চিকিৎসক ডাঃ বৰুৱাৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হৈছে—'কবিতাৰ ছন্দ হেৰাল' (২০০৯)।

**মিনতি হাজৰিকা (জন্ম ঃ ৩১ জুলাই, ১৯৩৯ খ্ৰী.)**

মিনতি হাজৰিকাৰ জন্মস্থান হ'ল যোৰহাট জিলা। বৰ্তমান গুৱাহাটীৰ অম্বিকাগিৰি নগৰ নিবাসী। স্নাতকোত্তৰ আৰু বি. টি. আৰু পি. এইচ. ডি ডিগ্ৰীধাৰী হাজৰিকাই যোৰহাট ডি. চি. বি. ছোৱালী মহাবিদ্যালয়ৰ পৰা অধ্যাপিকা হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ ক্ৰমে—'নেপাল দেশৰ সাধু' (১৯৭০), 'দুৰদুৰণিৰ সাধু' (১৯৪৬), 'মহৎলোকৰ ল'ৰালিৰ কাল' (১৯৪৭), 'নাৰী ৰত্ন' (১৯৯৩), 'আকবৰ বীৰবলৰ কাহিনী' (১৯৯৪), 'টুনটুনীৰ সাধু' (২০০০)। চুটিগল্প ঃ 'মমতাৰ

বাতৰি' (১৯৬৭) আৰু 'নতুন দিনৰ উপলব্ধি' (২০০৪)। অনূদিত গ্ৰন্থ ঃ 'অনুপমাৰ প্ৰেম' আৰু 'প্ৰথম সূৰ্য' আৰু 'সাত বগা ঘৰ'। গৱেষণা গ্ৰন্থ ঃ 'অসমৰ মধ্যযুগৰ চৰিত পুথিৰ এটি অধ্যয়ন' (১৯৯৭) আৰু 'অসমীয়া ভাষাৰ বন্ধু ড° মাইলচ ব্ৰন্সন' (২০০৯)। সম্পাদিত গ্ৰন্থ ঃ মহাপুৰুষ শ্ৰীশ্ৰী মাধৱদেৱ বিৰচিত 'চোৰধৰা আৰু পিম্পৰা গুচোৱা' আৰু মাধৱ কন্দলিৰ 'অযোধ্যাকাণ্ড ৰামায়ণ' (১৯৯৪), মহাপুৰুষ শংকৰদেৱ বিৰচিত 'কীৰ্তন ঘোষা'ৰ অন্তৰ্গত 'গজেন্দ্ৰ উপাখ্যান, বলিচলন আৰু দামোদৰ বিপ্ৰ আখ্যান' (১৯৯৪) আৰু 'ভীম চৰিত' (১৯৭৮)।

**ড° মুকুন্দমাধৱ শৰ্মা (জন্ম ঃ ১ মাৰ্চ, ১৯৩৪ খ্ৰী.)**

ড° মুকুন্দমাধৱ শৰ্মাৰ জন্মস্থান ডিব্ৰুগড় জিলাৰ মোহনাঘাট। তেওঁ সংস্কৃত বিষয়ত (কাব্য বিভাগ) কলিকতা বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী, ধ্বনিতত্ত্ব বিষয়ত পি. এইচ. ডি, তুলনাত্মক প্ৰতীকতত্ত্ব বিষয়ত ডি. লিট ডিগ্ৰী গ্ৰহণ কৰে। ড° মুকুন্দমাধৱ শৰ্মাই কেইবাখনো বিদ্যালয়ত শিক্ষকতা কৰি পৰৱৰ্তী সময়ত নলবাৰী মহাবিদ্যালয়ৰ সংস্কৃত বিভাগৰ অধ্যাপক হৈছিল। যোৰহাটৰ জে. বি. মহাবিদ্যালয়, গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ প্ৰতিষ্ঠাতা, ৰিডাৰ, প্ৰফেচাৰ, গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া আৰু বাংলা বিভাগৰ অধ্যাপক, উপাচাৰ্যৰূপে কাৰ্যনিৰ্বাহ, ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য, তেজপুৰ বিশ্ববিদ্যালয়ৰ অতিথি অধ্যাপক হিচাপে কাৰ্যনিৰ্বাহ কৰি অৱসৰগ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'আচামিজ ফৰ অল' (১৯৬৩, ১৯৯১), 'দি ধ্বনি থিয়ৰি ইন সংস্কৃত পয়েটিকচ' (১৯৬৮), 'আচামিজ লেচনচ' (১৯৭২), 'উপমা কলিদাসস্য' (১৯৭২), 'ড° মহেশ্বৰ নেওগ ঃ এ প্ৰফাইল এণ্ড বিব্লিয়গ্ৰাফী' (১৯৭৪), 'ধ্বনি আৰু ৰসতত্ত্ব (১৯৭৭), 'ব্যঞ্জনা প্ৰপঞ্চ সমীক্ষা' (১৯৭৯), 'উনচুৰ উনচুৰ বাহাচা সণচ্চকৃতা দালাম বাহাচা ইণ্ডোনেচীয়া' (১৯৮৫), 'আনন্দৰাম বৰুৱা' (১৯৯২), 'সাহিত্যতত্ত্ব আৰু সমালোচনা' (১৯৯৭), 'স্তুতি-প্ৰশস্তি-মঞ্জুৰী' (সংস্কৃত কবিতা সংকলন, ২০০২) 'ইন্সক্ৰিপচন অব এনচিয়েণ্ট আছাম' (১৯৯১)। অনুবাদ সাহিত্য ঃ 'ৰাজতৰংগিনীৰ গল্প' (১৯৬১, ১৯৯১), 'ভৱভূতি আৰু সংস্কৃত সাহিত্যত তেওঁৰ ঠাই' (১৯৬১, ১৯৯১), 'কৰ্পূৰ মঞ্জৰী' (১৯৬৪), 'শংকৰদেৱ' (১৯৭০), 'হিতোপদেশ' (১৯৭৪), 'প্ৰহ্লাদ মহাৰাজৰ দিব্য উপদেশ' (১৯৮৮), 'ময়নাৰ সাধু কথা' (১৯৯৩), 'ভগৱদ্গীতা যথাযথ' (১৯৯৫), 'ভট্টদেৱৰ ভক্তি বিবেক' (২০০২), 'স্বপ্নবাসবদত্তা' (১৯৭৩)। পাঠ্য পুস্তক ঃ 'ব্যাকৰণ মঞ্জুৰী' (১৯৭২), 'সংস্কৃত ব্যাকৰণ আৰু ৰচনা' (১৯৭২), 'সংস্কৃত বাণী প্ৰকাশ' (১৯৭২), 'সংস্কৃত বাণী মঞ্জৰী' (১৯৭২), 'অসমীয়া ৰচনা প্ৰকাশ' (১৯৭৩), 'সংস্কৃত পাঠ সংগ্ৰহ' (১৯৯৪), 'মঞ্জুল ভাৰতী' (১৯৭৪), 'সংস্কৃত পাঠ সংগ্ৰহ সহায়িকা', 'সংস্কৃত পাঠ চয়নম' (১৯৭৬), সংস্কৃত পাঠ সংগ্ৰহ' (১৯৯৩)। সম্পাদিত গ্ৰন্থ-পত্ৰিকা ঃ 'প্ৰাচ্যভাৰতী' (১৯৬৩), 'বাল্মীকি ৰামায়ণ' (১৯৬৩), 'প্ৰফেচাৰ বিৰিঞ্চিকুমাৰ বৰুৱা কমেমৰেচন ভলিউম' (১৯৬৬), 'প্ৰফেচাৰ কে. কে. সণ্ডিকই ফেলিচিটেচন ভলিউম' (১৯৮৩), 'স্নাতকৰ বুনিয়াদী পাঠমালা' (১৯৮৬), 'দি গৌহাটী ইউনিভাৰ্চিটি জাৰ্নেল অব আৰ্টচ' (১৯৭৯-৮২), 'ভৰতৰ নাট্য শাস্ত্ৰ' (১৯৯১), 'অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা ঃ প্ৰতিভা আৰু ব্যক্তিত্ব' (১৯৯৩), 'কৃষ্ণকান্ত সন্দিকৈৰ মনীষা' (১৯৯৯)।

ড° মুকুন্দ মাধৱ শৰ্মাদেৱে পোৱা বিভিন্ন বঁটাসমূহ হ'ল—১৯৮৮ বৰ্ষত ৰাষ্ট্ৰপতিৰ দ্বাৰা সংস্কৃত পণ্ডিত ৰূপে প্ৰশংসা পত্ৰ আৰু আজীৱন বাৰ্ষিক পণ্ডিত পেন্সন লাভ কৰে; ১৯৯১ বৰ্ষত ৰাজ্যপালে বিশিষ্ট সেৱা স্বৰ্ণপদক প্ৰদান কৰে; দেৰগাঁও সংস্কৃত সঞ্জীৱনী সভাৰ দ্বাৰা ১৯৯৩ বৰ্ষত বিদ্যাবাচস্পতি উপাধি, ১৯৯৭ বৰ্ষত অসম চৰকাৰৰ দ্বাৰা সাহিত্যিক পেন্সন, ২০০০ বৰ্ষৰ আনন্দৰাম বৰুৱা পুৰস্কাৰ লাভ আৰু অসম সাহিত্য সভাৰ দ্বাৰা ২০০১ বৰ্ষৰ সাহিত্য তত্ত্ব আৰু সমালোচনা নামৰ গ্ৰন্থৰ বাবে কৃষ্ণকান্ত সন্দিকৈ পুৰস্কাৰৰ দ্বাৰা সন্মানিত হয়।

**মুক্তানন্দ শৰ্মা (জন্ম ঃ ১৯৩৯ খ্ৰী.)**

মুক্তানন্দ শৰ্মাৰ জন্মস্থান দৰং জিলা বলদেৱপাৰা। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'তিনি কন্যা' (অনুবাদ, ১৯৭৩) আৰু 'ভাৰত প্ৰেমৰ কথা'।

**মৃণালকান্তি চক্ৰৱৰ্তী (জন্ম ঃ ১০ ডিচেম্বৰ, ১৯৩৭ খ্ৰী.)**

মৃণালকান্তি চক্ৰৱৰ্তীৰ জন্মস্থান ৰোকাখাতা, ধুবুৰী জিলা। বৰ্তমান ৰাধাগোবিন্দ বৰুৱা পথ, জু-ৰোড, গুৱাহাটী, কামৰূপৰ নিবাসী। অৱসৰপ্ৰাপ্ত কৰ বিষয়া শ্ৰী চক্ৰৱৰ্তীৰ প্ৰকাশিত পুথিসমূহ হ'ল—'আসাম জেনেৰেল ছেলটেক্স এক্ট', 'এ হেণ্ডবুক অব ছেলটেক্স এক্ট', 'আসাম প্ৰটেকচন ট্ৰেইড কলিংছ এণ্ড এমপ্লইমেণ্ট টেক্স এক্ট', 'আসাম এণ্টিটেক্স এক্টছ আৰু 'এ ষ্টাডি এণ্ড এনালাইছিছ অন টেক্স ট্ৰাকচাৰ ইন আচাম'।

**মৃণালী চেতিয়া (জন্ম ঃ ১৮ ফেব্ৰুৱাৰী, ১৯৩৬ খ্ৰী.)**

মৃণালী চেতিয়াৰ জন্ম হয় গোলাঘাটত। ৰাজনীতি বিজ্ঞান বিষয়ৰ স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা চেতিয়াই বি. টি. ডিগ্ৰীও লাভ কৰে। তেওঁ তেজপুৰ চৰকাৰী উচ্চতৰ মাধ্যমিক বহুমুখী কন্যা বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষা। অসম চৰকাৰৰ সাহিত্যিক পেন্সন লাভ কৰা চেতিয়া বিভিন্ন সামাজিক, সাংস্কৃতিক অনুষ্ঠানৰ সৈতে সক্ৰিয়ভাৱে জড়িত। ১৯৯০ খ্ৰী.ত ৰাজ্যিক কৃতী শিক্ষকৰ বঁটা আৰু ১৯৯৪ খ্ৰী.ত ৰাষ্ট্ৰীয় শিক্ষকৰ বঁটা লাভ কৰা চেতিয়াৰ প্ৰকাশিত পুথিসমূহ হ'ল—'বাৰে বৰণীয়া গীতৰ শৰাই' (গীত সংকলন), 'শিক্ষাবোধ' (প্ৰবন্ধ সংকলন), 'কামদেৱ কন্দৰ্প কুমাৰ' (নৃত্য নাটিকা), 'জীৱন নদীৰ গান' (গল্প সংকলন), 'কবিকণ্ঠ' (কবিতা সংকলন), 'ভিন্ন ভাৱ ভিন্ন কথাৰ জ্ঞান' (প্ৰবন্ধ সংকলন)।

**মৃণালিনী দেৱী (জন্ম ঃ ৫ নবেম্বৰ, ১৯৩৯ খ্ৰী.)**

মৃণালিনী দেৱীৰ জন্মস্থান নলবাৰী জিলাৰ লৰমা। বৰ্তমান গুৱাহাটী কাহিলীপাৰা নিবাসী মৃণালিনী দেৱীৰ প্ৰকাশিত পুথি দুখন হ'ল—'ভক্তি অঞ্জলি' (১৯৯৪) আৰু 'অমৃতাঞ্জলি' (২০০৪)।

**মেঘো ডেকা বড়ো (জন্ম ঃ ১৫ এপ্ৰিল, ১৯৩২ খ্ৰী.)**

প্ৰয়াত মেঘো ডেকা বড়োৰ জন্মস্থান হাবিঝাৰ, তামৰু, দৰং জিলা। পৰৱৰ্তী সময়ত তেওঁ টোকনকাটা, ওদালগুৰি জিলাত বসতি স্থাপন কৰে। বৃত্তিত কৃষক ডেকা বড়োৰ প্ৰকাশিত পুথি দুখন হ'ল—'মনকলি' (১৯৬৫) আৰু 'পাহি' (১৯৭৮) মেঘো ডেকা বড়ো অসম সাহিত্য সভাৰ দ্বাৰা সম্বৰ্দ্ধিত।



**ডাঃ মোহিনী দাস (জন্ম ঃ ১ নবেম্বৰ, ১৯৪০ খ্ৰী.)**

ডাঃ মোহিনী দাসৰ জন্মস্থান কলিয়াবৰ, নগাঁও জিলা। বৰ্তমান নগাঁও জিলাৰ ডিমৰুগুৰি নিবাসী দাসৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ৰিমীলি' (পূৰ্ণাংগ নাটক, ২০০২), 'উখোৱা চাউলৰ হুটা খিচিৰি' (হাস্য ব্যংগৰ কুঁকি, ২০০৯)।

**মোহিনীকুমাৰ গগৈ (জন্ম ঃ ১ অক্টোবৰ, ১৯৩৮ খ্ৰী.)**

মোহিনী কুমাৰ গগৈৰ জন্মস্থান নাহৰকটীয়াৰ কুঁৱৰী গাঁও, অবিভক্ত লখিমপুৰ জিলা। বৰ্তমান গগৈ মথুৰানগৰ, গুৱাহাটী, কামৰূপৰ বাসিন্দা। অসম বন বিভাগৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী গগৈৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ভিন্ন ক্ষণ, ভিন্ন মন' (সামাজিক সমস্যা, ব্যক্তিগত অভিজ্ঞতা আৰু বনৰ সম্পৰ্কত, ১৯৯৮), 'অব্যক্ত যন্ত্ৰণা আৰু ইটো সিটো বহুতো সামাজিক, ৰাজনৈতিক আৰু ব্যক্তিগত অভিজ্ঞতাৰ বিষয়' (২০০৬)।

# য

**ড° যদুনাথ বেজবৰুৱা (জন্ম ঃ ৬ ছেপ্টেম্বৰ, ১৯৩২ খ্ৰী.)**

ড° যদুনাথ বেজবৰুৱাৰ জন্মস্থান যোৰহাট জিলাৰ বালিগাঁও। স্নাতকোত্তৰ আৰু পি. এইচ. ডি. ডিগ্ৰী লাভ কৰা ড° বেজবৰুৱাৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'পৰিস্থিতি বিজ্ঞান (ইক'লজি) আৰু পৰিৱেশ প্ৰদূষণ' (২০০৪)।

**যাদৱ শৰ্মা (জন্ম ঃ ১২ জুন, ১৯৩২ খ্ৰী.)**

যাদৱ শৰ্মাৰ জন্মস্থান উত্তৰ গুৱাহাটী মধ্যম খণ্ড, কামৰূপ জিলা। স্নাতকোত্তৰ আৰু বি. টি. ডিগ্ৰী লাভ কৰা শৰ্মা চাংসাৰী মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত উপাধ্যক্ষ। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'পোহৰৰ বাটে বাটে' (কাব্য সংকলন, ১৯৮০), 'হৃদয়ৰ গুঞ্জন' (কাব্য সংকলন, ১৯৯০), 'শব্দৰ শিলালিপি' (২০০৩), 'মৰিশালিৰ ভূত' (নাটক, ১৯৯০), 'কণমানিৰ গীত' (শিশুগীতৰ সংকলন, ২০০০)। 'কণমানিৰ গীত' (শিশুগীতৰ সংকলন, ২০০০), 'দিগন্ত বন' (উপন্যাস, ২০০৫), 'সুৰৰে পানচৈ' (গীতৰ সংকলন, ২০০৮), 'মইনাজ্যোতি' (সম্পাদনা), 'ধোপৰ তৰাৰ বিছু উৎসৱ' (সম্পাদিত গ্ৰন্থ)। উল্লেখযোগ্য যে এখেত আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ স্বীকৃতিপ্ৰাপ্ত গীতিকাৰ।

**যাদৱেশ্বৰ গোস্বামী (জন্ম ঃ ১৯৩০ খ্ৰী.)**

যাদৱেশ্বৰ গোস্বামীৰ জন্মস্থান বৰপেটা জিলাৰ কৈহাটী। অৱসৰপ্ৰাপ্ত শিক্ষক গোস্বামীৰ প্ৰকাশিত পুথি দুখন হ'ল—'সাধাৰণ খাদ্য আৰু তাৰ গুণাগুণ' (১৯৭৫)।

**যোগেন্দ্ৰনাথ তালুকদাৰ (জন্ম ঃ ১৬ মে', ১৯৩৮ খ্ৰী.)**

যোগেন্দ্ৰনাথ তালুকদাৰৰ জন্মস্থান নলবাৰী জিলাৰ লাউপাৰা। বৰ্তমান পছৰীয়া, কামৰূপ জিলাৰ বাসিন্দা তালুকদাৰ বি. বৰুৱা মহাবিদ্যালয়ৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰে। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'কবি ৰাম সৰস্বতী ঃ জীৱন আৰু দৰ্শন' (১৯৮৮)।



**ড° যোগেন্দ্ৰনাৰায়ণ ভূঞা (জন্ম ঃ ২৯ অক্টোবৰ, ১৯৩৯ খ্ৰী.)**

ড° যোগেন্দ্ৰনাৰায়ণ ভূঞাৰ জন্মস্থান নগাঁও জিলাৰ শিঙিয়া পোতনি মৌজাৰ তেলীয়া গাঁও। বৰ্তমান পাঞ্জাবাৰী, গুৱাহাটীৰ বাসিন্দা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ১৯৬৪ বৰ্ষত অসমীয়া বিভাগত স্নাতকোত্তৰ, ১৯৯৬ বৰ্ষত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পৰা পি. এইচ. ডি. ডিগ্ৰী লাভ কৰা ভূঞাদেৱে প্ৰথমে ১৯৫৯ বৰ্ষৰ পৰা ১৯৬৫ বৰ্ষলৈ বড়মপুৰ হাইস্কুলত সহকাৰী শিক্ষক হিচাপে যোগদান কৰি নগাঁও ছোৱালী মহাবিদ্যালয়ত ১৯৬৫-১৯৯৬ খ্ৰীষ্টাব্দলৈ অধ্যাপক আৰু অসম ৰাজ্যিক পাঠ্যপুথি প্ৰণয়ন আৰু প্ৰকাশন নিগমৰ পৰিচালন সঞ্চালক হিচাপে ১৯৯৯ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'মহাফেজখানাৰ খিড়িকীয়েদি' (১৯৮৬), 'কিশোৰৰ শংকৰদেৱ' (১৯৮৬), 'দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা' (১৯৮৮), 'ঊনবিংশ শতিকাৰ অসম সংবাদ' (১৯৯০), 'উৰলি যোৱা নথিৰ পৰা' (১৯৯১), 'সদাগৰ ভোলানাথ বৰুৱা' (১৯৯৩), 'ঊনবিংশ শতিকা ঃ সৃষ্টি আৰু চেতনা' (১৯৯৮) 'গুণাভিৰাম বৰুৱা' (২০০১)। সম্পাদিত গ্ৰন্থ ঃ 'ৰত্নকান্ত বৰকাকতীৰ গদ্যসম্ভাৰ' (১৯৭৭), 'ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী' (১৯৭৭), 'হীৰক স্মৃতি' (১৯৭৯), 'বাগ্মীবৰ নীলমণি ফুকন' (১৯৮০), 'জ্ঞানদাভিৰাম বৰুৱা ৰচনাৱলী' (১৯৮১), 'যজ্ঞেশ্বৰ শৰ্মা ঃ জীৱন আৰু প্ৰতিভা' (১৯৮৪), 'মজিন্দাৰ বৰুৱা ৰচনাৱলী' (১৯৮৮), 'মহিম বৰা ঃ স্ৰষ্টা আৰু সৃষ্টি' (১৯৮৯), 'অসমীয়া ল'ৰাৰ মিত্ৰ' (২য় খণ্ড, ১৯৯২), 'ভীমকৰ্মা ডাঃ ললিতকুমাৰ বৰুৱা' (১৯৮৬), 'মুনীন বৰকটকীৰ সৃষ্টি ত্ৰিবিধা' (১৯৯৭), 'আনন্দৰাম ঢেকিয়াল ফুকনৰ অসমীয়া ল'ৰাৰ মিত্ৰ' (২য়, ৩য় খণ্ড একত্ৰ, ১৯৯৯), 'ডক্টৰ ময়িদুল ইছলাম বৰা ঃ কৃতি আৰু স্মৃতি' (১৯৯৯)। সম্পাদিত আলোচনী ঃ 'আকাশী গংগা' (১৯৬০-৬২), 'অসম সাহিত্য সভা পত্ৰিকা' (১৯৭৮-৭৯, ৭৯-৮০)।

## ৰ

**ৰজনীকান্ত দত্ত (জন্ম ঃ ১ ছেপ্টেম্বৰ, ১৯৩৪ খ্ৰী.)**

ৰজনীকান্ত দত্তৰ জন্মস্থান শিৱসাগৰ জিলাৰ নিতাইপুখুৰী। স্নাতক আৰু বি. টি. ডিগ্ৰী লাভ কৰা দত্তই শিক্ষকতাৰে কৰ্মজীৱন আৰম্ভ কৰি পৰৱৰ্তী সময়ত অধ্যক্ষৰূপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'নামঘোষা এটি আলোক' আৰু 'মহাপুৰুষীয়া ধৰ্ম'।

**ৰত্ন ওজা (জন্ম ঃ ৫ ডিচেম্বৰ, ১৯৩১ খ্ৰী.)**

ৰত্ন ওজাৰ জন্মস্থান বৰপেটা জিলা।

অৱসৰপ্ৰাপ্ত শিক্ষক, সাংবাদিক, নাট্যকাৰ ৰত্ন ওজাই শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰত বিশেষ প্ৰাধিকাৰীৰূপে ১৯৯২-১৯৯৯ খ্ৰীষ্টাব্দলৈ কাৰ্যনিৰ্বাহ কৰিছিল। তেওঁ কেবাখনো মঞ্চ নাটক, অনাতাঁৰ নাটক, টেলি নাটক, শিশু নাটক, বাটৰ নাটক, কাৰ্টুন নাটক, পুতলা নাটকৰ স্ৰষ্টা। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—কবিতাপুথি —'এয়ে জানো শেষ গান'। উপন্যাস ঃ 'আৰু নদী নখান্দা আৰু ধেনুখান্দা', 'নদী চাউল খোপ', 'মৌন নায়ক', 'আশা লেখ', 'এথোপা উপন্যাস'। শিশু গ্ৰন্থ ঃ 'মিত্ৰভেদ' (পঞ্চতন্ত্ৰৰ সাধু)। অনূদিত গ্ৰন্থ ঃ 'সোঁত সলনিৰ সোঁত' (জন এফ. কেনেডীৰ টু টাৰ্ণ দি টাইডৰ অনুবাদ), 'বয় ডন' (চোলোকভ), 'এই নদী মিছিছিপি' (মাৰ্ক টোৱেন), 'এয়া জানো সম্ভৱ' (জুল ভাৰ্ন), 'স্বাগত চকুলো'। ৰত্ন ওজাৰ সম্পাদিত আলোচনীসমূহ হ'ল—'মুখা', 'বহুৱা', 'ৰং আহে পাখি মেলি'।

ৰত্ন ওজাই কথা ছবিৰ সহ-পৰিচালকৰূপে কামো কৰিছে। তেওঁ অভিনয় কৰা কথাছবি দুখন হ'ল—'চিকমিক বিজুলী', 'লটি-ঘটি'। তেওঁ কেইখনমান অসমীয়া কথাছবিত কণ্ঠদানো কৰিছে। তেওঁ ষাঠি আৰু সত্তৰৰ দশকত অসমৰ মঞ্চত আলোকৰ প্ৰয়োগ, অভিনয়, মঞ্চ সজ্জাৰ সৈতে জড়িত আছিল। তেওঁ 'গহ্বৰ নাট্য গোষ্ঠী'ৰ প্ৰতিষ্ঠাপক সম্পাদক। মালিগাঁৱৰ অসমীয়া নৃত্য গীতৰ শিক্ষানুষ্ঠান 'কলাগুৰু কলাকেন্দ্ৰ'ৰ তেওঁ প্ৰতিষ্ঠাপক অধ্যক্ষ।



**ৰত্নেশ্বৰ ডেকা (জন্ম ঃ ১৯৩৯ খ্ৰী.)**

ৰত্নেশ্বৰ ডেকাৰ জন্মস্থান ঝাকুৱাপাৰা, দৰং জিলা। বি. এ., বি. টি. শিক্ষা গ্ৰহণ কৰা ডেকা এগৰাকী অৱসৰপ্ৰাপ্ত শিক্ষক। প্ৰকাশিত পুথি—'মহাভাৰতৰ কাহিনী' (১ম আৰু ২য় খণ্ড), 'গেৰিমাৰীৰ গেৰি' আৰু 'সৰল শব্দকোষ'।

**ড° ৰত্নেশ্বৰ দেউৰী (জন্ম ঃ ১৯৩৬ খ্ৰী.)**

ড° ৰত্নেশ্বৰ দেউৰীৰ জন্মস্থান শিৱসাগৰ জিলাৰ ঘেলঘেলী দেউৰী। তেওঁ কানৈ কলেজৰ পৰা বিজ্ঞান শাখাৰ স্নাতক আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ আৰু পঞ্জাব বিশ্ববিদ্যালয়ৰ পৰা এম. ফিল, গুৱাহাটী বিশ্ববিদ্যালয়ৰ পি. এইচ. ডি. ডিগ্ৰী লাভ কৰে। শিৱসাগৰ কলেজৰ উদ্ভিদ বিজ্ঞানৰ অধ্যাপক হিচাপে অৱসৰ গ্ৰহণ কৰা দেউৰীৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'তাম্ৰেশ্বৰী মন্দিৰৰ বৰ্ণনা' (২০০৪)।

**ৰত্নেশ্বৰ শইকীয়া (জন্ম ঃ ২০ অক্টোবৰ, ১৯৪০ খ্ৰী.)**

ৰত্নেশ্বৰ শইকীয়াৰ জন্মস্থান নগাঁও জিলাৰ দ-গাঁও। স্নাতক, বি. টি. ডিগ্ৰী গ্ৰহণ কৰা শইকীয়া বৃত্তিত এগৰাকী ছপাশাল ব্যৱসায়ী আৰু অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'জীৱন জেউতি' (সামাজিক উপন্যাস, ১৯৯২), 'ভজহৰি ককা' (গল্পপুথি, ১৯৯২), 'থুপি তৰা' (কবিতা, ১৯৯৫), 'চেতনা' (কবিতা, ১৯৯৬), 'আশ্ৰয়' (উপন্যাস, ২০০২), 'ধৰ্মক্ষেত্ৰে কুৰুক্ষেত্ৰে' (২০০৫) আৰু 'আমাৰ পৰম গুৰু শ্ৰীমন্ত শংকৰ' (২০০৬)।

**ৰত্নেশ্বৰ ৰায় (জন্ম ঃ ১৫ আগষ্ট, ১৯৩৯ খ্ৰী.)**

ৰত্নেশ্বৰ ৰায়ৰ জন্মস্থান ধুবুৰী জিলাৰ গৌৰীপুৰ। অৱসৰপ্ৰাপ্ত পুলিচ উপ-পৰিদৰ্শক ৰায়ৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'শ্ৰী মন্তগদগীতা' (ৰাজবংশী ভাষালৈ ভাঙনি, ২০০১)।

**ৰমা বৰপাত্ৰগোহাঁই (জন্ম ঃ ১৯৩৯ খ্ৰী.)**

ৰমা বৰপাত্ৰগোহাঁইৰ জন্মস্থান শিৱসাগৰ জিলাৰ বেতবাৰী বৰপাত্ৰগোঁহাই গাঁও। বৰ্তমান বৰপাত্ৰগোহাঁই ধেমাজি জিলাৰ চিলাপথাৰ, গান্ধীনগৰ গাঁৱৰ বাসিন্দা। অৰুণাচলৰ পৰা শিক্ষক হিচাপে অৱসৰ গ্ৰহণ কৰা গোহাঁইদেৱৰ প্ৰকাশিত পুথিকেইখন হ'ল—'পুৰণি দিনৰ সাধু', আৰু 'হাঁপানিৰ পৰা মুক্তি'।

**ৰমাকান্ত মহন্ত (জন্ম ঃ ৩০ ডিচেম্বৰ, ১৯৩৪ খ্ৰী.)**

ৰমাকান্ত মহন্তৰ জন্মস্থান মৰিগাঁও জিলাৰ ন-তৰাবড়ি। গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ মহন্তই বিষয় শিক্ষক হিচাপে অৱসৰ গ্ৰহণ কৰে আৰু পৰৱৰ্তী সময়ত ভুৰবন্ধা মহাবিদ্যালয়ৰ অধ্যক্ষ হিচাপে কাৰ্যনিৰ্বাহ কৰি অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'জীৱন ইত্যাদি' (জীৱনীমূলক, ২০০৩)।

**ৰমানাথ বৰুৱা (জন্ম ঃ ১ ফেব্ৰুৱাৰী, ১৯৩৮ খ্ৰী.)**

ৰমানাথ বৰুৱাৰ জন্মস্থান নলবাৰী জিলাৰ চামতা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ, বি. এড. ডিগ্ৰী লাভ কৰা বৰুৱা নলবাৰী দেৱীচৰণ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ প্ৰকাশিত পুথি—'চানেকীৰে জীৱন' (জীৱনী, ১৯৯৮) আৰু 'জীৱনে জীৱনে' (জীৱনী, ২০০১)।

**ৰমেন্দ্ৰচন্দ্ৰ নাথ (জন্ম ঃ ১ নবেম্বৰ, ১৯৩৯ খ্ৰী.)**

ৰমেন্দ্ৰচন্দ্ৰ নাথৰ জন্মস্থান বঙাইগাঁও জিলাৰ অভয়াপুৰী। তেওঁ বৰ্তমান ধুবুৰী জিলাৰ স্থায়ী বাসিন্দা। স্নাতক ডিগ্ৰীধাৰী নাথ ধুবুৰী জিলাৰ উপায়ুক্ত কাৰ্যালয়ৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। তেখেত অসমীয়া সাহিত্যৰ এজন একনিষ্ঠ সেৱক। নাথৰ প্ৰকাশিত পুথিসমূহ হ'ল—'অসম বৈষ্ণৱ ধৰ্মভিত্তিক প্ৰশ্নোত্তৰ' (২০০১), 'প্ৰশ্নোত্তৰত অসম সাহিত্য সভা' (২০০৩)। নাথদেৱে ভালেমান আলোচনী, স্মৃতিগ্ৰন্থ সম্পাদনা কৰাৰ উপৰিও তেওঁৰ ভালেমান প্ৰবন্ধ বিভিন্ন কাকত, আলোচনীত প্ৰকাশ পাইছে।



**ৰমেশ ৰায় (জন্ম ঃ ১৯৪০ খ্ৰী.)**

প্ৰয়াত ৰমেশ ৰায়ৰ জন্মস্থান গণেশ নগৰ, বামুণীমৈদাম, গুৱাহাটী। ভাৰত চৰকাৰৰ উদ্যোগ বিভাগৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী প্ৰয়াত ৰায়ৰ প্ৰকাশিত পুথিকেইখন হ'ল—'নিবেদিতা' (কবিতা পুথি, ১৯৯৮) আৰু 'কল্লোলিত' (গদ্য, ২০০০)।

**ৰমেশচন্দ্ৰ বৰা (জন্ম ঃ ২৪ এপ্ৰিল, ১৯৩৭ খ্ৰী.)**

ৰমেশচন্দ্ৰ বৰাৰ জন্মস্থান শিঙৰী চাহ বাগিচা, ঢেকিয়াজুলি, শোণিতপুৰ জিলা। অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰীধাৰী বৰা ঢেকিয়াজুলি হাইস্কুলৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'অলিম্পিক খেলৰ কথা' (১৯৭৮), 'কলিংগৰ বুকুত এভুমুকি' (ভ্ৰমণ কাহিনী, ১৯৯৫), 'সাহসী বীৰৰ কাহিনী' (১৯৯৪), 'পুণ্যভূমি কলিংগ জগন্নাথ মন্দিৰৰ ইতিবৃত্ত' (১৯৯৯), 'স্বাধীনতা আন্দোলন আৰু ঢেকিয়াজুলি' (৪২ খ্ৰীষ্টাব্দৰ আন্দোলন ভিত্তিত ৰচিত, ২০০৫)। ইয়াৰ উপৰিও ৰমেশ চন্দ্ৰ বৰাই একাধিক গ্ৰন্থ সম্পাদনা কৰিছে।

**ৰবীন্দ্ৰনাথ কলিতা (জন্ম ঃ ১৯৩১ খ্ৰী.)**

ৰবীন্দ্ৰনাথ কলিতাৰ জন্মস্থান দৰং জিলাৰ হাজৰিকাপাৰা। স্নাতক ডিগ্ৰীধাৰী কলিতা অৱসৰপ্ৰাপ্ত যুটীয়া সচিব, সীমান্ত অঞ্চল। তেখেতৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'অতীত মাধুৰী'।

**ড° ৰবীন্দ্ৰনাৰায়ণ চৌধুৰী (জন্ম ঃ ১৭ ডিচেম্বৰ, ১৯৩৪ খ্ৰী.)**

ড° ৰবীন্দ্ৰনাৰায়ণ চৌধুৰীৰ জন্মস্থান চেঙা, বৰপেটা জিলা। বৰ্তমান গোৱালপাৰা জিলাৰ বলদমাৰী নিবাসী ড° চৌধুৰীৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ' (হিন্দী আৰু বাংলা সংস্কৰণ)।

**ৰবীন্দ্ৰনাথ ডেকা (জন্ম ঃ ১ মে', ১৯৩৮ খ্ৰী.)**

ৰবীন্দ্ৰনাথ ডেকাৰ জন্মস্থান নলবাৰী জিলাৰ চমাৰকুছি, উপৰ বৰভাগ। বৰ্তমান ডেকা কামৰূপ জিলাৰ ৰঙিয়া নিবাসী। প্ৰাথমিক বিদ্যালয়ৰ শিক্ষক হিচাপে ১৯৯৬ বৰ্ষত অৱসৰ গ্ৰহণ কৰা ডেকাই ১৯৯৪

খ্রীষ্টাব্দত অসম চৰকাৰৰ ৰাজ্যিক কৃতী শিক্ষকৰ বঁটা লাভ কৰে। ডেকাৰ শিক্ষামূলক ভালেকেইটি প্ৰবন্ধ আলোচনী, বাতৰি কাকতত প্ৰকাশ পায়। তেওঁৰ প্ৰকাশিত কবিতাপুথি—'মই পৃথিৱীৰ প্ৰেমিক' আৰু 'মোৰ কবিতাই উচুপে'।

**ৰবীন্দ্ৰচন্দ্ৰ বৰা (জন্ম ঃ ১৯৩৯ খ্ৰী.)**

ৰবীন্দ্ৰচন্দ্ৰ বৰাৰ জন্মস্থান নগাঁও জিলা। বৰাদেৱে বেনাৰস হিন্দু বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ আৰু এল. এল. বি. ডিগ্ৰী লাভ কৰে। আনন্দৰাম ঢেকিয়াল ফুকন মহাবিদ্যালয়ৰ অধ্যক্ষৰূপে অৱসৰ গ্ৰহণ কৰা বৰাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'সাহিত্য সমীক্ষা' (প্ৰবন্ধ সংকলন), 'মহীচন্দ্ৰ বৰা ঃ ব্যক্তি আৰু প্ৰতিভা' (জীৱনী গ্ৰন্থ), 'শুভাযাত্ৰা', 'Selected Reviews' (গ্ৰন্থ পৰ্যালোচনা)।

**ৰংবং তেৰাং (জন্ম ঃ ১৩ জানুৱাৰী, ১৯৩৭ খ্ৰী.)**

১৯৮৯ খ্ৰীষ্টাব্দত 'পদ্মশ্ৰী' উপাধি লাভ কৰা ৰংবং তেৰাঙৰ জন্মস্থান কাৰ্বি আংলং জিলাৰ লাংবুং দিংপি, বকলীয়াঘাট এৰাগাঁও। তেওঁ ১৯৬৬ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। বিশিষ্ট সাহিত্যিক তেৰাংদেৱে ডিফু মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক হিচাপে অৱসৰ গ্ৰহণ কৰে। 'ৰংমিলিৰ হাঁহি' নামৰ জনপ্ৰিয় উপন্যাসখনৰ বাবে সাহিত্য অকাডেমী বঁটা আৰু ১৯৮২ খ্ৰীষ্টাব্দত একেখন গ্ৰন্থৰ বাবে অসম প্ৰকাশন পৰিষদ বঁটা লাভ কৰে। অসম সাহিত্য সভাই তেওঁক বিষ্ণুৰাভা বঁটা প্ৰদান কৰে। ইয়াৰ উপৰিও তেওঁ মাধৱদেৱ বঁটা, ব্ৰহ্মপুত্ৰ উপত্যকা বঁটা আদিৰে সুখ্যাতি অৰ্জন কৰে। এগৰাকী কালজয়ী সাহিত্য সাধক হিচাপে অসমৰ জনগণে ২০০৯-২০১১ বৰ্ষৰ বাবে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ সৰ্ববৃহৎ জাতীয় অনুষ্ঠান 'অসম সাহিত্য সভা'ৰ সন্মানীয় সভাপতিৰ আসনত অধিষ্ঠিত কৰোৱায়। তেখেতৰ গতিশীল নেতৃত্ব আৰু কৰ্ম-স্পৃহাৰ বাবে দ্বিতীয়টো কাৰ্যকালৰ বাবেও (১৯১১-২০১৩) সভাপতিৰ বাবে নিৰ্বাচিত হয়। তেখেতৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ৰংমিলিৰ হাঁহি' (১৯৮১), 'বনফৰিঙৰ গীত' (১৯৯০), 'ক্ৰান্তিকালৰ অশ্ৰু' (২০০৫), 'নীলা অৰ্কিড' (২০০৮), 'জাক হেৰুৱা পক্ষী' (২০০৫), 'মিৰবিন' (২০০৯), 'লাংছ'লিএৰ কাক্ৰুং' (২০০৭), 'কাৰবি লামতাদাম' (কাৰ্বি ইংৰাজী-অসমীয়া অভিধান, ১৯৭৪), 'কাৰবি সাধু' আৰু 'কাৰবি অসমীয়া পাঠ'।



**ড° ৰাজেন্দ্ৰকুমাৰ ভূঞা (জন্ম ঃ ১৯৩২ খ্ৰী.)**

ড° ৰাজেন্দ্ৰকুমাৰ ভূঞাৰ জন্মস্থান শিৱসাগৰ জিলাৰ কালুগাঁও। বৰ্তমান গুৱাহাটী নিবাসী ভূঞাই এম. বি. বি. এছ. আৰু ইংলেণ্ডৰ বষ্টনৰ পৰা পি. এইচ. ডি. ডিগ্ৰী লাভ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—সাধাৰণ পুথি—'ভিটামিন আৰু কেন্সাৰ' (১৯৬০), 'আগলিকা' (গল্প, ১৯৬৩), 'ভক্তিদীপা' (সংকলন, ১৯৬৮), 'মাতৃ সাৰথি' (১৯৯৪), 'কথাৰ আঁৰৰ কথা' (২০১০)। শিশু পুথি ঃ 'জীৱনৰ জেউতি' (জীৱনী সংগ্ৰহ, ১৯৬৯), 'মনৰ লগৰী' (১৯৭৮),'অলপ কথা অনেক পোহৰ' (৪ৰ্থ খণ্ড, ১৯৭৯, ২য় খণ্ড ২০০৯), 'বিয়লিৰ ৰংচ'ৰা' (১৯৮৪), 'মইনাৰ মউ মাত' (১৯৮৪), 'সোণালী সুঁতাৰ আঁৰৰ কাহিনী' (১৯৯০), 'ঈছপৰ সাধু' (১৯৯৪), 'কণ কণ মইনাৰ সাধু' (২০০৮), 'চাৰিজন বিখ্যাত নৌ অভিযাত্ৰীৰ কাহিনী' (২০০৯)।

**ৰাজেশ্বৰ ভট্টাচাৰ্য (জন্ম ঃ ২৬ জুলাই, ১৯৩৬ খ্ৰী.)**

ৰাজেশ্বৰ ভট্টাচাৰ্যৰ জন্মস্থান দৰং জিলাৰ কাইটপাৰা, লখিমপুৰ। জ্যোতিষ-চৰ্চা আৰু কৃষি কৰ্মক জীৱিকা হিচাপে লোৱা ভট্টাচাৰ্যৰ একমাত্ৰ প্ৰকাশিত জীৱনী গ্ৰন্থখন হৈছে—'জীৱনৰ জীৱনী' (২০০১)।

**ৰাধা গগৈ (জন্ম ঃ ১৯৩৮ খ্ৰী.)**

ৰাধা গগৈৰ জন্মস্থান গৌৰীসাগৰ, বেজগাঁও, শিৱসাগৰ জিলা। তেওঁ বৰ্তমান ডিব্ৰুগড় জিলাৰ ৰাজগড় লেৰেলো পথাৰ নিবাসী। প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ গগৈ বৃত্তিত এগৰাকী কৃষক। তেখেতৰ ছপা পুথি—'গুপ্তমণি' (কবিতাপুথি, ২০০৮) আৰু 'এনাজৰী' (কবিতাপুথি, ২০০৫)।

**ৰাধাকান্ত মেধি (জন্ম ঃ ১৪ ছেপ্টেম্বৰ, ১৯৪০ খ্ৰী.)**

ৰাধাকান্ত মেধিৰ জন্মস্থান নগাঁও জিলাৰ উত্তৰ পেটবড়া। বৰ্তমান মেধি গুৱাহাটীৰ ৰিহাবাৰী নিবাসী। কলা শাখাত স্নাতক ডিগ্ৰীধাৰী মেধিৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'ভাষাৰ লিখন প্ৰক্ৰিয়া আৰু ধ্বনি বিজ্ঞানৰ ভূমিকা' (১৯৮৩)।

**ৰাধানাথ শৰ্মা (জন্ম ঃ ৩১ মে', ১৯৩৩ খ্ৰী.)**

ৰাধানাথ শৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ জানিগোগ। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—ককাদেউতাৰ সাধু', 'ককাদেউতা নাতি ল'ৰা' (গল্পপুথি), 'শৰপেদ্যা' আৰু 'প্ৰশ্নবিচাৰ' (প্ৰথম, দ্বিতীয় খণ্ড)।

**ৰাধিকামোহন ভাগৱতী (জন্ম ঃ ১৯ জানুৱাৰী, ১৯৩৩ খ্ৰী.)**

ৰাধিকামোহন ভাগৱতীৰ জন্মস্থান শোণিতপুৰ জিলাৰ জামুগুৰিহাটৰ ভাগৱতীচুবা। এগৰাকী নিষ্ঠাবান সাংবাদিক, সু-সাহিত্যিক ভাগৱতীদেৱে ১৯৫৮ খ্ৰীষ্টাব্দত বাৰাণসী হিন্দু বিশ্ববিদ্যালয়ৰ পৰা অৰ্থনীতি বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী গ্ৰহণ কৰে। তেওঁ ১৯৫৪ খ্ৰীষ্টাব্দৰ পৰা ১৯৬০ খ্ৰীষ্টাব্দলৈ গুৱাহাটী সোণাৰাম হাইস্কুলৰ পৰা শিক্ষকতাৰে কৰ্মজীৱনৰ পাতনি মেলে। ১৯৫৮ খ্ৰীষ্টাব্দৰ পৰা তেওঁ 'নতুন অসমীয়া' কাকতৰ সহ-সম্পাদক হিচাপে সাংবাদিকতাৰ লগত সক্ৰিয়ভাৱে জড়িত হৈ পৰে। তেওঁ ১৯৮১ খ্ৰীষ্টাব্দৰ পৰা ১৯৮৩ খ্ৰীষ্টাব্দলৈ 'তিনিদিনীয়া বাতৰি' নামৰ এখন কাকত সম্পাদনা কৰিছিল। তেওঁ বৰ্তমান ১৯৮৭ খ্ৰীষ্টাব্দৰ 'দৈনিক আজিৰ অসম' বাতৰি কাকত আৰু হিন্দী 'ছেন্টিনেল' কাকতৰ (১৯৮৯) সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰি আছে। উল্লেখযোগ্য যে তেওঁ দৈনিক আজিৰ অসম কাকতৰ প্ৰতিষ্ঠাপক সম্পাদক আৰু অসমৰ বাতৰি কাকতৰ ডেৰশ বছৰীয়া জয়ন্তী উদ্‌যাপনৰ সমিতিৰো সভাপতি। ১৯৯১ খ্ৰীষ্টাব্দত তেওঁ 'আমাৰ বাতৰি কাকতৰ কাহিনী' নামৰ গ্ৰন্থখনৰ বাবে সাহিত্য অকাডেমিৰ অনুবাদ বঁটা লাভ কৰাৰ উপৰিও ১৯৯৭ খ্ৰীষ্টাব্দত ৰামকৃষ্ণ জয়দয়াল ৰাষ্ট্ৰীয় সম্প্ৰীতি বঁটাও লাভ কৰে।



তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'অসমীয়া পোহৰত অসমীয়া চাৰি দশকৰ ইতিহাস' (১৯৯৮, তথ্যসমৃদ্ধ গ্ৰন্থ), 'মুক্তা' (১৯৬৬, অনুবাদ উপন্যাস), 'বনৰীয়া ফুল' (১৯৬৭, চুটি গল্প সংকলন), 'শিশু পুথি ঃ 'এজন ৰজা আছিল' (কিশোৰৰ কাৰণে ৰচনা কৰা গল্প সংকলন, ১৯৬৮), 'ৰক্তজৰা' (উপন্যাস, ১৯৭০), 'ফেহুজালি' (১৯৯৪)। অনূদিত গ্ৰন্থ ঃ ভাৰতৰ নৱ জাগৰণ' (ইণ্ডিয়ান ৰেনাছাঁৰ অসমীয়া অনুবাদ ১৯৭১)। অন্যান্য গ্ৰন্থ ঃ 'আমাৰ বাতৰি কাকতৰ কাহিনী' (১৯৯০)।

**ৰাম গগৈ (জন্ম ঃ ১৯৩৯, মৃত্যু ঃ ৯ জুলাই, ১৯৯৪ খ্ৰী.)**

প্ৰয়াত ৰাম গগৈৰ জন্মস্থান ডিব্ৰুগড় জিলাৰ টিংখং। ১৯৫০ খ্ৰীষ্টাব্দত খোৱাং হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ ১৯৫৪ খ্ৰীষ্টাব্দত কটন কলেজৰ পৰা স্নাতক ডিগ্ৰী গ্ৰহণ কৰে। তেওঁ চাঁচনি অঞ্চলৰ গেথুপথাৰ মধ্য ইংৰাজী বিদ্যালয়ত সহকাৰী শিক্ষক হিচাপে কাৰ্যনিৰ্বাহ কৰি সেইখন বিদ্যালয়ৰ পৰাই অৱসৰ গ্ৰহণ কৰে।

তেওঁ ভাৰতীয় বিপ্লৱী কমিউনিষ্ট দলৰ অসম ৰাজ্যিক সমিতিৰ সদস্য পদ গ্ৰহণ কৰি পৰৱৰ্তী সময়ত কমিউনিষ্ট দলত ভৰ্তি হয়। ৰামধেনু যুগৰ পৰা কবিতা লিখিবলৈ লোৱা ৰাম গগৈ জনসমাজত জনতাৰ কবি, 'পৃথিৱীৰ কবি' ৰূপে পৰিচিত। প্ৰগতিশীল ধাৰাৰ কবি গগৈৰ প্ৰকাশিত কবিতাপুথিসমূহ হ'ল ক্ৰমে—'মাটিৰ স্বপ্ন' (১৯৬৩), 'পৃথিৱী অন্তৰাত্মা' (মাটিৰ স্বপ্নৰ কবিতাকেইটিও এইখন পুথিত সন্নিৱিষ্ট কৰা হৈছে, ১৯৮৬), 'কোমল গান্ধাৰ' (১৯৯৪)।

**ৰাম গোস্বামী (জন্ম ঃ ২ মাৰ্চ, ১৯৩৪ খ্ৰী.)**

ৰাম গোস্বামীৰ জন্মস্থান যোৰহাট জিলাৰ কাঠগাঁও, জখলাবন্ধা সত্ৰ। তেওঁ বৰ্তমান গুৱাহাটী মহানগৰীৰ কাহিলিপাৰাৰ আদৰ্শপুৰৰ বাসিন্দা। যোৰহাটৰ পৰা ইণ্টাৰমিডিয়েট শিক্ষা গ্ৰহণ কৰা কবি গোস্বামী ১৯৬০ খ্ৰীষ্টাব্দত বিজয়লক্ষ্মী এম. ই স্কুলত প্ৰধান শিক্ষকৰূপে, ১৯৬১ খ্ৰীষ্টাব্দত ৰুকং চাহ বাগিচাৰ এচিছটেণ্ট মেনেজাৰ হিচাপে কাম কৰি ১৯৬৫ খ্ৰীষ্টাব্দত হনকগুৰি বাগিছাৰ স্কুলত শিক্ষকতা কৰে। অসম সাহিত্য সভাৰ

লগত ওতঃপ্ৰোতভাৱে জড়িত গোস্বামী ১৯৯৬ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাৰ উপ-সভাপতিৰ পদ অলংকৃত কৰে। ১৯৮৮ খ্ৰীষ্টাব্দত তেওঁ কৃতী শিক্ষকৰ ৰাজ্যিক বঁটা, ১৯৯৬ খ্ৰীষ্টাব্দত সাহিত্যিক পেন্সন লাভ কৰে। তেখেতৰ প্ৰকাশিত পুথিসমূহ হ'ল—কবিতা ঃ 'মোৰ দৃষ্টিত আধুনিক কবিতা' (১৯৬৯), 'শুভ আৰু স্বপ্ন' (১৯৬৯), 'আবেলিৰ গান' (১৯৭৭), 'ছটা কবিতা' (১৯৭৭), 'অশ্বক্লান্তৰ খবৰ' (১৯৮৯), 'কবিতাই কথা কয়' (১৯৯০), 'কবিতা আৰু কবিতা' (১৯৯৩), 'এতিয়া আবেলি' (১৯৯৪), 'কদমত ঘোঁৰা মেলি দিয়া' (১৯৯৪), 'মন ফাগুণৰ শব্দ' (২০০৭), 'ককিলা আৰৰ গান', 'আখৰৰ বক্তব্যই বিচাৰে' (১৯৭৩), 'সেউজীয়া পাত' (১৯৮৬), 'নিৰ্বাচিত কবিতা' (১৯৮৫),'শ্ৰীছন্দ', 'এখন সাগৰৰ মাজৰ পৰা' (১৯৮৯), 'Am Well' (১৯৯০), 'জাহ্নৱী জীৱনৰ সুৰ' (১৯৯৪), 'হৃদয় ভাষাৰ নদী' (১৯৯৬), 'দহোটা কবিতা' (১৯৯৭), 'The World' (১৯৯৭), 'আখৰৰ খবৰ' (১৯৯৮), 'দহোটা কবিতা' (১৯৯৮), 'আজি' (১৯৯৩)। একাংকিকা নাট ঃ 'যাদৰ নগৰী' (১৯৬৭), 'অভিমান' (১৯৬৭)। অন্যান্য গ্ৰন্থ ঃ 'অমূল্য বৰুৱাৰ কবিতা' (আলোচনা, ১৯৭৩), 'কালীয় দমন' (আলোচনা, ১৯৫৬), 'বৰপেটাৰ পৰা পুৰীলৈ' (ভ্ৰমণ কাহিনী), 'সেউজীয়া দেশৰ সেউজীয়া পাত' (প্ৰবন্ধ পুথি, ১৯৭৫), 'প্ৰতিশ্ৰুতিৰ ব'হাগ' (সমালোচনামূলক গ্ৰন্থ, ১৯৮৯), 'ভীম চৰিত' (সম্পাদনা, ১৯৯৪), 'গুণমালা' (সম্পাদনা, ২০০০), আৰু 'প্ৰহ্লাদ চৰিত' (সম্পাদনা, ১৯৯৪), 'প্ৰাচ্যলিপি' (১৯৯৮), 'বিপিন বৰঠাকুৰ' (২০০৫), 'দুগ্ধামৃত, বিকাশ' (১৯৫৩), 'বিহগী' (১৯৪৮), 'বৰহাবজান সাহিত্য সভাৰ পত্ৰিকা' (১৯৬৮), 'মন্ত্ৰ চিকিৎসা পৰম্পৰা' (১৯৯৯), 'সুন্দৰম' (গীত, ১৯৯৮)।

**ৰামমল ঠাকুৰীয়া (জন্ম ঃ ১৯৩১, মৃত্যু ঃ ১৯৮৮ খ্ৰী.)**

ৰামমল ঠাকুৰীয়াৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ভাৰতৰ স্বাধীনতাৰ প্ৰথম যুদ্ধ', 'শ্ৰীমন্ত শংকৰদেৱৰ লীলা মনোহৰ', 'আমাৰ মাধৱদেৱ', 'মৌকুঁৱৰীৰ ছায়া', 'কথা-গুৰু চৰিতৰ মণি-মুকুতা', 'সাহিত্য বিচাৰ', 'সাহিত্য বিচিত্ৰা', 'শংকৰী সাহিত্যৰ ৰূপৰেখা', 'অসমীয়া সাহিত্যৰ বিকাশত ভট্টদেৱ', 'প্ৰতিস্থাপিত ব্যাসকুছি সত্ৰ' (যুটীয়াভাৱে), 'স্বপ্নভংগ' (গল্পপুথি) ইত্যাদি।



**ৰামেশ্বৰ কোঁৱৰ (জন্ম ঃ ১৯৩৬ খ্ৰী.)**

ৰামেশ্বৰ কোঁৱৰৰ জন্মস্থান শিৱসাগৰ জিলাৰ নিতাইপুখুৰী। কোঁৱৰৰ প্ৰকাশিত পুথিসমূহ হ'ল—'আলেকজেণ্ডাৰ', 'সত্যাগ্ৰহী জয়মতী', 'মূলাগাভৰু', 'কনকচম্পা', 'দ্ৰৌপদীৰ বস্ত্ৰহৰণ' 'কংসনিধন', 'ৰাসলীলাৰ তত্ত্বদৰ্শন', 'ৰজা হৰিশ্চন্দ্ৰ আৰু যুগস্ৰষ্টা শংকৰদেৱ'।

**ৰিজু হাজৰিকা (জন্ম ঃ ১৯৩৫) খ্ৰী.)**

ৰিজু হাজৰিকাৰ জন্মস্থান নলবাৰী জিলাৰ হাজৰিকাপাৰা। হাজৰিকা বৰ্তমান গুৱাহাটী মহানগৰীৰ আমবাৰী তিনিআলি নিবাসী। তেওঁ অসমীয়া বিষয়ত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। হাজৰিকা ভাৰতীয় ৰিজাৰ্ভ বেংকৰ অৱসৰপ্ৰাপ্ত বিষয়া। 'গল্প ভাস্কৰ', 'ৰমানন্দ', 'গল্প প্ৰাণ' আদি উপাধিৰে বিভূষিত হাজৰিকাদেৱ 'কুচুত ভাঙিলোঁ মই কাচি' গ্ৰন্থৰ বাবে অখিল ভাৰতীয় সাহিত্য পৰিষদৰ বঁটা লাভ কৰিছে। গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ নিয়মীয়া নাট্যকাৰ আৰু সাহিত্য চ'ৰাৰ গল্পকাৰ হাজৰিকাদেৱ অসম প্ৰকাশন পৰিষদৰ সদস্য, কামৰূপ জিলা সাহিত্য সভাৰ প্ৰাক্তন সম্পাদক তথা সভাপতি আছিল। ঔপন্যাসিক, গল্পকাৰ, প্ৰবন্ধকাৰ ৰিজু হজৰিকাদেৱৰ প্ৰকাশিত গ্ৰন্থৰাজি হ'ল—'লাজ', 'সঞ্চালনি', 'কম কম বুলি', 'মোৰ বাবে তুমি', 'দুৰ্বাৰ, দুঃসংগ', 'কি সতে লিখিবা বন্ধু', 'ডাঙৰ মামী', 'কলিৰ কুন্তী', 'ৰূপ সচেতনা', 'মন নিজৰাৰ ৰূপালী পানী', 'পুষ্প বৃষ্টি', 'খোজ লাহেকৈ দিবি সখি', 'ৰিজু হাজৰিকাৰ ৰচনাৱলী' (চাৰিটা খণ্ড), 'পুৰণি ঘৰৰ মায়া', 'মৰমৰ চন্দনা', 'বোৱালো গুপুতে অশ্ৰুধাৰ', 'নিবনুৱাৰ বিয়া', 'মন সাগৰৰ ঢৌ', মিঃ এম. এম.', 'অভিমানীনি', 'মোৰ বাগিছাৰ সুগন্ধি ফুল', 'প্ৰবন্ধ ফুলনি', 'প্ৰবন্ধ উদ্যান', 'নাঙলৰ গান' 'এদিন শহুৰ আহিছিল', 'নেউলক বান্ধি কিলাই', 'জীৱলি', 'গাঁৱৰে জীয়াৰী সপোন সুন্দৰী', 'মৰমৰ পাৰাপাৰ নাই', 'সুন্দৰ লতা', 'হাজৰিকাৰ হাঁহি', 'তুমি মোৰ সখী চিত্ৰলেখা' আৰু 'ফটাকলম'।

**ৰুদ্ৰপ্ৰসাদ কাকতি (জন্ম ঃ ২ নৱেম্বৰ, ১৯৩৭ খ্ৰী.)**

ৰুদ্ৰপ্ৰসাদ কাকতিৰ জন্মস্থান নগাঁও জিলাৰ কলংপাৰ, হালোৱা গাঁও। তেখেতে প্ৰাইভেটকৈ ১৯৬৭ খ্ৰীষ্টাব্দত অসমীয়া সাহিত্য বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। ১৯৯৯ বৰ্ষত লামডিং অসমীয়া হাইস্কুলৰ প্ৰধান শিক্ষকৰূপে অৱসৰ গ্ৰহণ কৰা কাকতি ২০০৩ খ্ৰীষ্টাব্দত সাহিত্যিক পেন্সন লাভ কৰিছিল। কাকতিৰ প্ৰকাশিত পুথিকেইখন হ'ল— 'ৰুদ্ৰপ্ৰসাদ কাকতিৰ নিৰ্ধাৰিত ৰচনা সম্ভাৰ' (২০০৮) আৰু 'লামডিঙৰ স্মৃতি'।

**ৰাজেন্দ্ৰনাৰায়ণ দেৱ (জন্ম ঃ ১১ ছেপ্টেম্বৰ, ১৯৩৪ খ্ৰী.)**

ৰাজেন্দ্ৰনাৰায়ণ দেৱৰ জন্মস্থান বঙাইগাঁও জিলা। তেওঁ ইংৰাজী সাহিত্যত স্নাতকোত্তৰ ডিগ্ৰী গ্ৰহণ কৰে। ১৯৯৩ খ্ৰীষ্টাব্দত বীৰঝাৰা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পৰা শিক্ষক হিচাপে অৱসৰ গ্ৰহণ কৰি ১৯৯৩ খ্ৰীষ্টাব্দৰ পৰা ২০০০ খ্ৰীষ্টাব্দলৈ বীৰঝাৰা কন্যা মহাবিদ্যালয়ৰ অবৈতনিক অধ্যক্ষৰূপে কাৰ্যনিৰ্বাহ কৰে। তেখেতৰ একমাত্ৰ প্ৰকাশিত ইংৰাজী পুথিখন হ'ল—Select Vocables of the Koch Rajbonshi Lanaguage'

**ৰীণা বৰা (জন্ম ঃ ১৯৪০ খ্ৰী.)**

ৰীণা বৰাৰ জন্মস্থান গোলাঘাট। অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী গ্ৰহণ কৰা ৰীণা বৰাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'কোৱাভাতুৰী' (নাটিকা, ১৯৮০), 'নিচাযুক্ত দ্ৰব্য পুস্তিকা' (১৯৮২), 'অকাল বসন্ত' (গল্প সংকলন, ২০০১), 'মৰুভূমিত দুনিশা' (ভ্ৰমণ কাহিনী, ২০০৩), 'মোৰ গীতৰ শৰাই' (কবিতাপুথি) আৰু 'মহাত্মা গান্ধীৰ ঐতিহাসিক বক্তৃতাসমূহ'।

**ড° ৰেণু দেৱী (জন্ম ঃ ১৯৩৩ খ্ৰী.)**

ড° ৰেণু দেৱীৰ জন্মস্থান গুৱাহাটী। স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰাৰ পিছত উচ্চ শিক্ষাৰ্থে বিদেশলৈ যোৱা ড° ৰেণু দেৱী গুৱাহাটী বিশ্ববিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। ১৯৯১ খ্ৰী.ত প্ৰথম মহিলা কলাগুৰুৰ সন্মান লাভ কৰা ড° দেৱীয়ে এমেৰিটাছ ফেল'শ্বিপ সন্মানেৰে বিভূষিতা। বিভিন্ন কাকত-আলোচনীত লিখা-মেলা কৰা ড° ৰেণু দেৱীৰ প্ৰকাশিত পুথিসমূহ হ'ল—'অসমৰ শিক্ষা সমস্যা' (১৯৭০), 'শিক্ষাৰ অসমীয়া পৰিভাষা' (১৯৭২), 'শিক্ষানীতিৰ পৰিচয়' (১৯৭৩), 'শিক্ষাতত্ত্ব' (১৯৭৪), 'ভাৰতৰ শিক্ষাৰ ইতিহাস' (১৯৯১), 'দূৰ-দূৰন্ত' (১৯৯১), 'শিক্ষাৰ সামাজিক আৰু দাৰ্শনিক ধাৰা' (১৯৯১), 'শিক্ষানীতি, শিক্ষামনোবিজ্ঞান' (১৯৯৩), 'শিক্ষাৰ সমাজতত্ত্ব' (১৯৯৪), 'অনন্য নাৰী অনাহুতা', 'আখৰ বিচাৰি যাওঁ' (২০০২), 'মিঠা মিঠা সাধু' (২০০৪), 'ব্যক্তিগত উকমুকনি', 'অসমীয়া সমাজৰ সমস্যা', 'প্ৰবাহিত ভাবনা', 'অসমৰ শিক্ষা ব্যৱস্থা', 'প্ৰিন্সিপল অব এডুকেশ্যন'।



**ৰেণু দেৱী (জন্ম ঃ ৫ জানুৱাৰী, ১৯৩৮ খ্ৰী.)**

সম্প্ৰতি নগাঁৱৰ বাসিন্দা ৰেণু দেৱীৰ প্ৰকাশিত পুথিকেইখন হ'ল—'পিতামহ ভীষ্মৰ শান্তিবাণী', 'অদৃষ্ট' (উপন্যাস), 'নাম আকৰ', 'কথাৰে ব্ৰহ্মবৈৱৰ্ত পুৰাণ', 'আইতাৰ চোতালত সন্ধিয়াৰ সাধু', 'ভগৱান শ্ৰী কৃষ্ণৰ দশ অৱতাৰ' আৰু 'বিচিত্ৰ লেখাৰ সৌৰভ'।

**ৰেণু হাজৰিকা (জন্ম ঃ ১৯৩৭ খ্ৰী.)**

ৰেণু হাজৰিকা বৰ্তমান তেজপুৰৰ স্থায়ী বাসিন্দা। ঘাইকৈ কবি হিচাপে আত্মপ্ৰকাশ কৰা হাজৰিকাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'কবিতা পুথি', 'অঞ্জলি', 'সৰাফুল', 'বনৰীয়া ফুল' (গীতি কবিতা)। তদুপৰি তেখেতৰ কবিতা বিভিন্ন বাতৰি কাকত, আলোচনীত প্ৰকাশিত হৈছে।

**ৰেব বৰা (জন্ম ঃ ১ মাৰ্চ, ১৯৩২ খ্ৰী.)**

প্ৰয়াত ৰেব বৰাৰ জন্মস্থান নগাঁও জিলাৰ বৰজহা। নগাঁও মহাবিদ্যালয়ৰ পৰা কলেজীয়া শিক্ষা গ্ৰহণ কৰি পৰৱৰ্তী সময়ত বেনাৰস কাশী হিন্দু বিশ্ববিদ্যালয়ত পুথিভঁৰাল বিজ্ঞানৰ অধ্যয়ন কৰে। তেওঁ নগাঁও মহাবিদ্যালয়ৰ গ্ৰন্থাগাৰিক হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। ২০০৪ খ্ৰীষ্টাব্দৰ ফেব্ৰুৱাৰী মাহত সদৌ অসম গ্ৰাম্য পুথিভঁৰাল সন্থাই প্ৰদান কৰা 'ড° শিৱালী বাসমৃত ৰংগনাথন' বঁটা লাভ কৰা বৰাৰ প্ৰকাশিত পুথিসমূহ

হ'ল—'পুথিভঁৰাল আৰু পুথি ভঁৰালী' (১৯৯১), 'পুথিভঁৰাল বিজ্ঞানী ড° এচ. আৰ. ৰংগনাথন', (১৯৯৫), 'পতংগৰ বিচিত্ৰ জগত' (১৯৯৭) আৰু 'নগাঁৱৰ সাহিত্যিকৰ গ্ৰন্থপঞ্জী' (১৯৯৯)।

**ৰেবনাথ ভট্টাচাৰ্য (জন্ম ঃ ২ অক্টোবৰ, ১৯৩২ খ্ৰী.)**

ৰেবনাথ ভট্টাচাৰ্যৰ জন্মস্থান দৰং জিলাৰ মঙলদৈ, নায়কপাৰা। স্নাতকোত্তৰ আৰু এল. এল. বি. ডিগ্ৰী গ্ৰহণ কৰা ভট্টাচাৰ্য অৱসৰপ্ৰাপ্ত শিক্ষক তথা খণ্ড উন্নয়ন বিষয়া। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'দূপৰৰ দুবৰি গচকি' (কবিতাপুথি, ১৯৯৫), 'মুক্তিযোদ্ধা টংকেশ্বৰ শৰ্মাৰ চমু বুৰঞ্জী' (জীৱনী), 'সাহিত্য-সংস্কৃতিৰ নিৰ্যাস' (প্ৰবন্ধপুথি, ২০০৪), 'আধ্যাত্ম চিন্তা' (প্ৰবন্ধপুথি), 'প্ৰবন্ধ সুৰভি' (২০০৪), 'লোক-সংস্কৃতিৰ পথাৰত (প্ৰবন্ধপুথি, ২০০৪), 'প্ৰবন্ধ প্ৰবাহ', 'দেৱী ভাৱনা'।

**ৰোহিনী কুমাৰ কাকতি (জন্ম ঃ ১৯৩০ খ্ৰী.)**

সম্প্ৰতি গুৱাহাটী নিবাসী ৰোহিণী কুমাৰ কাকতিদেৱে কামৰূপ জিলা উপায়ুক্তৰ কাৰ্যালয়ৰ পৰা ডেপুটী ৰেজিষ্টাৰ হিচাপে অৱসৰ গ্ৰহণ কৰে। ৰামধেনু যুগতে আত্মপ্ৰকাশ কৰা ৰোহিণী কুমাৰ কাকতি এজন দক্ষ গল্পকাৰ আৰু উপন্যাসিক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'এজাক এন্ধাৰ' (গল্প সংকলন), 'কুৎসিৎ' (গল্প সংকলন), 'শেতা ৰ'দ' (উপন্যাস), 'এক নক্ষত্ৰ নিশা' (উপন্যাস), 'ভগ্নদূত' (উপন্যাস), 'ভগ্নাংশ' (উপন্যাস), 'ৰ'দ আৰু কুঁৱলী' (উপন্যাস), 'সূৰ্যৰেখা' (উপন্যাস) আদি।



## ল

**ললিত বৰুৱা (জন্ম ঃ ২৬ নবেম্বৰ, ১৯৩২ খ্ৰী.)**

ললিত বৰুৱাৰ জন্মস্থান লখিমপুৰ জিলাৰ ঢকুৱাখানা, কৌৰবগাঁও। বৰ্তমান তেওঁ শোণিতপুৰ জিলাৰ ঢেকিয়াজুলি, মইনাজুলিৰ বাসিন্দা। স্নাতক ডিগ্ৰী গ্ৰহণ কৰা বৰুৱা ৰঙাগড়া উচ্চ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'জীৱন জেউতি' (কবিতা সংকলন, ১৯৭৫), 'ইতিহাসে পৰশা স্মৃতি সজল' (১৯৭৬), 'নাৰী জাগৰণৰ অগ্ৰদূত অকণবালা দাস' (জীৱনী, ১৯৯৮), 'চন্দ্ৰশেখৰ দাস' (জীৱনী), 'শঙ্খনাদ' (কাব্যগ্ৰন্থ, ১৯৭৫) আৰু 'গল্পৰ শৰাই' (গল্প সংকলন, ১৯৭৫)। ললিত বৰুৱা ভাৰতীয় দলিত সাহিত্য অকাডেমিয়ে আগবঢ়োৱা ড° আম্বেদকাৰৰ ফেল'শ্বিপ বঁটাৰে (২০০৩) সন্মানিত।

**ললিতাময়ী তালুকদাৰ (জন্ম ঃ ১ নৱেম্বৰ, ১৯৪৬ খ্ৰী.)**

ললিতাময়ী তালুকদাৰৰ জন্মস্থান শিৱসাগৰ জিলাৰ তামুলীছিগা। বৰ্তমান কামৰূপ জিলাৰ বিৰুবাৰী নিবাসী তালুকদাৰ অসম ৰাজ্যিক বিদ্যুৎ পৰিষদৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। লেখিকাৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'মধুপৰ্ক' (কবিতাপুথি, ২০০৯)।

**ড° লক্ষ্মীনন্দন বৰা (জন্ম ঃ ১ মাৰ্চ, ১৯৩২ খ্ৰী.)**

নগাঁও জিলাৰ হাতীচোং মৌজাৰ কুঁজীডাহ নামৰ গাঁৱত ড° লক্ষ্মীনন্দন বৰাই জন্মগ্ৰহণ কৰে। তেওঁ ১৯৫২ খ্ৰীষ্টাব্দত পদাৰ্থ বিজ্ঞানত অনাৰ্ছসহ স্নাতক, ১৯৫৪ খ্ৰীষ্টাব্দত কলিকতা প্ৰেছিডেন্সি কলেজৰ পৰা একেটা বিষয়তে স্নাতকোত্তৰ আৰু ১৯৭৭ খ্ৰীষ্টাব্দত অন্ধ্ৰ বিশ্ববিদ্যালয়ৰ পৰা কৃষি মৌচম বিজ্ঞান বিষয়ত পি. এইচ. ডি ডিগ্ৰী লাভ কৰে। একনিষ্ঠ সাহিত্য সেৱক বৰাদেৱে ১৯৫৫ খ্ৰীষ্টাব্দৰ পৰা ১৯৫৮ খ্ৰীষ্টাব্দলৈ কটন মহাবিদ্যালয়, শ্বিলঙৰ ছেন্ট এন্থনীজ কলেজ, ধুবুৰীৰ বি. এন. মহাবিদ্যালয়

আৰু যোৰহাটৰ জে. বি. মহাবিদ্যালয়ত অধ্যাপক হিচাপে কাৰ্যনিৰ্বাহ কৰে। ১৯৫৮ খ্ৰীষ্টাব্দৰ পৰা ১৯৬৮ খ্ৰীষ্টাব্দত যোৰহাট কৃষি মহাবিদ্যালয়ৰ প্ৰবক্তা, ১৯৬৯-১৯৮৬ খ্ৰীষ্টাব্দলৈ অসম কৃষি বিশ্ববিদ্যালয়ৰ সহযোগী আৰু মুৰব্বী অধ্যাপক হিচাপে, ১৯৮৯ বৰ্ষত জোহান্সগুটেনবুৰ্গ বিশ্ববিদ্যালয়ৰ ভিজিটিং প্ৰফেচাৰ, ১৯৯০-৯২ খ্ৰীষ্টাব্দলৈ জলবায়ু বিজ্ঞানৰ ভাৰত-জাৰ্মেনি প্ৰকল্প সঞ্চালক হিচাপে কাৰ্যনিৰ্বাহ কৰে।

খ্যাতিসম্পন্ন সাহিত্যিক ড° লক্ষ্মীনন্দন বৰাই ১৯৮৭-১৯৮৮ খ্ৰীষ্টাব্দলৈ অসম সাহিত্য সভাৰ উপ-সভাপতি আৰু ১৯৯৬-১৯৯৭ বৰ্ষত সভাপতিৰ আসন অলংকৃত কৰিছিল। তদুপৰি তেওঁ ১৯৯৭-২০০৩ খ্ৰীষ্টাব্দলৈ অসম প্ৰদূষণ নিয়ন্ত্ৰণ পৰিষদৰ অধ্যক্ষ, ১৯৮৭-১৯৮৯ খ্ৰীষ্টাব্দলৈ অসম বিজ্ঞান সমিতিৰ উপ-সভাপতি, ১৯৯৫ খ্ৰীষ্টাব্দৰ পৰা 'গ্ৰীন চ'ছাইটি অব আছাম'ৰ সভাপতি হয়। ১৯৯২-৯৪ খ্ৰীষ্টাব্দত তেওঁ 'ৰংপুৰ' নামৰ অসমীয়া সাপ্তাহিক কাকতখন সম্পাদনা কৰে। তদুপৰি তেওঁ 'দা ইকনমিক্স টাইমছ' (কলকাতা) পত্ৰিকা, অগ্ৰদূত, খবৰৰ 'কলম' লেখক হিচাপেও কাৰ্যনিৰ্বাহ কৰে।

তেওঁ নৱসাক্ষৰীসকলৰ বাবে লিখা গ্ৰন্থৰ বাবে তিনিবাৰকৈ ৰাষ্ট্ৰীয় বঁটা, 'পাতাল ভৈৰৱী' উপন্যাসৰ বাবে ১৯৮৮ খ্ৰীষ্টাব্দত সাহিত্য অকাডেমী বঁটা আৰু ১৯৯৬ খ্ৰীষ্টাব্দত আঞ্চলিক ভিত্তিত অম্বিকাগিৰী ৰায়চৌধুৰী বঁটা লাভ কৰে।

উল্লেখযোগ্য যে 'গঙা চিলনীৰ পাখি' নামৰ উপন্যাসখন ২২ টা ভাৰতীয় ভাষালৈ আৰু 'পাতাল ভৈৰৱী' উপন্যাসখন হিন্দী আৰু মৈথিলী ভাষালৈ অনূদিত হৈছে। ১৯৫৪ খ্ৰীষ্টাব্দত ৰামধেনু আলোচনীত 'ভাওনা' নামৰ গল্পৰে সাহিত্য জগতত প্ৰৱেশ কৰা ড° লক্ষ্মীনন্দন বৰাৰ প্ৰকাশিত পুথিসমূহ হ'ল—

গল্পপুথি ঃ 'দৃষ্টিৰূপা' (১৯৫৮), 'সেই সুৰে উতলা' (১৯৬০), 'গৌৰীৰূপক' (১৯৬১), 'গোপন গধূলি' (১৯৬১), 'কাঁচিয়লীৰ কুঁৱলি' (১৯৬১), 'এই ৰূপ এই ছন্দ' (১৯৬৩), 'অচিন কইনা' (১৯৬৩), 'দেৱতাৰ ব্যাধি' (১৯৬৬), 'কঠিন মায়া' (১৯৬৬), 'এৰাবাৰীৰ লেছেৰি' (১৯৮৩), 'সেহি অনুৰাগে' (১৯৮৩)। উপন্যাস ঃ 'যাকেৰি নাহিকে উপাম' (১৯৯৩), 'সেহি গুণনিধি' (১৯৯৭), 'পাতাল ভৈৰৱী' (১৯৮৫), 'গঙা চিলনীৰ পাখি' (১৯৬৩), 'নিশাৰ পূৰবী' (১৯৬২), 'ছাঁ জুইৰ পোহৰত' (১৯৬৬), 'বলুকাত বিজুলী' (১৯৬৯), 'মাটিত মেঘৰ ছাঁ' (১৯৭০), 'উত্তৰ পুৰুষ' (১৯৭০), 'আকৌ শৰাইঘাট' (১৯৮০), 'ঘাতক পলাতক' (১৯৮৫), 'গণেশগুৰি' (১৯৮৮), 'কাল ডিঙৰাৰ পাল' (১৯৮৮), 'নায়ক-অধিনায়ক' (১৯৯২), 'হিয়াত তিৰেবিৰায়' (১৯৯৩), 'মৎস্যকন্যা' (১৯৯৫), 'মেঘত মাদল বাজে' (১৯৯৯) আদি। ভ্ৰমণমূলক গ্ৰন্থ ঃ 'পশ্চিমৰ পম খেদি' (১৯৯১), 'জোৰা লগা জাৰ্মানিত' (১৯৯৩), 'সীমাৰ পৰিধি ভেদি' (১৯৯৭)। নাটক ঃ 'সিপুৰীৰ আঁচনি' (১৯৬১), 'একাংক যুগল' (১৯৭২)। জীৱনীমূলক গ্ৰন্থ ঃ 'মেঘনাথ চাহা' (১৯৮৫)। অন্যান্য গ্ৰন্থ ঃ 'গাঁৱৰে সৰগ ৰচোঁ' (১৯৬০), 'জনম ৰহস্য আৰু পৰিয়াল আঁচনি' (১৯৬৮), 'মই ধনীৰামৰ ধন' (১৯৮৫), আৰু 'পৰিৱেশ বিজ্ঞান সাৰথি' (১৯৯৫) আদিকে ধৰি মুঠ ৬৭ খন গ্ৰন্থ প্ৰকাশ পাইছে।



**লক্ষ্মীনাৰায়ণ কোঁৱৰ (জন্ম ঃ ১৯৩৪ খ্ৰী.)**

লক্ষ্মীনাৰায়ণ কোঁৱৰৰ জন্মস্থান দৰং জিলাৰ মঙলদৈৰ শইকীয়াপাৰা। তেওঁ প্ৰৱেশিকালৈ শিক্ষা গ্ৰহণ কৰি পৌৰনিগমৰ কৰ্মচাৰী হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'মঙলদৈৰ থলুৱা লোকগীতি' (গীতি সাহিত্য, ১৯৭৩) , 'পথৰুঘাটৰ ৰণ' (বুৰঞ্জীমূলক নাটক, ১৯৭৩) আৰু 'জীয়া জীৱনৰ ৰং' (একাংকিকা, ১৯৮৫)। তদুপৰি তেখেতৰ বিভিন্ন গল্প, প্ৰবন্ধ, নৃত্য-নাটিকা, গীতি-কবিতা আদি সমসাময়িক আলোচনী, বাতৰি কাকত আদিত প্ৰকাশ পাইছে।

**ড° লক্ষ্যহীৰা দাস (জন্ম ঃ ২ ফেব্ৰুৱাৰী, ১৯৩৩ খ্ৰী.)**

ড° লক্ষ্যহীৰা দাসৰ জন্মস্থান কামৰূপ জিলাৰ শুৱালকুছি। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ আৰু পি. এইচ. ডি. ডিগ্ৰী লাভ কৰা ড° লক্ষ্যহীৰা দাসে কটন মহাবিদ্যালয়ৰ প্ৰবক্তা আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—গীতৰ পুথি—'প্ৰথমা' (১৯৫০), 'সুৰসেতু' (১৯৫৫),

'গীতাৰ্ঘ' (১৯৫৬), 'ময়ূৰপঙ্খী' (১৯৬৮), 'অন্তৰ্গত নদী' (১৯৭৯), 'অ' মোৰ চিকুণী দেশ' (১৯৮০) আৰু 'লক্ষ্যহীনাৰ গীত' (১৯৮৯)। কবিতাপুথি ঃ 'প্ৰাণগংগা' (১৯৫৭), 'ভাস্কৰ লগ্ন' (১৯৭৪), 'অৱগাহনৰ মুহূৰ্ত' (১৯৭৮), 'প্ৰিয় পৃথিৱীৰ বাবে' (১৯৯৪), 'দেশ বিদেশৰ কবিতা' (১৯৯৯), 'বিটুইন বাৰ্থচ' আদি। শিশুপুথি ঃ 'কাজিৰঙাত সাত বিহু' (১৯৮০), 'মৌ-মিঠা মাত' (১৯৯৫), 'অস্কাৰ ৱাইল্ডৰ গল্প' (১৯৫৬), 'আকাশী কোঁৱৰৰ সাধু' (১৯৯০), 'দেশ বিদেশৰ শিশু গল্প সংগ্ৰহ' (প্ৰথম খণ্ড, ১৯৯৮), 'সূৰ্য আৰু সাগৰৰ সাধু' (১৯৯৮) আদি।

**লাইতোনজম নীলমণি সিংহ (জন্ম ঃ ১৪ জানুৱাৰী, ১৯৩৭ খ্ৰী.)**

লাইতোনজম নীলমণি সিংহৰ জন্মস্থান গুৱাহাটী মহানগৰীৰ মণিপুৰীবস্তি, ৰাজবাৰীত। তেওঁ বৰ্তমান নগাঁও জিলাৰ লামডিং, চাউথ ক'লনী নিবাসী। সিংহই উচ্চতৰ মাধ্যমিকলৈকে শিক্ষা গ্ৰহণ কৰি ৰে'লৱে বিভাগৰ কৰ্মচাৰী হিচাপে অৱসৰ গ্ৰহণ কৰে। বিশেষ পুৰস্কাৰ হিচাপে ২০০৭ খ্ৰীষ্টাব্দত 'সাহিত্য বঁটা', ১৯৯৫ খ্ৰীষ্টাব্দত মণিপুৰী সাহিত্য পৰিষদৰ দ্বাৰা 'সাহিত্য ভূষণ' আৰু ২০০৮ বৰ্ষত ড° আম্বেদকাৰ ফেলোশ্বিপ বঁটা লাভ কৰা সিংহই বাংলা, মণিপুৰী আদি ভাষাত একাধিক পুথি ৰচনা কৰিছে। অসমীয়া ভাষাত লিখা তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'সন্ধিয়া যেতিয়া নামে' (২০০০)।

**ড° লিলি ৰাজবংশী (জন্ম ঃ ৭ এপ্ৰিল, ১৯৩৯ খ্ৰী.)**

ড° লিলি ৰাজবংশীৰ জন্মস্থান নগাঁও জিলাৰ কামপুৰ। বৰ্তমান তেওঁ গুৱাহাটী নিবাসী। অসমীয়া বিষয়ত স্নাতকোত্তৰ আৰু পি. এইচ. ডি ডিগ্ৰীধাৰী ড° ৰাজবংশী ৰাজ্যিক নিচাযুক্ত দ্ৰব্য আৰু মাদকদ্ৰব্য নিবাৰণী পৰিষদৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষা। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল— কবিতাপুথি ঃ 'ৰূপকন্যা', 'মই আৰু মোৰ আঁক', 'এই মৃত্যু অপৰাজেয়', 'কবিতাৰ পানী যুঁৱলিত ৰৈ', 'কপিলী বালিৰ খোজ', 'সমুদ্ৰ শঙ্খ'। উপন্যাস ঃ 'পাল্কী' (অসমীয়া, হিন্দী দুয়োটা ভাষাতে); 'অবিচ্ছিন্ন', 'হে বিদেশী কন্যা', 'পৰদেশী', 'পদুমৰ পাহি সৰে'। গল্প ঃ 'এজনী ভাগীৰথী'।



**লীলাধৰ বৰা (জন্ম ঃ ১৯৩৪ খ্ৰী.)**

লীলাধৰ বৰাৰ জন্মস্থান নগাঁও জিলাৰ ভৰালী গাঁও। স্নাতক আৰু বি. টি. ডিগ্ৰী লাভ কৰা বৰা এগৰাকী অৱসৰপ্ৰাপ্ত শিক্ষক। অসম চৰকাৰৰ ৰাজ্যিক কৃতী শিক্ষকৰ বঁটা লাভ কৰা বৰাৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'ঐতিহ্যমণ্ডিত কলিয়াবৰ'।

**লীলামায়া বড়া (জন্ম ঃ ২১ জানুৱাৰী, ১৯৩৬ খ্ৰী.)**

লীলামায়া বড়াৰ জন্মস্থান লখিমপুৰ জিলাৰ চেতিয়াপাৰা। বৰ্তমান ডিব্ৰুগড় জিলাৰ কুশল নগৰৰ বাসিন্দা। কলা শাখাত স্নাতক হোৱাৰ লগতে চিনিয়ৰ টিচাৰ্চ প্ৰশিক্ষণ আৰু হোমিঅ'ৰ এফ. আৰ. চি. এ.চি ডিগ্ৰী লাভ কৰা বড়া অৰুণাচল প্ৰদেশ চৰকাৰৰ শিক্ষা বিভাগৰ এগৰাকী অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। তেওঁৰ প্ৰকাশিত একমাত্ৰ অনুবাদ পুথিখন হ'ল— 'ডেভিদ কপাৰফিল্ড' (২০০৯)।

**লুম্মেৰ দাই (জন্ম ঃ ১৯৪০, মৃত্যু ঃ ৫ এপ্ৰিল, ২০০২ খ্ৰী.)**

মহান সাহিত্যিকগৰাকীৰ জন্মস্থান অৰুণাচল প্ৰদেশৰ চিলুক নামৰ এখন অতি পিচপৰা গাঁও। কটন কলেজ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ত উচ্চ শিক্ষা গ্ৰহণ কৰা সাহিত্যিকজনাই অসমীয়া সাহিত্যৰ ভঁৰাললৈ অমূল্য অৱদান আগবঢ়াই যায়। বিশেষকৈ উপন্যাস সাহিত্যৰে অসমীয়া সাহিত্য জগতত আত্মপ্ৰতিষ্ঠা লাভ কৰা লুম্মেৰ দাইৰ প্ৰকাশিত উপন্যাসকেইখন হ'ল—'পাহাৰৰ শিলে শিলে', 'পৃথিৱীৰ হাঁহি' (১৯৬৩), 'মন আৰু মন' (১৯৬৮) আৰু 'কইনাৰ দাম' (১৯৮৪)।

**লেচাম তুৰুং (জন্ম ঃ ১ আগষ্ট, ১৯৩৪ খ্ৰী.)**

লেচাম তুৰুঙৰ জন্মস্থান গোলাঘাট জিলাৰ সৰুপথাৰ এক নং ৰজাপুখুৰী তুৰুং গাঁও। সৰুপথাৰ উচ্চ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'চতুদৃশ্য দৰ্শন' (নাটিকা, ১৯৯৫), 'স্বাধীনতা যুঁজৰ ৰেঙনি' (১৯৯৮), 'জাতকৰ একুৰি কাহিনী' (১৯৯৯), 'টুৰুংসকলৰ চমু ইতিবৃত্ত' (২০০১), 'সৰ্বঢাক' (২০০৩) আৰু 'সংক্ষিপ্ত বৌদ্ধ দৰ্শন'।

ড° লোকেশ্বৰ নাথ (জন্ম ঃ ২৮ অক্টোবৰ, ১৯৩৪ খ্ৰী.)

ড° লোকেশ্বৰ নাথৰ জন্মস্থান দৰং জিলাৰ হাতীমূৰীয়া গাঁও। তেওঁ ১৯৬৫ খ্ৰীষ্টাব্দত বিজ্ঞান শাখাত স্নাতকোত্তৰ, ১৯৭৪ খ্ৰীষ্টাব্দত বি. টি., ১৯৮৩ খ্ৰীষ্টাব্দত এম. ফিল আৰু ১৯৯৩ খ্ৰীষ্টাব্দত পি. এইচ. ডি ডিগ্ৰী গ্ৰহণ কৰে। ১৯৬৬ খ্ৰীষ্টাব্দৰ পৰা তেওঁ মঙলদৈ মহাবিদ্যালয়ত অধ্যাপনা কৰি ১৯৯৯ খ্ৰীষ্টাব্দত একেখন মহাবিদ্যালয়ৰ অধ্যক্ষ হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল —'তত্ত্ব বিচাৰ' (২০০৩), 'দৰং ডিষ্ট্ৰিক্ট থ্ৰ দা এজেচ' (২০০৫), 'প্ৰবন্ধ বিচিত্ৰা' (২০০৫) আৰু 'আদিযামাল' (২০০৯)।

লোহিত ভড়ালী (জন্ম ঃ ১৯৪০ খ্ৰী.)

লেহিত ভড়ালীৰ জন্মস্থান বৰপেটা জিলাৰ বৃন্দাৱনহাটী। বৰ্তমান বাক্সা জিলাৰ কুমাৰীকাটা নিবাসী ভৰালীয়ে গুৱাহাটী কটন মহাবিদ্যালয়ৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰে। ভৰালীদেৱে গোবৰ্দ্ধন হাইস্কুলত সহ শিক্ষক হিচাপে কাৰ্যনিৰ্বাহ কৰি পৰৱৰ্তী সময়ত কুমাৰীকাটা হাইস্কুলৰ প্ৰধান শিক্ষক হিচাপে যোগদান কৰি অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'আংগিৰ', 'আয়ুস্মান', 'অশান্ত উৰ্মি', 'স্পন্দিত হৃদয়', 'ফকৰাৰ আঁৰৰ সাধু', 'সাধু অসাধুৰ সাধু' (শিশু সাহিত্য আৰু 'তৰা লেখি শুনা সাধু' (শিশু সাহিত্য)।

লোহিতচন্দ্ৰ কলিতা (জন্ম ঃ ৩০ অক্টোবৰ, ১৯৩৮ খ্ৰী.)

লোহিতচন্দ্ৰ কলিতাৰ জন্মস্থান দৰং জিলাৰ ভুক্তাবাৰী লেখাৰুপাৰা। প্ৰৱেশিকালৈ শিক্ষা গ্ৰহণ কৰা কলিতা প্ৰাথমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ডাইনী পৰ্বতৰ ৰূপহী গাভৰু' (ভৌতিক গল্প, ১৯৯৫) আৰু 'জীৱন নদীৰ সিপিঠি' (২০০৫, চুটিগল্পপুথি)। তেওঁ ৰাজ্যিক কৃতী শিক্ষকৰ বঁটাৰে সন্মানিত।



শ

শৰৎচন্দ্ৰ বৰপূজাৰী (জন্ম ঃ ৩১ মাৰ্চ, ১৯৩৭ খ্ৰী.)

শৰৎচন্দ্ৰ বৰপূজাৰীৰ জন্মস্থান কামৰূপ জিলাৰ সদিলাপুৰ। প্ৰৱেশিকা উত্তীৰ্ণ বৰপূজাৰীয়ে শিক্ষক হিচাপে অৱসৰগ্ৰহণ কৰে। ৰাজ্যিক কৃতী শিক্ষকৰ বঁটা লাভ কৰা তেওঁৰ একমাত্ৰ প্ৰকাশিত কবিতা আৰু প্ৰবন্ধ সংকলনখন হ'ল—বন্ধন' (২০০৮)।

শৰৎচন্দ্ৰ শৰ্মা (জন্ম ঃ ২৫ এপ্ৰিল, ১৯৩৮ খ্ৰী.)

শৰৎচন্দ্ৰ শৰ্মাৰ জন্মস্থান দৰং জিলাৰ পিঠাখোৱা। প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ শৰ্মা হিন্দী বিষয়ত প্ৰবীণ ডিগ্ৰী লাভ কৰে। অৱসৰপ্ৰাপ্ত শিক্ষক শৰ্মাৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'অন্বেষণ' (বেদৰ শ্লোকৰ কবিতাৰ অনুবাদ, ১৯৮৯)।

শশী শৰ্মা (জন্ম ঃ ৩ অক্টোবৰ, ১৯৩২ খ্ৰী.)

নলবাৰী জিলাৰ অন্তৰ্গত জানিগোগ, কৰবাৰী অঞ্চলত শশী শৰ্মাৰ জন্ম হৈছিল। ১৯৫৭ খ্ৰীষ্টাব্দত তেওঁ স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰিছিল। শৰ্মাই শিক্ষকতাৰে কৰ্মজীৱনৰ পাতনি মেলি পৰৱৰ্তী সময়ত অভয়াপুৰী, ডিগবৈ আৰু নলবাৰী মহাবিদ্যালয়ত অধ্যাপনা কাম কৰি ১৯৯৩ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে। শশী শৰ্মা একাধিক সমাজ-সংস্কৃতিমূলক অনুষ্ঠানৰ সৈতে জড়িত। তেওঁ টংলা সাহিত্য সভা, নলবাৰী লেখক সংঘৰ প্ৰতিষ্ঠাপক সম্পাদক। ১৯৫৮ খ্ৰীষ্টাব্দত শশী শৰ্মা অভয়াপুৰী সাহিত্য সভাৰ সম্পাদক পদলৈ নিৰ্বাচিত হৈছিল। ১৯৭২ খ্ৰীষ্টাব্দত তেওঁক নলবাৰী সাহিত্য সমাজৰ সম্পাদকৰূপে নিৰ্বাচিত কৰিছিল। ১৯৬৫ খ্ৰীষ্টাব্দত তেওঁ অসম সাহিত্য সভাৰ ৰাজ্যিক সমিতিলৈ নিৰ্বাচিত হয়। তেওঁ একাধিক শাখা সাহিত্য সভাৰ সংগঠক। তেওঁ এজন স্বাধীনতা সংগ্ৰামীও আছিল। শশী শৰ্মাৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'দীনেশ চন্দ্ৰ মিশ্ৰ' (জীৱনী, ১৯৫৫), 'নলবাৰী আৰু

সাহিত্য সংস্কৃতি' (১৯৬৫), 'দৃষ্টিপাত' (১৯৬৫), 'ৰসৰাজ বেজবৰুৱা' (১৯৬৭), 'সাহিত্য আৰু সৃষ্টি' (১৯৬৮), 'মেক্সিম গৰ্কী' (১৯৬৮), 'নিজাম আলীৰ স্মৃতিকথা' (১৯৬৯), 'নলবাৰী অঞ্চলত অভিনয় কলাৰ ক্ৰম বিকাশৰ ধাৰা', 'সাহিত্যৰথী পদ্মনাথ গোহাঞি বৰুৱা' (১৯৭১), 'লেনিন, ৰুচবিপ্লৱ আৰু ভাৰত' (১৯৭১), 'পণ্ডিত হেমচন্দ্ৰ গোস্বামী' (১৯৭২), 'মোৰ দেশ মানুহৰ দেশ' (১৯৭৪), 'সময়ে যাক পাহৰি যায়' (১৯৭৬), 'টলষ্টয়' (১৯৭৮), 'আধুনিক অসমীয়া সমাজ বিৱৰ্তনত সাহিত্যিকৰ ভূমিকা' (১৯৮০), 'হেম বৰুৱা ঃ উন্নতি অৱনতি' (১৯৮০), 'মানৱ বিদ্বেষ' (১৯৮০), 'সংখ্যালঘু সমস্যা সমাধানৰ গতিপথ' (১৯৮০), 'ধৰ্ম আৰু সমাজ' (১৯৮০), 'আমি কি বিচাৰোঁ' (১৯৮০), 'ফেচীবাদ বনাম বাম আৰু গণতান্ত্ৰিক মৰ্চা' (১৯৮১), 'লু-মুন' (১৯৮২), 'সংস্কৃতিৰ বিৱৰ্তন' (১৯৮১), 'সাহিত্যত বিৱৰ্তন' (১৯৮৪), 'আমাৰ ৰাভা' (১৯৮৪), 'আমাৰ জ্যোতিপ্ৰসাদ' (১৯৮৫), 'আমাৰ নজৰুল' (১৯৮৫), 'আমাৰ স্বাধীনতা সংগ্ৰাম' (১৯৭৬), 'জৰুৰীকালীন অৱস্থাত অসমীয়া বুদ্ধিজীৱীৰ ভূমিকা' (১৯৭৭), 'জাগ্ৰত আফ্ৰিকা' (১৯৮৭), 'সাহিত্যৰ বাস্তৱ স্বপ্ন' (১৯৮৭), 'নলবাৰীত আধুনিক শিক্ষাৰ এশ বছৰ' (১৯৯০), 'খোজে খোজে যাওঁ আগুৱাই' (১৯৯০), 'কথাগুৰু চৰিত' (১৯৯০), 'অসমৰ লোক সাহিত্য' (১৯৯৩), 'সাহিত্য ঃ প্ৰাচ্য-পাশ্চাত্য' (১৯৯৩), 'আদি দশম' (১৯৯৩), 'আমাৰ মাণ্ডেলা' (১৯৯৪), 'শংকৰ গুৰু আমাৰে' (১৯৯৫), 'আমাৰ মাধৱদেৱ' (১৯৯৫), 'আমাৰ আজান ফকীৰ' (১৯৯৫), 'আমাৰ বেজবৰুৱা' (১৯৮), 'আমাৰ আম্বেদকাৰ' (১৯৯৮), 'আমাৰ নটসূৰ্য' (১৯৯৮), 'অসমৰ সাধুকথা' (১৯৯৮), 'অসমৰ হিন্দু মুছলমানৰ সাংস্কৃতিক সম্পৰ্ক' (১৯৯৮), 'আমাৰ শিক্ষাৰ সম্প্ৰসাৰক মহেন্দ্ৰ নাৰায়ণ চৌধুৰী' (১৯৯৮), 'আমাৰ পৃথিৱী' (২০০০), 'কুৰি শতিকাৰ অসমীয়া সাহিত্যত সাম্যবাদী চিন্তা' (২০০০), 'কাৰ্লমাক্স' (২০০১), 'আমাৰ শ্ৰদ্ধাৰ শিক্ষক অক্ষয়চন্দ্ৰ মিশ্ৰচাৰ' (২০০১), 'জ্যোতি পৰিচয়' (২০০৩), 'আমি এক, আমি এক' (২০০০), 'দেৱী পূজাৰ উৎপত্তি বিকাশ' (২০০৩), 'দীনেশ মিশ্ৰৰ পৰিচয়' (২০০৩), 'বিজু' (২০০৪), 'নৱ জাগৰণৰ পটভূমিত লক্ষ্মীনাথ বেজবৰুৱাৰ এটি অৱলোকন' (২০০৪)। অনূদিত গ্ৰন্থ ঃ 'লাগে আমূল পৰিৱৰ্তন লাগে' (১৯৭৮), 'প্ৰকৃত



কমিউনিষ্ট কেনেকৈ হ'ব পাৰি?' (১৯৮৩), 'গণশত্ৰু' (১৯৯৩)। সম্পাদিত গ্ৰন্থ ঃ 'চোৰধৰা আৰু পিম্পৰা গুচোৱা নাট' (১৯৬৩), 'প্ৰবন্ধ মুকুৰ' (১৯৬৬), 'চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰতিভা' (১৯৬৭), 'ত্ৰৈলোক্যনাথ গোস্বামী' (১৯৭২), 'মুক্তি সংগ্ৰামী হৰিচৰণ পাঠক আৰু নলবাৰী অঞ্চলত অভিনয় কলাৰ ক্ৰমবিকাশৰ ধাৰা' (১৯৬৯), 'হেমাংগ বিশ্বাস, জীৱন আৰু কৃতি' (১৯৮৮), 'নিষ্ঠাৱান সমাজ সেৱক অভয়ৰাম ভৰালী' (১৯৯১), 'দুৰ্গাবৰী গীতি ৰামায়ণ' (১৯৯০), 'মনসা কাব্য' (১৯৯১), 'জীৱন শিল্পী আদৰ্শ শৰ্মা' (১৯৯৩), 'কৃতী শিক্ষক জয়দেৱ শৰ্মা' (১৯৯৬), 'বাস্কাৰ জ্যোতি সূৰ্যমল ডেকা' (১৯৯৯), 'অধ্যাপক কৰুণাকান্ত শৰ্মা ঃ এটি সোঁৱৰণ' (১৯৯৯), 'সাহিত্যত আধুনিকতা' (২০০১), 'দেৱেন্দ্ৰ সুৰভি' (২০০২)। উক্ত ৰচনাৱাজিৰ উপৰিও শৰ্মাই ৰচনা কৰা প্ৰায় এহাজাৰমান প্ৰবন্ধ বিভিন্ন কাকত-আলোচনীত প্ৰকাশিত হৈছে। শশী শৰ্মাই একাধিক বঁটাও লাভ কৰিছে। 'মেক্সিম গৰ্কী' গ্ৰন্থৰ বাবে ১৯৬৮ খ্ৰীষ্টাব্দত ছোভিয়েট দেশ নেহৰু বঁটা, 'অসমৰ লোক সাহিত্য' গ্ৰন্থৰ বাবে ১৯৯৫ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাৰ সীতানাথ ব্ৰহ্ম চৌধুৰী বঁটা, অসমৰ সাধুকথা গ্ৰন্থৰ বাবে ১৯৯৯ খ্ৰীষ্টাব্দত গুৱাহাটী সাহিত্য কাননৰ ৰেবনাথ শৰ্মা বঁটা, ২০০২ খ্ৰীষ্টাব্দত দলিত সাহিত্য অকাডেমী বঁটা, বিষ্ণুপ্ৰসাদ ৰাভা বঁটা লাভ কৰিছিল।

**শশীধৰ নাথ (জন্ম ঃ ১ জানুৱাৰী, ১৯৩৫ খ্ৰী.)**

শশীধৰ নাথৰ জন্মস্থান দৰং জিলাৰ শ'লপাম গাঁও। তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত স্নাতকোত্তৰ আৰু ১৯৭৫ খ্ৰীষ্টাব্দত গোৱালপাৰা চৰকাৰী বি. টি. কলেজৰ পৰা বি. টি. ডিগ্ৰী গ্ৰহণ কৰে। প্ৰথমে ৰে'ল বিভাগত চাকৰি কৰি পৰৱৰ্তী সময়ত কেবাখনো বিদ্যালয়ত শিক্ষকতা কৰি কামৰূপ ছোৱালী মহাবিদ্যালয়ৰ অধ্যক্ষ হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'মদাৰ ফুলৰ গোন্ধ' (১৯৮৫), 'অস্তমিত সূৰ্য' (১৯৯২), 'আবেলিৰ ৰং' (২০০২), 'যাৱৎ চন্দ্ৰাৱলী তাৱত কঠিয়া' (১৯৯৯), 'লোক-সাহিত্যৰ এখিলা পাত' (২০০৩), 'প্ৰাচীন অসমীয়া শব্দকোষ' (১৯৯২), 'জীৱন আৰু মৃত্যু' (অনুবাদ পুথি, ১৯৯০), 'সৰাপাতৰ ৰং' (২০০৪) আদি।

**শ্যামাচৰণ দাস (জন্ম ঃ ১ মাৰ্চ, ১৯৩৬ খ্ৰী.)**

শ্যামাচৰণ দাসৰ জন্মস্থান গোৱালপাৰা জিলাৰ দলগোমা। তেওঁ ১৯৫৫ খ্ৰীষ্টাব্দত গোৱালপাৰা মহাবিদ্যালয়ৰ পৰা স্নাতক আৰু ১৯৬৫ খ্ৰীষ্টাব্দত বি. টি. ডিগ্ৰী লাভ কৰে। বাকাইটাৰী হাইস্কুলৰ পৰা প্ৰধান শিক্ষক হিচাপে অৱসৰ গ্ৰহণ কৰা দাসৰ প্ৰকাশিত পুথিসমূহ হ'ল—

উপন্যাস ঃ 'বিভিন্ন পথ', 'মন জুই', 'অসম জীয়ৰী' (শিশু উপন্যাস)। নাটক ঃ 'বিচাৰ', 'খুলশালিৰ বিয়া', 'নিৰ্দিষ্ট বক্তা', 'গীতামৃত' (গীতাৰ ভাঙনি, ১৯৮৭), 'অমৃতবাণী' (সংকলন, ১৯৮৭), 'কবিতা কুটিৰ' (কবিতা, ১৯৯১), 'জোলোঙাৰ মেকুৰী' (একাংকিকা নাট, ১৯৯১), 'ভাৰত জ্যোতি' (১৯৯২), 'নৈতিক দৰ্পণ' (গীতি কথা, ১৯৯৪) আৰু 'কালৰ কুটিল গতি' (যুগধৰ্ম)।

**শ্যামাচৰণ নাথ (জন্ম ঃ ১ ডিচেম্বৰ, ১৯৩৩ খ্ৰী.)**

শ্যামাচৰণ নাথৰ জন্মস্থান গোৱালপাৰা জিলাৰ লালাবৰী। স্নাতক ডিগ্ৰী লাভ কৰা নাথে ১৯৫৪-১৯৫৭ খ্ৰীষ্টাব্দলৈ ৰংজুলি হাইস্কুলত আৰু ১৯৫৭-১৯৬২ খ্ৰীষ্টাব্দলৈ কৃষ্ণাই হাইস্কুলৰ সহ-শিক্ষক হিচাপে কাৰ্যনিৰ্বাহ কৰে। পৰৱৰ্তী সময়ত প্ৰাথমিক শিক্ষা বিষয়া হিচাপে কাম কৰি অৱসৰ গ্ৰহণ কৰে। নাথৰ প্ৰকাশিত পুথিসমূহ হৈছে—'শ্ৰীসূৰ্য পাহাৰ' (প্ৰত্নতত্ত্বমূলক, ১৯৭১), 'গোৱালপাৰাত স্বাধীনতা আন্দোলনৰ ৰ'দ কাচিয়লি' (১৯৭৪), 'ৰত্নপীঠ' (প্ৰবন্ধমালা, ১৯৮৮), 'কথাগুৰু চৰিতৰ মুকুতা মালা' (ধৰ্মমূলক, ২০০৬)।

**শিৱ শৰ্মা (জন্ম ঃ ১ অক্টোবৰ, ১৯৩৭ খ্ৰী.)**

শিৱ শৰ্মাৰ জন্মস্থান গোলাঘাট জিলাৰ কছাৰীহাট অঞ্চলৰ বনগাঁও। বৰ্তমান লখিমপুৰ জিলাৰ অন্তৰ্গত নাৰায়ণপুৰ অঞ্চলৰ ৬ নং ৱাৰ্ড, ডিক্ৰঙৰ বাসিন্দা। তেওঁ ১৯৬২ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজী সাহিত্যত আৰু ১৯৬৬ খ্ৰীষ্টাব্দত একেখন বিশ্ববিদ্যালয়ৰ পৰা ৰাজনীতি বিজ্ঞান বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী গ্ৰহণ কৰে। ২০০৫ খ্ৰীষ্টাব্দত সাহিত্যিক পেন্সন লাভ কৰা শৰ্মাই মাধৱদেৱ মহাবিদ্যালয়ৰ (নাৰায়ণপুৰ) অধ্যক্ষ হিচাপে কাৰ্যনিৰ্বাহ কৰি অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'স্নেহ' (গল্প সংকলন, ১৯৯৮), 'মাণিকী গাঁৱৰ কাহিনী' (১৯৬৩)। গৱেষণামূলক গ্ৰন্থ ঃ 'বিহু, বিহুগীত আৰু অসমীয়া বাদ্যযন্ত্ৰ' (২০০৩), 'মইনাৰ শংকৰদেৱ ঃ 'স্যামন্তক হৰণৰ কাহিনী' (২০০৪), 'ব্ৰহ্মপুত্ৰ সভ্যতা' (২০০৭)। উল্লেখযোগ্য যে জাৰ্মানীৰ ফ্ৰাংকফুটত অনুষ্ঠিত হোৱা বিশ্ব গ্ৰন্থমেলাত তেওঁ বিশেষভাৱে সমাদৰ লাভ কৰে। 'মহাতীৰ্থ অসম' (২০০৯), 'বাৰ বৈষ্ণৱ স্থান নাৰায়ণপুৰ' আৰু 'মহাপুৰুষ শ্ৰী শ্ৰী মাধৱদেৱ সমন্বিতে ইয়াৰ সন্তসকল' (২০০৭) আদি তেওঁ ৰচনা কৰিছে। সম্পাদিত গ্ৰন্থ ঃ 'সোণৰ শৈশৱ, ৰূপৰ যৌৱন আৰু স্মৃতিপুলকৰ বাৰ্দ্ধক্য' (প্ৰয়াত সাহিত্যিক ৰমা বৰঠাকুৰৰ আত্মজীৱনী, ২০০৪), 'সাহিত্য ৰত্ন চন্দ্ৰধৰ বৰুৱাৰ মেঘনাদ বধ' (২০০৫), 'শিক্ষাবিদ, সাহিত্যিক, অনুবাদ সম্ৰাট ৰমা বৰঠাকুৰ' (২০০৩)। সমালোচনামূলক গ্ৰন্থ ঃ 'ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ নাট্য সাহিত্য' (২০০৪), 'অসম আৰু অসমৰ সমস্যা' (১৯৮০), 'গুপ্তহত্যা' (২০০৭)। অনূদিত গ্ৰন্থ ঃ লীলা চেমচনৰ 'দি জয় অৱ্ ইণ্ডিয়ান ক্লাচিকেল ডেন্সছে'ৰ অসমীয়া অনুবাদ 'ভাৰতীয় ধ্ৰুপদী নৃত্যৰ হৰ্ষস্বাদন'।



**ড° শীলা বৰঠাকুৰ (জন্ম ঃ ১৯৩৩ খ্ৰী.)**

শোণিতপুৰ জিলাৰ তেজপুৰ চহৰৰ বাসিন্দা শীলা বৰঠাকুৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষা। ড° শীলা বৰঠাকুৰ দৰ্শন বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। ১৯৯৩ খ্ৰীষ্টাব্দত Social change in Assam since Independence role of Woman with spritual; reference to Sonitpur District. শীৰ্ষক গৱেষণা গ্ৰন্থৰ বাবে ডক্টৰেট ডিগ্ৰী লাভ কৰে। ভাৰত চৰকাৰে তেখেতক পদ্মশ্ৰী উপাধি প্ৰদান কৰে। অসম লেখিকা সমাৰোহ সমিতিৰ প্ৰতিষ্ঠাপক সভানেত্ৰী আছিল। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'অনন্যা, 'অন্তৰা' (গল্পপুথি), 'দৃষ্টি আৰু দৃষ্টান্ত', 'সংস্কৃতিৰ সন্ধানত', 'লেখকৰ দৃষ্টিত নাৰী', 'আটলাণ্টা' (ভ্ৰমণ কাহিনী), 'এৰা বোটলা আৰু সাৰস্যত' আদি।

সম্পাদিত পুথি ঃ 'লেখিকাৰ জীৱনী' (প্ৰথম আৰু দ্বিতীয় খণ্ড), 'ধৰ্মেশ্বৰী দেৱী বৰুৱানী ৰচনা সম্ভাৰ', 'মহাশ্বেতা', 'পদ্মশ্ৰী নলিনীবালা দেৱী ৰচনা সম্ভাৰ' (প্ৰথম খণ্ড), 'লেখিকাৰ গ্ৰন্থপঞ্জী' আৰু 'ৰূপতীৰ্থ'।

**শেৱালি বৰুৱা (জন্ম : ১৬ জুন, ১৯৩৯ খ্ৰী.)**

তিনিচুকীয়া জিলাৰ বৰদলৈ নগৰ নিবাসী শেৱালি বৰুৱাৰ প্ৰকাশিত গ্ৰন্থৰাজি হ'ল—'কুদ্ৰাক্ষ' (২০০২), 'বনৰীয়া ফুলৰ সুবাস' (সম্পাদনা, ২০০২), 'একাঁজলি গল্প সম্ভাৰ' (যুটীয়াভাৱে প্ৰকাশিত গল্প সংকলন, ২০০৯), 'মাইনাৰ অ আ ক খ' (শিশুপুথি, ২০০৯) আৰু 'জন্ম মৃত্যু বিবাহ' (উপন্যাস, ২০১০) আদি।

**শুভানন্দ চক্ৰৱৰ্তী (জন্ম : ২৩ মাৰ্চ, ১৯৪০ খ্ৰী.)**

শুভানন্দ চক্ৰৱৰ্তীৰ জন্মস্থান বঙাইগাঁও জিলাৰ দেৱান গাঁও। তেওঁ বি. বৰুৱা মহাবিদ্যালয়ৰ পৰা স্নাতক ডিগ্ৰী গ্ৰহণ কৰে। চক্ৰৱৰ্তী বঙাইগাঁও অসম ছপাশালৰ স্বত্বাধিকাৰী। তেওঁ দৈনিক অসম কাকতৰ গোৱালপাৰাৰ সংবাদদাতা হিচাপে ১৯৭২ খ্ৰীষ্টাব্দৰ পৰা ১৯৮০ খ্ৰীষ্টাব্দলৈ কাৰ্যনিৰ্বাহ কৰিছিল। তেওঁ 'কুসুমাঞ্জলী' আৰু 'ফুলৰ পাহি' নামৰ দুখন পুথি সম্পাদনা কৰিছিল।

**শ্ৰীমান চক্ৰৱৰ্তী (জন্ম : ৩০ ডিচেম্বৰ, ১৯৩৭ খ্ৰী.)**

প্ৰয়াত শ্ৰীমান চক্ৰৱৰ্তীৰ জন্মস্থান কামৰূপ জিলাৰ বামুন্দী। অসমীয়া বিষয়ত স্নাতকোত্তৰ প্ৰয়াত চক্ৰৱৰ্তী শুৱালকুছি মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত মুৰব্বী অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ৰাজভৱনলৈ কিমান দূৰ' (জীৱনী), 'উত্তৰকূল' (বুৰঞ্জীমূলক পুথি)।



# স

**সত্যপ্ৰভা দাস (জন্ম : ১৭ জুলাই, ১৯৩১ খ্ৰী.)**

স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা সত্যপ্ৰভা দাসে শিক্ষকতা কৰি অৱসৰগ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'সেই ল'ৰা দুটা' (১৯৮৮), 'গীতৰ নদীৰে' (২০০২) আৰু 'বিস্তীৰ্ণ প্ৰান্তৰ' (২০০৫)।

**সতীশচন্দ্ৰ দাস (জন্ম : ১৯৩৪ খ্ৰী.)**

সতীশচন্দ্ৰ দাসৰ জন্মস্থান বাক্সা জিলাৰ নিজ জুলুকী। বৰমা কলেজৰ অধ্যক্ষ হিচাপে তেওঁ ১৯৭১ খ্ৰীষ্টাব্দত অৱসৰগ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'চাণ্ডোগ্যপনিষদ', 'কথোপনিষদ', 'কেনো প্ৰশ্নোপনিষদ' (অনূদিত) আৰু 'শংকৰদেৱৰ দৰ্শন'।

**সম্ভুৰাম দাস (জন্ম : ২৮ অক্টোবৰ, ১৯৩৫ খ্ৰী.)**

সম্ভুৰাম দাসৰ জন্মস্থান বালিসত্ৰ, কামৰূপ জিলা। শিক্ষক প্ৰশিক্ষণ লাভ কৰা দাস দক্ষিণ বালিসত্ৰ প্ৰাথমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'গংগাজল' আৰু 'ভ্ৰমণ' (২০০১)। উল্লেখ্য যে দাসে কৃতী শিক্ষকৰ ৰাজ্যিক পুৰস্কাৰ লাভ কৰে।

**স্বৰ্ণ গোস্বামী (জন্ম : ৭ জুলাই, ১৯৩৭, মৃত্যু : ১৫ জানুৱাৰী, ২০০৫ খ্ৰী.)**

স্বৰ্ণ গোস্বামীৰ জন্মস্থান তেজপুৰ, শোণিতপুৰ জিলা। গোস্বামীয়ে পিছত নগাঁও জিলাৰ পুৰথৰীয়াৰ বাসিন্দা হয়। তেওঁ স্নাতক আৰু সংগীতত বিশাৰদ ডিগ্ৰী গ্ৰহণ কৰিছিল। শান্তিপুৰ ছোৱালী উচ্চ মাধ্যমিক বিদ্যালয়ৰ শিক্ষয়িত্ৰী হিচাপে চাকৰি কৰি পৰৱৰ্তী সময়ত তেওঁ স্বেচ্ছামূলক অৱসৰ গ্ৰহণ কৰিছিল। তেওঁৰ প্ৰকাশিত পুথি—'গধূলিতে গধূলিতে ডবা কোবায়' (১৯৬৮), 'অনামী ছন্দ' (চুটি গল্প, ১৯৭১), 'জোনবাই এ বেজি এটা দিয়া' (১৯৭০), 'সাধুকথাৰ চলেৰে বিজ্ঞানৰ

বতৰা' (১৯৭৯), 'অমৃত ক্ষণ' (চুটিগল্প, ২০০১) আৰু 'খৰিকাজাঁই' (শিশু উপন্যাস, ২০০৫)। তেওঁ ১৯৬৩ খ্ৰীষ্টাব্দত 'গধূলিতে গধূলিতে ডবা কোবায়' উপন্যাসৰ বাবে ৰাষ্ট্ৰীয় পুৰস্কাৰ, কলিজাৰ তেজেৰে লিখা কবিতাটিৰ বাবে অসম সাহিত্য সভাৰ গোপাল গোস্বামী বঁটা লাভ কৰিছিল (১৯৭০)। নতুন সাহিত্য পৰিষদৰ আয়োজিত চুটিগল্প প্ৰতিযোগিতাত বিষ্ণুৰাভা বঁটা (১৯৯০), সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ দ্বাৰা ক্ৰমে পুষ্পলতা বৰঠাকুৰ বঁটা, নিৰুপমা বৰুৱা বঁটা আৰু বাসন্তী দেৱী বঁটা পাবলৈ সমৰ্থ হৈছে।

**স্বৰ্ণ ঢেকিয়ালফুকন (জন্ম ঃ ৩০ জুন ১৯৩৪ খ্ৰী.)**

স্বৰ্ণ ঢেকিয়ালফুকনৰ জন্মস্থান শোণিতপুৰ জিলাৰ তেজপুৰৰ অন্তৰ্গত মাজগাঁও। তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী গ্ৰহণ কৰে। লখিমপুৰ মহাবিদ্যালয়ত কাৰ্যনিৰ্বাহ কৰি ১৯৯৪ খ্ৰীষ্টাব্দত তেওঁ অৱসৰগ্ৰহণ কৰে। তেখেতৰ একমাত্ৰ প্ৰকাশিত পুথি—'অনুভূতিৰ থুপি' (কবিতাপুথি) আৰু 'ভিন্ন ক্ষণ ভিন্ন ভাব' (প্ৰবন্ধপুথি)।

**স্বৰ্ণ বৰা (জন্ম ঃ ১৭ জানুৱাৰী, ১৯৩৭ খ্ৰী.)**

স্বৰ্ণ বৰাৰ জন্মস্থান নগাঁও জিলাৰ কছলুখোৱা। বৰাই স্নাতক ডিগ্ৰী গ্ৰহণ কৰি নগাঁও চৰকাৰী উচ্চতৰ মাধ্যমিক বালিকা বিদ্যালয়ত শিক্ষয়িত্ৰী হিচাপে যোগদান কৰি ১৯৯০ খ্ৰীষ্টাব্দত শাৰীৰিক অসুস্থতাৰ বাবে স্বেচ্ছামূলক অৱসৰগ্ৰহণ কৰে। ১৯৯৭ খ্ৰীষ্টাব্দত 'ডিয়ুং নদীৰ গীত' উপন্যাসৰ বাবে তেওঁ অসম সাহিত্য সভাৰ সীতানাথ ব্ৰহ্মচৌধুৰী বঁটা আৰু ১৯৯৮-৯৯ খ্ৰীষ্টাব্দত 'মেঘনা যমুনা থেমচ' উপন্যাসৰ বাবে অসম সাহিত্য সভাৰ বাসন্তী বৰদলৈ বঁটা লাভ কৰে। অনাতাঁৰ কেন্দ্ৰৰ নিয়মীয়া গীতিকাৰ বৰাৰ প্ৰকাশিত পুথিসমূহ হ'ল—উপন্যাস ঃ 'ডিয়ুং নদীৰ গীত' (১৯৮৫, 'সীতাৰাম ব্ৰহ্মচৌধুৰী বঁটাপ্ৰাপ্ত), 'চিমচাং নদীৰ হাঁহি' (১৯৮৭), 'লুইত পাৰৰ কণ্ঠ' (১৯৮৯), 'সোৱণশিৰিত ৰে'লৰ উকি' (১৯৯০), 'নদীৰ পাৰৰ সুগন্ধি কবিতা' (১৯৯০), 'গংগা নদীৰ নতুন দিগন্ত' (১৯৯২), 'দুধনৈৰ বেদনা' (১৯৯৭), 'মেঘনা যমুনা থেমুছ' (১৯৯৮, বাসন্তী বৰদলৈ বঁটা প্ৰাপ্ত), 'লুইত পাৰৰ উষাৰ কিৰণ' (১৯৯৮), 'আই নদীৰ উচুপনি' (১৯৯৯), 'ৰুদ্ৰতীৰ্থ ব্ৰহ্মপুত্ৰ' (১৯৯৯), 'তিতাই মৰা সুঁতিৰ সুৰধ্বনি' (২০০০) আদি। একমাত্ৰ কবিতাপুথি—'হৃদয় নদীৰ কল্লোল' (১৯৯০); একমাত্ৰ গীতৰ পুথি—'কলংপাৰৰ গীত' (১৯৯০)। আন এখন উল্লেখনীয় পুথি—'পাগলাদিয়াৰ সোণালী ৰং' (১৯৮৬)। আদি।



**ড° স্বৰ্ণলতা বৰুৱা (জন্ম ঃ ১৩ নৱেম্বৰ, ১৯৩৯ খ্ৰী.)**

ড° স্বৰ্ণলতা বৰুৱাৰ জন্মস্থান গোলাঘাট জিলাৰ মিছ্নপট্টি। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা বুৰঞ্জী বিষয়ত স্নাতকোত্তৰ আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পৰা পি. এইচ. ডি. ডিগ্ৰী লাভ কৰা ড° স্বৰ্ণলতা বৰুৱা এগৰাকী অৱসৰপ্ৰাপ্ত অধ্যাপিকা। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ভাৰত বুৰঞ্জী ঃ প্ৰাচীন যুগ' (১৯৭২), 'ভাৰত বুৰঞ্জী বৃটিছ শাসন আৰু ভাৰতৰ স্বাধীনতা সংগ্ৰাম', 'মাধ্যমিক ভাৰত বুৰঞ্জী' (১৯৯০), 'উচ্চতৰ মাধ্যমিক বুৰঞ্জী' (১৯৯২), 'তিনিচুকীয়া ঃ যুগে যুগে নিজৰ নাচোন' (১৯৯৯), 'A comprehensive History of Assam' (1985), 'Last Days of Ahoms Monarchy' (1992), 'States of Women in Assam' (সম্পাদিত, ১৯৮৯), 'Life and Teachings of Sri Sri Anirudhadeva' (সম্পাদিত, ২০০২)।

**স্বৰ্ণ হাজৰিকা (জন্ম ঃ ১ এপ্ৰিল, ১৯৩৬ খ্ৰী.)**

শোণিতপুৰ জিলাৰ কলাবাৰীত স্বৰ্ণ হাজৰিকাৰ জন্ম হয়। হিন্দী পাৰঙ্গ শিক্ষাৰে শিক্ষিত হাজৰিকাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'উত্তৰশূন্য' (গল্প সংকলন, ২০০১), 'টঙনা বস্তিৰ দিনলিপি' (উপন্যাস, ২০০৩), 'এটা শতাব্দীৰ দিনপঞ্জী' (জীৱন পৰিক্ৰমা, ২০০৩), 'গাঁৱলৈ যাওঁ আহক' (গাঁৱৰ পৰিচয়, ২০০৭), 'এহেজাৰ বছৰৰ পাঁচিছজন অসমীয়া' (অনুবাদ, ২০০৭), 'চিত্ৰলেখা' (অনুবাদ উপন্যাস, ২০০৭), 'মন দাপোণত অলেখ ঢৌ' (কবিতা, ২০০৮), 'হৃদয় কলৰৱ'।

**সাধিৰাম কলিতা (জন্ম ঃ ১ মাৰ্চ, ১৯৩৯ খ্ৰী.)**

সাধিৰাম কলিতাৰ জন্মস্থান কনিমাৰা, বৰপেটা জিলা। তেওঁ বৰ্তমান নলবাৰী জিলাৰ টিহু নগৰ নিবাসী। স্নাতকোত্তৰ ডিগ্ৰীধাৰী কলিতা টিহু কলেজৰ অসমীয়া বিভাগৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ প্ৰকাশিত একমাত্ৰ প্ৰবন্ধপুথিখন হ'ল—'সাহিত্য সুষমা' (২০০১)। তদুপৰি বিভিন্ন আলোচনী তথা বাতৰি কাকত আদিত লেখকৰ লেখা সিঁচৰতি হৈ আছে।

**ড° সাৰদানন্দ দেৱগোস্বামী (জন্ম ঃ ১৫ এপ্ৰিল, ১৯৩৯ খ্ৰী.)**

ড° সাৰদানন্দ দেৱগোস্বামীৰ জন্মস্থান নৰোৱা বালিসত্ৰ, নগাঁও জিলা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত স্নাতকোত্তৰ আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট ডিগ্ৰী গ্ৰহণ কৰা দেৱগোস্বামীয়ে ১৯৮৬ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাৰ কামপুৰ অধিৱেশনত 'নিশি শয়নে গোৱাই' উপন্যাসৰ বাবে জ্ঞান মালিনী বঁটা আৰু ২০০৮ খ্ৰীষ্টাব্দত অসম চৰকাৰৰ সাহিত্য বঁটা লাভ কৰিবলৈ সক্ষম হয়। সু-সাহিত্যিক দেৱগোস্বামীৰ প্ৰকাশিত পুথিসমূহ হ'ল— উপন্যাস ঃ 'ৰজনী বিদুৰ' (১৯৭৫), 'নিশি শয়নে গোৱাই' (১৯৭৯), 'পৱন বৈৰণী' (১৯৮৫), 'দিবসে আন্ধাৰি' (১৯৮৭), 'উত্তল সৰস্বি' (১৯৮৮)। গল্প সংকলন ঃ 'অযান্ত্ৰিক' (১৯৯৫), 'দাগ আৰু অন্যান্য' (২০০৫)। কবিতা সংকলন ঃ 'আহৰি পৰৰ পদ্য' (১৯৯৮)। জীৱনী সংগ্ৰহ ঃ 'নৱনিধি' (১৯৯৯)। 'নাট্যকাৰ লক্ষ্মীদেৱ ঃ জীৱন আৰু কৃতি' (২০০৪) আৰু 'ঐতিহাসিক পটভূমিত হোজাই' (২০০৪)।

**সুবলচন্দ্ৰ মহন্ত (জন্ম ঃ ২৮ ফেব্ৰুৱাৰী, ১৯৩২ খ্ৰী.)**

সুবলচন্দ্ৰ মহন্তৰ জন্মস্থান কোকৰাঝাৰ জিলা। মহন্তৰ প্ৰকাশিত পুথি দুখন হ'ল—'সীৰলু' (সমাজ সেৱক কৃষক বন্ধু সুবল চন্দ্ৰ মহন্তৰ জীৱন আৰু কৃতিত্বৰ আভাস, ২০০৯) আৰু 'সুবলচন্দ্ৰ মহন্তৰ হেঁপাহৰ ৰং'।

**সুৰেন গোস্বামী (জন্ম ঃ ১ মাৰ্চ ১৯৩৫ খ্ৰী.)**

সুৰেন গোস্বামীৰ জন্মস্থান মেধিপাৰা সত্ৰ, কামৰূপ জিলা। মিৰ্জাৰ



দক্ষিণ কামৰূপ মহাবিদ্যালয়ৰ অধ্যাপক হিচাপে অৱসৰগ্ৰহণ কৰা গোস্বামীৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ইউৰোপৰ প্ৰান্তৰে প্ৰান্তৰে', 'সাহিত্য আৰু সংস্কৃতি', 'অসমীয়া গদ্য সাহিত্য', 'দৃষ্টি দিগন্ত' (আমেৰিকা ভ্ৰমণ), 'থাইলেণ্ড, ছিংগাপুৰত এভুমুকি', শিক্ষাবিদ অৱলাকান্ত গোস্বামী' (জীৱনী সাহিত্য), 'আমি আজিৰ মানুহ' (নাট), 'ধুমুহাৰ পিছত' (নাট)। তদুপৰি লেখকৰ প্ৰায় দুকুৰি প্ৰবন্ধ আৰু পাঁচখন একাংকিকা নাটক সিঁচৰতি হৈ আছে।

**ড° সুৰেন্দ্ৰমোহন মহন্ত (জন্ম ঃ ২২ ডিচেম্বৰ, ১৯৩৬ খ্ৰী.)**

ড° সুৰেন্দ্ৰমোহন মহন্তৰ জন্মস্থান ডিপোটা, শোণিতপুৰ জিলা। বৰ্তমান মহন্ত পাঞ্জাবাৰী, গুৱাহাটীৰ বাসিন্দা। তেওঁ ১৯৬৩ খ্ৰীষ্টাব্দত ৰাজনীতি বিজ্ঞান আৰু ইংৰাজী বিষয়ত (১৯৬৬) গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰাৰ উপৰিও ১৯৯৩ খ্ৰীষ্টাব্দত পাটনা বিশ্ববিদ্যালয়ৰ পৰা পি. এইচ. ডি গ্ৰহণ কৰে। প্ৰথমে তেওঁ ১৯৬৪ ৰ পৰা ১৯৯৫ খ্ৰীষ্টাব্দলৈ কটন কলেজৰ ৰাজনীতি বিজ্ঞানৰ অধ্যাপক হিচাপে কাৰ্যনিৰ্বাহ কৰি অৱসৰ গ্ৰহণ কৰে। পৰৱৰ্তী সময়ত ১৯৯৬-২০০২ খ্ৰীষ্টাব্দলৈ পাঞ্জাবাৰী জুনিয়ৰ কলেজৰ অধ্যক্ষ হিচাপে কাৰ্যনিৰ্বাহ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'মন নৈমিষাৰণ্য' (দ্বিপদী কবিতা, ২০০৪), 'পাণ্ডুলিপি মোৰ হৃদয়ৰ' (দ্বিপদী কবিতা, ২০০৬), 'মন মনস্বিনী' (দ্বিপদী কবিতা, ২০০৭)।

আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ দ্বাৰা তেওঁ 'কে কে হোৱা' (১৯৬০), 'হলৌ তিখৰ সংবাদ' (১৯৭৪), 'মিউ মেও খেক' (১৯৭৮) আৰু 'পণ্ডিত প্ৰবৰ শ্ৰীল শিয়াল' (১৯৮০) এই চাৰিখন শিশুৰ উপযোগী সংগীতালেখ্য প্ৰচাৰ কৰে। ১৯৭২ খ্ৰীষ্টাব্দত তেওঁৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাকবিশ্ববিদ্যালয়ৰ দুখন পাঠ্যপুথি আৰু অষ্টম শ্ৰেণীৰ এখন অসমীয়া পাঠ্যপুথি প্ৰকাশ হয়।

**সুৰেশচন্দ্ৰ বৰঠাকুৰ (জন্ম ঃ ১ জানুৱাৰী, ১৯৩৯ খ্ৰী.)**

সুৰেশচন্দ্ৰ বৰঠাকুৰৰ জন্মস্থান আমতলা গাঁও, শোণিতপুৰ জিলা।

স্নাতক আৰু বি. টি ডিগ্ৰীধাৰী বৰঠাকুৰ সদৌ অসম সাংবাদিক সন্থাৰ প্ৰতিষ্ঠাপক সভাপতি আৰু বৰ্তমান উপদেষ্টা। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ৰচনা মঞ্জুৰী' (১৯৭৫), 'মহাপুৰুষৰ জিলিঙনি' (১৯৭৬), 'স্বাধীনতা সংগ্ৰামত ছয়দুৱাৰৰ ভূমিকা' (১৯৯৭)।

**সুশীল শৰ্মা (জন্ম ঃ ১৩ নবেম্বৰ, ১৯৩৫ খ্ৰী.)**

সুশীল শৰ্মাৰ জন্মস্থান শুৱালকুছিৰ বামুণপাৰা। সুশীল শৰ্মাদেৱে ১৯৫৭ চনত স্নাতক চূড়ান্ত পৰীক্ষা দি অস্থায়ীভাৱে কিছুদিনৰ বাবে শুৱালকুছি হাইস্কুলত শিক্ষকতা কৰে। ছাত্ৰাৱস্থাতেই কিছুদিনৰ বাবে জালুকবাৰী হাইস্কুলতো শিক্ষকতা কৰে। শৰ্মাদেৱে স্নাতকোত্তৰ ডিগ্ৰী গ্ৰহণ কৰাৰ পিছত ১৯৬১ চনত আৰ্য বিদ্যাপীঠ মহাবিদ্যালয়ত প্ৰবক্তা হিচপে কিছুদিন কাৰ্যনিৰ্বাহ কৰি শৰ্মাদেৱে প্ৰাগজ্যোতিষ মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'অসমীয়া' (আলোচনাত্মক গ্ৰন্থ, ১৯৭৩), 'অসমীয়া ইতিহাস ঃ সংঘাত আৰু সংশয়' (আলোচনাত্মক গ্ৰন্থ, ১৯৪৮), 'মৰিচীকা' (উপন্যাস) আৰু 'জোনাক ৰাতিৰ আৰতি' (কবিতা সংকলন)।

**সূৰ্যকান্ত শৰ্মা (জন্ম ঃ ১৮ ছেপ্টেম্বৰ, ১৯৩৩, মৃত্যু ঃ ১৭ মাৰ্চ, ২০০৩ খ্ৰী.)**

প্ৰয়াত সূৰ্যকান্ত শৰ্মাৰ জন্মস্থান কেন্দুৱা গাঁও (কৰৰা মৌজা), কামৰূপ জিলা। আই. এ. আৰু শাস্ত্ৰী ডিগ্ৰী লাভ কৰি শিক্ষকতাৰে কৰ্মজীৱন আৰম্ভ কৰি অৱসৰগ্ৰহণ কৰা প্ৰয়াত শৰ্মাৰ প্ৰকাশিত পুথি দুখন হ'ল—'প্ৰবন্ধ প্ৰণামী' (১৯৯৫) আৰু 'লেপাং মেস্বাৰ' (১৯৯৮)।

**সাহিত্যসূৰ্য সূৰ্যকুমাৰ মজুমদাৰ (জন্ম ঃ ১ মাৰ্চ, ১৯৩৭ খ্ৰী.)**

অসমীয়া বিষয়ৰ স্নাতকোত্তৰ, নৰ্মাল পাছ আৰু হিন্দী বিশাৰদ আৰু বি. টি ডিগ্ৰী গ্ৰহণ কৰা সাহিত্যিক মজুমদাৰদেৱে শিক্ষক হিচাপে অৱসৰগ্ৰহণ কৰে। তেখেতৰ সাহিত্যিক কৰ্মৰাজি—'বুঢ়াগোহাঁইৰ থানৰ ইতিবৃত্ত' (সম্পাদনা, ১৯৮৬), 'অসমীয়া গল্প' (সম্পাদনা, ১৯৮৭), 'দক্ষিণ কামৰূপৰ ৰাভা সংস্কৃতিত এভূমুকি' (১৯৮৯), 'খো খো খেলৰ নিয়মাৱলী' (১৯৯১),



'প্ৰতিবিম্ব' (গল্প পুথি, ১৯৯৪), 'মুক্তি যুঁজৰ সৈনিক' (জীৱনী, ১৯৯৪), 'কামৰূপৰ যাত্ৰা নাট আৰু নাট্য আন্দোলনৰ ইতিহাস' (১৯৯৮), 'মহাপুৰুষ শ্ৰীশ্ৰীদামোদৰদেৱ' (১৯৯৯), 'সমাজ সেৱক ৰতিকান্ত মজুমদাৰ' (১৯৯৯), 'মহান সাধক সিদ্ধ পুৰুষ শ্ৰীশ্ৰীফালামুৰা দেৱ' (২০০০), 'বড়ো সংস্কৃতিত দৃষ্টিপাত' (২০০১)। মজুমদাৰদেৱে কৃতী শিক্ষকৰ ৰাজ্যিক বঁটা (১৯৯৫), ড° বি. আৰ. আম্বেদকাৰ ফেল'শ্বিপ সন্মান (২০০০), অসম চৰকাৰৰ ক্ৰীড়া পেন্সন, ভাৰতীয় দলিত সাহিত্য অকাডেমী বঁটা লাভ কৰিবলৈ সক্ষম হৈছিল।

**সোণাৰাম শৰ্মা (জন্ম ঃ ১৯৩০ খ্ৰী.)**

সোণাৰাম শৰ্মাৰ জন্মস্থান ব্যাসপাৰা, দৰং জিলা। অৱসৰপ্ৰাপ্ত শিক্ষক শৰ্মাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'আধুনিক ছাত্ৰৰ কৰ্তব্য', 'হাঁহি এটা মাৰক', 'গুৰু শিষ্য', 'সতী বৃন্দা', 'সতী অহল্যা', 'হৰিশ্চন্দ্ৰৰ উপাখ্যান', 'অমৃত বচন', 'পাঁচ মিনিট', 'পাষাণ উদ্ধাৰ', 'বৃন্দা সতী', 'বসন্ত ৰূপা', 'ক, খ, গ, ঘ,', 'ককাৰ মুখ মধু আমাক ক'ব সাধু', 'সাধু শুনো আহা', 'সাবিত্ৰী সত্যবান', 'কাশ্যপ গোত্ৰৰ বংশাৱলী', 'আকৌ হাঁহি এটা মাৰক', 'নাচাহে বুঢ়া ভাই নাচা হৰি গুণ গায়' আদি।

**সোমেশ্বৰ দত্ত (জন্ম ঃ ১৯৩৩ খ্ৰী.)**

সোমেশ্বৰ দত্তৰ জন্মস্থান নমাটি, নাওশলীয়া গাঁও, নাজিৰা, শিৱসাগৰ জিলা। তেওঁ স্নাতক আৰু বি. টি. ডিগ্ৰী গ্ৰহণ কৰে। দত্তদেৱে নাজিৰা উচ্চতৰ মাধ্যমিক আৰু বহুমুখী বিদ্যালয়ৰ শিক্ষক হিচাপে কাৰ্যনিৰ্বাহ কৰি অৱসৰ গ্ৰহণ কৰে। তেখেতৰ প্ৰকাশিত পুথিসমূহ হ'ল ক্ৰমে—'সমান্তৰাল' (উপন্যাস, ১৯৬৩), 'এধানি পোহৰ' (গল্প, ১৯৬৩), 'তীৰ্থ ভ্ৰমণ', 'বিৰিণা পাতৰ নাও' (কবিতা পুথি), 'কাঠৰ ঘোঁৰা' (কবিতা পুথি), 'খোজ' (কবিতা পুথি), 'কৃষ্ণৰ চৰণে বন্দী হৌক মোৰ নাম' (কবিতাপুথি)।

**সৌৰভ কুমাৰ চলিহা (জন্ম ঃ ১৯৩০, মৃত্যু ঃ ২৪ জুন, ২০১১ খ্ৰী.)**

বিশিষ্ট গল্পকাৰ সৌৰভ কুমাৰ চলিহাৰ জন্মস্থান মঙলদৈ। গুৱাহাটী আৰু লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ আৰু ডক্টৰেট ডিগ্ৰী লাভ

কৰা চলিহাদেৱে অসম অভিযান্তিক মহাবিদ্যালয়ৰ পৰা অধ্যাপকৰূপে অৱসৰ গ্ৰহণ কৰে। ১৯৭৪ খ্ৰীষ্টাব্দত তেখেতে 'গোলাম' গ্ৰন্থৰ বাবে সাহিত্য অকাডেমী বঁটা লাভ কৰাৰ উপৰিও ১৯৯৬ খ্ৰীষ্টাব্দত মেগৰ অসম উপত্যকা সাহিত্য বঁটা লাভ কৰে। চলিহাৰ প্ৰকাশিত গল্প সংকলনসমূহ হ'ল—'অশান্ত ইলেক্টন' (১৯৬২), 'দুপৰীয়া' (১৯৬৩), 'এহাত ডাবা' (১৯৭২), 'গোলাম' (১৯৭৪)। অন্যান্য ৰচনাৰাজি হ'ল—'গল্প নহয়' (১৯৮৮), 'বিদেশী গল্পৰ অসমীয়া অনুবাদ' (১৯৯২), 'সৌৰভ কুমাৰ চলিহাৰ নিৰ্বাচিত লেখা ভাল খবৰ' (১৯৯৮)।



# হ

**হংসধৰ শৰ্মা (জন্ম ঃ ১৯৩১ খ্ৰী.)**

প্ৰয়াত হংসধৰ শৰ্মাৰ জন্মস্থান দৰং জিলাৰ আউলাচৌকা। বৰ্তমান শৰ্মা মাজগাঁও, ওদালগুৰি জিলাৰ বাসিন্দা। পূব টংলা প্ৰাথমিক বিদ্যালয় আৰু টংলা নগৰ আদৰ্শ প্ৰাথমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। প্ৰয়াত শৰ্মাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'গল্পেৰে নীতি কথা' (১৯৭৭, ১৯৭৮) আৰু 'নতুন ধাৰাপাত'।

**হৰিধন ডেকা (জন্ম ঃ ২০ মে', ১৯৩৪ খ্ৰী.)**

হৰিধন ডেকাৰ জন্মস্থান বৰপেটা জিলাৰ সৰ্থেবাৰী। বৰ্তমান ডেকা বঙাইগাঁও জিলাৰ বাসিন্দা। স্নাতক পৰ্যায়লৈ শিক্ষা গ্ৰহণ কৰা ডেকাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'শিখা' (কবিতা, ১৯৬৪), 'কিৰণ' (কবিতা, ১৯৬৬), 'গিৰ্জাৰ বগা মানুহজন' (জীৱনীমূলক গ্ৰন্থ, ২০০০), 'নিমাতী' (গীত, ২০০১), 'কুমাৰী সাৰথি' (নাটক, ২০০৪) আৰু 'প্ৰথম পুৱাৰ পৰশ' (উপন্যাস, ২০০৪)।

**হৰিশ ডেকা (জন্ম ঃ ১ নৱেম্বৰ, ১৯৪০ খ্ৰী.)**

হৰিশ ডেকাৰ জন্মস্থান দৰং জিলাৰ ছুছেইন চুবুৰী। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল 'জেউতি' (১৯৬৭), 'তেজীমলা', 'টিউচন মাষ্টৰ', 'জীৱৰ জয়ৰ গান' (২০০৩) আদি।

**হৰেকৃষ্ণ গোস্বামী (জন্ম ঃ ১৫ ফেব্ৰুৱাৰী, ১৯৩৯ খ্ৰী.)**

হৰেকৃষ্ণ গোস্বামীৰ জন্মস্থান নলবাৰী জিলাৰ বেলশৰ। বৰ্তমান গোস্বামী ৰূপক নগৰ, তেজপুৰ, শোণিতপুৰৰ বাসিন্দা। গোস্বামীদেৱে গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিষয়ত স্নাতকোত্তৰ (১৯৭০) ডিগ্ৰী লাভ কৰে। তেজপুৰ চৰকাৰী উচ্চ মাধ্যমিক বিদ্যালয়ৰ পৰা সংস্কৃতি বিষয়

শিক্ষক হিচাপে অৱসৰ গ্ৰহণ (২০০১) কৰা গোস্বামীৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'দেৱদামোদৰ ঃ সৰ্ব্বগুণাকৰ' (২০০১)। ইয়াৰ উপৰিও বিভিন্ন বাতৰি কাকত, আলোচনী আদিত লেখকৰ গল্প, প্ৰবন্ধ, কবিতা, হাস্যব্যংগ ইত্যাদি লেখা-মেলা প্ৰকাশ পায়।

**হৰেন্দ্ৰনাথ কলিতা (জন্ম ঃ ১ জুন, ১৯৪০ খ্ৰী.)**

হৰেন্দ্ৰনাথ কলিতাৰ জন্মস্থান নলবাৰী জিলাৰ মহিনা গাঁও। ভাৰতীয় জীৱন বীমা নিগমৰ উন্নয়ন বিষয়াৰ পৰা ডি. এম. পৰ্যায়লৈ পদোন্নতি লাভ কৰি অৱসৰ গ্ৰহণ কৰা কলিতাৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'জীৱন বাটৰ লগৰী' (প্ৰবন্ধ, ২০০২), 'লুইত পাৰৰ বোৱাৰী' (একাংকিকা নাটক) আৰু 'আমাক চাকৰি নালাগে' (২০০৭)।

**হৰেন্দ্ৰনাথ শৰ্মা (জন্ম ঃ ১৯৩৬ খ্ৰী.)**

হৰেন্দ্ৰনাথ শৰ্মাৰ জন্মস্থান কামৰূপ জিলাৰ বামুণগাঁও। বৰ্তমান বিদ্যাপুৰ নলবাৰীৰ বাসিন্দা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা শৰ্মা নলবাৰী কলেজৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল— সম্পাদনা গ্ৰন্থ ঃ 'আমাৰ বিহুখনি' (১৯৬৭), 'আদৰ্শ জীৱন' (১৯৮০), 'মহেন্দ্ৰ নাৰায়ণ চৌধুৰী' (১৯৮১), 'স্মৃতি লেখা' (১৯৮৩), 'ডাঃ নৃপেন্দ্ৰমল্ল বুজৰবৰুৱা' (১৯৮৬), 'সাংস্কৃতিক সম্পদৰ বিৱৰণমূলক তালিকা' (অসমীয়া আৰু ইংৰাজী উভয় ভাষাত, ১৯৮৭), 'আমাৰ শৰৎচন্দ্ৰ' (১৯৮৭), 'ডাঃ হৰেকৃষ্ণ গোস্বামী ঃ জীৱন, চিন্তা, কৰ্ম' (১৯৯৩), 'লোকগীত সঞ্চয়ন' (১৯৯৯), 'সাহিত্য-সংস্কৃতিত আলোকপাত' (১৯৯৯), 'ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ' (২০০২), 'হৰেন্দ্ৰনাথ শৰ্মাৰ নিৰ্বাচিত গীত আৰু কবিতা' (২০০৬), 'গৌৰীদত্ত শৰ্মা শাস্ত্ৰী ঃ জীৱন আৰু সৃষ্টি' (২০০৫), আৰু 'যামিনীকান্ত শৰ্মা ঃ সশ্ৰদ্ধ সোঁৱৰণ' (২০০৬)।

**হৰেন্দ্ৰমোহন তালুকদাৰ (জন্ম ঃ ৮ জুন, ১৯৩৪ খ্ৰী.)**

প্ৰয়াত হৰেন্দ্ৰমোহন তালুকদাৰৰ জন্মস্থান নলবাৰী জিলাৰ ১নং নাপ্তিপাৰা সত্ৰ। বৰ্তমান তালুকদাৰ কামৰূপ জিলাৰ বিৰুবাৰীৰ নিবাসী। স্নাতকোত্তৰ, বি. টি. আৰু এম. এড ডিগ্ৰীধাৰী তালুকদাৰ অসম ৰাজ্যিক বিদ্যুৎ পৰিষদৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। লেখকৰ প্ৰকাশিত পুথিকেইখন হ'ল—'স্মৃতিৰ সঁফুৰা' (২০০১, ১ম খণ্ড, ২য় খণ্ড), 'অসম সূৰ্য আৰু শৰৎচন্দ্ৰ সিংহ ঃ জীৱন আৰু কৃতি' (২০০৩), 'ডাঃ ভূমিধৰ বৰ্মন' (অভিনন্দন গ্ৰন্থ, ২০০১), 'বিশ্ব মহাবীৰ চিলাৰায়' (১৯৮৯) আৰু 'মোৰ সানমিহলি চিন্তা-ধাৰা' (২০০৩)।



**হিৰন্ময়ী দেৱী (জন্ম ঃ ১৯৩৩ খ্ৰী.)**

হিৰন্ময়ী দেৱীৰ জন্মস্থান নগাঁও। স্নাতকোত্তৰ আৰু বি. টি. ডিগ্ৰী লাভ কৰা হিৰন্ময়ী দেৱী গুৱাহাটী তাৰিণীচৰণ চৌধুৰী ছোৱালী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'মাটিৰ চাকিৰ শিখা' (কবিতাপুথি, ১৯৭৯), 'হাস্যব্যংগ কবিতা সংকলন' (১৯৯০), 'হৃদয়ৰ অৰণ্যত' (১৯৯০), 'আখৰৰ আঁখে লাৰু' (শিশু কবিতা, ১৯৯৫), 'মইনাৰ মৌমাত' (১৯৯৬), 'মহীয়সী ৰাষ্ট্ৰমাতা কস্তুৰবা' (জীৱনী পুস্তিকা), 'ৰেডক্ৰছৰ সাধু' (অনূদিত শিশু পুথি)।

**হিতেশ্বৰ বৰা (জন্ম ঃ ১ আগষ্ট, ১৯৩৩ খ্ৰী.)**

শোণিতপুৰ জিলাৰ জামুগুৰীহাটত হিতেশ্বৰ বৰাৰ জন্ম হয়। স্নাতক আৰু বি. টি. ডিগ্ৰী লাভ কৰা বৰাই জামুগুৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অধ্যক্ষৰূপে ১৯৯১ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'ভয় আৰু শংকাৰে' (১৯৮৮) আৰু 'কীৰ্তনত বেদান্ত তত্ত্ব' (২০০৯)।

**ড° হীৰেণ গোহাঁই (জন্ম ঃ ১৯৩৯ খ্ৰী.)**

ইংৰাজী বিষয়ত দিল্লী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা ড° গোহাঁইদেৱে লণ্ডনৰ কেমব্ৰিজ বিশ্ববিদ্যালয়ৰ পৰা জন মিল্টনৰ ওপৰত পি. এইচ. ডি ডিগ্ৰী লাভ কৰে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক ড° হীৰেণ গোহাঁইৰ প্ৰকাশিত পুথিসমূহ হ'ল—

'সাহিত্যৰ সত্য' (১৯৭৭), 'বাস্তৱৰ স্বপ্ন' (১৯৭২), 'সাহিত্য আৰু চেতনা' (১৯৭৬), 'কীৰ্তন পুথিৰ ৰস বিচাৰ' (১৯৮১ 'অসমীয়া জাতীয় জীৱনত মহাপুৰুষীয়া পৰম্পৰা' (১৯৮৭, সাহিত্য অকাডেমী বঁটা প্ৰাপ্ত), 'উত্তৰণৰ সাধনা' (১৯৯৪), 'সাহিত্য, সত্তা আৰু সাধনা' (২০০০) আদি।

**হীৰেন দাস (জন্ম ঃ ২৪ জানুৱাৰী, ১৯৪০ খ্ৰী.)**

বৰপেটা জিলাৰ অন্তৰ্গত দক্ষিণহাটীত হীৰেন দাসে জন্ম লাভ কৰে। ১৯৬৪ খ্ৰীষ্টাব্দত স্নাতক ডিগ্ৰী লাভ কৰা দাসৰ প্ৰকাশিত দুখন পুথি হ'ল—'ঘোষা শাস্ত্ৰৰ পোহৰ' (ধৰ্মমূলক গ্ৰন্থ, ২০০৬) আৰু 'মানুহ আৰু ধৰ্ম (ধৰ্মমূলক গ্ৰন্থ, ২০০৮)।

**হীৰেণ ভট্টাচাৰ্য (জন্ম ঃ ২৮ জুলাই, ১৯৩২ খ্ৰী.)**

স্নাতক মহলালৈ শিক্ষা গ্ৰহণ কৰা হীৰেণ ভট্টাচাৰ্য এগৰাকী জনপ্ৰিয় কবি। তেওঁ ভাৰতীয় গণনাট্য সংঘ (১৯৫৪) আৰু অসম প্ৰগতিশীল শিল্পী সাহিত্যিক সংঘৰ সৈতে সক্ৰিয়ভাৱে জড়িত হৈ আছে। ভট্টাচাৰ্যই গুৱাহাটী চিত্ৰবন ছপাশাল প্ৰতিষ্ঠা কৰি 'চিত্ৰবন' নামেৰে সাহিত্য সংস্কৃতিমূলক আলোচনীখন তিনি বছৰ সম্পাদনা কৰাৰ উপৰিও 'মনন' নামৰ বাতৰি কাকত (১৯৮৪) আৰু 'আন্তৰিক' (১৯৬৯) আলোচনীৰো সম্পাদনা কৰিছিল। তেওঁ 'সুগন্ধি পখিলা' কাব্য গ্ৰন্থৰ বাবে অসম সাহিত্য সভাৰ বিষ্ণুৰাভা বঁটা (১৯৮৫), ছোভিয়েট দেশ নেহৰু বঁটা (১৯৮৭) আৰু ভাৰতীয় বিদ্যাভৱনৰ ৰাজাজী বঁটা (১৯৮৫) লাভ কৰে। ১৯৯২ খ্ৰীষ্টাব্দত তেওঁ শইচৰ পথাৰ মানুহ কাব্যগ্ৰন্থৰ বাবে সাহিত্য অকাডেমী বঁটা আৰু ১৯৯৩ খ্ৰীষ্টাব্দত ভাৰতীয় ভাষা পৰিষদ বঁটা লাভ কৰে। ২০০০ খ্ৰীষ্টাব্দত তেওঁ অসম উপত্যকা সাহিত্য বঁটাও লাভ কৰিবলৈ সক্ষম হয়। অসম সাহিত্য সভাৰ দ্বিপঞ্চাশতম কবি সন্মিলনত (কামপুৰ, ১৯৮৬) সভাপতিত্ব কৰা ভট্টাচাৰ্য আজীৱন কবিতাকে জীৱন আৰু জীৱিকাৰ ব্ৰত হিচাপে লোৱা ভট্টাচাৰ্যৰ চিত্ৰশিল্পী হিচাপেও সুখ্যাতি আছে। তেখেতৰ প্ৰকাশিত পুথিসমূহ হ'ল—কবিতা সংকলন ঃ 'ৰৌদ্ৰ কামনা' (১৯৬৮), 'মোৰ দেশ মোৰ প্ৰেমৰ কবিতা' (১৯৭২), 'বিভিন্ন দিনৰ কবিতা' (১৯৭৪), 'কবিতাৰ ৰ'দ' (১৯৭৬), 'সুগন্ধি পখিলা' (১৯৮১), 'শইচৰ পথাৰ মানুহ' (১৯৯১), 'ভালপোৱাৰ বোকামাটি' (১৯৬৬), 'জোনাকী মন আৰু অন্যান্য কবিতা' (১৯৯১), 'প্ৰিয় শব্দ বৰ্ণমালা' (১৯৯৫)। গীতৰ পুথি ঃ 'তোমাৰ মান' (১৯৭৬)। শিশু সাহিত্য পুথি ঃ ল'ৰা ধেমালি' (১৯৯২) আৰু 'আকৌ ধেমালি' (১৯৯৩)। বাংলাত ৰচিত কবিতা পুথি ঃ 'জোনাকী মন ও অন্যান্য' (১৯৯১)। ইংৰাজী গ্ৰন্থ ঃ 'দি এনশ্যেণ্ট ছংছ' (প্ৰদীপ আচাৰ্য অনূদিত, ১৯৯৫)। সম্পাদিত গ্ৰন্থ ঃ 'প্ৰসংগ ) 'দধি মহন্ত' আৰু 'আমাৰ মাজৰ ব্ৰজেন বৰুৱা'।



**হীৰেন্দ্ৰনাথ দত্ত (জন্ম ঃ ১৯৩৭ খ্ৰী.)**

কটন কলেজৰ পৰা ইংৰাজী সাহিত্যত স্নাতক আৰু কলিকতা বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰীধাৰী হীৰেন্দ্ৰনাথ দত্ত জে. বি. মহাবিদ্যালয় আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'সোমধিৰিৰ সোঁৱৰণী আৰু অন্যান্য কবিতা" (১৯৮১, কবিতাপুথি), 'মানুহ অনুকূলে' (২০০০)। প্ৰবন্ধ পুথি 'কিতাপৰ ভৱিষ্যত' (১৯৯০)। কবি দত্তৰ বহু লেখা বিভিন্ন কাকত-আলোচনীত প্ৰকাশ পাইছে।

**হেম বৰুৱা (জন্ম ঃ ১০ ফেব্ৰুৱাৰী, ১৯৩৯ খ্ৰী.)**

হেম বৰুৱাৰ জন্মস্থান যোৰহাট জিলাৰ খনামুখ চাৰিঙীয়া গাঁও। বৰ্তমান বৰুৱা নগাঁও জিলাৰ বিষ্ণুপল্লী, হোজাইৰ বাসিন্দা। জয়সাগৰ কলেজৰ পৰা কলা বিষয়ত স্নাতক ডিগ্ৰী লাভ কৰা বৰুৱা বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ, জয়সাগৰ, সোণাৰি আৰু বিদ্যালয়সমূহৰ হোজাই উপ-পৰিদৰ্শকৰ কাৰ্যালয়ৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'নিজান ৰাতিৰ ৰে'লৰ উকি' (কবিতা, ১৯৯১), 'বেলিফুলৰ সুবাস' (কবিতা, ১৯৯৭), 'মহাবীৰ কৰ্ণ' (শিশু গ্ৰন্থ), 'শান্তনু নন্দন' (শিশু গ্ৰন্থ) আৰু 'নষ্টালজিয়া' (কবিতা, ২০০৪)।

**হেমলতা দত্ত (জন্ম ঃ ১৯৩২ খ্ৰী.)**

সম্প্ৰতি যোৰহাট নিবাসী হেমলতা দত্ত এগৰাকী নিষ্ঠাৱান লেখিকা।

অসম চৰকাৰৰ সাহিত্যিক পেঞ্চনাৰ এইগৰাকী লেখিকাই ১৯৯২ খ্ৰীষ্টাব্দত ৰাজ্যিক আৰু ১৯৯৫ খ্ৰীষ্টাব্দত ৰাষ্ট্ৰীয় কৃতী শিক্ষয়িত্ৰী বঁটাৰে সন্মানিত হয়। সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ প্ৰাক্তন কাৰ্যকৰী সভানেত্ৰী লেখিকা মাইকেল মধুসুদনৰো বঁটা প্ৰাপক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ৰজনীগন্ধাৰ চকুলো' (উপন্যাস), 'কৃষ্ণচূড়াৰ পাহি' (উপন্যাস), 'থাইলেণ্ডৰ সাধু', 'তৰা ভৰা ৰাতিৰ আকাশ', 'আটলাণ্টিকৰ ইপাৰ সিপাৰ' (ভ্ৰমণ কাহিনী), 'বিদেশৰ বাটে বাটে', 'তেজৰঙা গোলাপৰ পাহি', 'জোনাকী জ্বলাৰ পৰত', 'হিমশীতল স্কটলেণ্ড' 'সৌন্দৰ্য নগৰী লণ্ডন', 'যুগে যুগে মহীয়সী নাৰী জীৱনী', 'ঈছপৰ সাধু', 'বাইবেলৰ সাধু', 'ৰচনা সমগ্ৰ' আৰু 'তুমি অনন্যা'।

**হেমেন পাঠক (জন্ম ঃ ২৯ জানুৱাৰী, ১৯৩৯ খ্ৰী.)**

হেমেন পাঠকৰ জন্মস্থান বঙাইগাঁও জিলাৰ ধৰ্মপুৰ। সাংবাদিকতাক বৃত্তি হিচাপে গ্ৰহণ কৰা পাঠকৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হ'ল—'প্ৰতিমা, প্ৰেম আৰু প্ৰাৰ্থনা' (১৯৯৭, ২০০৫)।

**ড° হেমন্তকুমাৰ শৰ্মা (জন্ম ঃ১৯৩৫, মৃত্যু ঃ ১৮ জানুৱাৰী, ১৯৯২খ্ৰী.)**

ড° হেমন্তকুমাৰ শৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ পিপলিবাৰী গাঁও। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ৰ স্নাতকোত্তৰ আৰু পি. এইচ. ডি ডিগ্ৰীধাৰী ড° শৰ্মা বৃত্তিত শিক্ষক আৰু পুথিভঁৰালী। তেওঁ গুৱাহাটী কটন মহাবিদ্যালয়ৰো অধ্যাপক আছিল। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—গল্পপুথি ঃ 'স্মৃতিৰ পলাশ' (১৯৭১), 'সেই মালাধাৰি' (১৯৮১), 'ৰাখী বন্ধন' (১৯৮৮), 'সন্ধ্যাৰাগ' (১৯৮৮)। উপন্যাস ঃ 'এন্ধাৰৰ পাৰ ভাঙি' (১৯৫৮)। জীৱনী সাহিত্য ঃ 'জীৱনী সৌৰভ' (১৯৮৮), 'ব্যক্তিৰ জিলিকনি' (১৯৯১)। ভ্ৰমণমূলক পুথি ঃ 'কাবেৰীৰ পাৰে পাৰে' (১৯৬৩)। প্ৰবন্ধ পুথি ঃ 'অসমীয়া সাহিত্যত দৃষ্টিপাত' (১৯৬১), 'অসমীয়া সাহিত্যৰ ৰেঙণি' (১৯৬৭), 'সাহিত্য বিচিত্ৰা' (১৯৮৭), 'সাহিত্যৰ জেউতি' (১৯৯০)।

তেওঁ অন্যান্য সংকলিত আৰু সম্পাদিত গ্ৰন্থ হৈছে—'অসমীয়া



লোকগীত সঞ্চয়ন' (১৯৭৮), 'কামৰূপী লোকগীতি সংগ্ৰহ' (১৯৭৮), 'চৌধাৰীৰ সাহিত্য প্ৰতিভা' (১৯৬৪), 'ৰজনীকান্ত বৰদলৈৰ ৰচনামালা' (১৯৬৭), 'হাজৰিকাৰ সাহিত্য প্ৰতিভা' (১৯৭৪), 'তৰুণৰাম ফুকন স্মৃতিমালা' (১৯৭৭), 'নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ গল্প' (১৯৭৮), 'নলিনীবালা দেৱী' (১৭৭৭), 'কৰ্মযোগী গিৰিধৰ শৰ্মা' (১৯৭৯), 'বীৰেন্দ্ৰ ভট্টাচাৰ্যৰ সাহিত্যকৃতি' (১৯৮৩), 'অতুলচন্দ্ৰ হাজৰিকাৰ স্মৃতিৰঞ্জিকা' (১৯৯০) আদি।

**হোমেন বৰগোহাঞি (জন্ম ঃ ৭ ডিচেম্বৰ, ১৯৩২ খ্ৰী.)**

হোমেন বৰগোহাঞিৰ জন্মস্থান লখিমপুৰ জিলাৰ ঢকুৱাখানা। বৰ্তমান তেওঁ গুৱাহাটীৰ নিবাসী। শ্ৰী বৰগোহাঞিয়ে কটন মহাবিদ্যালয়ৰ পৰা ইংৰাজী সাহিত্যত (১৯৫৪) স্নাতক ডিগ্ৰী লাভ কৰে। বৰগোহাঞিদেৱে কিছুদিন শিক্ষকতা কৰাৰ উপৰি অসম চৰকাৰৰ উপ-প্ৰতি সমাৰ্হতা পদত কাৰ্যনিৰ্বাহ কৰিছিল। বৰ্তমান তেওঁ 'আমাৰ অসম'ৰ মুখ্য সম্পাদকৰূপে কাৰ্যনিৰ্বাহ কৰি আছে। হোমেন বৰগোহাঞিৰ প্ৰকাশিত পুথিসমূহ হ'ল—কবিতা পুথি ঃ 'হৈমন্তী' (১৯৮৭)।

উপন্যাস ঃ 'সুবালা' (১৯৬৩), 'তান্ত্ৰিক' (১৯৬৭), 'কুশলীৱ' (১৯৭০), 'হালধীয়া চৰায়ে বাওধান খায়' (১৯৭৩), 'পিতা-পুত্ৰ' (১৯৭৫), 'তিমিৰ তীৰ্থ' (১৯৭৫), 'অস্তৰাগ' (১৯৮৬), 'সাউদৰ পুতেকে নাও মেলি যায়' (১৯৮৭), 'মৎস্যগন্ধা' (১৯৮৭), 'নিঃসংগতা', 'পুৱাৰ পূৰবী সন্ধাৰ বিভাস' (১৯৭১, যুটীয়াভাৱে) আদি। গল্পপুথি—'বিভিন্ন কোৰাছ', 'প্ৰেম আৰু মৃত্যুৰ কাৰণে', 'গল্প আৰু নক্সা' 'অস্তিত্বৰ জ্যোতিৰ্ময় চেতনা' (সম্পাদনা, ১৯৯১) আদি। আত্মজীৱনীমূলক গ্ৰন্থ ঃ 'আত্মানুসন্ধান' (১৯৮৮), 'মোৰ সাংবাদিক জীৱন' (১৯৮৯), 'ধুমুহা আৰু ৰামধেনু' (১৯৮৭, ১৯৯৮), 'মনোৰম' আদি। অন্যান্য গ্ৰন্থ—'বিভিন্ন নৰক' (১৯৬৬), 'ধূসৰ দিগন্ত' (১৯৭০), 'আনন্দ আৰু বেদনাৰ সন্ধানত' (১৯৮১), 'স্বৰ্গ আৰু নৰক আৰু অন্যান্য ৰচনা' (১৯৮৭) 'কিতাপ পঢ়াৰ আনন্দ' (১৯৯১), 'জীৱনৰ মধুৰতম সময়' (তৃতীয় সংস্কৰণ, ১৯৯৩), 'জিজ্ঞাসা' (১৯৯৩), 'প্ৰজ্ঞাৰ সাধনা' (১৯৯৪), 'জীৱনৰ

সাধনা' (১৯৯৪), 'কলগার্ল', 'সুখ-দুখ', 'উচ্চাকাংক্ষা', 'মানুহ হোৱাৰ গৌৰৱ', 'আমাক কিতাপ লাগে', 'পাঠকৰ টোকাবহী', 'জীৱনৰ সুখ আৰু বিষাদ', 'আধুনিক যুগৰ জন্ম কাহিনী', 'আত্মদীপোভৱ' (১৯৯৬), 'চাৰিটা দশকৰ ফল', 'বিচিত্ৰ অভিজ্ঞতা আৰু অনুভূতি', 'কথা-বাৰ্তা' (১৯৯৯); 'বিংশ শতাব্দীৰ অসমীয়া সাহিত্য' (১৯৬৭), 'বৃহৎ কলেৱৰৰ অসমীয়া গল্প সংকলন', 'ৰৌদ্ৰ নীলিমা' (যুটীয়াভাৱে, ১৯৬৯), 'অসমীয়া প্ৰেমৰ কবিতা' (যুটীয়াভাৱে, ১৯৯৪), 'অসমীয়া সাহিত্যৰ বুৰঞ্জী' (ষষ্ঠ খণ্ড, ১৯৯৩), 'গদ্যৰ সাধনা' (১৯৯৫), 'অ. আ. ক. খ' (শিশু ৰচনা), 'মালিক' (জীৱনী, ১৯৮৯), শৰৎ চন্দ্ৰ সিংহ' (জীৱনী, ১৯৫৪)।

অসম প্ৰকাশন পৰিষদ বঁটা (১৯৭৬), সাহিত্য অকাডেমি বঁটা (১৯৭৮), মেগৰ অসম উপত্যকা সাহিত্য বঁটাৰে বৰগোহাঞিঃ সন্মানিত হৈছে (১৯৯২)। কুমাৰ কিশোৰ বঁটা, মোহন শৰ্মা স্মাৰক বঁটা লাভ কৰে।



# ক্ষ

**ক্ষীতেশ্বৰ শৰ্মা (জন্ম ঃ ১৯ ছেপ্টেম্বৰ, ১৯৩৪ খ্ৰী.)**

ক্ষীতেশ্বৰ শৰ্মাৰ জন্মস্থান দৰং জিলাৰ নাহৰবাৰী। বৰ্তমান শৰ্মা ৰঙামখা, ওদালগুৰিৰ নিবাসী। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'অলপ পানীৰ মাছ' (গল্প, ১৯৯১), 'মই যে সকলোকে মানুহৰ চকুৰে চাব পাৰোঁ' (১৯৯৪), 'পুত্ৰৰ বুকুৰ তেজ আৰু হেজাৰ জনতাৰ চকুপানী দেখি লেখি থলো এই ইতিহাস' (১৯৯৬), 'মোৰ শিক্ষকতা জীৱনৰ কথা' (১৯৯৭), 'কপাহী দৈমাৰীৰ ঘৰত' (গল্প, ২০০৪), 'দেউলপুৰ দেৱালয়' আৰু 'ত্ৰিশূল ভৈৰবীৰ মঠ' (২০০৪)।

**ক্ষীবদা বুজৰবৰুৱা (জন্ম ঃ ২ জুন, ১৯৩৩ খ্ৰী.)**

ক্ষীৰদা বুজৰবৰুৱাৰ জন্মস্থান নলবাৰী জিলাৰ কৈঠালকুছি। হিন্দীৰ বিশাৰদ পৰীক্ষাত উত্তীৰ্ণ ক্ষীৰদা বুজৰবৰুৱাৰ কৰ্মক্ষেত্ৰ নলবাৰী। ড° আম্বেদকাৰ ফেল'শ্বিপ সন্মানেৰে বিভূষিত বুজৰবৰুৱাৰ প্ৰকাশিত পুথিবোৰ হ'ল—'মণিমালা' (প্ৰবন্ধ পুথি, ১৯৮৪), 'সাতসৰী' (শিশু পুথি, ১৯৮৮), 'পঞ্চতীৰ্থ' (শিশু পুথি, ২০০৪), 'শ ঢকা কাপোৰ' (অনুবাদ, ২০০৪), 'চাৰি দেশত এভুমুকি' (ভ্ৰমণ কাহিনী, ২০০৫), 'অৰ্দ্ধ-আকাশ' (২০০৭), 'প্ৰান্তে প্ৰান্তে দেৱ-দেৱীৰ মহিমা' (২০০৮) আৰু 'বাপু এনে আছিল' (অনুবাদ, ২০০৮)।

**ক্ষীৰেশ্বৰী দাস (জন্ম ঃ ৩১ মাৰ্চ, ১৯৩৯ খ্ৰী.)**

ক্ষীৰেশ্বৰী দাসৰ জন্মস্থান গোলাঘাট জিলাৰ কমাৰগাঁও। ক্ষীৰেশ্বৰী দাসৰ প্ৰকাশিত পুথিকেইখন হ'ল—'এটি তোৰা' (শিশুপুথি, ২০০২), 'কুকি' (কবিতাপুথি) আৰু 'সাৰথি'।

# তৃতীয় অধ্যায়

## (১৯৪১-ৰ পৰা ১৯৫০ খ্ৰীষ্টাব্দলৈ)

## অ

**অৰুণ পাটোৱাৰী (জন্ম ঃ ১ জানুৱাৰী, ১৯৪৬ খ্ৰী.)**

অৰুণ পাটোৱাৰীৰ জন্মস্থান কামৰূপ জিলাৰ পলাশবাৰী। সম্প্ৰতি পাটোৱাৰী গুৱাহাটীৰ জু-ৰোড অম্বিকাগিৰি নগৰৰ নিবাসী। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অৰ্থনীতি বিভাগত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা পাটোৱাৰীয়ে পাণবজাৰ ছোৱালী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পৰা অধ্যক্ষা হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত গ্ৰন্থসমূহ হৈছে— 'কৃপণৰ দশা' (১৯৮৯), 'সুনিপুনৰ নিপুণ বুধি (১৯৯৫), 'দুকুৰি বিদেশী সাধু' (২০০৯) আৰু 'মিছা নহয় সঁচা' (২০০৯, শিশুৰ কবিতা)।

**ড° অখিল চক্ৰৱৰ্তী (জন্ম ঃ ৩০ জানুৱাৰী, ১৯৪৩ খ্ৰী.)**

ড° অখিল চক্ৰৱৰ্তীৰ জন্মস্থান যোৰহাট জিলাৰ সৰ্বাইবন্ধা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ, পি. এইচ. ডি. ডিগ্ৰী আৰু জনসম্পৰ্ক আৰু সাংবাদিকতাৰ ওপৰত স্নাতকোত্তৰ ডিপ্লোমা লাভ কৰে।

ড° অখিল চক্ৰৱৰ্তী অসম চৰকাৰৰ নাট্যকাৰ বঁটাৰে লাভ (১৯৭৪) আকাশবাণী আৰু দূৰদৰ্শন কেন্দ্ৰৰ স্বীকৃতিপ্ৰাপ্ত গীতিকাৰ, তদুপৰি তেখেত আলেক্ষ্যৰ নিৰ্মাতা আৰু পৰিচালক। অসম নাট্য সন্মিলনৰ প্ৰাক্তন সভাপতি ড° চক্ৰৱৰ্তী প্ৰকাশিত পুথিসমূহ হ'ল—উপন্যাস ঃ 'নয়নতৰা' (১৯৬৫), 'এক কাপুৰুষৰ স্বীকাৰোক্তি' (১৯৭৬), 'আজি দেৱযানী' (১৯৭৮), 'আশ্ৰয়' (১৯৮৯), 'মাণিকপুৰত ৰাতিপুৱা' (১৯৯২), 'হৃদয়ে হৃদয়ে (১৯৮৭), 'উন্মাদ অৰণ্য', 'সোণালী ধাননি' (১৯৬২), 'মন বৃন্দাবন', 'ৰদালি পামত এনিশা' (১৯৯০) আৰু 'ইয়াত অন্ধকাৰ' (১৯৯১)। নাটক ঃ 'এনিশাৰ কাহিনী' (১৯৯১), 'এজন ৰজা আছিল'



(১৯৮৫, ২০০০), 'উত্তৰ পুৰুষ' (১৯৮০, ২০০০), 'আমি স্বপ্নাতুৰ' (২০০০) আৰু 'পূজনীয় দেউতা'।

দূৰদৰ্শনৰ দ্বাৰা প্ৰচাৰিত টেলিফিল্ম ৰচনা আৰু পৰিচালনা ঃ 'আমি স্বপ্নাতুৰ', 'এনিশাৰ কাহিনী', 'পূজনীয় দেউতা' আৰু 'জ্যোতি প্ৰতিভা'।

আলেখ্য ঃ 'অসমৰ লোকনাট্য পৰম্পৰা', 'জ্যোতি নাটকত গীতিধৰ্মিতা' আৰু 'সময়ে পৰশা নামৰূপ'। ইয়াৰ বাহিৰেও লেখকৰ ভালেমান নাটক মঞ্চস্থ হৈছে আৰু লেখা বিভিন্ন কাকত-আলোচনীত প্ৰকাশ পাইছে।

**অচ্যুতানন্দ দেৱগোস্বামী (জন্ম ঃ ১ জুলাই, ১৯৪৪ খ্ৰী.)**

অচ্যুতানন্দ দেৱগোস্বামীৰ জন্মস্থান দৰং জিলাৰ এলেঙী সত্ৰ। বৰ্তমান শোণিতপুৰ জিলাৰ গহপুৰ নিবাসী দেৱগোস্বামী ইংৰাজী সাহিত্যত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। তেখেত ছয়দুৱাৰ মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। গোস্বামীৰ প্ৰকাশিত পুথিসমূহ হ'ল—'নৱবৈষ্ণৱ ভক্তি আন্দোলন' (২০০৭), 'ছয়দুৱাৰত স্বাধীনতা সংগ্ৰামৰ ইতিবৃত্ত' (২০০৭), 'প্ৰশ্নমঞ্চ' কুইজ', 'বেদ পুৰাণ, ৰামায়ণ, মহাভাৰত, গীতা, ভাগৱত, কীৰ্তন, বৰগীত আৰু নামঘোষা ভিত্তিক, ২০০৮), 'ছয়দুৱাৰত মিশ্ৰিত জনগাঁথনি' (২০০৮), 'প্ৰশ্নমঞ্চ' (মহাত্মা গান্ধী জীৱনীভিত্তিক, ২০০৮), 'প্ৰশ্নমঞ্চ' (অসম বুৰঞ্জী ভিত্তিক), 'প্ৰশ্ন প্ৰবাহ' (কুইজ), শ্ৰীমন্ত শংকৰদেৱ আৰু মাধৱদেৱ সম্পৰ্কে প্ৰশ্নোত্তৰ (২০০৯), 'প্ৰশ্ন প্ৰবাহ' (গীতাৰ প্ৰশ্ন উত্তৰ, ২০০৯) ইত্যাদি।

**ড° অঞ্জন বৰুৱা (জন্ম ঃ ১ ফেব্ৰুৱাৰী, ১৯৪৯ খ্ৰী.)**

বিজ্ঞান শাখাৰ স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা বৰুৱাদেৱে পিছলৈ ডক্টৰেট ডিগ্ৰী লাভ কৰে। বৰ্তমান ড° বৰুৱাদেৱ অৱসৰপ্ৰাপ্ত বিজ্ঞানী আৰু উপ-সঞ্চালক। তেওঁৰ প্ৰকাশিত গ্ৰন্থকেইখন হ'ল—'বিশ্ববন্দিত চাহ শিল্প' (১৯৯২), 'চাহ শিল্পৰ কথা আৰু অসম' (১৯৯৪) আৰু চিপাহী বিদ্ৰোহ আৰু পৰ্বতীয়া বৰুৱা' (২০০৬)। ইয়াৰোপৰি লেখকৰ প্ৰায় ১৪০ টা মান বিভিন্ন বিষয়ৰ প্ৰবন্ধ আলোচনী, বাতৰি কাকত, স্মৃতি গ্ৰন্থ আদিত প্ৰকাশ পাইছে।

**ড° অঞ্জনা চলিহা (জন্ম ঃ ১৯৪৩ খ্রী.)**

শিৱসাগৰ জিলাৰ জাঁজীত জন্মগ্ৰহণ কৰা ড° অঞ্জনা চলিহা যোৰহাট জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষা। ড° চলিহাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ভাৱবাদ আৰু প্ৰাগুবাদ' (২০০০), 'গ্ৰীক দৰ্শনৰ ইতিহাস' (প্ৰথম খণ্ড, ২০০০) আৰু 'গ্ৰীক দৰ্শনৰ ইতিহাস' (দ্বিতীয় খণ্ড, ২০০৪)।

**অঞ্জলি দেৱী (জন্ম ঃ ২১ এপ্ৰিল, ১৯৪৫ খ্ৰী.)**

অঞ্জলি দেৱীৰ জন্মস্থান দৰং জিলাৰ হাজৰিকাপাৰা। শ্ৰীমতী দেৱীৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হ'ল—'ভক্তিৰ অশ্ৰু' (২০০৪)।

**অঞ্জলি ব্ৰহ্ম (জন্ম ঃ ২ মে', ১৯৪৭ খ্ৰী.)**

অঞ্জলি ব্ৰহ্মাৰ জন্মস্থান ধুবুৰী জিলাৰ গৌৰীপুৰ। স্নাতক আৰু বি. টি. ডিগ্ৰীৰ অধিকাৰী ব্ৰহ্ম অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। লেখিকাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'বড়ো সংস্কৃতিৰ কিঞ্চিৎ আভাস' (২০০৪), 'অৰংনি সাইখং' (বড়ো কবিতাপুথি, ২০০৭), 'অঞ্জলিৰ এমুঠি কবিতা' (২০০৮, অসমীয়া কবিতাপুথি), 'ঈশান' (বঙলা কবিতাপুথি)। ইয়াৰোপৰি লেখিকাৰ ভিন্ন ধৰণৰ লেখা বিভিন্ন কাকত, আলোচনী আদিত প্ৰকাশ পাইছে।

**ড° অঞ্জলি শৰ্মা (জন্ম ঃ ১৬ ডিচেম্বৰ, ১৯৪২ খ্ৰী.)**

ড° অঞ্জলি শৰ্মাৰ জন্মস্থান শিৱসাগৰ জিলা। বৰ্তমান গুৱাহাটীৰ বাসিন্দা ড° শৰ্মা গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ আৰু পি. এইচ. ডি. ডিগ্ৰী লাভ কৰে। শিৱসাগৰ ছোৱালী মহাবিদ্যালয়, সন্দিকৈ ছোৱালী মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপিকা ড° অঞ্জলি শৰ্মাৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'অসমীয়া জীৱনী সাহিত্যৰ ক্ৰমবিকাশ' (১৯৯০)।

**অতলুকুমাৰ শৰ্মা (জন্ম ঃ ১৫ জানুৱাৰী, ১৯৪৪ খ্ৰী.)**

অতলুকুমাৰ শৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ বৰনৰ্দ্দী গাঁও। স্নাতক শিক্ষাৰে শিক্ষিত শৰ্মাৰ সম-সাময়িক বিভিন্ন বাতৰি কাকত, আলোচনীত



গল্প, কবিতা, প্ৰবন্ধ আদি প্ৰকাশ পাইছিল। তেখেতৰ একমাত্ৰ প্ৰকাশিত পুথি—'জাগি থাক জাগি থাক আত্মচেতনা' (১৯৮২)।

**অতুলচন্দ্ৰ মহন্ত (জন্ম ঃ ১ মে', ১৯৪৮ খ্ৰী.)**

অতুলচন্দ্ৰ মহন্তৰ জন্মস্থান গোলাঘাট জিলাৰ দেৰগাঁও, মলাইকুমাৰ গাঁও। অৰ্থনীতি বিষয়ত মহন্তদেৱে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। অৱসৰপ্ৰাপ্ত মহকুমা পৰিসংখ্যা বিষয়া শ্ৰী মহন্তৰ প্ৰকাশিত পুথিসমূহ হ'ল—'আইতা আৰু নাতি ল'ৰা' (সাধু, ১৯৯০, ১৯৯৫), 'কাকলিৰ সাধু' (১৯৯০), 'জ্ঞান সাগৰৰ মাণিক বুটলি' (জীৱনী, ১৯৯০), 'মদন মোহন মালব্য' (জীৱনী, ২০০৪), 'সাধু কোৱা মানুহজন' (শিশু উপন্যাস, ২০০১), 'আলহী হলোঁগে তৰাৰ দেশত' (শিশু উপন্যাস, ২০০০), 'সোণালী কোঁৱৰৰ ৰূপালী কথা' (শিশু উপন্যাস, ২০০০), 'পুৰাণৰ বিচিত্ৰ কাহিনী' (আখ্যান, ১৯৯৮), 'এজনী আচৰিত ছোৱালী' (অনুবাদ উপন্যাস, ১৯৮৯), 'দি ওল্ড মেন এণ্ড দি চী' (অনুবাদ উপন্যাস, ১৯৯৯), 'চাফাৰিংছ অব ইয়ং আৰ্থাৰ' (অনুবাদ উপন্যাস, ২০০০) আৰু 'জীৱনৰ আধৰুৱা ছবি' (১৯৯৭)।

**অনিল ডেকা (জন্ম ঃ ১ মাৰ্চ, ১৯৪৯ খ্ৰী.)**

অনিল ডেকাৰ জন্মস্থান কামৰূপ জিলাৰ বাইহাটা চাৰিআলিৰ আগডলা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ, বি. এল. আই. এছ. চি. ডিগ্ৰী লাভ কৰা ডেকা পূব কামৰূপ মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত গ্ৰন্থাগাৰিক। শ্ৰী ডেকা বাইহাটা চাৰিআলি শাখা সাহিত্য সভাৰ উপ-সভাপতি, বাইহাটা চাৰিআলিৰ গেটওৱে অকাডেমী জুনিয়ৰ কলেজৰ অবৈতনিক প্ৰবক্তা। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল —'মদন কামদেৱ' (১৯৮৯), 'দিবানগিৰি' (১৯৯৫), 'গ্ৰন্থাগাৰ বিজ্ঞানৰ ৰূপৰেখা' (২০০৩)। অনুবাদ গ্ৰন্থ ঃ 'ৰাজহুৱা গ্ৰন্থাগাৰ সেৱা', 'ইফ্লা ইউনেস্কো প্ৰগতিৰ নিৰ্দেশাৱলী' (২০০৬) আৰু 'অসমীয়া ব্যাস ৰাম সৰস্বতীৰ মধু দানৰ বধ কাব্য' (সম্পাদনা, ২০০৯)। তদুপৰি লেখকৰ বিভিন্ন লেখা আলোচনী, বাতৰি কাকত আদিত সিঁচৰতি হৈ আছে।

**অনিল শইকীয়া (জন্ম ঃ ১ ফেব্রুৱাৰী, ১৯৪৭ খ্ৰী.)**

অনিল শইকীয়াৰ জন্মস্থান গোলাঘাট জিলাৰ শাওঁতলী চাহ বাগিচা। শ্ৰী শইকীয়াই ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। গোলাঘাট হেমপ্ৰভা বৰবৰা ছোৱালী মহাবিদ্যালয়ৰ ইংৰাজী বিভাগৰ অৱসৰপ্ৰাপ্ত অধ্যাপক শইকীয়াৰ প্ৰকাশিত পুথি দুখন হ'ল—'দলিল' (সম্পাদনা), 'সমাহাৰ' (গল্প সংকলন)। তদুপৰি লেখকৰ বহুতো কবিতা, গল্প অসমবাণী, দৈনিক জনমভূমি, গৰীয়সী, সাদিন আদি আলোচনী তথা বাতৰি কাকতত প্ৰকাশ পাইছে।

**অনিল শৰ্মা (জন্ম ঃ ৩ মাৰ্চ, ১৯৪৬ খ্ৰী.)**

অনিল শৰ্মাৰ জন্মস্থান নগাঁও জিলাৰ মাজ জাজৰি গাঁও। স্নাতক ডিগ্ৰী লাভ কৰা শৰ্মা অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'তৃতীয় পুৰুষ' (সামাজিক নাটক), 'পল্লৱী' (কবিতা পুথি), 'মেঘালীম তৃতীয় পুৰুষ' (নাটক) আৰু 'সাক্ষী' (নাটক)।

**অনিমা গগৈ (জন্ম ঃ ১ মাৰ্চ, ১৯৪৮ খ্ৰী.)**

অনিমা গগৈৰ জন্মস্থান শিৱসাগৰ জিলাৰ সোণাৰি, সাপেখাতিৰ কানুবাৰী চাহ বাগিচা। বৰ্তমান গগৈ গুৱাহাটীৰ খানাপাৰাৰ বাসিন্দা। স্নাতক ডিগ্ৰী লাভ কৰা গগৈ খানাপাৰা পশুপালন আৰু পশু-চিকিৎসা বিভাগৰ জৈৱিক উৎপাদন কেন্দ্ৰৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। তেওঁৰ প্ৰকাশিত পুথিসমূহ হৈছে—বুৰঞ্জীমূলক ঃ 'বৈবাহিক সম্বন্ধৰে অসমীয়া জাতি গঠন' (১৯৮৯), 'অসমীয়া জাতি গঠনত বীৰ লাচিত আৰু সতী জয়মতীৰ অৱদান' (২০০৬), 'মহীয়সী বীৰাংগনা মূলাগাভৰু' (২০০৭), 'মহানায়ক ফ্ৰাচেনমুং' (২০০৮)। কবিতা ঃ 'স্মৃতিৰ সুগন্ধি' (২০০৮)। শিশু গ্ৰন্থ ঃ 'ৰুদ্ৰসিংহ' (২০০৯), 'জয়মতী কুঁৱৰী', 'অকণিৰ মহিষী সাধনী', আৰু 'অকণিৰ বীৰ লাচিত' (২০০৯)। জীৱনী ঃ 'লুইতৰ পাৰৰ বিদুষী বীৰাংগনা'। নাটক ঃ 'মুলাগাভৰু' (২০১০)।



**অনুৰূপা ৰাজখোৱা (জন্ম ঃ ১৩ ছেপ্টেম্বৰ, ১৯৪১ খ্ৰী.)**

তিনিচুকীয়া কলেজ ৰোডৰ নিবাসী অনুৰূপা ৰাজখোৱাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'নাম অশ্ৰমতী' (উপন্যাস, ২০০০), 'পাৰ্বতী' (উপন্যাস, ২০০২), 'চাৰুলতা' (উপন্যাস, ২০১০) আৰু 'গীতি মালিকা' (গীতাৰ সংকলন, ২০১০)।

**অপৰা ফুকন (জন্ম ঃ ৩ মে', ১৯৪৬ খ্ৰী.)**

নগাঁও নিবাসী অপৰা ফুকন স্নাতকোত্তৰ ডিগ্ৰীধাৰী। অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষয়িত্ৰী তেখেতৰ একমাত্ৰ কবিতাপুথিখন হ'ল—'জাহ্নৱী'।

**অৰ্পণা গোস্বামী (জন্ম ঃ ১ জুলাই, ১৯৪৬ খ্ৰী.)**

ইংৰাজী সাহিত্যৰ স্নাতকোত্তৰ ডিগ্ৰীধাৰী শ্ৰীমতী গোস্বামীয়ে ৰাজধৰ বৰা হায়াৰ ছেকেণ্ডাৰী স্কুলৰ বিষয় শিক্ষয়িত্ৰী হিচাপে অৱসৰ গ্ৰহণ কৰে। অসম লেখিকা সমাৰোহ সমিতিৰ বেলতলা শাখাৰ সম্পাদিকা গোস্বামীয়ে বিভিন্ন বাতৰি কাকত-আলোচনী আদিৰ মাধ্যমেৰে সাহিত্য জগতত আত্মপ্ৰকাশ কৰে। তেখেতৰ প্ৰকাশিত পুথি দুখন হ'ল—'অপৰাজিতা' (চুটিগল্প সংকলন) আৰু 'তুলতুল বৰুৱাৰ বাবে মিহলি কথা' (সম্পাদনা)।

**অপূৰ্ব শৰ্মা (জন্ম ঃ ১৯৪৩ খ্ৰী.)**

জন্মস্থান শোণিতপুৰ জিলাৰ হেলেম। অপূৰ্ব শৰ্মাই গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অৰ্থনীতি বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। নগাঁও ছোৱালী মহাবিদ্যালয়ত অধ্যাপক হিচাপে যোগদান কৰি পিছলৈ সেই মহাবিদ্যালয়ৰে অধ্যক্ষৰূপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত তিনিখন গ্ৰন্থ সংকলন হ'ল—'বন্ধুৰ পথত কেইজনমান ডেকা মানুহ' (১৯৭৭), 'শুভবাৰ্তা' (১৯৮৫), 'বাঘে টাপুৰ ৰাতি' আৰু অন্যান্য কাহিনী' (১৯৯৬)। উল্লেখযোগ্য যে বাঘে টাপুৰ ৰাতি গল্প সংকলনৰ বাবে ২০০০ খ্ৰীষ্টাব্দৰ সাহিত্য অকাডেমী বঁটাৰে তেওঁ সন্মানিত হয়। শৰ্মাৰ তিনিওখন গ্ৰন্থই অসমীয়া গল্প-সাহিত্যৰ অন্যতম শ্ৰেষ্ঠ সংকলন হিচাপে স্বীকৃতি পাইছে।

**অপূৰ্বা দত্ত (জন্ম ঃ ৫ এপ্ৰিল, ১৯৪৬ খ্ৰী.)**

অপূৰ্বা দত্তৰ জন্মস্থান গোলাঘাট জিলাৰ ৰঙামাটি গাঁও। স্নাতক ডিগ্ৰীধাৰী দত্তই ২০০৬ খ্ৰীষ্টাব্দত সাহিত্যিক পেন্সন লাভ কৰে। শ্ৰীমতী দত্তৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ফুলিবৰ বাবে ধুমুহা নালাগে' (১৯৯৯, গল্পপুথি), 'জুই শিখাৰ ছাঁ' (গল্পপুথি, ২০০০), 'ভাৰতৰ প্ৰান্তৰে প্ৰান্তৰে' (২০০৩), 'ঈশ্বৰৰ ভুল' (২০০৫, একাংকিকা নাট), 'নৈনিতালৰ পৰা কন্যাকুমাৰী' (২০০৫), 'স্বামী-স্ত্ৰী সংবাদ' (অনুবাদ গ্ৰন্থ, ২০০৬) আৰু 'প্ৰেম আৰু বেদনাৰ আত্মগাথা' (২০০৭)।

**ড° অমিয়া ৰাজবংশী (জন্ম ঃ ১৯ জানুৱাৰী, ১৯৪৯ খ্ৰী.)**

ড° অমিয়া ৰাজবংশীৰ জন্মস্থান ডিব্ৰুগড় জিলাৰ মোহনাঘাট। এম. এছ. চি,. পি. এইচ. ডি ডিগ্ৰী লাভ কৰা ড° ৰাজবংশী অৱসৰপ্ৰাপ্ত উপাধ্যক্ষা। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'নাৰীত্ব প্ৰাপ্তি' (অনুবাদ, ২০০৬), 'প্ৰাণীৰ বিৱৰ্তন' (২০০৮) আৰু 'পোৰণ প্ৰতিৰোধ' (অনুবাদ গ্ৰন্থ)।

**অমিয়া চেতিয়া (জন্ম ঃ ৩ মাৰ্চ, ১৯৪৬ খ্ৰী.)**

অমিয়া চেতিয়াৰ জন্মস্থান ডিব্ৰুগড় জিলাৰ মোহনাঘাট। তেওঁ প্ৰি. ইউনিভাৰ্ছিটি পৰীক্ষাত উত্তীৰ্ণ হৈ দুবছৰীয়া বেচিক ট্ৰেইনিং পাঠ্যক্ৰম সম্পূৰ্ণ কৰে। কুমাৰীছিগা বালিকা বিদ্যালয়ৰ প্ৰধান শিক্ষয়িত্ৰী পদত অধিষ্ঠিত হৈ অৱসৰ গ্ৰহণ কৰে। ২০০২ খ্ৰীষ্টাব্দত অসম চৰকাৰৰ কৃতী শিক্ষকৰ ৰাজ্যিক বঁটা লাভ কৰা চেতিয়াৰ প্ৰকাশিত পুথিকেইখন হ'ল—'দেশ বিদেশৰ জ্ঞানৰ সঁফুৰা' (২০০২) আৰু 'গীতেৰে শিকো আহাঁ' (২০০২)।

**অমূল্যপ্ৰসাদ দাস (জন্ম ঃ ১৯৪৭ খ্ৰী.)**

অমূল্যপ্ৰসাদ দাসৰ জন্মস্থান নলবাৰী জিলাৰ বলাকুছি। স্নাতক ডিগ্ৰীধাৰী দাস সংগীত বিশাৰদো। পৌৰ প্ৰশাসনৰ অৱসৰপ্ৰাপ্ত অধীক্ষক শ্ৰী দাসৰ প্ৰকাশিত পুথিকেইখন হ'ল—'গগণা', 'চতুৰংগ', 'অনুভৱ', অতীতৰ সুবাস' (সম্পাদনা), 'জীৱন শিক্ষা' (সম্পাদনা) আদি।



**অমৃতলাল কলিতা (জন্ম ঃ ৫ মে' ১৯৪৩ খ্ৰী.)**

অমৃতলাল কলিতাৰ জন্মস্থান কামৰূপ জিলাৰ ভোলাপাৰ। ১৯৭৪ খ্ৰীষ্টাব্দত স্নাতক আৰু ১৯৭৬ খ্ৰীষ্টাব্দত বি. লিব ডিগ্ৰী লাভ কৰা কলিতা মিৰ্জাৰ দক্ষিণ কামৰূপ মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত গ্ৰন্থাগাৰিক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'ৰামেশ্বৰমৰ পৰা ৰাইছিনা হিললৈ বিজ্ঞান যোগী', 'চাকৰ' (নাটক, ১৯৭২), 'দয়াল দেশলৈ যাওঁ' (আধ্যাত্মিক গীত, ১৯৭৫), 'অৰ্চনা' (গীত আৰু কবিতাৰ পুথি, ১৯৮৫), 'ৰাজসন্ন্যাসী অটল বিহাৰী বাজপেয়ী' (স্তুতিবাক্য, ১৯৯৯), 'সুৰ নগৰীৰ সুৰ বলিয়া আমাৰ ভূপেন হাজৰিকা' (২০০৭)। সম্পাদিত পুথি— 'সৎসংগৰ স্মৃতি গ্ৰন্থ' (১৯৯৭), 'গল্প সৌৰভ' (২০০৫) আৰু 'চৌতালী' (২০০৩)। এইবোৰৰ উপৰিও লেখকৰ গীত, কবিতা, প্ৰবন্ধ, স্মৃতিলেখা আদি বিভিন্ন লেখা প্ৰকাশ পায়।

**ড° অৰ্পনা মহন্ত (জন্ম ঃ ১৯৪৬ খ্ৰী.)**

ড° অৰ্পনা মহন্তৰ জন্মস্থান শিৱসাগৰ জিলা। স্নাতকোত্তৰ আৰু পি. এইচ. ডি. ডিগ্ৰীধাৰী ড° মহন্ত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ অৱসৰপ্ৰাপ্ত মুৰব্বী অধ্যাপিকা। তেওঁৰ প্ৰকাশিত পুথি—'অভিনৱ নাৰীৰ সন্ধানত' (১৯৯৩), 'তগৰৰ দুখ' আৰু 'দোষ আৰু অন্যান্য প্ৰবন্ধ' (১৯৯৯)। ড° মহন্তৰ বিভিন্ন লেখা পত্ৰিকা-আলোচনীত সিঁচৰতি হৈ আছে।

**অৰবিন্দ বৰ্মন (জন্ম ঃ ১ মাৰ্চ, ১৯৪৫ খ্ৰী.)**

অৰবিন্দ বৰ্মনৰ জন্মস্থান নলবাৰী জিলাৰ ককয়া। বৰ্মন বৰ্তমান শোণিতপুৰ জিলাৰ নপাম পথাৰৰ বাসিন্দা। আৰ্যবিদ্যাপীঠ মহাবিদ্যালয়ৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰা বৰ্মনে চৰকাৰী কৰ্মচাৰী হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'যোগ মংগল ক্ৰিয়া'।

**অৰুণ গোস্বামী (জন্ম ঃ ১৯৪৫ খ্ৰী.)**

অৰুণ গোস্বামীৰ জন্ম হয় শিৱসাগৰ জিলাৰ বঙ্গাল গাঁৱত। বৰ্তমান গোলাঘাট জিলাৰ বাসিন্দা গোস্বামী স্নাতক ডিগ্ৰীৰ অধিকাৰী। সমবায় বিভাগৰ অৱসৰপ্ৰাপ্ত বিষয়া গোস্বামীৰ প্ৰকাশিত পুথিসমূহ হ'ল—গল্প পুথি ঃ 'ঈদৰ জোন' (১৯৭০), 'মুক্তিস্নান' (১৯৭২), 'মাছমৰীয়া ছোৱালীৰ লাজ' (১৯৭৮), 'অৰুণ গোস্বামীৰ ব্যংগ আৰু অন্যান্য' (১৯৯৭), 'নিৰ্বাচিত গল্প সংকলন' (২০০৭), 'নিৰ্বাচিত গল্প' (২০০৯)। উপন্যাস ঃ 'পদধ্বনি' (১৯৮০), 'পিতৃ বিয়োগ' (১৯৮১), 'যুদ্ধপৰ্বৰ আখৰা' (১৯৮১), 'তিনি উপন্যাস' (১৯৯৪), 'কালক্ষণ' (১৯৯৯), 'গান গোৱাৰ আখৰা', 'মৈথুন অৰ্থত বিধ্বস্ত স্বকাল' (১৯৯৪), 'শ্ৰেষ্ঠা অভিনেত্ৰী' (২০০৪), 'কৃতজ্ঞতা প্ৰকাশ' (২০০৫), 'তেজৰ মৃত্যু নাই আৰু আক্ৰান্ত' (২০০৭), 'অৰুণ গোস্বামীৰ নিৰ্বাচিত উপন্যাস সংকলন আৰু সম্পাদনা) 'ড° মামণি ৰয়ছম গোস্বামী' (২০০৯)। নাটক ঃ 'আজি' (২০০৭), 'ত্ৰিৰূপা' (২০০৪), 'অনন্ত আয়োগ' (২০০৭), 'আচল শত্ৰু' (২০০৭), 'আখৰা চলিছে' (সম্পাদনা), 'কালান্তৰৰ কথকথা'। শিশু উপন্যাস ঃ 'মানুহৰ পৃথিৱী'। কাহিনীৰ বোলছবি ঃ 'মাছমৰীয়া ছোৱালীৰ লাজ', 'আই ক'ত নাই' (২০০৯), 'অগ্নিবৃষ্টি' (২০০৬)।

ইয়াৰোপৰি বিভিন্ন আলোচনী, বাতৰি কাকত আদিত লেখকৰ ভিন ভিন লেখা প্ৰকাশ পাইছে।

**অৰুণ ৰাজবংশী (জন্ম ঃ ১১ জানুৱাৰী, ১৯৫০ খ্ৰী.)**

অৰুণ ৰাজবংশীৰ জন্মস্থান নলবাৰী জিলাৰ বনভাগ শোলমাৰী। বৰ্তমান গুৱাহাটীৰ গণেশ নগৰৰ বাসিন্দা ৰাজবংশী গণেশ নগৰৰ প্ৰাথমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'এমুঠি নতুন সাধু' (সাধু, ১৯৯৭), 'হিৰন্ময় পুৰাৰ বাবে' (কবিতা, ১৯৯৮), 'সোণতলিৰ ইতিহাস' (উপন্যাস, ২০০০), 'সাধাৰণ জ্ঞান বিবিধা' (যুটীয়াভাৱে, সাধাৰণ জ্ঞান, ২০০১), 'জীৱনীমালা' (জীৱনী, ২০০৯), 'সেউজ সপোনৰ প্ৰেমগাঁথা' (কবিতা, ২০০০), 'হাঁহিৰ ৰহঘৰা' (২০০৫) আৰু 'সময় প্ৰতিবন্ধী' (২০০৯)।



**অৰুণা দত্ত শইকীয়া (জন্ম ঃ ২১ মে', ১৯৪১ খ্ৰী.)**

অৰুণা দত্ত শইকীয়াৰ জন্মস্থান গোলাঘাট জিলাৰ ঢেকীয়াল। স্নাতক ডিগ্ৰী লাভ কৰা অৰুণা দত্ত শইকীয়াৰ প্ৰকাশিত পুথিসমূহ হ'ল—'স্মৃতিৰ সুৰ আৰু দ্যোতনা' (যুটীয়াভাৱে কবিতা,১৯৯০), 'প্ৰিয়বন্ধু' (যুটীয়াভাৱে কবিতা, ১৯৯৬ ), 'সুৰ গন্ধৰ্ব' (গীতৰপুথি, ২০০৬), 'মইনাৰ ধেমালি চ'ৰা' (২০০৭) আৰু 'বৈশালী' (গল্প), 'অপেক্ষাত সুখৰ ছায়া', 'মোহচ্ছন্ন সাৰদী', 'স্নিগ্ধপাপৰি' আদি।

**অৰুণা তালুকদাৰ (জন্ম ঃ ১ মাৰ্চ, ১৯৪৭ খ্ৰী.)**

অৰুণা তালুকদাৰৰ জন্মস্থান বৰপেটা নগৰ। বৰ্তমান তেওঁ গুৱাহাটীৰ পূৱশৰণীয়া, শিলপুখুৰী, গুৱাহাটী বাসিন্দা। কলা বিভাগৰ স্নাতক তালুকদাৰ এগৰাকী ব্যৱসায়ী। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'মানস মাধুৰী' (কবিতাপুথি)।

**অশোক দেউৰী (জন্ম ঃ ২ অক্টোবৰ, ১৯৫০ খ্ৰী.)**

অশোক দেউৰীৰ জন্মস্থান লখিমপুৰ জিলাৰ বিহপুৰীয়াৰ বঙালমৰা। স্নাতক ডিগ্ৰীধাৰী দেউৰীয়ে হিন্দী বিভাগতো 'ৰত্ন' উপাধি লাভ কৰে। তেওঁ গোসাঁইপুখুৰী মধ্য ইংৰাজী বিদ্যালয়ৰ হিন্দী শিক্ষক হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'বায় কিং দা চা, 'তেওঁৰ দৰে নহ'বা' (কবিতা পুথি, ২০০৫) আৰু 'আজি মই অনুতপ্ত জেলৰ কয়দী' (কবিতা পুথি, ২০০৮)

**অশোক দাস (জন্ম ঃ ১৯৪৭ খ্ৰী.)**

অশোক দাসৰ জন্মস্থান গোলাঘাট জিলাৰ চকৰধৰা গাঁও। উচ্চতৰ মাধ্যমিকলৈকে শিক্ষা গ্ৰহণ কৰা দাস অৱসৰপ্ৰাপ্ত শিক্ষক। দাসদেৱে সদৌ অসম কবি সন্মিলনৰ দ্বাৰা ১৯৯৪ খ্ৰীষ্টাব্দত বকুল বনৰ কবি বঁটা লাভ, শ্ৰেষ্ঠ গীতিকাৰ বঁটা (অসম ভিত্তিত, ১৯৯২) লাভ কৰে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'কল্লোলিত বন্দৰ' (কবিতা, ১৯৮৮), 'পদাতিক' (কবিতা, ১৯৯২), 'সিৰাত তেজৰ ধুমুহা' (গল্প, ১৯৯৪), 'মানুহ মিছিলৰ

অতিথি' (কবিতা, ২০০৭), 'নিষিদ্ধ জনপদ' (উপন্যাস, ২০০৮) আৰু 'প্ৰেম আৰু ধুমুহা' (২০০৮)।

**অশ্বিনীকুমাৰ শৰ্মা (জন্ম : ৪ ফেব্ৰুৱাৰী, ১৯৪৭ খ্ৰী.)**

অশ্বিনীকুমাৰ শৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ বৰআজাৰা, বানামূৰ। স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা শৰ্মা অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—আলোচনা গ্ৰন্থ : 'স্মৰণীয় দিন : কৰণীয় কাম' (২০০৩), 'সাহিত্য সমীক্ষা' (২০০৬), 'ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য আৰু তেওঁৰ আই' (১৯৮৬), 'অসম সাহিত্য সভা : এটি পৰিচয়' (১৯৯৬), 'জনদিয়েক অসমীয়া সাহিত্যিক' (১৯৯৭), 'কবিতাৰ আবৃত্তি আৰু আবৃত্তিৰ কবিতা' (২০০০)। জীৱনী : 'আমাৰ ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ' (১৯৮৭), 'মহীয়সী কনকলতা' (১৯৯০), 'স্বাধীনতাৰ সংগ্ৰামী পুষ্পলতা দাস' (২০০৬), 'কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা' (১৯৯৪), 'শিল্পী-সাহিত্যিক লক্ষ্যধৰ চৌধুৰী' (১৯৯২), 'অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামী' (১৯৯৪), 'স্বামী বিবেকানন্দ' (২০০০), 'ভাৰতৰত্ন লোকপ্ৰিয় গোপীনাথ বৰদলৈ' (২০০২), 'দেশভক্ত তৰুণৰাম ফুকন' (২০০৩), 'বিজ্ঞানী ৰাষ্ট্ৰপতি ড° আব্দুল কালাম' (২০০২), 'কথাশিল্পী ড° ভৱেন্দ্ৰনাথ শইকীয়া' (২০০৫), 'পণ্ডিত প্ৰবৰ ড° কৃষ্ণকান্ত সন্দিকৈ', 'অসমৰ মনীষা কৃষ্ণকান্ত সন্দিকৈ' (২০০৬), 'ড° সৰ্বপল্লী ৰাধাকৃষ্ণণ', 'আমাৰ মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ' (২০০৬) আৰু 'কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰ' (২০০৭)। শিক্ষামূলক গ্ৰন্থ : 'অসমৰ প্ৰথম' (১৯৮৭), 'We Leave'(১৯৯৩)। শিশু সাহিত্য : 'পত্ৰলেখা' (১৯৭৮), 'বিখ্যাত লোকৰ মনোৰম কাহিনী' (২০০১), 'জন বিশ্বাসৰ সাধু' (১৯৯৫), 'সাধু শুনো আহা নেপালৰ' (১৯৯৬), 'সাধু শুনো বিহাৰৰ' (১৯৯৬), 'সাধু কথাৰ ফুলনি' (২০০৩), 'পাকিস্তানৰ সাধু' (২০০৩), 'থাইলেণ্ডৰ সাধু' (২০০৪), 'বেউলা-লখিন্দৰৰ সাধু' (২০০৪), 'সাধু কথাৰ পেৰা' (২০০৪), 'প্ৰিয় সাহিত্যিক আৰু সাহিত্য' (২০০৯), 'সুগন্ধিফুল' (১৯৯৩), 'নিঃসংগ তৰাৰ দ্যুতি' (২০০০), 'লিমাৰিক আৰু অন্যান্য' (২০০২)। গল্প সংকলন : 'এৰা সুঁতিৰ বান' (১৯৮২, গল্প), 'ৰং-ৰূপ-ৰেখা' (১৯৯১, গল্প), 'কলংকিত



চুমা' (১৯৭৩), 'অনন্যা তোমাৰ নাম' (১৯৮০), 'তেজৰ চিনাকি' (১৯৮৮), 'চতুৰস্ৰ' (১৯৮৯), 'বকুল তলৰ স্মৃতি' (২০০৭)। ৰম্য ৰচনা : 'মাথো প্ৰেম আৰু প্ৰেম আৰু' (১৯৮৪)। কবিতা : 'মোৰ তেজৰ উষ্ণতাত' (১৯৮৮), 'ৰসে চৌ চৌ' (২০০৫)। গীত : 'গীত আৰু গীত' (১৯৭৯) আৰু 'সুহুৰি' (১৯৮৫)। শ্ৰী শৰ্মাই অসম চৰকাৰৰ কৃতী শিক্ষকৰ ৰাজ্যিক পুৰস্কাৰ (২০০৩), সাহিত্য বঁটা ((২০০৯) আৰু ড° বাবাচাহেব আম্বেদকাৰ বঁটা (২০০৫) লাভ কৰে।

**অহল্যা ৰাণী বসুমতাৰী (জন্ম : ৭ ফেব্ৰুৱাৰী, ১৯৪৮ খ্ৰী.)**

অহল্যাৰাণী বসুমতাৰীৰ জন্মস্থান কোকৰাঝাৰ জিলাৰ ৰামফলবিল বজাৰ। প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ বসুমতাৰীৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'চানক্য নীতি' (বড়ো ভাষালৈ অনুবাদ)

**অক্ষয়কুমাৰ মিশ্ৰ (জন্ম : ১ ফেব্ৰুৱাৰী, ১৯৪৮ খ্ৰী.)**

অক্ষয়কুমাৰ মিশ্ৰৰ জন্মস্থান বৰপেটা জিলাৰ গলিয়াহাটী। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজী বিষয়ত স্নাতকোত্তৰ (১৯৬৭) ডিগ্ৰী লাভ কৰা মিশ্ৰ বৰপেটা বিদ্যাপীঠৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—ড° সৰ্বপল্লী ৰাধাকৃষ্ণন (১৯৮৮), 'বাণীৰ পুত্ৰ বাণীকান্ত' (১৯৮৯), 'ৰমণীয় বৰণীয়' (১৯৯১), 'জীৱন-জিজ্ঞাসা' (১৯৯২), 'অসমীয়া সাহিত্যলৈ বৰপেটা জিলাৰ অৱদান' (১৯৯৬), 'জীৱন তৃষ্ণা' (১৯৭৭), 'টেনটন' (১৯৯৮), 'ব্ৰাৰ্টাণ্ড ৰাছেল' (১৯৯৮), 'বৰপেটা সাহিত্য সভাৰ ইতিবৃত্ত' (২০০০), 'প্ৰবুদ্ধ যৌৱন' (২০০৩), 'ঘৰে পৰে' (২০০৩), 'বাক অবাক' (২০০৬), 'সুৰৰ সূতাৰে গঁথা মালাধাৰ' (২০০৬) আৰু 'ব্যক্তিত্বৰ সৌৰভ কৃতিত্বৰ গৌৰৱ' (২০০৮)। সম্পাদিত পুথি : 'পণ্ডিত প্ৰৱৰ নাৰায়ণ দেৱমিশ্ৰ', 'বিদ্যাবসনী জয়কৃষ্ণ', 'কবি প্ৰসন্নলাল', 'গণ জিজ্ঞাসা' (কবিতা সংকলন), 'জীৱনী মালা' , 'ঋতুৰাগ' (গল্প সংকলন), 'শ্ৰীশ্ৰীমথুৰাদাস বুঢ়া আতা' 'সোণৰ পাহাৰ ৰূপৰ খনি' (বৰপেটা জিলাৰ কিংবদন্তি), 'প্ৰসন্নলাল চৌধুৰী : ব্যক্তিত্ব আৰু কৃতিত্ব', 'বৰপেটা জিলাৰ লোক-সংস্কৃতি', 'মদনমোহন মিশ্ৰ : স্মৃতি-অৰ্ঘ', 'জন-

সাহিত্যৰ মধুকৰ শ্ৰীৰামচন্দ্ৰ দাস', 'অসম কেশৰী অম্বিকাগিৰি', 'লোকসেৱক যাদৱচন্দ্ৰ দাস', 'পাটবাউসী সত্ৰৰ স্মৰণিকা', 'মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱ', 'সত্ৰীয়া শিল্পী নৰহৰি বুঢ়াভকত', 'বাণীকান্ত কাকতি ঃ ব্যক্তিত্ব আৰু কৃতিত্ব' আদি। গীতি আলেখ্য ঃ 'সুৰৰ সুতাৰে গঁথা মালাধাৰ', 'যুগে যুগে অৱতাৰ', 'ৰঙ্গে ফাগু খেলে', 'ৰঙে ৰঙে একাকাৰ', 'সুৰীয়া দোতাৰাৰ গুঞ্জন', 'ৰাইজ ঐ কুশলে থাক', 'নন্দোৎসৱ', 'আলোকৰ কল্লোলে মেলিলে দুৱাৰ'।

অসম চৰকাৰৰ সাহিত্যিক পেন্সন লাভ কৰা অক্ষয়কুমাৰ মিশ্ৰৰ বিভিন্ন কাকত-আলোচনী, মুখপত্ৰ আদিত বিবিধ বিষয়ক প্ৰবন্ধ-নিবন্ধ প্ৰকাশ পাই আহিছে।



# আ

**আকলু দেৱশৰ্মা (জন্ম ঃ ১ ফেব্ৰুৱাৰী, ১৯৪০ খ্ৰী.)**

আকলু দেৱশৰ্মাৰ জন্মস্থান দৰং জিলাৰ বৰআঠিয়াপৰী। স্নাতকোত্তৰ ডিগ্ৰীধাৰী শৰ্মাই পিছলৈ বি. টি., ই. টি উপাধিও লাভ কৰে। বৰ্তমান দৰং জিলাৰ ডাঁহী উচ্চ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ আকলু দেৱশৰ্মাৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'প্ৰাচুৰ্যৰ দেশত এভুমুকি' (ভ্ৰমণ কাহিনী)

**মঃ আতৰ আলী চৌধুৰী (জন্ম ঃ ১১ জানুৱাৰী, ১৯৪৮ খ্ৰী.)**

মঃ আতৰ আলী চৌধুৰীৰ জন্মস্থান নগাঁও জিলাৰ হোজাইৰ মোবাৰক বস্তি। স্নাতকোত্তৰ ডিগ্ৰীধাৰী চৌধুৰীয়ে হিন্দী বিভাগত 'ৰত্ন' উপাধি লাভ কৰাৰ উপৰিও সাংবাদিকতাৰ ডিপ্লোমা লাভ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—কবিতাপুথি ঃ 'তৃষ্ণা' (১৯৮৫), 'দিয়াচলাই' (২০০৭), 'প্ৰাথমিক ব্যাকৰণ আৰু ৰচনা' (১৯৭৬)।

**আনিছ্ উজ জামান (জন্ম ঃ ৩ ফেব্ৰুৱাৰী, ১৯৪৭ খ্ৰী.)**

আনিছ্ উজ জামানৰ জন্মস্থান শিৱসাগৰ জিলাৰ বামুণপৰী গাঁও। বৰ্তমান তেওঁ গুৱাহাটী উজান বজাৰৰ নিবাসী। অসমীয়া বিষয়ৰ স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা শ্ৰী জামান আৰ. বি. উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত বিষয় শিক্ষক। পৰৱৰ্তী সময়ত তেওঁ ছয় বছৰৰ বাবে অসম লোকসেৱা আয়োগৰ সদস্যৰূপে কাৰ্যনিৰ্বাহ কৰিছিল। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—কবিতা সংকলন ঃ 'অজ্ঞাতে', 'গধূলি', 'সেউজীয়া জোন'। শ্ৰব্য কেছেট ঃ 'ঢৌবোৰত বাজে দোতাৰা' (কবিতা) আৰু 'নতুন নিয়ম' (গীতৰ)। ইয়াৰোপৰি তেওঁৰ বহু কবিতা ইংৰাজী, বঙালী, হিন্দী, উৰিয়া, তামিল ভাষালৈ অনুবাদ হৈছে। অসম সাহিত্য সভাৰ আজীৱন সদস্য আনিছ্ উজ জামান সদৌ অসম কবি সন্মিলনৰ সভাপতি

তথা অসম সাহিত্য সভাৰ আন্তঃৰাজ্যিক ভাব-বিনিময় উপ-সমিতিৰ সদস্য। উত্তৰ লখিমপুৰৰ পৰা প্ৰকাশিত আলোচনী 'নতুন সুৰ' প্ৰকাশন গোষ্ঠীয়ে তেওঁক 'সাহিত্য জ্যোতি' বঁটা প্ৰদান কৰিছে।

**আব্দুৰ ৰহমান (জন্ম ঃ ২৩ মাৰ্চ, ১৯৪৭ খ্ৰী.)**

আব্দুৰ ৰহমানৰ জন্মস্থান দৰং জিলাৰ কাউৰপৰি। স্নাতক ডিগ্ৰীধাৰী ৰহমান বৰ্তমান আৰক্ষী বিভাগৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। লেখকৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ইছলাম আৰু বিজ্ঞান' (১৯৭৮), 'সন্তান' (সামাজিক উপন্যাস, ১৯৮৫), 'এই ভাষা চকুলোৰ' (সামাজিক উপন্যাস, ১৯৮৭, ১৯৯৭), 'গৰাখহনীয়া' (১৯৮৯), 'মৰা নদীত ঢৌ' (১৯৯৭, ২০০৫, সামাজিক উপন্যাস), 'প্ৰেম, সংঘাত ইত্যাদি' (সামাজিক উপন্যাস, ২০০৭), 'অসমৰ মুছলমানসকল' (তথ্য গধুৰ গৱেষণাধৰ্মী গ্ৰন্থ, ২০০৮), 'মানুহৰ ৰং (১৯৯৮), 'স্বপ্ন মধুৰ' (১৯৯৬), 'বালি-পানী মানুহ' (২০০৩), 'সৰু ফুলৰ সৌৰভ' (২০০৩), 'হৃদয় বাগিচাৰ ফুল' (২০০৫) আৰু 'দৰঙৰ মুছলমান জনগোষ্ঠীৰ চমু পৰিচয়' (২০০৫)।

**মঃ আব্দুৰ ৰহমান (জন্ম ঃ ১ জানুৱাৰী, ১৯৪৮ খ্ৰী.)**

মঃ আব্দুৰ ৰহমানৰ জন্মস্থান নগাঁও জিলাৰ ডবকা কবৈগুৰি। বুৰঞ্জী বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা ৰহমান বৰ্তমান হোজাই মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'দেশ বিভাজনৰ প্ৰহেলিকা' (১৯৯৫)।

**আব্দুৰ ৰহমান (জন্ম ঃ ২১ এপ্ৰিল, ১৯৪৪ খ্ৰী.)**

আব্দুৰ ৰহমানৰ জন্মস্থান গোৱালপাৰা জিলাৰ খলিহামাৰী। স্নাতক ডিগ্ৰীধাৰী ৰহমান অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'অবিচাৰ' (দেশী ভাষাৰ কবিতা) আৰু 'ভাওয়াইয়া' (২০০৭)।

**আব্দুৰ ৰহিম মুস্তাফী (জন্ম ঃ ১৯৪৯ খ্ৰী.)**

আব্দুৰ ৰহিম মুস্তাফীৰ জন্মস্থান গোৱালপাৰা জিলাৰ মোথাবাৰী। আৰবী, পাৰ্চী আৰু সংস্কৃত ভাষাত ব্যুৎপত্তি থকা আব্দুৰ ৰহিম মুস্তাফীৰ প্ৰকাশিত পুথিসমূহ হ'ল—'নিলগৰ বাঁহী' (কবিতাপুথি, ১৯৭২), 'জীৱন পথৰ জেউতি', 'মহাবীৰ লাচিত', 'প্ৰেমৰ ৰচুল' (মননশীল জাতীয় সাহিত্য, ১৯৭৯), 'সোণালী সপোন' (চুটিগল্প সংকলন, ১৯৮৩), 'কপাল ফুল' (শিশু সাহিত্য), 'অকণিৰ শ্বাহ মীৰাণ', 'অকনিৰ প্ৰিয়নবী', 'মহাবীৰ খালিদ', 'আঙুৰ বনৰ পখিলা', 'মিচকাতুল আনোৱাৰ', 'আদৰ্শ গল্পাঞ্জলি', 'দৰদ শ্বৰীফ' (অনুবাদ গল্প), 'দিগন্তৰ হিমালয়' (উপন্যাস, ১৯৭৫), 'তুহিন মেৰুৰ পেংগুইন' (শিশু উপন্যাস), 'বিয়াৰ প্ৰথম নিশা' (সামাজিক গ্ৰন্থ, ১৯৮৯, ১৯৯৮), 'বিশ্ব সভ্যতা আৰু ইছলাম', 'বিশ্ব মানৱ আৰু নামাজ', 'নিলগৰ নীলা পাহাৰ', 'অভিমান' (নাটক), 'আণ্টাৰ্টিকা অভিযান' (এডভাঞ্চাৰ কাহিনী), 'নবীজীৰ চহৰ' (অনুবাদ গ্ৰন্থ), 'হাঁহিৰ নিজৰা', 'বিজ্ঞানৰ নৱ নক্ষত্ৰ', 'দ্বীনৰ জেউতি' আৰু 'ইছলামৰ প্ৰথম শ্বহীদ'।

**আভা বৰা (জন্ম ঃ ১৩ ডিচেম্বৰ, ১৯৪৬ খ্ৰী.)**

যোৰহাট জিলাত জন্মগ্ৰহণ কৰা আভা বৰা স্নাতক, বি. টি. আৰু এল. এল. বি. ডিগ্ৰীধাৰী। অধিবক্তা হিচাপে কাৰ্যনিৰ্বাহ কৰা বৰাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'লাক পা কুৰ্ কুৰ্', 'বল খেলা শহা', 'ভুটুং পছু', 'বৰঘৰৰ মেকুৰী', 'বালিমাহী চৰাইৰ গান', 'পঢ়াশালিত হাতীপোৱালি' আৰু 'অঞ্জন' (গীতৰ পুথি)।

**আলহাজ মোঃ আব্দুল গফুৰ (জন্ম ঃ ১ মাৰ্চ, ১৯৪১ খ্ৰী.)**

আলহাজ মোঃ আব্দুল গফুৰৰ জন্মস্থান ধুবুৰী জিলাৰ জালিকুৰা বহলপুৰ। ইতিহাস বিষয়ত স্নাতকোত্তৰ ডিগ্ৰীধাৰী আব্দুল গফুৰে বি. টি আৰু হিন্দী বিভাগত বিশাৰদ লাভ কৰে। চাপৰ মাদ্ৰাছা উচ্চতৰ মাধ্যমিক মাদ্ৰাছা স্কুলৰ পৰা তেখেতে শিক্ষক হিচাপে অৱসৰ গ্ৰহণ কৰে। লেখকৰ প্ৰকাশিত পুথিসমূহ হ'ল—'পথৰ সমল' (১৯৯০), 'গোবৰৰ দ'মত পদুম ফুল' (১৯৯২), 'কাছিমৰ গুপুত ধন' ( শিশু উপন্যাস, ১৯৯৭), 'গোৱালপৰীয়া সংস্কৃতি' (২০০০), 'ব্যক্তি আৰু জীৱন'

(জীৱনী পুথি, ২০০২), 'কাবা আৰু মদিনাৰ পথত' (হজ ভ্ৰমণ কাহিনী, ২০০৬), 'চকুৰ প্ৰচাৰতে চাপৰ' (২০০৭) আৰু 'অবিভক্ত গোৱালপাৰা জিলাৰ অসম সাহিত্য সভাৰ তিনিগৰাকী সভাপতি' (জীৱনী পুথি, ১৯৯৬), 'ইয়াজুজ মাজুজ আৰু সম্ৰাট জুল্‌কাৰ্‌নাইনৰ কাহিনী' (২০০৯)। গফুৰ মহোদয়ে ২০০৪ চনত অসম সাহিত্য সভাৰ সীতানাথ ব্ৰহ্মচৌধুৰী বঁটা লাভ কৰে।

**আলহাজ শ্বেইখ চমছেৰ আলি (জন্ম ঃ ১ আগষ্ট, ১৯৪১ খ্ৰী.)**

আলহাজ শ্বেইখ চমছেৰ আলিৰ জন্মস্থান চুৰচুৰী গাঁও, নলবাৰী জিলা। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—উপন্যাস ঃ 'আশাৰ ৰেঙণি', 'বিৱৰ্তন', 'সাধনা আৰু সিদ্ধি' (প্ৰবন্ধপুথি), 'বিস্মৃত গান্ধাৰ' (গল্পপুথি), 'অমৃতাক্ষৰ ছন্দ' (কবিতা, সম্পাদনা), 'হজ ঃ এক মহা অভিসাৰ' (আলোচনামূলক প্ৰৱন্ধ), 'ব্যক্তি আৰু ব্যক্তিত্বৰ সুৰভি' (সম্পাদনা), 'শ্বেখ চান্দ মহম্মদ অভিনন্দন' (সম্পাদনা), 'লোকমান হাকিম আৰু তেওঁৰ অমৰ বাণী' (আলোচনা প্ৰবন্ধ), 'কোৰআনৰ দৰ্শন' (অনুবাদ), 'চুফীপীৰ হজৰত বাকীবিল্লাহ' (জীৱন দৰ্শন), 'পুত্ৰাৰ্থে' (শিশুসাহিত্য) আদি। তেওঁ আম্বেদকাৰ ফেলোশ্বিপ বঁটাৰে সন্মানিত।

**আলোক শৰ্মা (জন্ম ঃ ১২ মাৰ্চ, ১৯৪৮ খ্ৰী.)**

আলোক শৰ্মাৰ জন্মস্থান ভেবাৰঘাট, মঙলদৈ, দৰং জিলা। স্নাতক ডিগ্ৰীধাৰী শৰ্মা অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল— 'উপেক্ষিতা অঙ্গনা' আৰু 'অসমাপ্ত পাণ্ডুলিপি'।



# ই

**ড° ইন্দিৰা গোস্বামী (মামণি ৰয়ছম গোস্বামী, জন্ম ঃ ১৪ নবেম্বৰ, ১৯৪২, মৃত্যু ঃ ২৯ নবেম্বৰ, ২০১১ খ্ৰী.)**

ড° ইন্দিৰা গোস্বামীৰ জন্মস্থান দক্ষিণ কামৰূপৰ আমৰঙা সত্ৰ। সদ্য প্ৰয়াত ড° ইন্দিৰা গোস্বামী গুৱাহাটীৰ চান্দমাৰী, গান্ধীবস্তীৰ নিবাসী আছিল। ১৯৬৩ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা গোস্বামীয়ে ১৯৭৩ খ্ৰীষ্টাব্দত 'তুলসীদাসৰ ৰামচৰিত মানস আৰু মাধৱ কন্দলীৰ অসমীয়া ৰামায়ণৰ তুলনামূলক অধ্যয়ন' শীৰ্ষক গৱেষণা কৰ্মৰ বাবে গুৱাহাটী বিশ্ববিদ্যালয়ে তেওঁক ডক্টৰেট উপাধি প্ৰদান কৰে। ১৯৬৮ খ্ৰীষ্টাব্দত তেখেতে গোৱালপাৰা সৈনিক স্কুলত শিক্ষয়িত্ৰী হিচাপে বৃত্তিগত জীৱনৰ পাতনি মেলে। ১৯৭১ খ্ৰীষ্টাব্দত দিল্লী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগত অসমীয়া বিষয়ৰ অধ্যাপিকা হিচাপে যোগদান কৰি উক্ত বিভাগৰে বিভাগীয় মুৰব্বী হিচাপে দায়িত্বভাৰ পালন কৰি অৱসৰ গ্ৰহণ কৰে। তেওঁক আমেৰিকাৰ ফ্লোৰিডা আন্তঃৰাষ্ট্ৰীয় বিশ্ববিদ্যালয়ত অনুষ্ঠিত 'Tulsi Das and His Works' শীৰ্ষক আন্তঃৰাষ্ট্ৰীয় সন্মিলনত 'International tulsi award' প্ৰদান কৰা হয়। ড° গোস্বামীক পশ্চিমবংগৰ ৰবীন্দ্ৰ ভাৰতী বিশ্ববিদ্যালয়, দিল্লীৰ ইন্দিৰাগান্ধী জাতীয় বিশ্ববিদ্যালয়, অৰুণাচল বিশ্ববিদ্যালয়, মুম্বাই বিশ্ববিদ্যালয়ে সন্মানীয় উপাধি প্ৰদান কৰে। লেখিকাগৰাকীয়ে কেইবাখনো দেশত ভাষা-সাহিত্য-সংস্কৃতি বিষয়ক সন্মিলনত অংশগ্ৰহণ কৰাৰ লগতে বিদ্যায়তনিক সত্ৰৰ সঞ্চালকৰ পদ অলংকৃত কৰে। ড° গোস্বামীয়ে ভাৰতৰ বহুকেইখন বিশ্ববিদ্যালয়ৰ কাৰ্যনিৰ্বাহক সমিতি, পৰিচালনা সমিতি, উপদেষ্টা সমিতি, গৱেষণা সমিতিৰ সদস্যৰূপে কাৰ্যনিৰ্বাহ কৰে। ড° গোস্বামী ২০০৪ খ্ৰীষ্টাব্দত ভাৰত চৰকাৰৰ পৰিকল্পনা আয়োগৰ উপদেষ্টা, সাহিত্য অকাডেমীৰ (নতুন দিল্লী) উপদেষ্টা সমিতিৰ সদস্য হিচাপে পাঁচ বছৰ কাৰ্যনিৰ্বাহ কৰে।

১৯৮৩ খ্ৰীষ্টাব্দত তেখেতে 'মামৰে ধৰা তৰোৱাল' আৰু দুখন উপন্যাস গ্ৰন্থৰ বাবে সাহিত্য অকাডেমী বঁটা, ২০০০ খ্ৰীষ্টাব্দত জ্ঞানপীঠ বঁটা, ১৯৮৮ খ্ৰীষ্টাব্দত সাহিত্য সভা বঁটা, ১৯৮৯ খ্ৰীষ্টাব্দত ভাৰত নিৰ্মাণ বঁটা, ১৯৯২ খ্ৰীষ্টাব্দত উত্তৰ প্ৰদেশ হিন্দী সংস্থাৰ সৌহাদ্য বঁটা, ১৯৯৩ খ্ৰীষ্টাব্দত মহিয়সী জয়মতী বঁটা, ২০০২ খ্ৰীষ্টাব্দত পদ্মশ্ৰী উপাধি, ২০০৮ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাৰ কৃষ্ণকান্ত সন্দিকৈ সাহিত্য বঁটা, ২০০৬ খ্ৰীষ্টাব্দত কোৰিয়াত অনুষ্ঠিত আন্তঃৰাষ্ট্ৰীয় সংস্থাৰ বিশ্বশান্তি দিৱসত শান্তিৰ ৰাষ্ট্ৰদূত বিশেষণ, ২০০৮ খ্ৰীষ্টাব্দত ইউৰোপৰ উচ্চ সন্মানজনক বঁটা 'Principal Prince claus' লাভ কৰা প্ৰথম গৰাকী ভাৰতীয়।

ড° ইন্দিৰা গোস্বামীৰ সাহিত্যৰাজি হ'ল—উপন্যাস ঃ 'চেনাবৰ সোঁত' (১৯৭২), 'নীলকণ্ঠী ব্ৰজ' (১৯৭৬), 'অহিৰণ' (১৯৮০), 'মামৰে ধৰা তৰোৱাল' (১৯৮০), 'দঁতাল হাতীৰ উঁয়ে খোৱা হাওদা' (১৯৮৮), 'আধা লেখা দস্তাবেজ' (আত্মজীৱনীমূলক, ১৯৮৮), 'সংস্কাৰ, উদয় ভানুৰ চৰিত্ৰ ইত্যাদি' (তিনিখন উপন্যাস সংগ্ৰহ, ১৯৮৯), 'জখমী যাত্ৰী' (১৯৯০), 'তেজ আৰু ধূলিৰে ধূসৰিত পৃষ্ঠা' (১৯৯৪), 'দাশৰথীৰ খোজ' (১৯৯৯) আৰু 'ছিন্নমস্তা' (২০০১)। গল্পপুথি ঃ 'চিনাকি মৰম' (১৯৬২), 'কইনা' (১৯৬৬), 'হৃদয় এক নদীৰ নাম' (১৯৯০), 'নিৰ্বাচিত গল্প' (১৯৯৮), 'মামণি ৰয়ছম গোস্বামীৰ প্ৰিয় গল্প' (১৯৯৮)। অনুবাদ গ্ৰন্থ ঃ 'মুন্সী প্ৰেমচান্দৰ চুটিগল্প' (১৯৭০), 'আধা ঘণ্টা সময়' (মালয়ালম উপন্যাস Aranzozliika Neram-ৰ অনুবাদ, ১৯৭৮), 'আহ্নিক' (২০০১), 'জাতক কথা'। জীৱনী, জীৱনীমূলক গ্ৰন্থ ঃ 'মহীয়সী কমলা' (ড° কমলা ৰত্নমৰ জীৱনী, ১৯৭৭), 'দস্তাবেজৰ এৰি অহা পৃষ্ঠা' (২০০৮), 'অপ্সৰা গৃহ' (২০০৯), 'মা' (২০০৯)। ইংৰাজী গ্ৰন্থ ঃ Ramayana from Ganga to Brahmaputra, Selected works of Indira Goswami, I and My writing (Booklet), An Unfinished Autobiography, Shadow of Dark God, Pages stained with blood, Katha, A-3, A saga of South Kamrup, A man from Chinnamosta, Flash and pain (collection of ten poems in English).



**ইন্দ্ৰকুমাৰ বৰগোহাঁই (জন্ম ঃ ১৯৪৭, মৃত্যু ঃ ৩০ নবেম্বৰ, ১৯৯৭ খ্ৰী.)**

প্ৰয়াত ইন্দ্ৰকুমাৰ বৰগোহাঁইৰ জন্মস্থান শিৱসাগৰ জিলাৰ মেছাগড়, গোহাঁইগাঁও। স্নাতকোত্তৰ ডিগ্ৰীধাৰী বৰগোঁহাইয়ে জোকতলি উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত বিষয় শিক্ষক। তেওঁৰ একমাত্ৰ প্ৰকাশিত গীতৰ পুথিখন হ'ল— 'মালঞ্চ'। ইয়াৰ উপৰিও আকাশবাণীত প্ৰচাৰিত ১২ খন সংগীতালেখ্য হ'ল—'শদিয়ালৈ নাযাবা, শতফুল নাখাবা', 'কাৰবালাৰ চকুলো', 'কুৰংগ নয়নী', শৰতৰ শেৱালীৰ চকু', 'কমলা কুঁৱৰী, 'যা দেৱী সৰ্বভূতেষু', 'অগ্নি প্ৰজ্বলিত বন্তি', 'সতী সাধনী' ইত্যাদি।

**ইন্দ্ৰজিৎ দত্ত (জন্ম ঃ ১ মাৰ্চ, ১৯৪৫ খ্ৰী.)**

ইন্দ্ৰজিৎ দত্তৰ জন্মস্থান শিৱসাগৰ জিলাৰ মঠাদাং। বৰ্তমান জু-ৰোড, গুৱাহাটীৰ বাসিন্দা দত্ত কৃষি বিভাগৰ এম. এচ. চি ডিগ্ৰী লাভ কৰি ভূমি সংৰক্ষণ বিভাগৰ সঞ্চালক হিচাপে অৱসৰগ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল— 'সেউজীয়া সাঁকো' (উপন্যাস, ২০০৫), 'প্ৰতিদিন প্ৰতিৰাতি', 'বিষণ্ন আবেলি' (গল্পপুথি, ১৯৮০), 'খহনীয়া' (গল্পপুথি, ১৯৮৬), 'হিমাবৃত শীতৰ চিঠি' (১৯৮১), 'ৰুদ্ধ অশ্ৰুজল' (১৯৮৩), 'স্মৃতি কোলাত লৈ' (১৯৮৭), 'নৈ-বিল-মানুহ' (প্ৰবন্ধ সংকলন, ২০০৯), 'দুখন মহাদেশ আৰু কিছু খুচুৰা ভ্ৰমণ' (২০১০), 'নীল নদীৰ সান্নিধ্যত' (২০১০)।

**ইন্দ্ৰজিত ফুকন (জন্ম ঃ ২১ ফেব্ৰুৱাৰী, ১৯৪১ খ্ৰী.)**

ইন্দ্ৰজিত ফুকনৰ জন্মস্থান ডিব্ৰুগড় জিলাৰ চাবুৱা নগৰ, ডি ৱাৰ্ড। কলা শাখাৰ স্নাতক ফুকন অৱসৰপ্ৰাপ্ত চাহ বাগিচাৰ কৰ্মচাৰী। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'বিহুৰে বিৰিণা পাত' (হুঁচৰি আৰু বিহু নামৰ ১ম সংকলন, ২০০৬), 'কীৰ্তন পুথিৰ কঠিন শব্দ সম্ভাৰৰ অৰ্থ ভাঙনি' আৰু 'কুঞ্জবন' (শিশু গল্প সংকলন)।

**ইন্দ্ৰপ্ৰসাদ শইকীয়া (জন্ম ঃ ১ মাৰ্চ ১৯৪২ খ্ৰী.)**

ইন্দ্ৰপ্ৰসাদ শইকীয়াৰ জন্মস্থান শোণিতপুৰ জিলাৰ জামুগুৰিহাটৰ শ'লগুৰি। অসমীয়া আৰু ইংৰাজী দুয়োটা বিষয়তে গুৱাহাটী বিশ্ববিদ্যালয়ৰ

পৰা স্নাতকোত্তৰ (১৯৭০, ১৯৭২) ডিগ্ৰী লাভ কৰা শইকীয়া জামুগুৰিহাটৰ ত্যাগবীৰ হেম বৰুৱা কলেজৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মন যমুনাৰ ঢৌ' (গীতৰ সংকলন), 'নাটুং ঝলোৰ পৃথিৱীখন' (শিশু উপন্যাস, ২০০৯) আৰু 'খেলি মেলি' (শিশু উপন্যাস, ১৯৭৫)।

**ইন্দেশ্বৰ বৰা (জন্ম ঃ ১৯৪৯ খ্ৰী.)**

ইন্দেশ্বৰ বৰাৰ জন্মস্থান গোলাঘাট জিলাৰ কাকডোঙা, কুকুৰপহীয়া। তেওঁৰ প্ৰকাশিত পুথি—কবিতাপুথি ঃ 'জোনাকৰ গীত গোৱা বাঁহীটো' (১৯৯৫) আৰু 'আত্মকথা আৰু অন্যান্য কবিতা' (১৯৯৭) আদি।

**ইন্দেশ্বৰ নাথ (জন্ম ঃ ১ অক্টোবৰ, ১৯৪৭ খ্ৰী.)**

ইন্দেশ্বৰ নাথৰ জন্মস্থান শিৱসাগৰ জিলাৰ চাৰিং ঢেকিয়ালগাঁও। বৰ্তমান গুৱাহাটী খানাপাৰা নিবাসী নাথ বিজ্ঞান শাখাৰ স্নাতক আৰু বি. ই (কেমিকেল) ডিগ্ৰীধাৰী। জিলা উদ্যোগ আৰু বাণিজ্য কেন্দ্ৰৰ (কামৰূপ) পৰিচালকৰূপে অৱসৰ গ্ৰহণ কৰা নাথে ২০০৪ বৰ্ষত ড° আম্বেদকাৰ ফেল'চিপ সন্মান আৰু ভাৰতীয় দলিত সাহিত্য একাডেমীৰ দ্বাৰা বঁটা লাভ কৰে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মন দাপোণ' (কবিতা, ২০০১), 'মন বননি' (কবিতা, ২০০১), 'সুৰৰ লয়লাস' (বিহু, বিয়া নামৰ পুথি, ২০০২), 'গীতাঞ্জলি' (গীতৰপুথি, ২০০১), 'তুমি মোৰ প্ৰথম প্ৰেমিকা' (কবিতা, ২০০৪), 'পুৱাৰ ৰেঙনি' (কবিতা, ২০০১), 'জীৱনবোধৰ ছবি' (উপন্যাস, ২০০২), 'কুঁৱলী' (গল্প, ২০০২), 'উদ্যোগ গঢ়ো আহক' (উদ্যোগ সংক্ৰান্তীয়, ২০০০) আৰু 'নিৰ্বাচিত কবিতা' (কবিতা, ২০০৪)। ইয়াৰোপৰি লেখকৰ কেতবোৰ গীতৰ পুথি পোৱা গৈছে।

**ইন্দেশ্বৰ শৰ্মা (জন্ম ঃ ২১ নৱেম্বৰ, ১৯৪৭ খ্ৰী.)**

ইন্দেশ্বৰ শৰ্মাৰ জন্মস্থান দৰং জিলাৰ বৈৰাগীপাৰা। অসমীয়া বিষয়ত স্নাতকোত্তৰ শৰ্মাৰ একমাত্ৰ প্ৰকাশিত কবিতা পুথিখন হ'ল—'ঐতিহ্যমণ্ডিত লক্ষীমপুৰ' (১৯৮০)।



**ইমৰাণ আলি দৰঙী (জন্ম ঃ ১৯৪১ খ্ৰী.)**

ইমৰাণ আলি দৰঙীৰ জন্মস্থান দৰং জিলাৰ মঙলদৈ নগৰবাহী। সম্প্ৰতি অৱসৰপ্ৰাপ্ত শিক্ষক আলী দৰঙীৰ সাহিত্যৰাজি হ'ল ঃ 'একুৰি মানৱতাৰ কবিতা', 'কথা-সুৰ-কণ্ঠ', 'মধুপুৰ সত্ৰৰ পৰা সৰাগুৰি চাপৰিলৈ', 'প্ৰাক্‌জ্যোতিষপুৰৰ পৰা আমবাৰীলৈ' আৰু 'দিল্লী মচনদ'।

**ড° ইৰশ্বাদ আলি (জন্ম ঃ ১ জানুৱাৰী, ১৯৪৪ খ্ৰী.)**

ড° ইৰশ্বাদ আলিৰ জন্মস্থান দৰং জিলাৰ মঙলদৈ শিঙিমাৰী। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা নৃতত্ত্ব বিভাগত স্নাতকোত্তৰ আৰু পি. এইচ. ডি ডিগ্ৰী লাভ কৰা ড° ইৰশ্বাদ আলি গুৱাহাটী বিশ্ববিদ্যালয়ৰ নৃতত্ত্ব বিভাগৰ পৰাই অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'সামাজিক নৃতত্ত্ব সন্দেদ' (১৯৮২) আৰু 'বিশ্বকোষ ঃ সমাজ আৰু সংস্কৃতি' (অষ্টম, নৱম খণ্ড, সম্পাদনা, যুটীয়া, ২০০৫, ২০০৬)। ইয়াৰ উপৰিও লেখকে ভালেমান গৱেষণামূলক প্ৰবন্ধ ৰচনা কৰিছে।

**ইৰা নাথ (জন্ম ঃ ১ ছেপ্টেম্বৰ, ১৯৪১ খ্ৰী.)**

শ্ৰীমতী ইৰা নাথৰ জন্মস্থান গোৱালপাৰা জিলা। পশ্চিম বংগৰ বিশ্ব ভাৰতী বিশ্ববিদ্যালয়, শান্তিনিকেতনৰ পৰা স্নাতকোত্তৰ, গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা বি. টি. ডিগ্ৰী লাভ কৰে। কৃতী শিক্ষকৰ ৰাষ্ট্ৰীয় বঁটা লাভ কৰা ইৰা নাথ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'ভিনদেশী সাধু কথা' (১৯৮৯) আৰু 'টিলিঙা তলিৰ কাহিনী' (২০০৭)।

**ইলা শৰ্মা (জন্ম ঃ ৩ জানুৱাৰী, ১৯৪২ খ্ৰী.)**

শ্ৰী ইলা শৰ্মাৰ জন্মস্থান নগাঁও। সম্প্ৰতি শ্ৰী শৰ্মা কামৰূপ জিলাৰ গুৱাহাটী উলুবাৰীৰ বাসিন্দা। ৰাজনীতি বিজ্ঞান বিষয়ৰ স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা শৰ্মাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'বুমেৰাং' (চুটিগল্প পুথি, ২০০১), 'কোনো নোহোৱা ল'ৰাটো' (২০০৪, অনুবাদ), 'বৰদিনৰ প্ৰাৰ্থনা সংগীত' (অনুবাদ, ২০০৫) আৰু 'গুপ্ত ধনৰ সন্ধানত' (২০০৯)। ইয়াৰোপৰি লেখিকাৰ বিভিন্ন ৰচনা বাতৰি কাকত, আলোচনী আদিত প্ৰকাশ পাইছে।

**ইলা বৰগোহাঁই (জন্ম ঃ ১৮ জুন, ১৯৪৭ খ্ৰী.)**

ইলা বৰগোহাঁইৰ জন্মস্থান পানীবিল, গড়গাঁও। বৰগোহাঁইদেৱে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ (১৯৬৯) ডিগ্ৰী লাভ কৰে। মৰাণ কলেজৰ পৰা অৱসৰ গ্ৰহণ কৰা বৰগোহাঁইৰ প্ৰকাশিত পুথিসমূহ হ'ল—বুৰঞ্জীমূলক উপন্যাস ঃ 'পিজৌ গাভৰু' (২০০১), 'ৰমণী গাভৰু' (২০০২), 'কুৰঙ্গনয়নী' (২০০৬)। সামাজিক উপন্যাস ঃ 'হে মহানগৰ, হে মহানগৰ' (১৯৯৮), 'ফুল, তৰা আৰু পখীৰ কাকলি' (২০০২), 'সূৰ্যমুখী ফুল'। গল্প সংকলন ঃ 'শতিকাৰ গল্প' (২০০৫)। প্ৰবন্ধ সংকলন ঃ 'অসম বুৰঞ্জীৰ নাৰী' (১৯৯৮), 'সময়ৰ সকিয়নী' (২০০৪)। শিশু উপন্যাস ঃ পুঁৱতি নগৰৰ সাধু' (২০০৩), 'সোণালী বেলিৰ শৈশৱ' (২০০৫), 'হিৰন্ময় সময়' (২০০৮)। তদুপৰি লেখকৰ অনাতাঁৰ কেন্দ্ৰৰ দ্বাৰা বহুকেইখন নাট প্ৰচাৰিত হয়, বিভিন্ন বাতৰি কাকত, আলোচনীত তেওঁৰ লেখা সিঁচৰতি হৈ আছে।

**ইলি ভৰালী (জন্ম ঃ ১ জুন, ১৯৫০ খ্ৰী.)**

ইলি ভৰালীৰ জন্মস্থান লখিমপুৰ জিলাৰ ধলপুৰ। স্নাতক ডিগ্ৰী লাভ কৰা ভৰালী অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। ভৰালীৰ প্ৰকাশিত একমাত্ৰ কবিতাপুথিখন হ'ল—'জীয়া জুৰিৰ লহৰ' (২০১০)।

**ইলু দেৱীবৰুৱা (জন্ম ঃ ১৯৪৯ খ্ৰী.)**

গুৱাহাটী মহানগৰীৰ দিশপুৰ, সৰুমটৰীয়া নিবাসী ইলু দেৱীবৰুৱা ছবিঘৰ আৰ্ট স্কুলৰ অধ্যক্ষা। তেখেতৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মোৰ গাভৰু কালৰ তালিকা' (কবিতা সংকলন, ২০০২), 'কাৰাগাৰৰ ডায়েৰী' (প্ৰথম, দ্বিতীয়, তৃতীয় খণ্ড) আৰু 'বৰ্ণময় আকাশ'। অসম আৰক্ষীৰ এগৰাকী অৱসৰপ্ৰাপ্ত বিষয়া দেৱী বৰুৱাৰ লেখা কাকত-আলোচনীত প্ৰকাশ পাইছে।

**মঃ ইয়াকুব আলী সেখ (জন্ম ঃ ১৪ জুন, ১৯৪৭ খ্ৰী.)**

ইয়াকুব আলীৰ জন্মস্থান গোৱালপাৰা জিলাৰ কঠোৰবড়ী। অৱসৰপ্ৰাপ্ত শিক্ষক আলীৰ প্ৰকাশিত একমাত্ৰ কবিতাপুথি—'এপাহি ফুল' (২০০৭)।



# উ

**উৎপলা গোস্বামী (জন্ম ঃ ১ জানুৱাৰী, ১৯৫০, মৃত্যু ঃ ২ জুলাই, ২০০৭ খ্ৰী.)**

প্ৰয়াত উৎপলা গোস্বামীৰ জন্মস্থান নলবাৰী জিলা। স্নাতক আৰু বাদ্য বিশাৰদ (বেহেলা) ডিগ্ৰী লাভ কৰা গোস্বামী বৰ্তমান গোলাঘাট জিলাৰ দেৰগাঁও। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ত্ৰৈলোক্যনাথ গোস্বামী' (স্মৃতি তৰ্পণ, ১৯৮৯), 'মণি আৰু মুক্তা' (১৯৯৫), 'নুপুৰৰ ৰুণ জুন' (২০০৮), 'নাম মোৰ নামেৰী' (২০০৮) আৰু 'শকুন্তলা' (অনুবাদ আৰু আলোচনী, ২০০৬)।

**উপেন্দ্ৰ বৰকটকী (জন্ম ঃ ১৯৪২ খ্ৰী.)**

উপেন্দ্ৰ বৰকটকীৰ জন্ম হয় নগাঁও জিলাৰ কলিয়াবৰ। সম্প্ৰতি বৰকটকী উক্ত জিলাৰে ৰত্নপুৰ, ছয়আলিৰ বাসিন্দা। ১৯৭২ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰীধাৰী বৰকটকীয়ে প্ৰথমে গুৱাহাটীৰ বি. বৰুৱা মহাবিদ্যালয়ত অধ্যাপনাৰ কাম আৰম্ভ কৰে। ইয়াৰ পিছত লামডিং মহাবিদ্যালয়ত অসমীয়া বিভাগৰ বিভাগীয় মুৰব্বী হিচাপে কাৰ্যনিৰ্বাহ কৰে। অসম চৰকাৰৰ সাহিত্যিক পেন্সনাৰ বৰকটকীদেৱ অসম সাহিত্য সভাকে আদি কৰি বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত সক্ৰিয়ভাৱে জড়িত। তেখেতৰ প্ৰকাশিত পুথিসমূহ হ'ল—'জয়প্ৰকাশ নাৰায়ণ' (১৯৭৮),'পদ্মনাথ গোহাঞিবৰুৱাৰ পৰা বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যলৈ' (১৯৮৫), 'অসম সাহিত্য সভা' (১৯৯০), 'অসমীয়া ভাষা-সাহিত্যৰ শৰাইঘটীয়া প্ৰথম দলটো' (১৯৯২), 'ব্যক্তি আৰু দেশপ্ৰেম' (১৯৯৩), 'বৰণীয়-স্মৰণীয়' (আলোচনা, ১৯৮১), 'অসমীয়া শিশু সাহিত্যৰ সংক্ষিপ্ত ইতিহাস' (২০০২), 'অসম সাহিত্য সভাৰ জলঙাইদি' (২০০৩), 'ব্যক্তি, গ্ৰন্থ, সাহিত্য' (প্ৰবন্ধ পুথি, ২০০৬), 'আন্দোলন, আলোচনী আৰু ব্যক্তি' (২০০৮), 'ব্যক্তিত্বৰ সংবাদ আৰু সংঘাত' (জীৱনী, ১৯৮৬), 'জীৱন আৰু কৃতি' (জীৱনী, ১৯৮৭), অসম

সাহিত্য সভা সভাপতি আৰু অভিভাষণ' (সাহিত্য সভা বিষয়ক, ১৯৯০), অসমীয়া সাহিত্য-সংস্কৃতিলৈ বিভিন্ন জনগোষ্ঠীৰ অৱদান' (১৯৯১), 'মহৎ লোকৰ আদৰ্শৰে' (১৯৯১), মহৎ লোকৰ আদৰ্শ' (১৯৯৬), 'বিচিত্ৰ ব্যক্তিত্ব' (জীৱনী, ১৯৯৭), 'অসম হিতৈষী সাহিত্যৰ সংক্ষিপ্ত ইতিহাস' (আলোচনা, ২০০১), 'ৰাধাগোবিন্দ বৰুৱাৰ বৈচিত্ৰ্যময় জীৱন' (জীৱনী, ২০১০) আৰু 'সোণালী সংগম' (জীৱনী, ২০০৬)।

সম্পাদনা ঃ 'অম্বিকাগিৰীৰ ব্যক্তিত্বৰ আভাস' (১৯৬৭), 'বেণুধৰ শৰ্মা অভিনন্দন গ্ৰন্থ' (১৯৬৯), 'শ্বহীদ নৰেন মহন্তৰ কবিতা' (১৯৭৩), 'অ' মোৰ অসমী আই' (শিক্ষাৰ মাধ্যম সম্পৰ্কীয় প্ৰবন্ধ পুথি, ১৯৭৩), 'লক্ষ্মীনাথ ফুকন সোঁৱৰণী গ্ৰন্থ' (১৯৭৬), 'আমাৰ বেণুধৰ' (বেণুধৰ শৰ্মা সম্পৰ্কীয় ভিন্ন ধৰ্মী ৫৭ টা প্ৰবন্ধৰ সংকলন, ১৯৮৩), 'মোৰ ফিনিক্সজনী' (অসম আন্দোলনৰ শ্বহীদ অৰূপ বৰুৱাৰ কবিতা, ১৯৮৪), 'কীৰ্ত্তিনাথ হাজৰিকা ঃ ব্যক্তিত্ব আৰু প্ৰতিভা' (১৯৮৮), 'মহিম বৰা ঃ স্ৰষ্টা আৰু সৃষ্টি' (ড° যোগেন্দ্ৰনাৰায়ণ ভূঞাৰ লগত যুটীয়াভাৱে, ১৯৮৯), 'বিভিন্নজনৰ দৃষ্টিত মুনীন বৰকটকী' (১৯৯৪), 'বলেন্দ্ৰনাথ শৰ্মা ঃ জীৱন আৰু কৰ্ম' (১৯৯৮), 'আমাৰ নাটক আৰু মঞ্চ' (২০০০), 'কপিলী-যমুনা' (২০০৪), 'হলধৰ কাকতী বৰাৰ জীৱন আৰু কৰ্ম আৰু তেওঁৰ নিৰ্বাচিত ৰচনাৱলী' (২০০৬), 'প্ৰসংগ ঃ মুনীন বৰকটকী' (২০০৭), 'সাহিত্যাচাৰ্য যজ্ঞেশ্বৰ শৰ্মা' (২০০৭) আৰু 'বেণুধৰ শৰ্মা ঃ ব্যক্তিত্ব আৰু প্ৰতিভা' (১৯৯৪)। ইয়াৰোপৰি তেখেতে বিভিন্ন আলোচনী, স্মৃতিগ্ৰন্থ আদিৰো সম্পাদনা কৰিছে।

**উপেন্দ্ৰচন্দ্ৰ তালুকদাৰ (জন্ম ঃ ১ মাৰ্চ, ১৯৪৮ খ্ৰী.)**

উপেন্দ্ৰচন্দ্ৰ তালুকদাৰৰ জন্মস্থান জানিগোগ, নলবাৰী জিলা। ডিফু চৰকাৰী মহাবিদ্যালয়ৰ পৰা কলা শাখাৰ স্নাতক ডিগ্ৰীধাৰী তালুকদাৰ অসম চৰকাৰৰ কৃষি পৰিসংখ্যা বিভাগৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'যমুনা গংগাৰ পাৰে পাৰে' (বৃন্দাবন খণ্ড, ১৯৯৩), 'যমুনা গংগাৰ পাৰে পাৰে' (হৰিদ্বাৰ খণ্ড, ১৯৯৪), 'যমুনা গংগাৰ পাৰে পাৰে' (বৃন্দাবন খণ্ড, ১৯৯৫) আৰু 'যমুনা গংগাৰ পাৰে পাৰে' (আগ্ৰা খণ্ড, ২০০০)।



**উপেন্দ্ৰনাথ ডেকা (জন্ম ঃ ১ জুন, ১৯৪৬ খ্ৰী.)**

উপেন্দ্ৰনাথ ডেকাৰ জন্মস্থান মেনপাৰা, দৰং জিলা। উচ্চতৰ মাধ্যমিক পৰ্যায়লৈ শিক্ষা গ্ৰহণ কৰা ডেকা মেনপাৰা শাখা ডাক বিভাগৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল— 'হিন্দু ধৰ্মৰ আধ্যাত্মিক দিশৰ চমু পৰ্যালোচনা' (ধৰ্মীয় সাহিত্য, ২০০৭)।

**উমাকান্ত কলিতা (জন্ম ঃ ১ ছেপ্টেম্বৰ, ১৯৪৬ খ্ৰী.)**

উমাকান্ত কলিতাৰ জন্মস্থান কামৰূপ জিলাৰ মুক্তাপুৰ। বৰ্তমান কলিতা গুৱাহাটী মহানগৰীৰ ফটাশিল আমবাৰী নিবাসী। সোণৰ পদকপ্ৰাপ্ত অভিযন্তা কলিতা সম্প্ৰতি অসম চৰকাৰৰ উদ্যোগ বিভাগৰ অৱসৰপ্ৰাপ্ত যুটীয়াসঞ্চালক। তেওঁৰ প্ৰকাশিত কবিতাপুথিকেইখন হ'ল— 'দৈনন্দিন কৰ্ম আৰু উপাসনা', 'প্ৰতিশ্ৰুতি'।

**উমাকান্ত শৰ্মা (জন্ম ঃ ১৯৪৫ খ্ৰী.)**

উমাকান্ত শৰ্মাৰ জন্মস্থান দৰং জিলাৰ খাতিকুছি, জ্ঞানজ্যোতি চ'ক। প্ৰৱেশিকা (১৯৬২) আৰু নৰ্মাল পৰীক্ষাত উত্তীৰ্ণ (১৯৬৮) শৰ্মা অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। উদ্যান শস্য উৎপাদন আৰু খুলীয়া ভাৱৰীয়া অভিনয় প্ৰদৰ্শনৰ সৈতে তেওঁ জড়িত। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'জৰাসন্ধ' (জৰাসন্ধৰ চমু জীৱনী, ২০০০) আৰু 'গোৱালৰ জীয়ৰী আয়েজা' (গল্প পুথি, ২০০৪) আৰু 'দৰঙৰ প্ৰাচীন পুখুৰী আৰু তাৰ ঐতিহ্য' (গ্ৰন্থ, ২০০৫)।

**উমেশ কলিতা ভাগৱতী (জন্ম ঃ ৮ জুন, ১৯৪২ খ্ৰী.)**

উমেশ কলিতা ভাগৱতীৰ জন্মস্থান কামৰূপ জিলাৰ কেতেকীবাৰী। উমেশ কলিতা দমদমা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত সহকাৰী শিক্ষক। কামৰূপ সাধু সন্মিলনীৰ দ্বাৰা 'নীতিবাগীশ' আৰু 'অসম সাধু সেৱক সন্মিলনীৰ দ্বাৰা 'ভাগৱতী' উপাধি লাভ কৰিছে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'জীৱন দৰ্শন' (ধৰ্মীয় প্ৰবন্ধ, ১৯৯৬), 'কাঠমাণ্ডু দেখিলোঁ' (ভ্ৰমণ কাহিনী, ১৯৯৭), 'কাহিনী উপ-কাহিনী' (১৯৯৯),

'জানি থোৱা ভাল' (জ্ঞান সঁফুৰা, ২০০০), 'তত্ত্ব বিচাৰ' (ব্ৰহ্ম বিষয়ক, ২০০১), 'সংসাৰ অৰণ্য' (আধ্যাত্মিক প্ৰবন্ধ, ২০০৪), 'ভক্তি তৰঙ্গ' (ধৰ্মীয় কবিতা, ২০০৫), 'শ্ৰীমদ্ভাগৱতৰ দান লক্ষণ' (আধ্যাত্মিক প্ৰবন্ধ, ২০০৬),'ৰসময়ী প্ৰবন্ধ মালা' (ধৰ্মমূলক প্ৰবন্ধ, ২০০৮), 'শ্ৰীমদ্ভাগৱত অভিধান' (ভাগৱতৰ শব্দাৰ্থ, ২০০৯) আদি।

**উমেশ শৰ্মা (জন্ম ঃ ১ মাৰ্চ, ১৯৪৯ খ্ৰী.)**

উমেশ শৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ বড়িদতৰা। সম্প্ৰতি তেওঁ গুৱাহাটীৰ অম্বিকাগিৰি নগৰ নিবাসী। স্নাতক আৰু বি. টি. ডিগ্ৰীৰ অধিকাৰী শৰ্মা অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল— ইন্দ্ৰনীল' (ৰহস্য উপন্যাস), 'পুতলা নাচৰ পুতলা' (গল্পপুথি), 'গো-বংশ ৰক্ষা' (প্ৰবন্ধপুথি), 'আছিয়া' (অনুবাদ), 'ডেউকা ভগা পখীৰ গান' (উপন্যাস) আৰু 'মেঘ কেৱল মেঘ' (গল্পপুথি, ২০০৯)।

**উমেশচন্দ্ৰ শৰ্মা শাস্ত্ৰী (জন্ম ঃ ৬ জুলাই, ১৯৪৫ খ্ৰী.)**

উমেশচন্দ্ৰ শৰ্মাৰ জন্মস্থান লখিমপুৰ জিলাৰ খাকনবড়ী। স্নাতক ডিগ্ৰীধাৰী শৰ্মা শাস্ত্ৰীদেৱে ব্যাকৰণ, জ্যোতিষ শিক্ষা শাস্ত্ৰী উপাধি লাভ কৰে। পছমৰা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'শনি পাঞ্চালী' (ধৰ্মীয় পুথি, ১৯৯৯) আৰু 'পুস্কৰ পুৰশ্চৰণম্' (সংস্কৃত গ্ৰন্থ)।

**উষা বৰা (জন্ম ঃ ১৯৫০ খ্ৰী.)**

যোৰহাট নিবাসী উষা বৰাৰ একমাত্ৰ অনূদিত পুথিখন হ'ল— 'বিশ্বামিত্ৰ আৰু শ্বেতকেতু' (২০০১)।



# ক

**কণিকা নাথ (জন্ম ঃ ১ জানুৱাৰী, ১৯৫০ খ্ৰী.)**

কণিকা নাথৰ জন্মস্থান গোৱালপাৰা জিলা। বৰ্তমান বঙাইগাঁও জিলাৰ অভয়াপুৰী নিবাসী কণিকা নাথৰ প্ৰকাশিত পুথিকেইখন হ'ল—'কবিতাৰ ঘৰত কবিতাৰ মেল' (কবিতা পুথি, ২০০০)। কণিকা নাথ ভাৰতীয় দলিত সাহিত্য অকাডেমীৰ ফুলেবাই পুৰস্কাৰেৰে সন্মানিত।

**কণ্ঠিৰাম কলিতা (জন্ম ঃ ১ নবেম্বৰ, ১৯৫০ খ্ৰী.)**

কামৰূপ জিলাৰ পছৰীয়াৰ পুৰাণপাৰাত জন্মগ্ৰহণ কৰা কণ্ঠিৰাম কলিতাৰ আনুষ্ঠানিক শিক্ষা প্ৰৱেশিকা। তেওঁৰ একমাত্ৰ প্ৰকাশিত উপন্যাসখন হ'ল— 'জুইয়ে পোৰা সোণ' (১৯৯৪)।

**কনক গোস্বামী (জন্ম ঃ ১ ছেপ্টেম্বৰ, ১৯৪৫ খ্ৰী.)**

কনক গোস্বামীৰ জন্মস্থান শোণিতপুৰ জিলাৰ ৰঙামাটি, বিহগুৰি। বিজ্ঞানৰ স্নাতক গোস্বামী অৱসৰপ্ৰাপ্ত শিক্ষক। তেখেতৰ প্ৰকাশিত পুথি— 'শৰাইঘাটৰ নতুন অংকুৰ' (প্ৰবন্ধ সংকলন, ১৯৮৪) আৰু 'ৰচনা সম্ভাৰ আৰু ব্যাকৰণ' (ৰচনা পুথি, ২০০৯)।

**কনকলতা গগৈ (জন্ম ঃ ১৯৫০ খ্ৰী.)**

কনকলতা গগৈৰ জন্মস্থান শিৱসাগৰ জিলাৰ মৰাণ। হিন্দী সাহিত্যত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা কনকলতা গগৈ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। কৃতী শিক্ষকৰ বঁটা লাভ কৰা লেখিকাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মানৱ সেৱা আৰু মানৱীয় মূল্যবোধৰ প্ৰতীক ভাৰত স্কাউট এণ্ড গাইড' (২০০৬), 'আইনাম' (২০০৭) আৰু 'আমাৰ লক্ষ্মীনাথ' (২০১১)।

**কপিল ঠাকুৰ (জন্ম ঃ ১ জানুৱাৰী, ১৯৪৬ খ্ৰী.)**

শিৱসাগৰ জিলাৰ বৰহাটত জন্মগ্ৰহণ কৰা কপিল ঠাকুৰৰ প্ৰকৃত নাম

মোহিনী মোহন বৰঠাকুৰ। অৱসৰপ্ৰাপ্ত চৰকাৰী বিষয়া ঠাকুৰৰ প্ৰকাশিত পুথিকেইখন হ'ল—'দুখৰ দিনৰ লখিমী' (কবিতা, ১৯৯৭), 'ভয়, মৃত্যু আৰু সুন্দৰতা' (১৯৯৯), 'সোণালী মাছৰ দিন' (২০০৯) আৰু 'কল্পতৰু বৰ্ণমালা' (কবিতাপুথি,)

**কপুৰচান্দ জৈন (জন্ম ঃ ১০ নবেম্বৰ, ১৯৪১ খ্ৰী.)**

কামৰূপ জিলাৰ পলাশবাৰীত জন্মগ্ৰহণ কৰা কপুৰচান্দ জৈন বৰ্তমান গুৱাহাটীৰ আঠগাঁৱৰ বাসিন্দা। স্নাতকোত্তৰ আৰু এল. এল. বি. ডিগ্ৰী লাভ কৰা জৈনৰ বৃত্তি ব্যৱসায়। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'শংকা সমাধান' (হিন্দী) 'অসমীয়া সাহিত্য সংস্কৃতিত হিন্দী ভাষীৰ অৱদান' (২০০৭), স্মৃতিৰ কুয়াশা চিৰে' (বঙালী, ২০০৯) আৰু 'আমি এনেকুৱা কিয় কৰোঁ' (২০০৬)।

**কবিন বৰদলৈ (জন্ম ঃ ১ ফেব্ৰুৱাৰী, ১৯৫০, মৃত্যু ঃ ২৪ মে', ২০০১১ খ্ৰী.)**

কবিন বৰদলৈৰ জন্মস্থান মৰিগাঁও জিলাৰ জাজৰি পাগহালি। স্নাতক, বি. টি. ডিগ্ৰী লাভ কৰা বৰদলৈয়ে সাংবাদিকতা শিক্ষাও লাভ কৰে। বৰ্তমান তিনিচুকীয়া উচ্চ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক বৰদলৈৰ প্ৰকাশিত পুথিকেইখন হ'ল—'জীৱন্ত কবৰ' (গল্প সংকলন, ২০০৫), 'শেষ মৰীচিকা' (উপন্যাস, ২০০৯), 'বনৰীয়া ফুল' (কবিতা সংকলন, ২০০৯ আৰু 'পলাশ বনৰ ৰং' (গীতৰ সংকলন, ২০০৯)।

**ড° কবিন ফুকন (জন্ম ঃ ১ ছেপ্টেম্বৰ, ১৯৪৬, মৃত্যু ঃ ২০১১ খ্ৰী.)**

গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজী বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা ড° ফুকনে টি. এচ. এলিয়টৰ কাব্য চিন্তা বিষয়ক গৱেষণাৰ বাবে ইংলেণ্ডৰ লীডছ বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট উপাধি লাভ কৰে। ফুকনে মাৰ্কিন যুক্তৰাষ্ট্ৰৰ য়েল বিশ্ববিদ্যালয়ত (১৯৮৩) ফুলব্ৰাইট ফেল'ৰূপে ছমাহৰ বাবে এজৰা পাউণ্ডৰ কাব্য চিন্তাৰ বিষয়েও গৱেষণা কৰে। জগন্নাথ বৰুৱা মহাবিদ্যালয়ত ১৯৬৭ খ্ৰীষ্টাব্দত যোগদান কৰি তেখেতে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ অধ্যাপক হিচাপে



অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'এনেকৈয়ে দিন এনেকৈয়ে ৰাতি' (১৯৯১), 'কোনে কয় নুপুৱায় আঁউসীৰ ৰাতি' (১৯৯২), 'তোক দেখি ন জোনে' (১৯৯৩), 'অসমীয়া কবিতাৰ প্ৰবাহ' (১৯৯৫) আৰু 'কবিতাৰ জুতি বিচাৰি' (১৯৯৬)। ড° কবিন ফুকন ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত অধুনালুপ্ত 'অনুবাদ' আলোচনীৰ মুখ্য সম্পাদক আছিল।

**কবীন্দ্ৰ নাথ দাস (জন্ম ঃ ১ এপ্ৰিল, ১৯৪৭ খ্ৰী.)**

কবীন্দ্ৰনাথ দাসৰ জন্মস্থান বৰপেটা জিলা। উদ্ভিদ বিজ্ঞান বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা দাস বৰ্তমান মাধৱ চৌধুৰী মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ৰহস্যময় উদ্ভিদ আৰু উদ্ভিদৰ ৰহস্য' (২০০৩), 'সূৰুযৰ পোহৰত মুকুতা বিচাৰি' (২০০৬), 'থলুৱা বন দৰৱ আৰু গুণাগুণ' (২০০৮)।

**কমল দাস (জন্ম ঃ ১৯৪৬ খ্ৰী.)**

কমল দাসৰ জন্মস্থান নগাঁও জিলাৰ কুঁৱৰীটোলৰ মাজচতিয়াল গাঁও। অৱসৰপ্ৰাপ্ত কৰ্মচাৰী কমল দাসৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'ছন্দৰ দ্বন্দ্ব' (২০০৭)।

**কমলা বৰুৱা (জন্ম ঃ ১৪ নবেম্বৰ, ১৯৪২ খ্ৰী.)**

কমলা বৰুৱাৰ জন্মস্থান উত্তৰ লখিমপুৰ জিলাৰ ধেমেলীয়া চুক। বৰ্তমান বৰুৱা তেজপুৰ খৰপাৰা চুবুৰী নিবাসী। স্নাতকোত্তৰ পৰ্যায়লৈকে আনুষ্ঠানিক শিক্ষা গ্ৰহণ কৰা দাস তেজপুৰ অমিয় কুমাৰ দাস উচ্চ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'পক্ষীৰাজ ঘোঁৰা' (২০১০ শিশু কবিতা), 'অবুজ বেদনা' (২০০৪, শিশু উপন্যাস), 'সপোনৰে ধেমালি' (শিশু নাটক, ১৯৯২-৯৩), 'আখৰা' (১৯৯২-৯৩), অকণিৰ গল্পমালা', 'ককা মহাদেৱ শৰ্মা', 'আমি সূৰ্য শিখা দল', 'বছা বছা ফুল', 'পথৰুৱা জুৰি', 'গগণাৰ সুৰ', 'শৰণৰ উপায় তৰুণ' (২০০৯), নিৰ্বাচিত নিবন্ধ' (২০০৯), 'প্ৰতিমা খনিকৰ', 'লুইতৰ পাৰে

পাৰে গগণাৰ সুৰ'। সম্পাদনা ঃ 'নামৰ শৰাই' (১৯৭৮), 'স্মৃতিতীৰ্থ' (১৯৯৪), 'অসম-সূৰ্য শ্ৰীমন্ত শংকৰ' (২০০৩), 'গামোচা' (২০০৪), 'মধুপুৰ সত্ৰৰ চমু পৰিচয়' (১৯৮৪), 'কবিতা সমদল' (১৯৮৮-১৯৯৫), 'স্মৰণিকা' (১৯৯৪), 'উষাৰ চোতালত নিঃশব্দ নীৰৱে ফুলা ফুল' (১৯৯৯), 'স্মৃতিতীৰ্থ (১৯৯৪), 'অসম জ্যোতি' (সৰ্বমুঠ ১০ টা সংখ্যা), 'দেৱীকূট' (২০০৪), 'ৰূপালী' (২০০৫), 'ৰূপকোঁৱৰ' (২০০৫), 'অভিজ্ঞান' (২০০৭), 'পদ্মশ্ৰী' দুটা সংখ্যা (২০০৭-০৮), 'বিদ্বান' (২০০৯)। আত্মজীৱনী সম্পাদনা ঃ 'পুষ্পলতা শইকীয়া', 'প্ৰমীলা বৰুৱা'। ইয়াৰোপৰি কমলা বৰুৱাই ড° আম্বেদকাৰ ফেল'শ্বিপ বঁটা (২০০৩) লাভ কৰিছে।

**কমলেশ্বৰ দাস (জন্ম ঃ ১ জুন, ১৯৪২ খ্ৰী.)**

কমলেশ্বৰ দাসৰ জন্মস্থান বৰপেটা জিলাৰ কনৰা সত্ৰ। বৰ্তমান দাস ওদালগুৰি জিলাৰ হৰিশিঙাৰ নিবাসী। স্নাতক ডিগ্ৰীধাৰী দাস বড়িগাঁও মধ্য ইংৰাজী বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'তৰা আৰু ফুল' (১৯৭৪, ২০০৭)।

**কমিনাথ ডেকা (জন্ম ঃ ১৫ নবেম্বৰ, ১৯৪৩ খ্ৰী.)**

কমিনাথ ডেকাৰ জন্ম হয় দৰং জিলাৰ পাতিদৰঙত। স্নাতক আৰু বি. টি. ডিগ্ৰী লোৱা ডেকাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ভঙা কাঁচৰ টুকুৰা' আৰু 'টুকুৰা কাগজৰ ফুল' (কবিতা সংকলন, ১৯৯৩), 'সৌৰ বিকাশৰ পৰা মানৱ বিকাশলৈ' (মানৱৰ বিকাশ আৰু সভ্যতা, ২০০৫) আৰু 'হেৰোৱা নগৰ' (পুৰাতত্ত্ব সম্বন্ধীয় শিশু পুথি, ২০০৫)।

**কৰুণা বৰা (জন্ম ঃ ৪ আগষ্ট, ১৯৪৭ খ্ৰী.)**

কৰুণা বৰাৰ জন্মস্থান শোণিতপুৰ জিলাৰ সঙ্গিয়ামাজৰ চুক। প্ৰৱেশিকা পৰ্যায়লৈ শিক্ষা গ্ৰহণ কৰা বৰা অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। তেওঁৰ প্ৰকাশিত একমাত্ৰ উপন্যাসখন হ'ল—'নিয়তিৰ বিধান' (১৯৭৩)।



**কৰেন দাস নাথ (জন্ম ঃ ১ ডিচেম্বৰ, ১৯৪২ খ্ৰী.)**

কাৰ্বি আংলং জিলাৰ ডিফুত কৰেন দাসৰ জন্ম হয়। স্নাতক ডিগ্ৰী লাভ কৰা দাস অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—কাৰ্বি ভাষাৰ 'সহজ পাঠ' (২০০৪) আৰু 'কাৰ্বি কৃষ্টিৰ উৎস' (১৯৯৮)।

**কল্পনাদেৱী গোস্বামী (জন্ম ঃ ২৪ জানুৱাৰী, ১৯৪৮ খ্ৰী.)**

কল্পনাদেৱী গোস্বামীৰ জন্মস্থান বৰপেটা জিলাৰ সৰভোগ। বৰ্তমান গোস্বামী নগাঁৱৰ বিষ্ণুপল্লীৰ নিবাসী। স্নাতক ডিগ্ৰীধাৰী গোস্বামী অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। তেওঁৰ প্ৰকাশিত দুখন কবিতাপুথি হ'ল—'তল সৰা বকুল' (১৯৭১) আৰু 'সৰা শেৱালীৰ সুবাস' (২০০৪)। ইয়াৰোপৰি লেখিকাই 'মন্দাকিনী' নামৰ আলোচনী এখনৰ সম্পাদনা কৰে।

**ডাঃ কল্পেন্দ্ৰনাথ গায়ন (জন্ম ঃ ৩০ মে', ১৯৪৯ খ্ৰী.)**

ডাঃ কল্পেন্দ্ৰনাথ গায়নৰ জন্মস্থান নগাঁও জিলাৰ মূঢ়ালি গাঁও। অৱসৰপ্ৰাপ্ত জ্যেষ্ঠ চিকিৎসক ডাঃ শৰ্মাদেৱৰ প্ৰকাশিত পুথিকেইখন হ'ল—'টি.বি. ৱাৰ্ড', 'চতুৰ্ভূজ', 'ডাক্তৰ বাবু' আৰু 'আমাৰ চিনাকি গছ-গছনি'।

**কাতিৰাম নাথ (জন্ম ঃ ১ অক্টোবৰ, ১৯৪১ খ্ৰী.)**

কাতিৰাম নাথৰ জন্মস্থান দৰং জিলাৰ গৰুখুটি, বৰামগোৰ। নিজডলা বীণাপাণি প্ৰাথমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী নাথৰ প্ৰকাশিত পুথিকেইখন হ'ল—'যেনে কুকুৰ তেনে টাঙোন' (১৯৮০) আৰু 'কুঁহিপাঠ সহায়িকা' (১৯৮৭)। উল্লেখযোগ্য যে নাথে অসম ৰাজ্যিক কৃতী শিক্ষকৰ বঁটাৰে (১৯৯৯) সন্মানিত হয়।

**কামিনী শৰ্মাশাস্ত্ৰী (জন্ম ঃ ১ ছেপ্টেম্বৰ, ১৯৪৮ খ্ৰী.)**

কামিনী শৰ্মা শাস্ত্ৰীৰ জন্মস্থান নলবাৰী জিলা। অসম সংস্কৃত বোৰ্ডৰ প্ৰয়োগ ৰত্নমালা ব্যাকৰণৰ শাস্ত্ৰী পৰীক্ষা, লক্ষ্ণৌ সংগীত বিশ্ববিদ্যালয়ৰ

পৰা সংগীত বিশাৰদ পৰীক্ষাত উত্তীৰ্ণ। শৰ্মাশাস্ত্ৰী পুব বাঁহজানী গোপালথান বালিকা বিদ্যালয়ৰ সংস্কৃত শিক্ষক, নলবাৰীৰ চ'কবজাৰ সংগীত তীৰ্থৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল— 'অমিয়া লহৰি' (১৯৭৪), 'গড়ুৰৰ অৰুণ যাত্ৰা' (১৯৮৩), 'সুৰতীৰ্থ, ড° হৰিদত্ত শৰ্মা ঃ জীৱন কৃতি', 'মা' (একাংকিকা নাট), 'প্ৰতিবাদ' (একাংকিকা নাট), 'লাবণ্য বোৱাৰী' (একাংকিকা নাট), 'বিচাৰ' (একাংকিকা নাট), 'প্ৰবন্ধ প্ৰদীপ' (প্ৰবন্ধ, ২০০৭), 'পলাশৰ ৰং' (গল্প, ২০০৮) আৰু 'সৃষ্টি প্ৰপাত' (কবিতা, ২০০৯)।

**কামিনীমোহন কাকতি (জন্ম ঃ ১ মে' ১৯৪৮ খ্ৰী.)**

কামিনী মোহন কাকতিৰ জন্মস্থান বাক্সা জিলাৰ শিমলিবাৰী। স্নাতক ডিগ্ৰী লাভ কৰা কাকতি নৰ্মাল প্ৰশিক্ষণপ্ৰাপ্ত। বৰ্তমান মাগুৰমাৰী মজলীয়া বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক কাকতিৰ প্ৰকাশিত একমাত্ৰ কবিতাপুথিখন হ'ল—'মনৰ ডেউকাত'।

**কামেশ্বৰ নাথ (জন্ম ঃ ২১ ছেপ্টেম্বৰ, ১৯৪৩ খ্ৰী.)**

কামেশ্বৰ নাথৰ জন্মস্থান বঙাইগাঁও জিলাৰ বইটামাৰী মলিগাঁও। প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ নাথৰ বৃত্তি কৃষি। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'শ্ৰীভৈৰৱ মহাপ্ৰভুৰ মহিমা' (১৯৯৫)।

**কিৰণ শৰ্মা (জন্ম ঃ ২১ অক্টোবৰ, ১৯৪০, মৃত্যু ঃ ১৪ আগষ্ট, ১৯৯৭ খ্ৰী.)**

প্ৰয়াত কিৰণ শৰ্মাৰ জন্মস্থান মঙলদৈ। স্নাতক ডিগ্ৰীধাৰী শৰ্মা অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ডি. ব্ৰেষ্ট লেগুৰ পৰা সিজু কাঁইটৰ দেশলৈ', 'হাঁহিমেল' আৰু 'এৰাসুঁতিৰ মোহ'।

**কিৰণচন্দ্ৰ চৌধুৰী (জন্ম ঃ ১৪ আগষ্ট, ১৯৪৪ খ্ৰী.)**

কিৰণচন্দ্ৰ চৌধুৰীৰ জন্মস্থান বৰপেটা জিলাৰ পাঠশালা। সাহিত্য-সংস্কৃতিৰ তথা অন্যান্য অনুষ্ঠানৰ লগত জড়িত চৌধুৰী অধুনালুপ্ত 'আজিৰ বাতৰি' কাকতৰ সংবাদদাতা আছিল। তদুপৰি শ্ৰী চৌধুৰীৰ বিভিন্ন



প্ৰবন্ধ 'দৈনিক অসম', 'অসমীয়া খবৰ', 'প্ৰতিদিন', 'শ্ৰীময়ী' দৈনিক বাতৰি আদি সমসাময়িক বাতৰি কাকতত প্ৰকাশ পায়। তেওঁ মুখপত্ৰ 'শংখ'ৰ সম্পাদক (১৯৬৬-১৯৬৭), স্মৃতিগ্ৰন্থ বৃন্দাবনৰ সভাপতি (২০০৯), তদুপৰি নলিনী শৰ্মাই 'স্মৃতিৰ সুবাস' নামৰ স্মৰণিকা (২০১০) খনিৰ সম্পাদনা কৰে।

**কিশোৰীমোহন পাঠক (জন্ম ঃ ১৪ নবেম্বৰ, ১৯৪৩ খ্ৰী.)**

কিশোৰীমোহন পাঠকৰ জন্মস্থান বৰপেটা জিলাৰ ইচ্ছাপুৰহাটী। বৰ্তমান পাঠক গুৱাহাটী মহানগৰীৰ ৰুক্মিণী গাঁৱৰ বিষ্ণুপুৰ নিবাসী। কলা শাখাৰ স্নাতক ডিগ্ৰী লাভ কৰা চৌধুৰী অৱসৰপ্ৰাপ্ত জ্যেষ্ঠ প্ৰশাসনিক বিষয়া। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল— জীৱনীপুথি ঃ 'লুইতপৰীয়া শিল্পী' (১৯৮২), 'বনকোঁৱৰ' (১৯৮৩), 'নিংনি ভাউৰা' (১৯৮৭), 'ডাৱৰে আৱৰা জোনাক' (২০০৮) আৰু 'বঢ়াৰ পো' (২০০৯) আলোচনামূলক পুথি ঃ 'বৰপেটাৰ দৌলোৎসৱ' (২০০৩) আৰু 'মথুৰাপুৰীৰ মথুৰা দাস' (২০০৬)। সম্পাদিত (অন্যান্য) ঃ 'অসম সূৰুয', 'শ্ৰীমন্ত শংকৰ সংস্কৃতি', 'সংগীত সত্ৰ', 'আমাৰ কবিতা' (যুটীয়া), 'সচিবাল', 'প্ৰতীতি' (যুটীয়াভাৱে)। ৰেডিঅ' যোগে প্ৰচাৰিত নাটক ঃ 'মথুৰাপুৰীৰ বুঢ়া আতা', 'নিংনি পুৰাণ', 'বঢ়াৰ পো'। মঞ্চ অভিনীত নাটক ঃ 'নিংনি পুৰাণ', 'মথুৰা পুৰীৰ মথুৰা দাস', 'ডাৱৰে আৱৰা জোনাক', 'বঢ়াৰ পো'।

তদুপৰি অসমৰ সমসাময়িক আগশাৰীৰ বাতৰি কাকত, আলোচনী, পত্ৰিকাত ভালে সংখ্যক কবিতা, গল্প, হাস্য-ব্যংগ ৰচনা, কিংবদন্তিৰ গল্প, প্ৰবন্ধ সাহিত্য সমালোচনা আদি প্ৰকাশ পায়।

**কামিনীমোহন শৰ্মা (জন্ম ঃ ১৯৪৬ খ্ৰী.)**

কামিনীমোহন শৰ্মাৰ জন্মস্থান গোৱালপাৰা জিলাৰ বগুৱান। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজী বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা শৰ্মা গোৱালপাৰা মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'লক্ষ্মীপূজা' (কাব্য গ্ৰন্থ), 'ৰক্তাক্ত ভাৰত', 'মোৰ গাঁও মোৰ কবিতা' আৰু 'কাশ্মীৰ মাথো কাশ্মীৰ'।

**ড° কুঞ্জ মেধি (জন্ম ঃ ১৯৪২ খ্ৰী.)**

জন্মস্থান দৰং জিলাৰ চুবুৰিগাঁৱত। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ৰাজনীতি বিজ্ঞান বিষয়ত স্নাতকোত্তৰ আৰু পি. এইচ. ডি. ডিগ্ৰীধাৰী ড° মেধি গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অধ্যাপিকাৰূপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'নিৰ্জনৰ সোণালী আৱৰ্ত্ত', 'সাগৰলৈ চিঠি', 'অন্য এক উপত্যকা', 'গান্ধাৰীৰ পৃথিৱী' আৰু 'এন্ধাৰ আৰু পোহৰৰ জীৱন'। তদুপৰি লেখিকাই ৰাজনীতি বিজ্ঞানৰ পাঠ্যপুথি হিচাপে ৫ খন গ্ৰন্থ অনুবাদ কৰিছে।

**কুঞ্জলতা ভট্টাচাৰ্য (জন্ম ঃ ১৯৪৬ খ্ৰী.)**

কুঞ্জলতা ভট্টাচাৰ্যৰ জন্মস্থান নলবাৰী জিলাৰ বৰমুৰিকোনা। বৰ্তমান কামৰূপ জিলাৰ ক্ষুদ্ৰডিমু নিবাসী ভট্টাচাৰ্যৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'জগন্নাথৰ নাম' (২০০১)।

**কুমুদ গোস্বামী (জন্ম ঃ ১৯৪৮, মৃত্যু ঃ ২০০৭ খ্ৰী.)**

কামৰূপ জিলাৰ পলাশবাৰীত কুমুদ গোস্বামীৰ জন্ম হয়। পদাৰ্থ বিজ্ঞানত স্নাতকোত্তৰ গোস্বামী প্ৰকাশন পৰিষদৰ প্ৰাক্তন সচিব আৰু সাংবাদিক। গল্প আৰু উপন্যাস সাহিত্যৰ লগত জড়িত এইগৰাকী সাহিত্যিকৰ প্ৰকাশিত গ্ৰন্থৰাজি হ'ল—গল্প সংকলন ঃ 'দুৱাৰ', 'ঘনচিৰিকাৰ বাঁহ', 'প্ৰাৰ্থনা' আৰু 'ৰাতিৰ চৰাই'। উপন্যাস ঃ 'পান্থশালা' আৰু 'উল্কাৰ পোহৰ'।

**ড° কুঁহি বৰা (জন্ম ঃ ২৮ ফেব্ৰুৱাৰী, ১৯৪৪ খ্ৰী.)**

ড° কুঁহি বৰাৰ জন্মস্থান দৰং জিলাৰ দলংঘাট, গভৰা গাঁও। অৰ্থনীতি বিজ্ঞান, ৰাজনীতি বিজ্ঞান আৰু অসমীয়া বিষয়ত স্নাতকোত্তৰ আৰু পি. এইচ. ডি. ডিগ্ৰী লাভ কৰা ড° কুঁহি বৰা নগাঁও খিং মহাবিদ্যালয়ৰ অৰ্থনীতি বিভাগৰ অৱসৰপ্ৰাপ্ত মুৰব্বী অধ্যাপক। ড° বৰা বৰ্তমান গুৱাহাটী উচ্চ ন্যায়ালয়ৰ অধিবক্তা। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'জীৱন যাত্ৰাৰ পথত' (১৯৫৮, উপন্যাস), 'মেঘালিৰ ৰং' (উপন্যাস, ১৯৬৪), 'ৰ'দালি আকাশৰ মেঘ' (২০০৪), 'হেৰোৱা মৰমৰ সুৰ' (গল্পপুথি, ২০০৩) আৰু 'সুৰ সংগম' (গীতৰপুথি, ২০০৫)।



**কৃপালী গোস্বামী (জন্ম ঃ ২২ মাৰ্চ, ১৯৪৯ খ্ৰী.)**

কৃপালী গোস্বামীৰ জন্মস্থান শোণিতপুৰ জিলাৰ বৰঙাবাৰী। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা গোস্বামী মধ্য ছয়দুৱাৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত বিষয় শিক্ষয়িত্ৰী। বিভিন্ন কাকত-আলোচনীৰ জৰিয়তে আত্মপ্ৰকাশ কৰা লেখিকাগৰাকীয়ে 'সুৰভি' আৰু 'উদ্দীপন' নামৰ দুখন পত্ৰিকা সম্পাদনা কৰিছে। গোস্বামীয়ে ৰাজ্যিক কৃতী শিক্ষকৰ বঁটা লাভ কৰিছে।

**ডাঃ কৃপাসিন্ধু অধিকাৰী (জন্ম ঃ ১ মাৰ্চ, ১৯৪৩ খ্ৰী.)**

ডাঃ কৃপাসিন্ধু অধিকাৰীৰ জন্মস্থান নগাঁও জিলাৰ হয়বৰগাঁও লক্ষীনগৰ। কৃষি বিজ্ঞানৰ স্নাতক, আইনৰ স্নাতক, শাস্ত্ৰীয় সংগীতৰ লক্ষ্ণৌ, এলাহাবাদৰ বেহেলা আৰু তবলাৰ বিশাৰদ, হোমিঅ'প্যেথিক চিকিৎসাৰ স্বীকৃতি পোৱা ডাঃ অধিকাৰীয়ে বেংক বিষয়াৰূপে অৱসৰগ্ৰহণ কৰাৰ পাছত বৰ্তমান ওকালতি কামত জড়িত হৈ আছে। তেওঁৰ প্ৰকাশিত পুথি নাই যদিও বিভিন্ন কাকত-আলোচনীত প্ৰবন্ধ-পাতি প্ৰকাশ কৰি আহিছে।

**কৃষ্ণ ৰায়মেধি (জন্ম ঃ ১ ছেপ্টেম্বৰ, ১৯৪২ খ্ৰী.)**

কৃষ্ণ ৰায়মেধিৰ জন্মস্থান নলবাৰী জিলাৰ বৰকুৰিহা গাঁও। বৰ্তমান ৰায়মেধি গুৱাহাটীৰ হাতীগাঁও, ললিত চুবুৰী নিবাসী। চিভিল ইঞ্জিনীয়াৰিং বিষয়ত স্নাতক ডিগ্ৰী লাভ কৰা শ্ৰী ৰায়মেধি অৱসৰপ্ৰাপ্ত আয়ুক্ত আৰু বিশেষ সচিব। কামৰূপ জিলা সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আৰু অসম সাহিত্য সভাৰ জাতীয় ন্যাস পুঁজিৰ প্ৰাক্তন আহ্বায়ক শ্ৰী ৰায়মেধিৰ প্ৰকাশিত পুথিসমূহ হ'ল— উপন্যাস ঃ 'মাধৱ পণ্ডিতৰ ভগা কাঁহীখন', 'মেঘদূত', 'গৰম তেল'। গল্পপুথি ঃ 'বিৱৰ্তন' (১৯৯২), 'প্ৰেমৰ নাম অমৃত' (১৯৯৩), 'হৃদয়ৰ নাম ৰত্নভাণ্ডাৰ', 'হীৰামোতি আই' (২০০৪)। কবিতাপুথি ঃ 'শেষ নিশাৰ জোনাক' (২০০০)। নাটক ঃ 'বৃহন্নলাৰ

গাণ্ডীৱ' (২০০৭), 'শ্বহীদ শম্ভুধন' (১৯৮৬), 'মাটিৰ ৰথ', 'অৰুন্ধতী যুগে যুগে' (১৯৮৭), 'ফুৰকিমোৱাচিন' (১৯৯০), 'বড়াইলৰ শিখৰে শিখৰে' (২০০৬) আৰু 'সীতাৰ পাতাল প্ৰৱেশ' (২০০৭)।

**কৃষ্ণ বৰুৱা (জন্ম : ১ এপ্ৰিল, ১৯৪৫ খ্ৰী.)**

কৃষ্ণ বৰুৱাৰ জন্মস্থান নগাঁও জিলাৰ কঠিয়াতলি চাৰিআলি, পামঘৰ। অসমীয়া সাহিত্য বিষয়ত স্নাতকোত্তৰ আৰু বি. টি. ডিগ্ৰী লাভ কৰা বৰুৱা অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'সিদ্ধাৰ্থ' (বুৰঞ্জীমূলক উপন্যাস, ২০০০, ২০০৯), 'কুৰঙ্গনয়নী' (বুৰঞ্জীমূলক উপন্যাস, ১৯৯২, ২০০৯), 'কুমাৰ গাংগেয়' (পৌৰাণিক উপন্যাস, ১৯৯৩), 'তৰংগৰ ছন্দ' (১৯৯৬), 'সেই পাহি ফুল' (সামাজিক উপন্যাস, ১৯৭৪), 'এই নিশাৰ সিপাৰে' (সামাজিক উপন্যাস, ১৯৭৬), 'স্বপ্নালী' (সামাজিক উপন্যাস, ২০০২), 'আকাশীলতা' (চুটিগল্প সংকলন, ১৯৬৯), 'হৃদয়ৰ প্ৰয়োজন' (চুটিগল্প সংকলন, ২০০২), 'সম্ভাৰ' (প্ৰবন্ধ সংকলন, ২০০২), 'দেহ বিচাৰৰ গীত' (সম্পাদনা, ১৯৮৯), 'অমৰ প্ৰেম' (১৯৮৭), 'জ্যোতিস্না' (২০০৩), 'চম্পাকলি নামেৰে' (চুটিগল্প পুথি, ১৯৬৭) 'মোৰ দুখৰ সমভাগী কোন হ'ব প্ৰিয়ে' (২০০৭), 'পলাতক' (১৯৮০), 'তোমাৰ গোপনীয়তা' (২০০১), 'অ' মোৰ ধুনীয়া সৰু সৰু ফুল' (২০০২) আৰু 'সৰিয়হ ফুল ভাল পোৱা ৰ'দ' (২০০৮)।

**ড° কৃষ্ণকান্ত সন্দিকৈ (জন্ম : ১ জানুৱাৰী, ১৯৪৪ খ্ৰী.)**

ড° কৃষ্ণকান্ত সন্দিকৈৰ জন্মস্থান যোৰহাট জিলাৰ তামুলিছিগা গাঁও। বৰ্তমান তেওঁ শিৱসাগৰ জিলাৰ জাঁজীৰ বাসিন্দা। সংস্কৃত বিষয়ত স্নাতকোত্তৰ আৰু পি. এইচ. ডি লাভ কৰা ড° সন্দিকৈ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'বহে ব্ৰহ্মাণ্ডক ভেদি' (২০০১) আৰু 'ৰাজতৰংগিনী' (দিহানাম)।

**ড° কৃষ্ণকুমাৰ মিশ্ৰ (জন্ম : ১ জানুৱাৰী, ১৯৪২ খ্ৰী.)**

ড° কৃষ্ণকুমাৰ মিশ্ৰৰ জন্মস্থান শিৱসাগৰ জিলাৰ ভৰলুৱা গাঁও, টীয়ক। বৰ্তমান ড° মিশ্ৰ যোৰহাটৰ বাসিন্দা। স্নাতকোত্তৰ আৰু পি. এইচ. ডি. ডিগ্ৰীধাৰী মিশ্ৰ টীয়ক চন্দ্ৰকমল বেজবৰুৱা মহাবিদ্যালয় আৰু শিৱসাগৰ মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক হোৱাৰ লগতে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অংশকালীন প্ৰবক্তা হিচাপেও কাৰ্যনিৰ্বাহ কৰিছিল। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল— প্ৰবন্ধপুথি : 'বিৰিঞ্চিকুমাৰ বৰুৱা আৰু প্ৰফুল্লদত্ত গোস্বামীৰ উপন্যাস' (১৯৯১)। উপন্যাস : 'নায়িকাৰ নাম নন্দিনী' (১৯৯৯), 'বাটে পথে' (১৯৯৯)। সম্পাদিত গ্ৰন্থ : 'বহুব্ৰীহি' (১৯৮৩), 'নিৰিবিলি নক্ষত্ৰৰ গুঞ্জন' (২০০০), 'বৈষ্ণৱ সাহিত্যৰ জেউতি' (২০০৭), 'ইমৰান শ্বাহ' (২০০৯)। অনুবাদ গ্ৰন্থ : বাহাৰিস্তান', ভাৰ্জিনিয়া ওলফৰ 'এ ৰুম অব ওলানছ অওন' আৰু 'অনুষ্টুপ' (প্ৰবন্ধ সংকলন, অনুবাদ, ২০০৯)।



**কেশৱচন্দ্ৰ ডাকুৱা (জন্ম : ১ মাৰ্চ, ১৯৪৭ খ্ৰী.)**

কেশৱচন্দ্ৰ ডাকুৱাৰ জন্মস্থান নলবাৰী জিলাৰ হাৰিভাঙা। বৰ্তমান ডাকুৱা বৰপেটা জিলাৰ বাসিন্দা। ১৯৬৯ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ৰসায়ন বিজ্ঞান বিভাগত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা ডাকুৱাৰ প্ৰকাশিত পুথিসমূহ হ'ল— চুটিগল্প সংকলন : 'আধাৰ শিলা' (২০০৩), 'অস্তাচলৰ আভা' (২০০৪)। উপন্যাস : কাজলী মুখৰ সুন্দৰি' (২০০৫, শিশু উপন্যাস), 'ৰক্তজৱা' (২০০৬), হাতীদাঁতৰ ৰুৱা' (২০০৭) আৰু 'জেৰেঙাৰ উচুপনি' (২০০৯)। প্ৰবন্ধ সংকলন : 'প্ৰবন্ধ কৰণি' (২০০৭)। 'ৰক্তজবা' উপন্যাসৰ বাবে লেখকে (চাপৰ অধিৱেশনত) অসম সাহিত্য সভাৰ দ্বাৰা হেম বৰুৱা (২০০৭) বঁটা, 'কাজলী মুখৰ সুন্দৰি'ৰ বাবে সদৌ অসম ভিত্তিত 'অনন্তবন শিশু সাহিত্য বঁটাৰে (২০০৭) সন্মানিত হয়।

**কেশৱ শৰ্মা (জন্ম : ২৬ মাৰ্চ, ১৯৪৬ খ্ৰী.)**

কেশৱ শৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ কৈৰাৰা গাঁও। কলা বিভাগৰ স্নাতক শৰ্মা ধমধমা ছোৱালী উচ্চ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'আত্মহনন' (২০০৭) আৰু 'জোৱাৰ' (২০০৯)।

**কেশৱ শইকীয়া (জন্ম ঃ ১৯৪২ খ্রী.)**

কেশৱ শইকীয়াৰ জন্মস্থান গোলাঘাট জিলা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰীধাৰী শইকীয়া নন্দনাথ শইকীয়া মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অৱসৰপ্ৰাপ্ত মুৰব্বী অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'আজি মোৰ মন' (গল্প সংকলন), 'দুজন অসমীয়া কবিৰ প্ৰেমৰ কাহিনী', 'সৰু সৰু মানুহৰ কথা', 'হে অভয়াৰণ্য' (উপন্যাস), 'জালুকবাৰীত কুৰিদিন' (উপন্যাসোপম কাহিনী) আৰু 'প্ৰবন্ধ সংকলন'। তদুপৰি লেখকৰ বিভিন্ন লেখা আলোচনী, বাতৰি কাকত আদিত প্ৰকাশ পাইছে।

**কেশৱ হাজৰিকা (জন্ম ঃ ১৭ নৱেম্বৰ, ১৯৪৩ খ্রী.)**

দৰং জিলাৰ ছিপাঝাৰ মাৰৈ গাঁৱত জন্মগ্ৰহণ কৰা কেশৱ হাজৰিকা অসম গড়কাপ্তানি বিভাগৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। কেশৱ হাজৰিকাৰ প্ৰকাশিত পুথি দুখন হ'ল—'দৰঙী লোক-জীৱনত ফকৰা' আৰু 'অসমীয়া ফকৰা সংযোজিত গল্প' (২০০৫)।



# খ

**খগেন গোস্বামী (জন্ম ঃ ১৮ মাৰ্চ, ১৯৪৩ খ্রী.)**

খগেন গোস্বামীৰ জন্মস্থান শোণিতপুৰ জিলাৰ ঘাঁহিগাঁও। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অৰ্থনীতি আৰু ৰাজনীতি বিজ্ঞান দুয়োটা বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা গোস্বামীয়ে ছয়দুৱাৰ মহাবিদ্যালয়ত কৰ্মজীৱন আৰম্ভ কৰি পৰৱৰ্তী সময়ত বিহালি মহাবিদ্যালয়ৰ পৰা অধ্যাপক হিচাপে অৱসৰ গ্ৰহণ কৰে। ৰাজীৱ গান্ধী শিৰোমণি বঁটা (২০০৭) লাভ কৰা গোস্বামীৰ প্ৰকাশিত পুথি দুখন হ'ল—'সপোনৰ সেউজীয়া ছন্দ' (কবিতা সংকলন, ২০০৫) আৰু 'ৰংদৈ পুলত আবেলি' (গল্প সংকলন, ২০০৯)। ইয়াৰোপৰি বিভিন্ন আলোচনীত লেখকৰ গল্প, কবিতা, প্ৰবন্ধ প্ৰকাশ পাইছে।

**ড° খগেন ডেকা (জন্ম ঃ ১৫ আগষ্ট, ১৯৪৫ খ্রী.)**

ড° খগেন ডেকাৰ জন্মস্থান নলবাৰী জিলাৰ গামাৰীমুৰী। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা ড° ডেকা চামতা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। ড° ডেকাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ৰংঘৰ' (নাটক, ১৯৬৮) আৰু 'ৰং আৰু জোনাক' (উপন্যাস, ১৯৬৯), 'কিম্বদন্তীৰ জোন' (কবিতা পুথি, ১৯৮৯), 'বনফুলৰ কবি যতীন দুৱৰা' (আলোচনা, ১৯৬৯), 'অভিনয়াচাৰ্য ব্ৰজনাথ শৰ্মা' (১৯৮৯), 'নটগুৰু যোগেশ শৰ্মা' (১৯৯৪), 'মণিমালা' (১৯৯৫), 'আমাৰ বিষ্ণুৰাভা' (১৯৯৬), 'ছন্দ আৰু অলংকাৰৰ ৰূপৰেখা' (১৯৯৮), 'গীত আৰু কবিতা' (২০০৭), 'প্ৰবন্ধ বীথিকা' (২০০৯) আৰু 'ভক্তি সাহিত্যত দৃষ্টিপাত' (২০০৯)।

**খগেন হাজৰিকা (জন্ম ঃ ৩১ ডিচেম্বৰ, ১৯৪১ খ্রী.)**

খগেন হাজৰিকাৰ জন্মস্থান শোণিতপুৰ জিলাৰ জামুগুৰিহাট,

শ'লগুৰি। অৱসৰপ্ৰাপ্ত শিক্ষক হাজৰিকাদেৱৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হ'ল—'ঝংকাৰ' (১৯৯৯)। ইয়াৰ উপৰিও বিভিন্ন আলোচনী, বাতৰি কাকতত তেওঁৰ লেখা প্ৰকাশ পাইছে।

**খগেন্দ্ৰনাথ তালুকদাৰ (জন্ম ঃ ১ জানুৱাৰী, ১৯৪৯ খ্ৰী.)**

খগেন্দ্ৰনাথ তালুকদাৰৰ জন্মস্থান কামৰূপ জিলাৰ বেজেৰা শালমৰা গাঁও। স্নাতকোত্তৰ ডিগ্ৰীধাৰী তালুকদাৰ কামৰূপ মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ঔপন্যাসিক হিতেশ ডেকা' (১৯৯৫), 'শংকৰী সাহিত্য-সংস্কৃতিৰ জিলিঙনি' (২০০০), 'শিশু বিবিধা' (২০০৪), 'খোজ' (শিশু আলোচনী, সম্পাদনা), 'তৰালি' (আলোচনী সম্পাদনা) আৰু 'কটনিয়ানত চিন্তা-চৰ্চা' (সম্পাদনা, ২০০২)। ইয়াৰ উপৰিও বিভিন্ন আলোচনী, বাতৰি কাকত আদিত লেখকৰ বিভিন্ন বিষয়ক প্ৰবন্ধ প্ৰকাশিত হৈছে।

**খৰ্গেশ্বৰ ৰাজবংশী (জন্ম ঃ ১২ এপ্ৰিল, ১৯৪৭ খ্ৰী.)**

প্ৰয়াত খৰ্গেশ্বৰ ৰাজবংশীৰ জন্মস্থান দৰং জিলাৰ কাঁৱৈমাৰী। বৰনদীঝাৰ প্ৰাথমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক ৰাজবংশীৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'কীৰ্তন ঘোষা'।

**মঃ খলিলুৰ ৰহমান (জন্ম ঃ ২ জানুৱাৰী, ১৯৪১ খ্ৰী.)**

মঃ খলিলুৰ ৰহমানৰ জন্মস্থান গোৱালপাৰা জিলাৰ বুদুচৰ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত স্নাতকোত্তৰ আৰু বি. টি. ডিগ্ৰী লাভ কৰা মঃ ৰহমান গোৱালপাৰা চৰকাৰী বি. টি. মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ফুলৰ কৰণি' (কবিতা পুথি), 'কানন' (ছনেট কবিতা পুথি), 'সপোনৰ সুৰ' (কবিতা), 'অকণিৰ জ্যোতিপ্ৰসাদ আগৰৱালা' (জীৱনী শিশু পুথি), 'পোৱালমণি' (কবিতাপুথি) আৰু 'হজৰত মহম্মদৰ চমু বুৰঞ্জী' (শিশু জীৱনীপুথি, যুটীয়াভাৱে) ।



**খিতেশ্বৰ কলিতা (জন্ম ঃ ১ জানুৱাৰী, ১৯৫০ খ্ৰী.)**

খিতেশ্বৰ কলিতাৰ জন্মস্থান দৰং জিলাৰ ভেৰুৱা। স্নাতকোত্তৰ আৰু বি. এড ডিগ্ৰীধাৰী কলিতা দীঘিৰঝাপ উচ্চ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'অনুভূতি' (কবিতা সংকলন, ১৯৯৮), 'আমি আৰু আমাৰ সংস্কৃতি' (প্ৰবন্ধ সংকলন, ২০১০) আৰু 'প্ৰজ্ঞাৰ সংজ্ঞা বিচাৰি'। খিতেশ্বৰ কলিতাই ৰাজ্যিক কৃতী শিক্ষকৰ বঁটা লাভ কৰিছে।

# গ

**গজানন ৰায় (জন্ম ঃ ২৫ জুন ১৯৫০ খ্ৰী.)**

গজানন ৰায়ৰ জন্মস্থান বঙাইগাঁও জিলাৰ চেঁচাপানী। অভয়াপুৰী মহাবিদ্যালয়ৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰা ৰায় অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'নন্দাৱতী তাইৰ নাম' (গল্প সংকলন, ১৯৯৮), 'বৃন্দাবনত ভগৱান শ্ৰীকৃষ্ণ' (গল্প, ২০০৮), 'অকণিৰ কৃষ্ণানন্দ' (জীৱনী, ১৯৯৭), 'স্মৃতিলেখা' (কবিতা পুথি, ১৯৮৭) আৰু 'কবিতাপাঠ' (কবিতাৰপুথি, ১৯৮৩)।

**গণেশচন্দ্ৰ কুৰ্মি (জন্ম ঃ ১৯৪৫ খ্ৰী.)**

গণেশচন্দ্ৰ কুৰ্মিৰ জন্মস্থান শিৱসাগৰ জিলাৰ নাজিৰা। বৰ্তমান কুৰ্মি ডিব্ৰুগড় জিলাৰ নতুন চিৰিংগাঁৱৰ বাসিন্দা। তেওঁ স্নাতকোত্তৰ আৰু বিশাৰদ ডিগ্ৰী লাভ কৰে। শ্ৰম, আইন আৰু ট্ৰেড ইউনিয়ন আইনৰ ডিপ্লোমাধাৰী গণেশচন্দ্ৰ কুৰ্মি অসম চৰকাৰৰ অৱসৰপ্ৰাপ্ত শ্ৰম কল্যাণ আয়ুক্ত। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'কুৰ্মিজাতিৰ চমু পৰিচয়' (১৯৬৯), 'কৰম পৰৱ আৰু ঝুমুৰ গীত' (১৯৭৪), 'চাহ-জনজাতিৰ সংস্কৃতিত এক ঝলক' (১৯৯৪), 'চাহ জনজাতিৰ কিম্বদন্তী', 'ব্ৰহ্মাৰ চকুলো', 'দেউৰাম তাচা ৰচনাৱলী' (২০০০), 'সোণালী সুস্মৰণ' (সম্পাদনা) আদি।

**গন্ধেশ্বৰ শইকীয়া (জন্ম ঃ ১ ছেপ্টেম্বৰ, ১৯৫০ খ্ৰী.)**

ডিব্ৰুগড় জিলাৰ গাহৰিপথাৰ গাঁৱত জন্ম লাভ কৰা গন্ধেশ্বৰ শইকীয়া কলা বিষয়ৰ স্নাতক। ডিব্ৰুগড় পল্টন বজাৰ এম. ই স্কুলৰ সহ শিক্ষক হিচাপে কৰ্ম জীৱনৰ পাতনি মেলা শইকীয়াই পিছলৈ বকপাৰা মধ্য ইংৰাজী বিদ্যালয়ৰ প্ৰধান শিক্ষকৰূপে অৱসৰ গ্ৰহণ কৰে। কৃতী শিক্ষকৰ ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় বঁটা লাভ কৰা শইকীয়াৰ প্ৰকাশিত পুথিসমূহ হ'ল—চুটিগল্প ঃ 'ঈশ্বৰৰ অপমৃত্যু' (১৯৯৬), 'চৰাই তলিত নতুন সূৰ্য' (১৯৮৩), অচিন কাঠৰ থোৰা' (১৯৮৯),'নিঃসংগ পক্ষীৰ সঁজা'। প্ৰবন্ধ পুথি ঃ 'শ্ৰীমন্ত শংকৰদেৱৰ প্ৰাসংগিক চিন্তা' (১৯৯৩), 'বক্তব্য আৰু মন্তব্য' (১৯৯৪), 'সমাজ শিক্ষা আৰু অন্যান্য' (১৯৮৫)। জীৱনী ঃ 'আমাৰ মহাপুৰুষ' (১৯৯৪), 'শংকৰ-মাধৱ-জ্যোতি-বিষ্ণু' (১৯৮৯), 'শ্ৰীশ্ৰীমাধৱদেৱ' (১৯৯৫), 'অসম গৌৰৱ' (২০০৪), 'মহাজীৱনৰ চানেকি' (২০০৫)। সাধু ঃ 'কাঠৰ বাকচত চাৰিশ বছৰ' (১৯৮৬), 'শহাপহু আৰু দৈত্য' (১৯৮৫), 'এটা সোণৰ বাকচ' (১৯৮৬), 'অভিশপ্ত অজগৰ' (১৯৯৪), 'অকণিৰ ৰূপকথা' (১৯৯৫)। অন্যান্য ঃ 'অমৰবাণী' (উক্তি সংগ্ৰহ, ১৯৮৪), 'মহাজীৱনৰ বাণী' (২০০৮), 'সহজ অসমীয়া ব্যাকৰণ আৰু ৰচনা' (পাঠ্যপুথি, ২০০১), 'নীতি শিক্ষাৰ অধ্যয়ন' (শিক্ষামূলক লেখা, ১৯৯৮), 'সহজ শব্দাৰ্থ কোষ' (শিশু অভিধান, ১৯৮৬) আৰু 'জানিবলগীয়া নানা কথা' (সাধাৰণ জ্ঞান, ১৯৮৪)। ইয়াৰ উপৰিও লেখকে কেবাখনো আলোচনী, স্মৃতিগ্ৰন্থ সম্পাদনা কৰিছে।



**জ্ঞানশংকৰ খাকলাৰী (জন্ম ঃ ১ জানুৱাৰী, ১৯৫০ খ্ৰী.)**

জ্ঞানশংকৰ খাকলাৰীৰ জন্মস্থান কামৰূপ জিলাৰ বন্দাপাৰা। বৰ্তমান গোৱালপাৰা জিলাৰ ধূপধৰা নিবাসী শ্ৰী খাকলাৰী অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'সীৰলুত সোণগুটি' (কবিতা সংকলন, ১৯৯১), 'লোক-সংস্কৃতিত এভুমুকি' (১৯৯০), 'অপহৃতা ভাৰতীয় বিমান আই. চি.' (২০০০) আৰু 'জীৱন নদীত সাঁতোৰাৰ সোৱাদ' (কাব্য সংকলন, ২০০৭)। জ্ঞানশংকৰ খাকলাৰী 'এলবাৰ্ট নেপোলিয়ান স্মৃতি সন্মান' কলকাতা মাইকেল মধুসূদন একাডেমী আদি আন্তঃৰাষ্ট্ৰীয় বঁটাৰে সন্মানিত।

**গিৰিজাবালা দাস (জন্ম ঃ ১২ এপ্ৰিল, ১৯৪৪ খ্ৰী.)**

গিৰিজাবালা দাসৰ জন্মস্থান গোৱালপাৰা জিলাৰ মৰনৈ। সম্প্ৰতি গুৱাহাটী মহানগৰীৰ উলুবাৰী লাচিত নগৰৰ বাসিন্দা দাসৰ প্ৰকাশিত পুথিখন হ'ল—'কলমৰ আঁক বাক্ এখিলা পাতত' (২০০৮)।

**গিৰীশচন্দ্ৰ দত্তবৰুৱা (জন্ম ঃ ১ ফেব্ৰুৱাৰী, ১৯৪১ খ্ৰী.)**

গিৰীশচন্দ্ৰ দত্তবৰুৱাৰ জন্মস্থান কামৰূপ জিলাৰ হাজো মানাহকুছি। বৰ্তমান দত্তবৰুৱা নলবাৰী জিলাৰ বাসিন্দা। পদাৰ্থ বিজ্ঞান বিষয়ত ১৯৬৫ বৰ্ষত স্নাতকোত্তৰ ডিগ্ৰী লোৱা দত্তবৰুৱাই নলবাৰী কলেজত অধ্যাপনা কৰি ২০০১ বৰ্ষত অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'বিসদৃশ' (গল্পপুথি, ১৯৯৪), 'প্ৰত্যাহ্বান' (গল্পপুথি, ১৯৯৬), 'সৰ্বজয়াৰ অন্তিম যাত্ৰা' (গল্পপুথি, ১৯৯৭), 'এলবাৰ্ট আইনষ্টাইন' (জীৱন আৰু কৃতি, ২০০৮), 'স্নাতক মহলৰ পদাৰ্থ বিজ্ঞান', 'ব্যৱহাৰিক পদাৰ্থ বিজ্ঞান' (স্নাতক আৰু উচ্চতৰ মাধ্যমিক), 'New Appoach to physics practical (স্নাতক আৰু উচ্চতৰ মাধ্যমিকৰ) আৰু 'পদাৰ্থ বিজ্ঞানৰ অংক'।

**গীতা দাস (জন্ম ঃ ১৫ জুলাই, ১৯৫০ খ্ৰী.)**

গীতা দাসৰ জন্মস্থান গোৱালপাৰা জিলাৰ বামুণপাৰা। জলসম্পদ বিভাগৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী দাসৰ প্ৰকাশিত পুথিকেইখন হ'ল— 'প্ৰভাতৰ প্ৰথম পোহৰ' (কাব্য গ্ৰন্থ), 'প্ৰভাতী পখীৰ প্ৰাৰ্থনা' (কাব্য গ্ৰন্থ) আৰু 'ভগ্ন হৃদয়ৰ টুকুৰা খবৰ' (গল্প সংকলন)।

**গীতা হাতীকাকতি (জন্ম ঃ ২৬ অক্টোবৰ, ১৯৪৩ খ্ৰী.)**

গীতা হাতীকাকতিৰ জন্মস্থান যোৰহাট জিলাৰ তৰাজান। বৰ্তমান হাতীকাকতি আদৰ্শপুৰ, কাহিলীপাৰা, গুৱাহাটীৰ বাসিন্দা। শ্বিলং লেডী কীন মহাবিদ্যালয়ৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰা হাতীকাকতিৰ প্ৰকাশিত পুথিসমূহ হ'ল— গল্পপুথি ঃ 'এখন আকাশৰ তলত' (১৯৭৭)। কবিতা সংকলন ঃ 'বিৱৰ্তিত সময়ৰ স'তে' (১৯৯২), 'এবুকু সোণালী প্ৰত্যয়' (১৯৮৭), 'এছাটি স্নিগ্ধ বতাহ' (২০০৭)।

গীতৰ পুথি ঃ 'গীত মোৰ চিত' (১৯৮৩), 'সুৰৰ আকাশ বিচাৰি' (১৯৯৭), 'কেক্‌টাছৰ গীত' (১৯৮১), 'তিনিকুৰি গীত' (১৯৮১), 'নিৰ্জনতাৰ গীত' (১৯৮৮), 'অ' মোৰ গীতৰ ভাষা' (১৯৯৩), 'সুৰৰ আকাশ বিচাৰি' (১৯৯৭) আৰু 'এজাক গানৰ চৰাই'



(২০০৫)। তেওঁ সম্পাদনা কৰা আলোচনীখন হ'ল—'আধাৰ' (১৯৮৮-১৯৯৪) আৰু 'অসম কবি সন্মিলন'ৰ কবিতা সংকলন 'বিদ্ৰুম' (১৯৯২)। উল্লেখযোগ্য যে গুৱাহাটী সাহিত্য মঞ্জৰীয়ে ১৯৮৯ খ্ৰী.ত 'মঞ্জুৰী সাধিকা' উপাধি প্ৰদান কৰা হাতীকাকতিলৈ অসম কবি সন্মিলনে কাব্য সৰস্বতী (২০০৪), কাব্য আৰু গীতি সাহিত্যৰ বাবে গুৱাহাটী আলোচনা চক্ৰই (২০০৮খ্ৰী.) গিৰিবালা চৌধুৰী স্মাৰক বঁটা' আগবঢ়োৱাৰ লগতে ২০০৪ খ্ৰী.ত অসম চৰকাৰে সন্মানিত সাহিত্যিক পেঞ্চনো প্ৰদান কৰে।

**গীতা শৰ্মা বৰপূজাৰী (জন্ম ঃ ১ আগষ্ট, ১৯৫০ খ্ৰী.)**

গীতা শৰ্মা বৰপূজাৰীৰ জন্মস্থান যোৰহাট জিলাৰ ভোগদৈমুখ। বৰ্তমান গোলাঘাট জিলাৰ চান্দমাৰীৰ বাসিন্দা বৰপূজাৰী কলা শাখাৰ স্নাতক ডিগ্ৰীধাৰী। অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী গীতা শৰ্মাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'নিঃসংগ নায়ক' (উপন্যাস, ১৯৯১), 'মন গহন বন' (উপন্যাস, ১৯৯২), 'সমৰ্পণ' (গল্প, ১৯৯৯), 'প্ৰতীতি' (গল্প, ২০০৭) আৰু 'গনদেৱতা' (উপন্যাস, ২০০৭)।

**ড° গুণাৰাম খনিকৰ (জন্ম ঃ ২২ মাৰ্চ, ১৯৪৯ খ্ৰী.)**

ড° গুণাৰাম খনিকৰৰ জন্মস্থান গোলাঘাট জিলাৰ চকৰধৰা গাঁও। বিজ্ঞানৰ স্নাতক খনিকৰ 'মাষ্টাৰ ইয়ামানেহপেথি (এম. ৱাই), পি. এইচ. ডি, (এ. এম) ডিগ্ৰীৰ অধিকাৰী। গুণাৰাম খনিকৰদেৱে গোলাঘাটৰ ভাৰতীয় পাৰম্পৰিক চিকিৎসাৰ আঞ্চলিক গৱেষণা আৰু প্ৰশিক্ষণ কেন্দ্ৰৰ পৰা অৱসৰগ্ৰহণ কৰে।

তেওঁৰ বনৌষধি সম্পৰ্কীয় যথেষ্ট পুথি প্ৰকাশ পাইছে। সেই পুথিসমূহ হ'ল—'সহজলভ্য বন দৰৱৰ গুণ' (২০০৯), 'ৰোগৰ পথ্য আৰু অপথ্য' (১৯৮২, ১৯৮৬, ১৯৯০, ১৯৯৬, ২০০৬), 'উত্তম বনৌষধি' (১৯৮০), 'মাতৃ আৰু শিশুৰ ৰোগ নিৰাময়ত বনদৰৱ' (১৯৯৪), 'গৰু-ম'হৰ চিকিৎসা আৰু নিৰাময়ত বনদৰৱ' (১৯৮৭), 'সুস্বাস্থ্যৰ বাবে সহজ লভ্য পুষ্টিকৰ খাদ্য' (১৯৯৩, ৯৪), 'বিশ্বৰ

সৰ্বাধিক শক্তিসম্পন্ন আৰু তীৰ্থৰ দৰে পৱিত্ৰ বনৌষধি গছ তুলসী' (১৯৯৮), 'পেটচলা বা ডায়েৰীয়া ৰোগৰ বনৌষধি চিকিৎসা' (২০০৭), 'গোল নেমু' (১৯৯৩, ৯৪, ২০০৪, ২০০৯), 'প্ৰাথমিক স্বাস্থ্য কথা' (১৯৯৬), 'বনৌষধিৰে শৰীৰৰ যতন' (২০০৯), 'পুষ্প চৰ্চ্চা' (১৯৯৭), পৰিপূৰ্ণ বনৰীয়া শাক-পাতৰ গুণাগুণ' (২০০৯), 'ৰোগ নিৰাময় আৰু সৌন্দৰ্য-চৰ্চাত বন দৰবৰ গুণাগুণ' (২০০৫), 'শিশুৰ সুস্বাস্থ্যৰ বাবে ফলমূল আৰু শাক-পাচলিৰ গুণাগুণ' (২০০৯), 'উচ্চ ৰক্তচাপ আৰু বনৌষধিৰে ইয়াৰ চিকিৎসা' (২০০৪), 'সু-স্বাস্থ্যৰ মূল চাবিকাঠি আহাৰ' (২০০৭), 'বহুমূত্ৰ ৰোগ আৰু বনৌষধিৰে ইয়াৰ চিকিৎসা' (২০০৬),' ঘৰুৱা চিকিৎসাৰ নিদান' (২০০৩), 'মানৱ শৰীৰৰ প্ৰধান অংগ-প্ৰত্যংগ আৰু বনৌষধিৰে ইয়াক ভালে ৰখাৰ উপায়' (২০০৯), 'বনৌষধিৰে ডায়েবিটিছ চিকিৎসা' (২০০৮), 'আখলত ব্যৱহৃত পাচলি আৰু মচলাৰ ঔষধি' (২০০৯), Herbal Medicines from Single plant (2004), A handbook on Home remedy through Herbal Medicine (2005), 'সাধনাৰে অমৰ পাঁচশ মহান ব্যক্তি' (১৯৯২), 'চিত্ৰনলা' (১৯৯৩), 'প্ৰাথমিক স্বাস্থ্য কথা' (১৯৯৬), Mi plant and herbs for health (1993), 'স্বাস্থ্যৰ বিধান' (১৯৯৬), 'অসমৰ লোক-সংস্কৃতিত বন দৰৱ, টাবত কৰিব পৰা বনদৰৱ', 'কীটানুনাশক উদ্ভিদ', 'উদ্ভিদ জগতৰ বিস্ময় য'ত ডাক্তৰ নাই' (অনুবাদ গ্ৰন্থ), 'দেহক ৰোগমুক্ত কৰাৰ চাবিকাঠি', 'প্ৰবঞ্চক' (একাংকিকা, ১৯৯৫), 'মহৎ লোকৰ অমৃত বাণী' (সংগ্ৰহ, ১৯৯০), 'প্ৰাণ গংগাৰ জোৱাৰ' (উপন্যাস, ১৯৭৯), 'কীৰ্ত্তনৰ ৰসঘৰা' (১৯৯৫), 'পৰিৱৰ্তন' (একাংকিকা নাট), 'উত্তম বনৌষধি' (১৯৮০) ইত্যাদি।

**গুণাৰাম দাস (জন্ম ঃ ১ মাৰ্চ, ১৯৪৮ খ্ৰী.)**

গুণাৰাম দাসৰ জন্মস্থান কামৰূপ জিলাৰ সুন্দৰীশাল। হিন্দীৰ প্ৰবীণ শিক্ষা লাভ কৰা গুণাৰাম দাস বৰ্তমান শিঙিমাৰী হাইস্কুলৰ অৱসৰপ্ৰাপ্ত শিক্ষক। দাসৰ প্ৰকাশিত একমাত্ৰ সাধুকথাৰ পুথিখন হ'ল—'সোণালী চৰাইৰ সাধু' (২০০৮)।



**গুণীন হাজৰিকা (জন্ম ঃ ৬ ডিচেম্বৰ, ১৯৪৮ খ্ৰী.)**

নগাঁও জিলাৰ কলিয়াবৰ হাতীগাঁও চাহ বাগিচাত জন্ম লাভ কৰা স্নাতকোত্তৰ ডিগ্ৰীধাৰী গুণীন হাজৰিকা অৱসৰপ্ৰাপ্ত অধ্যাপক। হাজৰিকাৰ প্ৰকাশিত পুথি দুখন হ'ল—'কৰ্ণফুলী' (উপন্যাস, ২০০৯) আৰু 'বিবিধ প্ৰসংগ ঃ ভিন্ন দৃষ্টিকোণ' (২০০৯)।

**গোপালচন্দ্ৰ কলিতা (জন্ম ঃ ১৯৪৬ খ্ৰী.)**

গোপালচন্দ্ৰ কলিতাৰ জন্মস্থান নলবাৰী জিলাৰ কৰিয়া। বৰ্তমান কলিতা গুৱাহাটী মহানগৰীৰ বশিষ্ঠাশ্ৰম নিবাসী। অসমীয়া বিষয়ত স্নাতকোত্তৰ, বি. টি. হিন্দী বিষয়ত প্ৰবীণ ডিগ্ৰী লাভ কৰা কলিতা অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'প্ৰশ্নোত্তৰত নামঘোষা তত্ত্ব' (পুস্তিকা, ১৯৮৯), 'বুঢ়া আৰু ঘাট' (উপন্যাস, ২০০৭) আৰু 'কহয় মাধৱ দাসে' (২০১০)।

**গোপালচন্দ্ৰ কেওট (জন্ম ঃ ৩০ জুন ১৯৪৭ খ্ৰী.)**

গোপালচন্দ্ৰ কেওটৰ জন্মস্থান ওদালগুৰি জিলাৰ বৰপুখুৰী, কবিআলি। অৱসৰপ্ৰাপ্ত শিক্ষক কেওঁটৰ প্ৰকাশিত পুথি দুখন হ'ল—'স্মৃতিগ্ৰন্থ', আৰু 'এখন পৃথিৱী' আদি। তদুপৰি লেখকৰ বিভিন্ন বিষয়ক লেখা আলোচনী-বাতৰি কাকত আদিত প্ৰকাশ পাইছে।

**গোপীকান্ত তালুকদাৰ (জন্ম ঃ ১ অক্টোবৰ, ১৯৪০ খ্ৰী.)**

প্ৰয়াত গোপীকান্ত তালুকদাৰৰ জন্মস্থান বৰকুলহাটী। স্নাতক ডিগ্ৰীধাৰী তালুকদাৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—মৌলিক ঃ 'জিল্‌মিল' (১৯৮৫), 'উপবন' (১৯৭৮), 'মন সমুদ্ৰৰ ঢৌ' (১৯৯০), 'চৰিত্ৰ পাঠ' (১৯৯৭) আৰু 'হৃদয় বীণাৰ তাঁৰ' (২০০২)। সম্পাদিত পুথি ঃ 'শ্ৰদ্ধাঞ্জলি' (১৯৮৪), 'নিৰ্বাচিত প্ৰবন্ধ পুঞ্জ' (১৯৮৯), 'প্ৰবাহিকা' (১৯৮৯), 'এক আছিল বুঢ়া' (১৯৮৯), 'সাহিত্য সুৰভি' (১৯৯২), 'ব্যক্তিত্বৰ জিলিঙনি' (১৯৯৫), 'স্মৃতিলেখা' (১৯৯৬), আৰু 'চান্দ মহম্মদ চৌধুৰী কামৰূপী' (১৯৯৯)। তালুকদাৰ ২০০৩ খ্ৰীষ্টাব্দত আম্বেদকাৰ বঁটাৰে সন্মানিত হৈছিল।

**গোপেশ্বৰ তালুকদাৰ (জন্ম ঃ ১ আগষ্ট, ১৯৪৭ খ্ৰী.)**

বৰপেটা জিলাৰ ঘটবৰ সাদেৰীত জন্ম লাভ কৰা গোপেশ্বৰ তালুকদাৰ বৰ্তমান বঙাইগাঁও জিলাৰ বাসিন্দা। তেওঁ উত্তৰ প্ৰদেশৰ আগ্ৰা বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল— 'তেজেৰে লেখা' (১ম আৰু ২য় খণ্ড, ১৯৮৩), 'অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষাৰ সংগ্ৰাম' আৰু 'বাহুবন্ধন' (চুটিগল্প, ২০০৩)।

**গোবিন্দ তালুকদাৰ (জন্ম ঃ ১ মাৰ্চ, ১৯৪৬ খ্ৰী.)**

গোবিন্দ তালুকদাৰৰ জন্মস্থান বৰপেটা জিলাৰ সুন্দৰীদিয়া সত্ৰ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ আৰু বি. এড ডিগ্ৰী লাভ কৰা তালুকদাৰ বৰপেটাৰ কয়াকুছি উচ্চতৰ মাধ্যমিক বিদ্যালয় অৱসৰপ্ৰাপ্ত বিষয় শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'সুন্দৰীদিয়া সত্ৰৰ ইতিবৃত্ত', 'লোক সাহিত্যত মধুৰাৰ শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস', 'শ্ৰীশ্ৰীমাধৱদেৱ' আৰু 'অম্বিকাগিৰী আৰু ডেকা শক্তি'।

**ড° গোবিন্দ প্ৰসাদ শৰ্মা (জন্ম ঃ ১৯৪০ খ্ৰী.)**

গোবিন্দ প্ৰসাদ শৰ্মাৰ জন্মস্থান টিহু। ড° শৰ্মা গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ অধ্যাপক। সাহিত্য সমালোচক আৰু গল্পকাৰ শৰ্মাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'জীৱন, জীৱন' আৰু অসমীয়া জীৱনী', 'কাঁচৰ দৰে হীৰাৰ দৰে' (গল্প)।

**গোবিন্দচন্দ্ৰ তাঁতী (জন্ম ঃ ১ ফেব্ৰুৱাৰী, ১৯৪৯ খ্ৰী.)**

গোবিন্দচন্দ্ৰ তাঁতীৰ জন্মস্থান গোলাঘাট জিলাৰ উখা চাহ বাগিচা। অৱসৰপ্ৰাপ্ত শিক্ষক তাঁতীৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'সেউজী লিপিকাৰ বোল' (১৯৮৯)।

**গোলাপ বুঢ়াগোহাঁই (জন্ম ঃ ৩১ ডিচেম্বৰ, ১৯৪৭ খ্ৰী.)**

গোলাপ বুঢ়াগোহাঁইৰ জন্মস্থান শিৱসাগৰ জিলাৰ বেতবাৰী, দগাঁও। অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰীধাৰী বুঢ়াগোহাঁই গুৱাহাটীৰ দিলিহী



ধাইআলি মাধ্যমিক বিদ্যালয় আৰু বেতবাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'পৌৰাণিক কাব্যত লাঞ্চিতা নাৰী' (১৯৯৩) আৰু 'শ্ৰীশংকৰদেৱৰ অমৃতবাণী' (১৯৯৪)। ইয়াৰোপৰি তেওঁ বিভিন্ন আলোচনী সম্পাদনা কৰি সাহিত্য সাধনাত ব্ৰতী হৈ আছে।

**গৌতমকুমাৰ বৰুৱা (জন্ম ঃ ৩ মাৰ্চ, ১৯৪৯ খ্ৰী.)**

গৌতমকুমাৰ বৰুৱাৰ জন্মস্থান দৰং জিলাৰ ছিপাঝাৰ, ভুক্তাবাৰী, নমাটি চৰা। স্নাতক ডিগ্ৰীধাৰী বৰুৱা ছিপাঝাৰ মহাবিদ্যালয়ৰ কাৰ্যালয়ৰ সহায়ক পদত থাকি অৱসৰ গ্ৰহণ কৰে। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'মঙলদৈ অঞ্চলত ফঁকৰা-যোজনাৰ ব্যৱহাৰ' (লোক-সাহিত্যবিষয়ক, ২০০৫)।

**গোলোকচন্দ্ৰ দুৱৰা (জন্ম ঃ ১ ছেপ্টেম্বৰ, ১৯৪৩ খ্ৰী.)**

গোলোকচন্দ্ৰ দুৱৰাৰ জন্মস্থান শিৱসাগৰ জিলাৰ কোঁৱৰগাঁও মাছমৰা। বামুণপুখুৰী বাগিচা প্ৰাথমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক দুৱৰাৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'ৰেঙণি' (২০০৪)। ইয়াৰোপৰি বিভিন্ন শিক্ষামূলক আলোচনীত লেখকৰ প্ৰবন্ধ, গল্প আদি প্ৰকাশ পাইছে।

# ঘ

**ঘন বৰুৱা (জন্ম ঃ ১৯ ছেপ্টেম্বৰ, ১৯৪৮ খ্রী.)**

ঘন বৰুৱাৰ জন্মস্থান শোণিতপুৰ জিলাৰ জামুৱনী। কলা শাখাৰ স্নাতক বৰুৱা অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত দুখন কবিতাপুথি হ'ল—'মোৰ দেশ মোৰ মানুহ' (কবিতা, ১৯৯২) আৰু 'সপোন যেন এজাক বৰষুণ' (কবিতা, ২০০৮)।

**ঘনকান্ত দাস (জন্ম ঃ ১৯৪৫ খ্রী.)**

ঘনকান্ত দাসৰ জন্মস্থান কামৰূপ জিলাৰ হাজো। বৃত্তিত কৃষক দাসৰ প্ৰকাশিত কবিতাপুথিকেইখন হ'ল —'মোৰ হৃদয়', 'কাল-অকাল', 'গুৰু দক্ষিণা', 'শংকৰ-আজানৰ বাণী' আৰু 'অভিনৱ পদুম'। দাসে অসম চৰকাৰৰ সাহিত্যিক পেন্সন লাভ কৰিছে।

**ডাঃ ঘনশ্যাম বৰা (জন্ম ঃ ১ এপ্ৰিল, ১৯৪৯ খ্রী.)**

ডাঃ ঘনশ্যাম বৰাৰ জন্মস্থান যোৰহাট জিলাৰ তিতাবৰ নামচুঙীগাঁও। বৃত্তিত চিকিৎসক ডাঃ বৰাৰ প্ৰকাশিত দহখন গ্ৰন্থ হ'ল— আঠমঙলা' (একাংকিকা নাটক, ১৯৫৫), 'দীপালীৰ পোহৰ' (কবিতা পুথি, ১৯৭২), 'কলবাকলি' (একাংকিকা, ১৯৭৩), 'বিনা পইচাৰ ঔষধ' (প্ৰবন্ধ, ১৯৯৬, ২০০১), 'জান-জুৰি জোন জোনাক' (শিশু উপযোগী কবিতা পুথি, ১৯৯৯), 'আত্মাকোন' (তত্ত্বমূলক, ২০০১), 'হাঁহিৰ নিজৰা' (ব্যংগ, ২০০৭), 'হোমিঅ'প্যেথিক চিকিৎসা প্ৰণালী' (২০০৪, ২০০৬), 'তিনিটা মৃতদেহ তেত্ৰিশ কোটি দেৱতা' (একাংকিকা নাটক, ২০০১) আৰু 'দাইদেউৰ বহুমূত্ৰ' (১৯৯৯, ২০০১)।

**ঘুনুছা দেৱী (জন্ম ঃ ২ অক্টোবৰ, ১৯৪৮ খ্রী.)**

ঘুনুছা দেৱীৰ জন্মস্থান দৰং জিলাৰ ছিপাঝাৰ দক্ষিণ চুবুৰি। তেওঁৰ প্ৰকাশিত একমাত্ৰ ধৰ্মমূলক পুথিখন হ'ল—'নামমালা' (২০০৯)।



# চ

**চন্দ্ৰনাথ শইকীয়া (জন্ম ঃ ৩১ জানুৱাৰী, ১৯৪৩ খ্রী.)**

চন্দ্ৰনাথ শইকীয়াৰ জন্মস্থান শিৱসাগৰ জিলাৰ আঁহতগুৰি মৌজা, মাজুলী, বৰিমূৰী। বৰ্তমান তেওঁ উত্তৰ লখিমপুৰ জিলাৰ দেওতোলা বৰিমূৰী, দেতোলা নিবাসী। স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা শইকীয়া অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'মহাপুৰুষ মাধৱদেৱৰ চমু জীৱনী আৰু দৰ্শন' (১৯৮৯), 'ন-পুৰণি সাধু কথা' (১৯৯১), 'অসমীয়া প্ৰবাদ বচন' (২০০৩), 'নুফুলা ফুল' (গল্পপুথি, ২০০৮) আৰু'প্ৰেমৰ সাঁকো' (২০০৮, কবিতাপুথি)।

**চন্দ্ৰপ্ৰভা দেৱী (জন্ম ঃ ১৩ মাৰ্চ, ১৯৪৯ খ্রী.)**

চন্দ্ৰপ্ৰভা দেৱীৰ জন্মস্থান বঙাইগাঁও জিলাৰ ধলাগাঁও, ভাটিপাৰা। অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী দেৱীৰ প্ৰকাশিত একমাত্ৰ কবিতা পুথিখন হ'ল— 'জীৱনৰ বিয়লি বেলা' (২০০৭)।

**চন্দ্ৰাবালা দেৱী (জন্ম ঃ ১ ফেব্ৰুৱাৰী, ১৯৪৫ খ্রী.)**

চন্দ্ৰাবালা দেৱীৰ জন্মস্থান দৰং জিলাৰ দলংঘাট ভেৰুৱা। অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী চন্দ্ৰবালা দেৱীৰ প্ৰকাশিত পুথিসমূহ হ'ল—'শিশু শিক্ষাত পিতৃ-মাতৃ' (১৯৯৭), 'আইতাৰ মুখে ভাগৱতৰ সাধু', 'হনুমন্তৰ পাতাল বিজয়' (২০০০) আৰু 'জাতক নামা' (২০০৯)। ১৯৯৭ খ্ৰীষ্টাব্দত দেৱীয়ে ৰাজ্যিক কৃতী শিক্ষকৰ বঁটা লাভ কৰে।

**চলিমা জব্বাৰ (জন্ম ঃ ৫ জানুৱাৰী, ১৯৪৮ খ্রী.)**

নগাঁও জিলাৰ ফৌজদাৰীপট্টিত চলিমা জব্বাৰৰ জন্ম হয়। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'স্মৃতিৰ সঁফুৰা' (কবিতাপুথি, ২০০১),

'ফেঁহুজালি' (গল্প সংকলন, ২০০৭)। ইয়াৰোপৰি চলিমা জব্বাৰৰ বিবিধ লেখা বিভিন্ন স্মৃতিগ্ৰন্থ, আলোচনী আদিত প্ৰকাশিত হৈছে।

**মঃ চামচুদ্দিন আহমেদ (জন্ম ঃ ১ ফেব্ৰুৱাৰী, ১৯৪২ খ্ৰী.)**

চামচুদ্দিন আহমেদৰ জন্মস্থান নগাঁও জিলাৰ ৰাঙলুসুতা গাঁও। স্নাতক ডিগ্ৰী লাভ কৰা আহমেদ অৱসৰপ্ৰাপ্ত বন বিভাগৰ কৰ্মচাৰী। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'পুষ্পাঞ্জলি' (কবিতাপুথি), 'চিনাকি মাটি' (কবিতাপুথি), 'আধুনিক মানুহ' (প্ৰবন্ধাৱলী) আৰু 'মন্দাকিনী' (গীতৰ পুথি)।

**চাৰু বৰা (জন্ম ঃ ১৯৪১ খ্ৰী.)**

যোৰহাট নিবাসী চাৰু বৰাৰ প্ৰকাশিত পুথিকেইখন হ'ল— 'মোৰ গান যদি ফুল হৈ ৰয়' (১৯৮৭), 'অকণিৰ কবিতা', 'স্পন্দন' (২০০১) আৰু 'আবেলিৰ ৰং' (২০০৫)।

**চাৰু মহন্ত (জন্ম ঃ ১ জানুৱাৰী, ১৯৪৭ খ্ৰী.)**

চাৰু মহন্তৰ জন্মস্থান গোলাঘাট। সম্প্ৰতি মহন্ত কামৰূপ জিলাৰ গুৱাহাটী মহানগৰীৰ অৰুণোদয় এপাৰ্টমেণ্টৰ বাসিন্দা। স্নাতক আৰু বি. টি. ডিগ্ৰী লাভ কৰা মহন্ত মৰিগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ধনশিৰি পাৰ হৈ' (গল্প সংকলন, ১৯৯৪), 'দেশ বিদেশৰ সাধু' (শিশুপুথি, ২০০০) আৰু 'বাসনাঘাটৰ বিধি' (গল্প সংকলন, ২০০৬)।

**চিত্ত ডেকা (জন্ম ঃ ২৭ জানুৱাৰী, ১৯৪৭ খ্ৰী.)**

চিত্ত ডেকাৰ জন্মস্থান বৰপেটা জিলাৰ সৰ্থেবাৰী যোগীৰবড়ী চুপা। বৰ্তমান গুৱাহাটী জু-ৰোডৰ নিবাসী চিত্ত ডেকাই বি. ই. (মেকানিকেল) ডিগ্ৰী লাভ কৰি অসমৰ মুখ্য কাৰখানা পৰিদৰ্শক হিচাপে অৱসৰগ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হৈছে—গল্পপুথি ঃ 'সূৰ্যাস্তৰ ৰং' (১৯৮৩), 'যযাতি' (১৯৮৪), 'নেপথ্যৰ নায়িকা' (১৯৮৫), 'উদিত সূৰ্যৰ বাবে' ( ১৯৯৬), 'স্থবিৰ চেতনা' (১৯৯৭), 'ক্ৰান্তিকাল' (১৯৯৮), 'প্ৰেমৰ ঘৰ' (২০০৭)। কবিতাপুথি ঃ 'সৃষ্টিৰ বেদনা' (১৯৮৬)। প্ৰবন্ধপুথি ঃ 'দেশী বিদেশী সাহিত্যৰ ৰূপৰেখা' (২০০৭),'পেট্ৰোলিয়ামৰ কাহিনী আৰু অসম' (২০০৩), 'সাহিত্যৰ নন্দন-তত্ত্ব' (প্ৰবন্ধপুথি, ২০০৭)। উপন্যাস ঃ 'সোণাখাইতীৰ ঘাট' (উপন্যাস, ১৯৯৫), 'প্ৰেম জনমে জনমে (১৯৯৬), 'এয়েতো সংসাৰ' (২০০২)। অন্যান্য ঃ 'পৰিৱেশ অধ্যয়ন' (পাঠ্যপুথি, দশমমান, ১৯৯৯) আৰু 'পৰিৱেশ পাঠ' (পাঠ্যপুথি নৱমমান, ২০০০)।



**চিৰণচন্দ্ৰ ডেকা (জন্ম ঃ ২৮ মাৰ্চ, ১৯৫০ খ্ৰী.)**

চিৰণচন্দ্ৰ ডেকাৰ জন্মস্থান দৰং জিলাৰ ন-হাউলি। বৰ্তমান ডেকা ওদালগুৰি জিলাৰ কদমতলাৰ নিবাসী। প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ ডেকা এগৰাকী চাহ বাগিচাৰ কৰ্মচাৰী। শ্ৰী ডেকাৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'জীয়া নৈ ভেটিব কোনে' (২০০৩, উপন্যাস)।

**চিৰঞ্জীৱ জৈন (জন্ম ঃ ১ জানুৱাৰী, ১৯৪৯ খ্ৰী.)**

চিৰঞ্জীৱ জৈনৰ জন্মস্থান নলবাৰী জিলাৰ গোপাল বজাৰ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজী বিভাগৰ স্নাতকোত্তৰ আৰু এল এল বি. ডিগ্ৰী গ্ৰহণ কৰা জৈন এম. এন. চি. বালিকা মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। চিৰঞ্জীৱ জৈনৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হ'ল—'কুঁৱলিৰ বৰফৰ নদীত' (১৯৭৫)।

**চেনিৰাম বৰা (জন্ম ঃ ১ মাৰ্চ, ১৯৪৩ খ্ৰী.)**

চেনিৰাম বৰাৰ জন্মস্থান নগাঁও জিলাৰ মাজৰআটী গাঁও। গড়কাপ্তানি বিভাগৰ অৱসৰপ্ৰাপ্ত অধীক্ষক অভিযন্তা বৰাৰ প্ৰকাশিত পুথিসমূহ হৈছে—'মোৰ গীত, মোৰ প্ৰেমৰ কবিতা' (কবিতা সংকলন, ১৯৯৯), 'প্ৰেম নৈৰ পখিলা' (কবিতা, ২০০২) আৰু 'জানেকী জেঠাইৰ আঙঠি' (ভিন্ন স্বাদৰ, ২০০৩)।

**চেনীৰাম শৰ্মা (জন্ম ঃ ১ মাৰ্চ, ১৯৪৫ খ্ৰী.)**

চেনীৰাম শৰ্মাৰ জন্মস্থান গোলাঘাট। অৱসৰপ্ৰাপ্ত শিক্ষক শৰ্মাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ৰাজনীতি ৰত্না' (উপন্যাস, ১৯৮৭), 'মৃত্যুৰ পিছত জীৱন' (পৰলোকতত্ত্ব, ১৯৮৭), আৰু 'হুচিয়াৰ অসমীয়া' (প্ৰবন্ধাৱলী)।

**ড° চৌধুৰী নাথ শইকীয়া (জন্ম ঃ ৩১ ডিচেম্বৰ, ১৯৪২ খ্ৰী.)**

ড° চৌধুৰী নাথ শইকীয়াৰ জন্মস্থান লখিমপুৰ জিলাৰ কুমাৰকটা গাঁও। বৰ্তমান শইকীয়া গোলাঘাট জিলাৰ দেৰগাঁও মিলনপুৰ নিবাসী। স্নাতক আৰু বি. এছ. চি. (টেক্), পি. এইছ. ডি., এফ. আই. চি. ডিগ্ৰীধাৰী ড° নাথ শইকীয়াই আঞ্চলিক গৱেষণাগাৰৰ সঞ্চালক হিচাপে অৱসৰগ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'বিজ্ঞানৰ এশ এটা কথা' (২০০১) আৰু 'বিজ্ঞানৰ এশ এবুৰি কথা' (২০০৩, ২০০৮)।

**চুলতানা চেলিমা হাজৰিকা (জন্ম ঃ ১৯৪৩ খ্ৰী.)**

বৰ্তমান নগাঁও নিবাসী চুলতানা চেলিমা হাজৰিকাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'তামুলী মুখৰ সাধু', 'জীৱন মদিৰা' (গল্পসংকলন), 'প্ৰাণৰ পিয়লা' (গল্পপুথি), 'সৰগ নামি আহিল' (গল্পপুথি) আৰু 'গলিয়ে গলিয়ে' (উপন্যাস)।



# ছ

**প্ৰয়াত ছামচিং হাঞ্চে (জন্ম ঃ ১৮ এপ্ৰিল, ১৯৪৮ খ্ৰী.)**

প্ৰয়াত ছামচিং হাঞ্চেৰ জন্মস্থান নগাঁও জিলাৰ পণ্ডিতঘাট। বৰ্তমান হাঞ্চে কাৰ্বি আংলং জিলাৰ থানা ৰোড, ডিফুৰ বাসিন্দা। ডিফু চৰকাৰী মহাবিদ্যালয়ৰ কলা বিভাগৰ স্নাতক (১৯৭৩) ডিগ্ৰী লাভ কৰা হাঞ্চে এগৰাকী সমাজসেৱক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ৰোমীৰ' (গীতি কবিতা, ১৯৭২), 'নাম তাইৰ হাঈমু' (লোক কাহিনী, ১৯৭৪), 'কাৰ্বি প্ৰণয় গীত' (লোক কাহিনী, ১৯৭৫) আৰু 'এমুঠি কাৰ্বি কবিতা' (সম্পাদনা, ১৯৮৩) ইত্যাদি। তেখেতৰ দুখন কাৰবি ভাষাৰ চৰিত পুথিও আছে।

**ছায়া তালুকদাৰ (জন্ম ঃ ২ জানুৱাৰী, ১৯৪৬ খ্ৰী.)**

ছায়া তালুকদাৰৰ জন্মস্থান গোৱালপাৰা জিলাৰ কৃষ্ণাই। বৰ্তমান তালুকদাৰ বৰপেটা জিলাৰ পাঠশালা নিবাসী। অভয়াপুৰী মহাবিদ্যালয়ৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰা তালুকদাৰ অৱসৰপ্ৰাপ্ত চৰকাৰী কৰ্মচাৰী। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'নদীখন গাভৰু হ'ল' (কবিতা পুথি, ২০০৮)।

**ছেৰিফউদ্দিন আহমেদ ফুকন (জন্ম ঃ ১৯৪২ খ্ৰী.)**

ছেৰিফউদ্দিন আহমেদৰ জন্মস্থান বৰপেটা জিলাৰ সৰিহপকলা গাঁও। তেওঁ ১৯৬৩ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অৰ্থনীতি বিভাগত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰি ১৯৬৫ খ্ৰীষ্টাব্দত ফুকনে হিন্দীৰ বিশাৰদ পাছ কৰে। ২০০০ খ্ৰীষ্টাব্দৰ ৩১ জানুৱাৰীত আহমেদ ফুকনে বিষয় শিক্ষক হিচাপে অৱসৰ গ্ৰহণ কৰে। বিভিন্ন বাতৰি কাকত তথা আলোচনীত তিনি শতাধিক প্ৰবন্ধ-পাতি, তিনিখন অনুবাদ আৰু দুখন

শিশু উপন্যাসকে ধৰি লেখকৰ মৌলিক গ্ৰন্থ মুঠ চৈধ্যখন। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'সম্ৰাট কন্যাৰ প্ৰেম' (১৯৭৮), 'ছাহজাদা আৰু বণিক কন্যা' (১৯৮৭), 'আদাম হাৱাৰ কাহিনী' (১৯৯৩), 'বিবিধা' (১৯৯৫), 'উদ্ধৃতি মঞ্জুষা' (২০০১, যুটীয়াভাৱে), 'সজ গুণৰ অ-আ-ক-খ' (২০০২), 'ককাদেউতাৰ দিনৰ পৰা' (২০০২), 'সাম্প্ৰদায়িকতাৰ আধাৰত ভাৰতীয় জাতীয়তাবাদ' (২০০৩), 'মানুহ বাঘ আৰু মানুহ' (২০০৪), 'সাধু কথাৰ সঁফুৰা' (২০০৪), 'অতীতৰ ৰেঙণি' (২০০৭), 'নীলা লেগুণ ঃ এক ৰোমাঞ্চ' ( অনুবাদ, ২০০৮), 'Assamese to English word book' (২০০৮), 'পাটাছাৰকুছিৰ ইতিহাসত এভুমুকি' (২০১০)। ইয়াৰ উপৰিও লেখকৰ ছয়খন সম্পাদিত গ্ৰন্থ পোৱা যায়। সেইকেইখন হ'ল—'এমুঠি ফুল' (১৯৭৬), 'প্ৰাচ্য সংঘ' (১৯৭৯), 'সোণালী জয়ন্তী স্মৃতিগ্ৰন্থ' (১৯৮৫), 'প্ৰথম বাৰ্ষিক অধিৱেশনৰ স্মৃতিগ্ৰন্থ' (পাটাছাৰকুছি বিদ্যাপীঠ,১৯৯২), আহমেদ ফুকনে অসম চৰকাৰৰ পৰা ২০০৭ বৰ্ষৰ সাহিত্যিক পেন্সন লাভ কৰে।



# জ

**জগত ভূঞা (জন্ম ঃ ১ জুন, ১৯৪৬ খ্ৰী.)**

জগত ভূঞাৰ জন্মস্থান শোণিতপুৰ জিলাৰ জামুগুৰিহাট, মাধৱ গাঁও। কলা বিভাগৰ স্নাতক ভূঞা অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ একমাত্ৰ প্ৰকাশিত একাংকিকা নাটকখন হ'ল—'ঐক্যতান' (১৯৯৭)। তদুপৰি ভূঞাৰ বহুকেইখন নাট আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ দ্বাৰা প্ৰচাৰিত হৈছে। বিবিধ আলোচনীত লেখকৰ নাট, গল্প, প্ৰবন্ধ আদি প্ৰকাশ হয়।

**জগত বেজবৰুৱা (জন্ম ঃ ১ অক্টোবৰ, ১৯৪৫ খ্ৰী.)**

জগত বেজবৰুৱাৰ জন্মস্থান শিৱসাগৰ জিলাৰ নিতাইপুখুৰী, দোপনী গাঁও। অৱসৰপ্ৰাপ্ত কৰ্মচাৰী বেজবৰুৱাৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'কেঁচাপাতৰ কঁপনি' (কবিতাপুথি, ১৯৯২), 'কাকলি' (কবিতাপুথি, ১৯৯৬), 'তিতিকি মৌ' (কবিতাপুথি, (২০০৫) আৰু 'জবৰ সং' (একাংকিকা নাট)।

**জগতচন্দ্ৰ বৰা (জন্ম ঃ ১ মে', ১৯৪৬ খ্ৰী.)**

জগতচন্দ্ৰ বৰাৰ জন্মস্থান গোলাঘাট জিলাৰ দেৰগাঁৱৰ কমাৰগাঁও। বৰ্তমান বৰা গুৱাহাটীৰ বাসিন্দা। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পৰা কলা শাখাৰ স্নাতক বৰা অসম অসামৰিক সেৱাৰ অৱসৰপ্ৰাপ্ত বিষয়া। তেখেতৰ প্ৰকাশিত গ্ৰন্থসমূহ হৈছে— 'পৰচৰ্চা' (প্ৰবন্ধপুথি, ২০০৯), 'জীৱনৰ পথ উপপথ' (প্ৰবন্ধপুথি, ২০০৬), 'সেউজীয়া দেশৰ কবি সাহিত্য জ্যোতিৰাম গোস্বামী' (কবিতাপুথি, ২০০৯), 'তথ্য জনাৰ অধিকাৰ আইন, ২০০৫ত এভুমুকি' (বিধি সম্পৰ্কীয়, ২০০৭), 'জ্যেষ্ঠ নাগৰিক' (স্মৃতিগ্ৰন্থ, ২০০৫), 'আঁচুফুল' (স্মৰণিকা, ২০০৮), 'অনন্ত স্মৃতি' (স্মৃতিগ্ৰন্থ, ২০০৮), আৰু 'ডি. কে. ডি কলেজ মুখপত্ৰ' (১৯৬৮)।

**জগত চন্দ্র মালাকাৰ (জন্ম ঃ ১ মাৰ্চ, ১৯৪৭ খ্ৰী.)**

জগত চন্দ্ৰ মালাকাৰৰ জন্মস্থান শিৱসাগৰ জিলাৰ ১নং কঠিয়াখুতা গাঁও। অৱসৰপ্ৰাপ্ত শিক্ষক মালাকাৰৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'কুসুম কলি'।

**জগন্নাথ শৰ্মা (জন্ম ঃ ১ মাৰ্চ, ১৯৪৪ খ্ৰী.)**

জগন্নাথ শৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ ডিংডিঙি। স্নাতকোত্তৰ ডিগ্ৰীধাৰী শৰ্মাই (১৯৬৫), ১৯৭৮ খ্ৰীষ্টাব্দত উড়িয়া ভাষাৰ ডিপ্লোমা গ্ৰহণ কৰে। আৰিকুছি মিলন উঃ মাঃ বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক শৰ্মাৰ প্ৰকাশিত পুথিসমূহ হৈছে— 'প্ৰশ্নোত্তৰত অংকীয়া নাট্য সাহিত্য' (সমালোচনা, ২০০০), 'প্ৰসংগ ঃ শ্ৰীশংকৰদেৱ আৰু মাধৱদেৱৰ সাহিত্য' (সমালোচনা, ২০০০), 'শ্ৰীকৃষ্ণ' (সমালোচনা, ২০০২), 'অভাৰতীয় সংস্কৃত পণ্ডিত' (২০০৭), 'বৈদিক সাহিত্যৰ পৰিচয়' (২০০৯), 'দক্ষিণ ভাৰতীয় ভাষা সাহিত্যৰ পৰিচয়' (প্ৰবন্ধ সংকলন, ২০০২), 'স্বামী বিবেকানন্দ' (জীৱনী, ২০০৩), 'হিতোপদেশ' (মিত্ৰলাভ, মূলানুগত অনুবাদ, ২০০৩), 'প্ৰাচীন ভাৰতীয় নাৰী' (প্ৰবন্ধ সংকলন, ২০০৪), 'কালিদাসৰ কাব্যৰ সাধু' (২০০৮), 'পুৰাণৰ সাধু' (২০০১), ইছপৰ সাধু' (২০০৩), 'জাতকৰ সাধু' (২০০১), 'শকুন্তলা আৰু উৰ্ব্বশীৰ কাহিনী (২০০৮), প্ৰাচীন ৰোমৰ সাধু' (২০০৯), 'মণিৰত্ন মালা' (শংকৰাচাৰ্যকৃত, অনুবাদ, ২০১০), 'অষ্টোত্তৰ শতবাণী' (চাণক্যৰ, ২০১০), 'নাট কৰণ্ডী' (শিশু নাট, ২০০৩), 'নীতিশ্লোক' (২০০৩), 'জ্যোতি বিষ্ণু' (কুইজ, ২০০২), 'শৃংগাৰ শতক' (অনুবাদ, ২০০৮), 'সমাৰ্থক শব্দ নিধান' (অসমীয়া-ইংৰাজী সমাৰ্থক শব্দকোষ, ২০০৯) আদি।

**জগন্নাথ উপাধ্যায় (জন্ম ঃ ৯ অক্টোবৰ, ১৯৪৩ খ্ৰী.)**

জগন্নাথ উপাধ্যায়ৰ জন্মস্থান শিৱসাগৰ জিলাৰ দেওপানী। যোৰহাট জে. বি. মহাবিদ্যালয়ৰ পৰা স্নাতক ডিগ্ৰী গ্ৰহণ কৰা উপাধ্যায়দেৱে শিক্ষক হিচাপে অৱসৰগ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'সাহিত্য আৰু সমাজ' (নিবন্ধ), 'দেওপানী সাহিত্য সভাৰ জন্মলগ্নৰ পৰা বৰ্তমানলৈ' (স্মৃতিগ্ৰন্থ), 'ককাআতাৰ সোঁৱৰণত একলম' (২০০৬) আৰু 'ধনশিৰি' (কবিতাপুথি)।



**জগদীশচন্দ্ৰ নাথ (জন্ম ঃ ১ জুলাই, ১৯৪১ খ্ৰী.)**

জগদীশচন্দ্ৰ নাথৰ জন্মস্থান বঙাইগাঁও জিলাৰ ডেকলিমাৰী, বাঁশবাৰী (দ্বিতীয় খণ্ড)। বইটামাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ত কৰ্ম জীৱন আৰম্ভ কৰা নাথৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'সংক্ষিপ্ত যোগ প্ৰকৰণ'।

**জগমোহন শৰ্মা (জন্ম ঃ ২৩ জুন, ১৯৪৮ খ্ৰী.)**

জগমোহন শৰ্মাৰ জন্মস্থান পুৰণিগুদাম, নগাঁও জিলা। স্নাতক ডিগ্ৰীধাৰী শৰ্মা এগৰাকী অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'শিশু পাঠমালা' (১৯৮২), 'নীতি জ্ঞান' (২০০৬) আৰু 'লেৰেলা খনিকৰৰ অমৰ সৃষ্টি কাঠৰ দুৰ্গা প্ৰতিমা' (২০০৮)।

**জৱাহৰলাল ৰায় (জন্ম ঃ ১৯৪৮, মৃত্যু ঃ ৪ এপ্ৰিল, ১৯৯০ খ্ৰী.)**

প্ৰয়াত জৱাহৰলাল ৰায়ৰ জন্মস্থান বঙাইগাঁও জিলাৰ বামুণগাঁও। বৃত্তিত কৃষক ৰায়ৰ প্ৰকাশিত একমাত্ৰ উপন্যাসখন হ'ল— 'নতুন ফুল'।

**জয়চন্দ্ৰ নাথ (জন্ম ঃ ২ মে', ১৯৫০ খ্ৰী.)**

জয়চন্দ্ৰ নাথৰ জন্মস্থান দৰং জিলাৰ ছিপাঝাৰ, পাটগিৰিচুবা। অৱসৰপ্ৰাপ্ত শিক্ষক নাথে কৃতী শিক্ষকৰ ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় বঁটা লাভ কৰিছে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'আলোকৰ পথে প্ৰান্তে' (কবিতাৰ পুথি, ১৯৯৫), 'পকামিঠৈ' (গল্প পুথি, ১৯৯৮) আৰু 'আধুনিক ধাৰাপাত আৰু মৌখিক' (১৯৯২)।

**ড° জয়ন্তী চুতীয়া (জন্ম ঃ ১ আগষ্ট, ১৯৪৮ খ্ৰী.)**

শিৱসাগৰৰ আমগুৰিত জন্মগ্ৰহণ কৰা ড° চুতীয়া এগৰাকী বিজ্ঞানী। পদাৰ্থ বিজ্ঞান বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী গ্ৰহণ কৰা ড° চুতীয়াই ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পৰা পি. এইচ. ডিগ্ৰী লাভ কৰে। অসম সাহিত্য সভাৰ

দ্বাৰা বাসন্তী বৰদলৈ বঁটাৰে সন্মানিত ড° চুতীয়াৰ প্ৰকাশিত পুথিকেইখন হ'ল—'হাইকু আৰু চামুৰাইৰ দেশত' (ভ্ৰমণ কাহিনী), 'ৰেড ইণ্ডিয়ানৰ দেশত' (ভ্ৰমণ কাহিনী, 'নিভৃত আলাপ' (গল্প), 'কেথেৰিনে পঢ়িব নোৱাৰা ডায়েৰীখন' (উপন্যাস), 'কোনো এক বন্দৰত অনুবাদ' (অনুবাদ গ্ৰন্থ), 'বাছৰ হাইকু ভ্ৰমণ' (অনুবাদ), 'বীথোফেনৰ ঘৰত' (প্ৰবন্ধ সংকলন) আৰু 'শিল্পীৰ দৃষ্টিত জীৱন আৰু জগত' (প্ৰবন্ধ পুথি)।

ইয়াৰ উপৰি লেখকৰ চাৰিখন বিজ্ঞানৰ পুথি প্ৰকাশ হয়। পুথিকেইখন হ'ল—'মেডাম কুৰীৰ জীৱনী', 'প্লাজমা', 'কুৰি শতিকাৰ পদাৰ্থ বিজ্ঞান' আৰু 'আৱিষ্কাৰৰ সাধনা'।

**জয়ন্তী দাস (জন্ম ঃ ২২ ফেব্ৰুৱাৰী, ১৯৪৮ খ্ৰী.)**

জয়ন্তী দাসৰ জন্মস্থান গোৱালপাৰা জিলাৰ কাছৰপাৰা বইটামাৰী। স্নাতক আৰু বি. টি ডিগ্ৰী লাভ কৰা দাস দুধনৈ ছোৱালী হাইস্কুলৰ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'কবিতা কোঁহ' (শিশু কবিতাপুথি, ১৯৯৫), 'অনুভূতি' (কবিতাপুথি, ২০০০) আৰু 'অনুৰাগ' (কবিতাপুথি, ২০০৫)।

**জয়ন্তী হিলৈদাৰী (জন্ম ঃ ১৩ জুন, ১৯৪৬ খ্ৰী.)**

গোলাঘাট জিলাৰ কমাৰবন্ধা নিবাসী জয়ন্তী হিলৈদাৰী কমাৰবন্ধা লেখিকা সমাৰোহ সমিতিৰ সভানেত্ৰী। লেখিকাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'হৃদয়ৰ মৃত্যু' (গল্পপুথি), 'অনুপমা' (উপন্যাস), 'আকাশৰ জোনাক আনিবলৈ যোৱা ছোৱালীজনী' (শিশু গল্প পুথি) আৰু 'ফুল ফুলোৱাৰ মন্ত্ৰেৰে সুভদ্ৰাৰ যাত্ৰা' (উপন্যাস)।

**জয়া সেনাপতি (জন্ম ঃ ৮ আগষ্ট, ১৯৫০ খ্ৰী.)**

জয়া সেনাপতিৰ জন্মস্থান লখিমপুৰ জিলাৰ নাওবৈচাৰ লথৌ যোৰহটীয়া। অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী গ্ৰহণ কৰা সেনাপতি নাওবৈচা উচ্চ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। তেওঁৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হ'ল— 'তামৰঙী আকাশ' (২০০৬)।



**জয়াৱতী বৰা ফুকন (জন্ম ঃ ৪ এপ্ৰিল, ১৯৪১ খ্ৰী.)**

জয়াৱতী বৰা ফুকনৰ জন্মস্থান যোৰহাট জিলাৰ চেলেংহাটৰ টিপমীয়া গাঁও। বৰ্তমান তেওঁ গোলাঘাট জিলাৰ সৰুপথাৰৰ বাসিন্দা। সৰুপথাৰ টাউন নিম্ন বুনিয়াদী বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী বৰা ফুকনৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'নামমালা' (দিহানাম, আইনাম, ২০০৬)।

**জালাম চন্দ্ৰ হাটো (ৰাভা) (জন্ম ঃ ২১ নবেম্বৰ, ১৯৪৮ খ্ৰী.)**

জালাম চন্দ্ৰ হাটো (ৰাভা)ৰ জন্মস্থান গোৱালপাৰা জিলাৰ চেঁচাপানী। তেওঁৰ প্ৰকাশিত গ্ৰন্থসমূহ হ'ল—'ছিগিনি ৰাম্' (প্ৰাৰ্থনা, ১৯৮৪), 'চুংগিৰি ৰংগিৰি' (জীৱনী, ১৯৮৪), 'পৱিত্ৰ বাইবেলৰ প্ৰশ্নোত্তৰ' (১৯৯৬), 'দী প্ৰাঞ্জি আৰ্দিকায় আৰো চায়' (২০০৬)।

এইকেইখনৰ উপৰিও ৰোমান লিপিতো তেওঁ চাৰিখন পুথি ৰচনা কৰে। সেইকেইখন হ'ল—যীছুনি বাদাং মাৰ্কনি জেপছুকাই (১৯৯৩), যীছুনি বাদাং লুকণি জেপছুকাই (১৯৯৩), ছেৰাইকাই বাৰায়কাই (১৯৯৬) আৰু 'খুৰাং নালা' (ৰাভা-ইংৰাজী অভিধান, ২০০০)।

**জিতেন চুতীয়া (জন্ম ঃ ১৮ আগষ্ট, ১৯৪৬ খ্ৰী.)**

জিতেন চুতীয়াৰ জন্মস্থান ধেমাজি জিলাৰ গড়মৰা। গড়মৰা মজলীয়া বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক চুতীয়াৰ প্ৰকাশিত পুথিসমূহ হ'ল—'চিচিৰৰ গাঁও' (ইতিহাস সম্বলিত স্থানীয় বৰ্ণনা, ১৯৮৫), 'দোলানী কলচি' (কবিতা, ১৯৯০), 'তাৰাৰ অভিশাপ' (নাটক), 'আমাৰ বিহুতলি' (ৰচনা, ১৯৯২), 'অভিজ্ঞান গুৰুদ্বয়' (বৈষ্ণৱী প্ৰবন্ধ, ২০০৩), 'সমাহাৰ অৰ্ঘ আৰু সোৰঁৰণী পঞ্জী' (২০০৪), 'বহাগী পূবেৰুণ আৰু উত্তৰণ ৰঙালী বিহু' (বিহু সম্পৰ্কীয়, ২০০৭), 'মিষ্ট জল ধাতৃ ফল' (নাটক সংকলন, ২০০৭)।

সম্পাদিত গ্ৰন্থ ঃ 'দ্যুতীন্দু' (স্মৃতিগ্ৰন্থ, ২০০৩) জোনাই, নিৰ্জনতাৰ ধ্বনি (কবিতাপুথি), 'চন্দ্ৰগিৰি' (স্মৃতিগ্ৰন্থ) আৰু 'বংশাৱলী' (স্মৰণিকা)। ইয়াৰোপৰি লেখকৰ ভালেমান কবিতা, প্ৰবন্ধ, ৰচনা, নাটক আদি প্ৰকাশিত হৈছে।

**জিতেন ভাগৱতী (জন্ম ঃ ২ ডিচেম্বৰ, ১৯৪৪ খ্ৰী.)**

জিতেন ভাগৱতীৰ জন্মস্থান দৰং জিলাৰ সৰুঠেকেৰাবাৰী। ভাৰত স্কাউট আৰু গাইডৰ পৰা দুবাৰকৈ ৰাজ্যিক বঁটা লাভ কৰাৰ উপৰিও ভাগৱতীদেৱে সদৌ অসম মইনা পাৰিজাতৰ পৰা 'শিশু বন্ধু' উপাধি আৰু দৰং জিলাৰ সাহিত্য সভাৰ পৰা সম্বৰ্ধনা লাভ কৰে। অসমৰ বিভিন্ন বাতৰি কাকত, আলোচনী আদিত লেখকৰ এশৰো অধিক প্ৰবন্ধ প্ৰকাশিত হোৱাৰ উপৰিও কেইবাখনো গ্ৰন্থ প্ৰকাশিত হয়। প্ৰকাশিত গ্ৰন্থবোৰ হ'ল—'মঙলদৈ জিলা মইনা পাৰিজাতৰ ইতিহাস' (১৯৭৭), 'মঙলদৈ জিলা মইনা পাৰিজাতৰ স্মৃতি পুস্তিকা' (১৯৭৫), 'মইনাহঁতৰ প্ৰাৰ্থনা-স্তুতি-গীত সংগ্ৰহ' (১৯৭৩), 'পাৰিজাত সাৰথি' (১৯৯৯), 'আমি খেলো আঁহা' (২০০৯, শিশু পুথি), 'শিশুৰ চৰিত্ৰ গঠনত নিয়মানুৱৰ্তিতা, শিষ্টাচাৰ শিক্ষা আৰু পৰিস্কাৰ পৰিচ্ছন্নতা' (২০০৯), 'শিশুৰ বিকাশত মইনা পাৰিজাত' (২০১০) আৰু 'লিখা পঢ়া শিকো আমি' (সম্পাদনা, ১৯৯৯)। ভাগৱতীদেৱৰ এশৰো অধিক প্ৰবন্ধ অসমৰ সমসাময়িক বিভিন্ন বাতৰি কাকত, আলোচনীত প্ৰকাশ পাইছে। তদুপৰি একাধিক প্ৰবন্ধ আকাশবাণী গুৱাহাটী কৃষি জগত অনুষ্ঠানত প্ৰচাৰিত হৈছে।

**জিতেন্দ্ৰনাথ দেউৰী (জন্ম ঃ ১ এপ্ৰিল, ১৯৪৯ খ্ৰী.)**

জিতেন্দ্ৰনাথ দেউৰীৰ জন্মস্থান বৰপেটা জিলাৰ উজান উলুৰা গাঁও। বৰ্তমান তেওঁ বাক্সা (বি. টি. এ. ডি)ৰ মুছলপুৰৰ বাসিন্দা। মুছলপুৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বিষয় শিক্ষক হিচাপে অৱসৰ গ্ৰহণ কৰা দেউৰীৰ একমাত্ৰ প্ৰকাশিত ব্যংগাত্মক পুথিখন হৈছে—'অ' হৰি মহ-হৌ' (২০০৯)।

**জিতেন্দ্ৰনাথ প্ৰধানী ডেকা সত্ৰাধিকাৰী (জন্ম ঃ ১৫ এপ্ৰিল, ১৯৪৯ খ্ৰী.)**

জিতেন্দ্ৰনাথ প্ৰধানী ডেকা সত্ৰাধিকাৰীৰ জন্মস্থান ধুবুৰী জিলাৰ ৰামৰাইকুঠী গাঁও। শ্ৰীশ্ৰীৰামৰাইকুঠী সত্ৰৰ সত্ৰাধিকাৰ প্ৰধানী ডেকাৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'শ্ৰীশ্ৰীধাম ৰামৰায়কুঠী সত্ৰ' (সত্ৰশাল)।



**জিনাৰাম বৰা (জন্ম ঃ ৩১ ডিচেম্বৰ, ১৯৫০, মৃত্যু ঃ ৯ জুলাই, ২০০৪ খ্ৰী.)**

প্ৰয়াত জিনাৰাম বৰাৰ জন্মস্থান লখিমপুৰ জিলাৰ ফান্দিবাৰী, নাৰায়ণপুৰ। হিন্দী ৰত্ন ডিগ্ৰী লাভ কৰা বৰা গোহাঁইকমল উচ্চ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'বাস্তৱ আৰু ছায়া' (১৯৮৮)।

**জীতেন্দ্ৰনাথ চুতীয়া (জন্ম ঃ ১ মাৰ্চ, ১৯৪৯ খ্ৰী.)**

জীতেন্দ্ৰনাথ চুতীয়াৰ জন্মস্থান ধেমাজি জিলাৰ চৌখাম গাঁও। অৱসৰপ্ৰাপ্ত কৰ্মচাৰী চুতীয়াৰ প্ৰকাশিত পুথিকেইখন হ'ল—'বেলিৰ মুখৰ ৰং' (গীতৰ সংকলন, ২০০৩) আৰু 'স্বপ্নীল দিনপঞ্জী' (কবিতা সংকলন, ২০০৯)।

**জীৱন মাধুৰী নেওগ বৰা (জন্ম ঃ ১৯৪৬ খ্ৰী.)**

জীৱন মাধুৰী নেওগ বৰাৰ জন্মস্থান যোৰহাট। স্নাতকোত্তৰ ডিগ্ৰীধাৰী এইগৰাকী নিষ্ঠাৱান লেখিকাৰ প্ৰকাশিত গ্ৰন্থসমূহ হ'ল—'ৰ'দ জিলমিল' (উপন্যাসিকা, ১৯৯৮৪), 'ঈশ্বৰলৈ অভিযোগ' (সাহিত্যপুঞ্জী, ১৯৮৭), 'গো মুখ যাত্ৰা' (শিশু পুথি, ১৯৮৮), 'মাদাৰ টেৰেচা' (শিশু পুথি, ১৯৯০) আৰু 'বনৰ বন্ধুৰ মনৰ খবৰ' (শিশু পুথি, ১৯৯৮) আদি।

**জীৱন সন্দিকৈ (জন্ম ঃ ২৮ অক্টোবৰ, ১৯৫০ খ্ৰী.)**

জীৱন সন্দিকৈৰ জন্মস্থান লখিমপুৰ জিলাৰ ২ নং ৰঙতি। সন্দিকৈ ১ নং ৰঙতি প্ৰাথমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। লক্ষীমপুৰ জিলা ভিত্তিক কৃতী শিক্ষকৰ বঁটা গ্ৰহণ কৰা সন্দিকৈদেৱৰ সম্পাদিত চাৰিখন স্মৃতিগ্ৰন্থ হ'ল—'মাধৱজ্যোতি' (১৯৯৮), 'মুক্তিদূত' (২০০১), 'জ্ঞানজ্যোতি' (২০০৫) আৰু 'ভক্তিজ্যোতি' (২০০৭)।

**জীৱন চন্দ্ৰ চহৰীয়া (জন্ম ঃ ২৪ নৱেম্বৰ, ১৯৪৯ খ্ৰী.)**

জীৱন চন্দ্ৰ চহৰীয়াৰ জন্মস্থান দৰং জিলাৰ বৰথেকেৰাবাৰী। বৰ্তমান তেওঁ বৰপুখুৰী, ওদালগুৰি (বি. টি. এ. ডি)ৰ বাসিন্দা। মঙলদৈ

মহাবিদ্যালয়ৰ (১৯৭৬) পৰা বিজ্ঞানৰ স্নাতক চহৰীয়া কবিৰালী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অধ্যক্ষ হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত একমাত্ৰ কবিতাপুথিখন হ'ল—'জোনাকত দেখা মানুহ' (২০০৯)।

**ডাঃ জীৱনচন্দ্ৰ দত্তবৰুৱা (জন্ম ঃ ১ জানুৱাৰী, ১৯৪৬ খ্ৰী.)**

ডাঃ জীৱনচন্দ্ৰ দত্তবৰুৱাৰ জন্মস্থান কামৰূপ জিলাৰ হাজো, মনাহকুছি। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'স্বাস্থ্য ৰক্ষাৰ কেইটিমান খুঁটি-নাটি' (১৯৮২), 'এইড্ছৰ প্ৰত্যাহ্বান' (২০০০), 'মোৰ আৰু স্বদেশৰ' (অনুবাদ চুটিগল্প, ২০০০) আৰু 'স্বাস্থ্য কথা' (২০০৯)।

**জীৱনচন্দ্ৰ কোঁচ (জন্ম ঃ ১ আগষ্ট, ১৯৪৮ খ্ৰী.)**

জীৱনচন্দ্ৰ কোঁচৰ জন্মস্থান নগাঁও জিলাৰ বৰদোৱা বৰভেটি গাঁও। বৰ্তমান কোঁচ ডিব্ৰুগড় জিলাৰ কুমাৰণীছিগা তিনিআলিৰ বাসিন্দা। কলা বিভাগৰ স্নাতক কোঁচ অৱসৰপ্ৰাপ্ত আৰক্ষী অধীক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—কবিতাপুথি ঃ 'মৃত্যুও এক আনন্দ' (১৯৮৭) আৰু 'অন্তৰংগ আলাপ' (২০০৩)। আধুনিক গীতৰ পুথি ঃ 'গীত স্বৰ্ণ' (১৯৯০), 'তুমি আহিবা শেৱালি ফুলাৰ বাটেৰে' (২০০৩)। বিয়ানামৰ পুথি —'সৃষ্টিৰ আনন্দময় উৎসৱ বিয়া আৰু বিয়া নাম' (২০০৫)। 'অসমীয়া ভাষাৰ অলংকাৰ ফকৰা-যোজনা' (১৯৯০) আৰু 'শ্ৰীমন্ত শংকৰদেৱৰ লীলা ৰহস্য' (২০০৯)।

**জ্যোতি বৰগোহাঁই (জন্ম ঃ ১১ ফেব্ৰুৱাৰী, ১৯৪৬ খ্ৰী.)**

জ্যোতি বৰগোহাঁইৰ জন্মস্থান ডিব্ৰুগড় জিলাৰ লেঙেৰী বজাৰ, গন্ধিয়া গাঁও। বৰ্তমান তেওঁ ডিব্ৰুগড় জিলাৰ বৈৰাগীমঠৰ বাসিন্দা। স্নাতকোত্তৰ ডিগ্ৰীধাৰী বৰগোহাঁই ডিব্ৰু মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষা। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'অদিতি চলিহাৰ অলিখিত জীৱন গাঁথা' (গল্প সংকলন, ২০০৮) আৰু 'গেজেট আইতাৰ চহৰ দৰ্শন' (হাস্য ব্যংগ ৰচনা সংকলন)।



**জ্যোতিকা শৰ্মা (জন্ম ঃ ১৯ এপ্ৰিল, ১৯৪৩ খ্ৰী.)**

নগাঁও জিলাত জন্ম লাভ কৰা জ্যোতিকা শৰ্মা এগৰাকী কবি। তেওঁৰ প্ৰকাশিত দুখন কবিতাপুথি হ'ল—'হৃদয়ৰ জ্যোতিকণা' (২০০৬) আৰু 'হৃদয়ৰ সুবাস' (২০০৭)। ইয়াৰোপৰি লেখিকাৰ কবিতা, গল্প, প্ৰবন্ধ আদি বাতৰি কাকত, আলোচনী আদিত প্ৰকাশ পাই আহিছে।

## ট

**টংক কোঁৱৰ (জন্ম ঃ ১ এপ্ৰিল, ১৯৪৭ খ্ৰী.)**

টংক কোঁৱৰৰ জন্মস্থান গোলাঘাট জিলাৰ যোগিবাৰী গাঁও। বৰ্তমান তেওঁ কাৰ্বি আংলং জিলাৰ বৈঠালাংছুৰ বাসিন্দা। কলা বিভাগৰ স্নাতক কোঁৱৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল— 'বিশ্বৰ সাতটি প্ৰাচীন আশ্চৰ্য' (শিশু সাহিত্য), 'এ নিউ লাৰ্নাৰছ্ কম্পজিচন' (স্কুলৰ পাঠ্যপুথি), 'জীৱ-জন্তুৰ সাধু' (শিশু সাহিত্য) আৰু 'বিশ্বৰ নিৰ্বাচিত শ্ৰেষ্ঠ গল্প' (যুটীয়াভাৱে অনূদিত গ্ৰন্থ)।

**টিকেন নাথ (জন্ম ঃ ২১ মাৰ্চ, ১৯৪৯ খ্ৰী.)**

টিকেন নাথৰ জন্মস্থান বৰপেটা জিলাৰ মাদুলীঝাৰ। বৰনগৰ মহাবিদ্যালয়ৰ পৰা ১৯৭৩ খ্ৰীষ্টাব্দত স্নাতক ডিগ্ৰী লাভ কৰা নাথ বৰনগৰ জুৰোৰাম পাঠক উচ্চতৰ মাধ্যমিক আৰু বহুমুখী বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত সহ-শিক্ষক (২০০৯ খ্ৰী.)। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'মোজাম্মিল আৰু চকুলো' (সংগীতালেখ্য, ১৯৭৪), 'কণ্ঠশিল্পী জয়ন্ত হাজৰিকা' (সংগীতালেখ্য, ১৯৭৫), 'অমৃতৰ সন্ধানত' (স্বনিৰ্বাচিত কবিতা সংকলন, ১৯৭৭), 'জনমে জনমে তোমাৰ প্ৰেমেৰে' (আধুনিক গীতৰ সংকলন, ১৯৭৮) আৰু 'ফুল নহয়, তেজৰঙা হৃদয়' (কবিতা সংকলন, ২০০৮)।

**টিপেশ্বৰ গগৈ (জন্ম ঃ ৩০ জানুৱাৰী, ১৯৫০ খ্ৰী.)**

টিপেশ্বৰ গগৈৰ জন্মস্থান শিৱসাগৰ জিলাৰ ন-পাম, বাৰুৱতী। প্ৰাথমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক গগৈৰ প্ৰকাশিত কাব্য সংকলন দুখন হ'ল—'দুখৰ উপত্যকাত মোৰ কবিতাৰ ফুল' (১৯৯৫) আৰু 'এপিয়লা হেঙুলী আকাশ' (১৯৯৬)।



## ড

**ডম্বৰুধৰ গোস্বামী ফুকন (জন্ম ঃ ৯ এপ্ৰিল, ১৯৪৭ খ্ৰী.)**

ডম্বৰুধৰ গোস্বামীৰ জন্মস্থান বৰপেটা জিলাৰ সৰভোগৰ আহোমপথাৰ। প্ৰৱেশিকা আৰু নৰ্মাল প্ৰশিক্ষণ পৰীক্ষাত উত্তীৰ্ণ গোস্বামী ১৯৬৮ খ্ৰীষ্টাব্দৰ পৰা ১৯৬৯ খ্ৰীষ্টাব্দলৈ কামৰূপ জিলাৰ ৰঙামাটি এম. ই স্কুলত আৰু ১৯৬৯ খ্ৰীষ্টাব্দৰ পৰা বৰপেটা জিলাৰ চকচকা চৰকাৰী মজলীয়া বিদ্যালয়ত শিক্ষক হিচাপে চাকৰি কৰি ২০০৬ বৰ্ষত অৱসৰ গ্ৰহণ কৰে। তেখেতৰ প্ৰকাশিত পুথিকেইখন—'প্ৰাণৰ পাপৰি' (কবিতা, ১৯৭১), 'সাধুকথাৰ কৰণি' (সাধু কথা সংগ্ৰহ, ১৯৮১), 'শ্ৰীশ্ৰী দামোদৰ দেৱ জ্যোতি' (সম্পাদিত, ১৯৯৫)। ইয়াৰোপৰি গোস্বামীয়ে কেবাখনো আলোচনী আৰু স্মৃতিগ্ৰন্থও সম্পাদনা কৰে। তেখেতৰ ভালেমান লেখা আলোচনী, বাতৰি কাকত আদিত সিঁচৰতি হৈ আছে।

**ডালিমী চলিহা (জন্ম ঃ ১০ জুলাই, ১৯৪০ খ্ৰী.)**

ডালিমী চলিহাৰ জন্মস্থান গোলাঘাট জিলাৰ কালুগাঁও। স্নাতকোত্তৰ ডিগ্ৰীধাৰী চলিহা অৱসৰপ্ৰাপ্ত অধ্যাপিকা। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'সুখ সুখ বুলি মানুহ বলিয়া' (২০০২) আৰু 'আবৃতি কৰোঁ আঁহা'। বিভিন্ন কাকত-আলোচনীত চলিহাৰ লেখা প্ৰকাশ পাইছে।

**ডিম্বেশ্বৰ বৰা (জন্ম ঃ ১ ফেব্ৰুৱাৰী, ১৯৪১ খ্ৰী.)**

ডিম্বেশ্বৰ বৰাৰ জন্মস্থান নগাঁও জিলাৰ আমোলাপট্টি। বৰাই নগাঁও মহাবিদ্যালয়ৰ পৰা ১৯৬২ খ্ৰীষ্টাব্দত স্নাতক আৰু ১৯৭৩ খ্ৰীষ্টাব্দত বি. টি. ডিগ্ৰী লাভ কৰে। ১৯৯৫ খ্ৰীষ্টাব্দত বঢ়মপুৰ শ্বহীদ স্মৃতি আদৰ্শ উচ্চ মাধ্যমিক বিদ্যালয়ৰ পৰা অধ্যক্ষ পদত কাৰ্যভাৰ গ্ৰহণ কৰি বৰাদেৰে ১৯৯৯ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে। তেওঁৰ একমাত্ৰ প্ৰকাশিত প্ৰবন্ধ পুথিখন হ'ল—'অৰ্দ্ধ আকাশ আৰু অন্যান্য'।

**ডিম্বেশ্বৰ শইকীয়া (জন্ম ঃ ১০ মে', ১৯৪৩ খ্ৰী.)**

প্ৰয়াত ডিম্বেশ্বৰ শইকীয়াৰ জন্মস্থান দৰং জিলাৰ ছিপাঝাৰ, হালধা। ১৯৭৬ খ্ৰীষ্টাব্দত শইকীয়াই গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা কলা শাখাৰ স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। খাৰুপেটীয়া উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত ভাৰপ্ৰাপ্ত অধ্যক্ষ প্ৰয়াত ডিম্বেশ্বৰ শইকীয়াই ২০০৫ বৰ্ষত দলিত সাহিত্য অকাডেমীৰ দ্বাৰা ড° বাবাচাহেব আম্বেদকাৰ ফেল'শ্বিপ বঁটা লাভ কৰে। ড° শইকীয়াৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ধৰ্ম, ঈশ্বৰ আৰু মানুহ' (সমালোচনামূলক গ্ৰন্থ, ১৯৮৯), 'মঙলদৈ সাহিত্য ভৱন ইতিবৃত্ত', 'কিৰাত ঐতিহ্যৰ সাধক শ্বহীদ বিচুৰাম বড়ো' আদি। সম্পাদিত পুথি—'সাহিত্য জেউতি' (১৯৭৮), 'শিক্ষা জেউতি', 'যুগ অভিযাত্ৰী' (২০০৪), 'গজেন্দ্ৰনাথ চহৰীয়াৰ জীৱন আৰু কৃতী' (২০০৩), 'দৰং জেউতি' (৩য় খণ্ড), 'আলোকৰ সন্ধানত', 'দৰঙী শব্দকোষ', 'দৰঙৰ ইতিহাস', 'জীৱনী কোষ', 'খাৰুপেটীয়া ৰেঙণি', 'পেঞ্চনাৰ সংবাদ', 'যুগ-অভিযাত্ৰী' (সংকলন আৰু সম্পাদনা, ২০০৪) আদি।

**ডিম্বেশ্বৰ কাকতি (জন্ম ঃ ৩০ জুন, ১৯৪১ খ্ৰী.)**

ডিম্বেশ্বৰ কাকতিৰ জন্মস্থান নগাঁও জিলাৰ দেউৰী ছিলাবন্ধা। স্নাতক আৰু বি. টি. ডিগ্ৰীধাৰী কাকতিয়ে ১৯৯৯ খ্ৰীষ্টাব্দত কলিয়াবৰ উচ্চতৰ মাধ্যমিক ব্যিদালয়ৰ পৰা অধ্যক্ষ হিচাপে অৱসৰগ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'হিন্দু ধৰ্মৰ ৰূপৰেখা', 'হিন্দু ধৰ্ম' (শাক্ত, শৈৱ, বৈষ্ণৱ তথা নাম ধৰ্ম বিষয়ক, ২০০৬) আৰু 'শ্ৰীশ্ৰীনন্দিকেশ্বৰ দেৱালয়' (শৈৱ ধৰ্ম, ২০০৭)।



## ত

**তনুৰাম চহৰীয়া (জন্ম ঃ ১৯৪০ খ্ৰী.)**

তনুৰাম চহৰীয়াৰ জন্মস্থান দৰং জিলাৰ বুঢ়া গাঁও। মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ চহৰীয়া অৱসৰপ্ৰাপ্ত চৰকাৰী কৰ্মচাৰী। তেওঁৰ একমাত্ৰ প্ৰকাশিত উপন্যাসখন হ'ল—'হিয়াৰ জুই'।

**তৰুণ বৰুৱা (জন্ম ঃ ১ মাৰ্চ, ১৯৪৭ খ্ৰী.)**

তৰুণ বৰুৱাৰ জন্মস্থান শোণিতপুৰ জিলাৰ গহপুৰ, জালুকবাৰী। জামুগুৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৰ্থনীতি বিভাগৰ বিষয় শিক্ষক হিচাপে অৱসৰ গ্ৰহণ কৰা বৰুৱাৰ প্ৰকাশিত কবিতাপুথিখন হ'ল—'আখৈ ফুলৰ অন্ন' (২০০৪)।

**তৰুণ শইকীয়া (জন্ম ঃ ২৩ জুন, ১৯৪৫ খ্ৰী.)**

তৰুণ শইকীয়াৰ জন্মস্থান শোণিতপুৰ জিলাৰ বিশ্বনাথ চাৰিআলি, কোচগাঁও। স্নাতকোত্তৰ ডিগ্ৰীধাৰী শইকীয়া অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'গোবৰধন চৰিত' (১৯৮৩)। এই নাটখন সৰ্বভাৰতীয় অনাতাঁৰ নাট প্ৰতিযোগিতাত পুৰস্কৃত হয় (১৯৮১)।

**তাৰিণীকান্ত দাস (জন্ম ঃ ১৪ নবেম্বৰ, ১৯৪৩ খ্ৰী.)**

তাৰিণীকান্ত দাসৰ জন্মস্থান গোৱালপাৰা জিলাৰ খুটাবাৰী। গোৱালপাৰা খুটাবাৰী প্ৰাথমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক দাসৰ একমাত্ৰ প্ৰকাশিত একাংকিকা নাটকখন হ'ল—'যুগধৰ্ম' (২০০৯)।

**তাৰিণীকান্ত বৈশ্য (জন্ম ঃ ১ মাৰ্চ, ১৯৪৩ খ্ৰী.)**

তাৰিণীকান্ত বৈশ্যৰ জন্মস্থান কামৰূপ জিলাৰ গড়েবৰী। সম্প্ৰতি মিৰ্জা নিবাসী তাৰিণীকান্ত বৈশ্য এজন অনুবাদক। মিৰ্জা ছোৱালী হাইস্কুলৰ অৱসৰপ্ৰাপ্ত শিক্ষক বৈশ্যৰ প্ৰকাশিত দুখন অনুবাদ গ্ৰন্থ হ'ল—

'শাস্ত্ৰৰ বৈজ্ঞানিক বিশ্লেষণ' (মূল ঃ উমেশচন্দ্ৰ দেৱ, ১৯৯৫) আৰু 'গান্ধীবাদৰ নৱ মূল্যায়ন' (মূল ঃ সুপ্ৰাশ ৰায়, ১৯৯৭)।

**ড° তিলোত্তমা মিশ্ৰ (জন্ম ঃ ১৯৪৭ খ্ৰী.)**

যশস্বী লেখিকা ড° তিলোত্তমা মিশ্ৰৰ জন্মস্থান শ্বিলং। স্নাতকোত্তৰ ডিগ্ৰীধাৰী মিশ্ৰ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। মিশ্ৰৰ প্ৰকাশিত পুথিকেইখন হ'ল—'Literature and Society in Assam, A Study of the Assamese Renaissance 1826-19', 'লৌহিত্য-সিন্ধু' (১৯৯৭), 'স্বৰ্ণলতা'ৰ বাবে সাহিত্য অকাডেমী বঁটা (১৯৯১) লাভ কৰে।

**তীৰ্থ ফুকন (জন্ম ঃ ১৯৪২ খ্ৰী.)**

জন্মস্থান শিৱসাগৰ জিলাৰ লাইছেং গাঁও। অসম চৰকাৰৰ তথ্য আৰু জনসংযোগ বিবাগৰ বিষয়া হিচাপে তীৰ্থ ফুকনে অৱসগ গ্ৰহণ কৰে। তেখেতৰ প্ৰকাশিত পুথি হ'ল—'চিনাকি গাঁৱৰ গীত', 'বৰআলিৰ বেলি পকা', 'মাটিৰ গান আৰু মানুহৰ কবিতা' (অনুবাদ)।

**তুলসী নেওগ (জন্ম ঃ ১ এপ্ৰিল, ১৯৪২ খ্ৰী.)**

তুলসী নেওগৰ জন্মস্থান শিৱসাগৰ জিলাৰ খৰীয়াভেটী গাঁও। ২০০০ খ্ৰীষ্টাব্দত নেওগে থাৰ্মেল হাইস্কুলৰ পৰা অৱসৰ গ্ৰহণ কৰে। সমসাময়িক কাকত-আলোচনীত তেওঁৰ একাধিক প্ৰবন্ধ-পাতি প্ৰকাশিত হৈছে। তুলসী নেওগদেৱে ২০০৭-২০০৯ খ্ৰীষ্টাব্দলৈ শিৱসাগৰ জিলা সাহিত্য সভাৰ জিলা কাৰ্যনিৰ্বাহকৰ সদস্য, বৰুৱানগৰ শাখা সভাৰ সভাপতিৰ পদ শুৱনি কৰিছিল।

**তুলসীচৰণ নাথ (জন্ম ঃ ২৩ মাৰ্চ, ১৯৪৮ খ্ৰী.)**

তুলসীচৰণ নাথৰ জন্মস্থান গোৱালপাৰা জিলাৰ বগুৱান। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ আৰু বি. টি. ডিগ্ৰীধাৰী নাথ অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ হিন্দীত প্ৰবীণ ডিগ্ৰী লাভ কৰে। বৰদামাল হাইস্কুলৰ অৱসৰপ্ৰাপ্ত



প্ৰধান শিক্ষক নাথৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'কি নামে বান্ধিলা ভেটি' (উপন্যাস, ১৯৯৯), 'বিহুতলীৰ আশীৰ্বাদ' (গল্প সংকলন, ২০০৩) আৰু 'জন্ম মোৰ প্ৰতি প্ৰভাতে প্ৰভাতে' (কবিতা সংকলন, ২০০৬)।

**তুলু ভট্টাচাৰ্য (জন্ম ঃ ১ ফেব্ৰুৱাৰী, ১৯৪৪ খ্ৰী.)**

তুলু ভট্টাচাৰ্যৰ জন্মস্থান ডিব্ৰুগড় জিলাৰ নাহৰকটীয়াৰ শালমাৰী। সম্প্ৰতি ভট্টাচাৰ্য গুৱাহাটী মহানগৰীৰ বশিষ্ঠ, মৈদাম বাকৰাপাৰাৰ বাসিন্দা। অভিযান্ত্ৰিক স্নাতক তুলু ভট্টাচাৰ্য অসম ৰাজ্যিক বিদ্যুৎ পৰিষদৰ অৱসৰপ্ৰাপ্ত অধীক্ষক। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'শিল পৰা কপৌ' (গল্প, ২০০৯)।

**তুৰাৰাম ডেকা (জন্ম ঃ ১ এপ্ৰিল, ১৯৪২ খ্ৰী.)**

তুৰাৰাম ডেকাৰ জন্মস্থান দৰং জিলাৰ শইকীয়াপাৰা। ১৯৬৯ খ্ৰীষ্টাব্দত কলা শাখাৰ স্নাতক ডিগ্ৰী লাভ কৰা ডেকা অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ৰচনা চয়ন' (পাঠ্যপুথি, ১৯৭৯), 'অস্তাচলৰ প্ৰচ্ছায়াত' (কাব্য পুথি, ১৯৯৯), 'গুৰু-ভক্তি' (ভক্তিমূলক নাটক, ২০০৪), 'ভকতি প্ৰসাদ' (কাব্য নাটিকা, ২০০৮) আৰু 'সন্ধানৰ ছাঁ-পোহৰত ঃ শইকীয়াপাৰা' (বুৰঞ্জী, ২০০৯)।

**তোমেশ্বৰ চেতিয়া (জন্ম ঃ ১৯৪৬ খ্ৰী.)**

তোমেশ্বৰ চেতিয়াৰ জন্মস্থান লখিমপুৰ। ইংৰাজী সাহিত্যৰ স্নাতকোত্তৰ চেতিয়াই ঘিলামৰা নৰ্থবেংক মহাবিদ্যালয়ৰ ইংৰাজী বিভাগৰ অধ্যাপকৰূপে অৱসৰ গ্ৰহণ কৰে। কবিতা, গল্প, উপন্যাস, প্ৰবন্ধ আদি সাহিত্যৰ বিভিন্ন দিশলৈ আগবঢ়োৱা তেওঁৰ অৱিহণা অপৰিসীম। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—কবিতা সংকলন ঃ 'ফাগুণ অনাৰ বাবে', 'শ্ৰদ্ধাঞ্জলি এঙ্গেলছ' আৰু 'লেনিন'। গল্প সংকলন ঃ হেৰুৱা স্বপ্নৰ মায়া', 'খোলা খিৰিকীৰে ধুমুহা'। উপন্যাস ঃ 'জীৱনে জীৱনে জুই', 'তেজৰ আখৰে লেখা', 'লৌহ পিঞ্জৰ'। আলোচনামূলক গ্ৰন্থ ঃ 'বিপ্লৱী শিল্পতত্ত্বৰ

আভাস', 'কবিতাৰ বিপ্লৱী ধাৰা', সাহিত্য আলোচনা 'দেশী বিদেশী' আৰু 'সাহিত্য'।

**তোষেশ্বৰী নেওগ ফুকন (জন্ম ঃ ২৫ ফেব্ৰুৱাৰী, ১৯৫০ খ্ৰী.)**

তোষেশ্বৰী নেওগ ফুকনৰ জন্মস্থান শিৱসাগৰ জিলাৰ দেওধাই গাঁও। প্ৰৱেশিকা আৰু নৰ্মাল পৰীক্ষাত উত্তীৰ্ণ নেওগ ৩৮০ নং ম'ৰাবজাৰ মোক্তাব প্ৰাথমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষয়িত্ৰী। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'নিসংগ পখীৰ গান' (১৯৯২), 'জাহ্নৱী' (কবিতা, ১৯৯৩), 'নাৰী কাননৰ ভিন্ন সুবাস' (মহিয়সী নাৰীৰ কাহিনী, ১৯৯৯), 'সময়ৰ স'তে আত্মীয়তা' (কবিতা), 'কুইজ কানন' আৰু 'সেন্দুৰীয়া বাট' (২০০৯)।

**ত্ৰৈলোক্যনাথ শৰ্মা (জন্ম ঃ ১৯৪৫ খ্ৰী.)**

ত্ৰৈলোক্য নাথ শৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ মাখিবাহা। বৰ্তমান তেওঁ নলবাৰী জিলাৰ টিহু নগৰ, ১নং ৱাৰ্ড, বিদ্যানগৰ নিবাসী। কৃষি বিভাগৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী শৰ্মাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'কামৰূপী লোকগীত প্ৰবাহ' (১৯৯৩, ১৯৯৪), 'প্ৰেম আৰু লালসা' (উপন্যাস, ২০০৯) আৰু 'লোকগীত জিকিৰ আৰু জাৰী' (২০০৬)।



# থ

**থানেশ্বৰ দাস (জন্ম ঃ ১ মাৰ্চ, ১৯৪১ খ্ৰী.)**

থানেশ্বৰ দাসৰ জন্মস্থান বঙাইগাঁও জিলাৰ চলন্তপাৰা। স্নাতক, আৰু বি. টি. ডিগ্ৰীধাৰী দাস যোগীঘোপা হাইস্কুলৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'পুণ্যতীৰ্থ যোগীঘোপা' (১৯৯৯), 'হৰেন্দ্ৰনাথ কলিতাৰ জীৱনী', 'সত্ৰ সংস্কৃতিৰ এচেৰেঙা' আৰু 'মঞ্চৰ মণিৰাম ডাঃ অন্নদাচৰণ দাস' (১৯৯৬)।

**থুনু কলিতা (জন্ম ঃ ১ ডিচেম্বৰ, ১৯৪৯ খ্ৰী.)**

থুনু কলিতাৰ জন্মস্থান নগাঁও জিলাৰ পুৰণিগুদাম। স্নাতকোত্তৰ আৰু বি. টি. ডিগ্ৰী লাভ কৰা কলিতা অৱসৰপ্ৰাপ্ত অধ্যাপিকা। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'গান্ধ বিৰিণাৰ সুবাস' (২০০৯) আৰু 'গল্প মঞ্জুৰী' (সম্পাদিত, ২০১০)। ইয়াৰোপৰি লেখকৰ ভালেমান প্ৰবন্ধ আৰু কবিতা প্ৰকাশ পাইছে।

**থুলেশ্বৰ বৰপাত্ৰগোহাঁই (জন্ম ঃ ১ মে', ১৯৪২ খ্ৰী.)**

থুলেশ্বৰ বৰপাত্ৰগোহাঁইৰ জন্মস্থান শিৱসাগৰ জিলাৰ মাউতগাঁও। স্নাতক আৰু বি. টি. ডিগ্ৰী লাভ কৰা বৰগোহাঁই বাঁহগড় উচ্চ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক।। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'দুৰ্দ্ধৰ্ষ' (গল্প সংকলন) আৰু 'লুইত ধীৰে বৈ যায়' (কবিতাপুথি)।

# দ

**দণ্ডেশ্বৰ গগৈ (জন্ম ঃ ৪ অক্টোবৰ, ১৯৪৪ খ্ৰী.)**

দণ্ডেশ্বৰ গগৈৰ জন্মস্থান শিৱসাগৰ জিলাৰ চেৰেকাপাৰা, খেশৰা গাঁও। জলসিঞ্চন বিভাগৰ অৱসৰপ্ৰাপ্ত মুখ্য সহায়ক শ্ৰী গগৈৰ প্ৰকাশিত পুথিকেইখন হ'ল—'চতুৰ্ভূজ' (কবিতাপুথি, ১৯৮৯), 'উপহাৰ' (কবিতাপুথি, ১৯৯০) আৰু 'মন বননিত অশ্ৰু বন্যা' (২০০৩)।

**দাসো কলিতা (জন্ম ঃ ৩১ নবেম্বৰ, ১৯৫০ খ্ৰী.)**

দাসো কলিতাৰ জন্মস্থান নলবাৰী জিলাৰ মাধৱপুৰ, বৰমা। বৰ্তমান তেওঁ গুৱাহাটীৰ গনেশ নগৰৰ বাসিন্দা। স্নাতক ডিগ্ৰী লাভ কৰা কলিতাই আইন বিষয়ৰ অধ্যয়ন কৰিছিল। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল— 'এখন চিঠি কাৰাগাৰৰ পৰা' (গল্প সংকলন, ১৯৯৩), 'লাজ' (গল্প, ১৯৯৬), 'বাস্তৱ অবাস্তৱ' (গল্প, ২০০৩), 'খোলাকটিৰ তাল' (হাস্য-ব্যংগ, ২০০৭)। তেওঁৰ কেইবাখনো নাটক, তথ্যচিত্ৰ অনাতাঁৰ আৰু দূৰদৰ্শন কেন্দ্ৰযোগে সম্প্ৰচাৰিত হৈছে।

**দিনেশ শৰ্মা (জন্ম ঃ ১ মে', ১৯৪৫ খ্ৰী.)**

দিনেশ শৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ কালাগ, সোণকুৰীয়া। অসমীয়া সাহিত্যৰ স্নাতকোত্তৰ ডিগ্ৰীধাৰী শ্ৰীযুত শৰ্মা অসম চৰকাৰৰ প্ৰথম শ্ৰেণীৰ ৰাজপত্ৰিত বিষয়া আছিল। বৰ্তমান খাৰঘুলি নিবাসী শৰ্মাৰ প্ৰকাশিত পুথিসমূহ হ'ল— কবিতাপুথি ঃ 'ভাব কাব্য' (১৯৯৫) আৰু 'সংলাপ আৰু প্ৰলাপ' (১৯৯৮)। গল্পপুথি ঃ 'নৈয়ে এৰা সুঁতি' (১৯৬৮), 'সেই ৰূপ অপৰূপ' (১৯৭০), 'গল্পৰ গাছপেৰা' (১৯৯১), 'মৰম প্ৰপাত' (১৯৯২), 'লোকা-পাগলী' (১৯৯৪), 'মজাৰ গল্প' (১৯৯৭), 'দিনেশ শৰ্মাৰ নিৰ্বাচিত গল্প' (২০০৩), 'দিনেশ ভালে আছানে' (ব্যংগ গল্প, ২০০৩)। উপন্যাস ঃ 'কাণে কাণে কৈ যাওঁ' (১৯৬৭), 'পলৰীয়া মেঘ' (১৯৭৩), 'আপোনজন' (১৯৮২), 'কণিকা উপন্যাস পঞ্চমা' (১৯৯৫), 'কালগ্ৰস্ত' (২০০৩) আৰু 'কদমপি' (২০০৫)। শিশুপুথি ঃ 'মাউখে ওপঙি যাম (শিশু উপন্যাস), 'নিকিমণিৰ চিকিমিকি' (শিশু গল্প, ১৯৯০) আদি। অন্যান্য গ্ৰন্থ ঃ 'এনেদৰে' (প্ৰবন্ধ, ১৯৯২), 'কবি সখা' (১৯৯৫), 'বিক্ষিপ্ত বিহাৰ' (প্ৰবন্ধ, ২০০২), 'চক্ৰ অনুভৱ' (সম্পাদনা, ২০০৬), 'আমেৰিকা আমেৰিকা' (ভ্ৰমণ কাহিনী, ২০০৭), 'পলাবলৈ পথ নাই' (২০১০), 'আজান' (সম্পাদনা, ১৯৯৩, ১৯৯৪, ১৯৯৫) আৰু 'বিহুৱান' (সম্পাদনা, ১৯৬৭)। ইয়াৰোপৰি লেখকৰ নেপালী আৰু বঙালী ভাষাতো গ্ৰন্থাদি প্ৰকাশ পাইছে। অসম চৰকাৰৰ সাহিত্যিক পেন্সন লাভ কৰা শ্ৰী শৰ্মা অসম সাহিত্য সভাৰ 'কলাগুৰু বিষ্ণুৰাভা' বঁটাৰে সন্মানিত।



**দিপালী শৰ্মা (জন্ম ঃ ৯ জানুৱাৰী, ১৯৪৬ খ্ৰী.)**

দিপালী শৰ্মাৰ জন্মস্থান গোৱালপাৰা জিলা। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'দুহেজাৰ চনলৈ বিয়াৰ বতৰা' (ৰম্য ৰচনা), 'আড়ম্বৰ' (ৰম্য ৰচনা), 'আইনা' (চুটিগল্প', 'অৱগাহন' (চুটিগল্প), 'আত্মজ' (চুটিগল্প) আৰু 'অপৰাজেয়' (চুটিগল্প)। অসম লেখিকা সংস্থাৰ লগত সক্ৰিয়ভাৱে জড়িত শ্ৰী শৰ্মাৰ আকাশবাণীৰ যোগেদি কিছু গল্প, প্ৰবন্ধ, ৰম্য ৰচনা আৰু কথিকা প্ৰচাৰ হৈছে।

**দিবাকৰ ডেকা (জন্ম ঃ ১৯৪৮ ', মৃত্যু ঃ ২০০৩ খ্ৰী.)**

দিবাকৰ ডেকাৰ জন্মস্থান ভূক্তাবাৰী, ছিপাঝাৰ, মঙলদৈ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা ডেকা অৱসৰপ্ৰাপ্ত শিক্ষক। লেখকৰ এখন কবিতা পুথি পোৱাৰ উপৰিও 'মহাপুৰুষ', 'শিশু মঞ্জুৰী' আদি আলোচনীৰো সম্পাদক আছিল।

**দিবাকৰ দাস (জন্ম ঃ ১ অক্টোবৰ, ১৯৪১ খ্ৰী.)**

দিবাকৰ দাসৰ জন্মস্থান কামৰূপ জিলাৰ পলাশবাৰী, শিঙিমাৰী। বৰ্তমান তেওঁ গোৱালপাৰা জিলাৰ বিষ্ণুনগৰৰ বাসিন্দা। ন্যায়িক বিভাগৰ অৱসৰপ্ৰাপ্ত চৰকাৰী কৰ্মচাৰী। লেখক সাংবাদিক শ্ৰী দাসৰ প্ৰকাশিত পুথি

নাই যদিও তেওঁৰ বহুতো প্ৰবন্ধ, গল্প, কবিতা, নিবন্ধ আদি বাতৰি কাকত, আলোচনীত প্ৰকাশ পাইছে।

**দিলীপকুমাৰ কাকতি (জন্ম : ১ জুন, ১৯৪১ খ্ৰী.)**

দিলীপকুমাৰ কাকতিৰ জন্মস্থান গুৱাহাটী মহানগৰ। তেওঁ ১৯৬১ খ্ৰীষ্টাব্দত কটন কলেজৰ পৰা বিজ্ঞান শাখাত স্নাতক, ১৯৬৩ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা বিজ্ঞান শাখাৰ স্নাতকোত্তৰ ডিগ্ৰী গ্ৰহণ কৰে। ১৯৬৪ খ্ৰীষ্টাব্দত তেওঁ কটন কলেজত চাকৰিত যোগদান কৰি ১৯৯৯ খ্ৰীষ্টাব্দত একেখন কলেজৰে অধ্যক্ষ হিচাপে অৱসৰ গ্ৰহণ কৰে। তদুপৰি শ্ৰী কাকতিদেৱে ১৯৮৪-১৯৮৬ বৰ্ষৰ যুৱকল্যাণ সঞ্চালকালয়ৰ উপ-সঞ্চালক, ১৯৯২-৯৫ খ্ৰীষ্টাব্দলৈ অসম মাধ্যমিক শিক্ষা সংসদৰ সচিব, ১৯৯৫-৯৬ খ্ৰীষ্টাব্দলৈ AHSEC-ৰ সচিব আৰু ১৯৯৫-৯৬ খ্ৰীষ্টাব্দত অধ্যক্ষ হিচাপেও কাৰ্যনিৰ্বাহ কৰিছিল। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'কবিতাৰ স্তৱক' (১৯৯৭), 'ইতিহাসৰ দাপোণত চিৰ সেউজীয়া কটন কলেজ' (১৯৯৭)।

**ড° দিলীপ ৰঞ্জন বৰঠাকুৰ (জন্ম : ২৫ মাৰ্চ, ১৯৪২ খ্ৰী.)**

ড° দিলীপৰঞ্জন বৰঠাকুৰৰ জন্মস্থান ডিব্ৰুগড় জিলা। পৰিসংখ্যা বিষয়ৰ স্নাতকোত্তৰ, সংগীতৰ স্নাতকোত্তৰ আৰু সংগীত শাস্ত্ৰৰ ডক্টৰেট ডিগ্ৰী লাভ কৰা ড° বৰঠাকুৰৰ প্ৰকাশিত পুথিকেইখন হ'ল—'তবলা বিজ্ঞান' (১৯৭৫), 'খোল বিজ্ঞান' (২০০৪), 'ডিবৰুপাৰৰ সংগীত' (২০০০), 'দি মিউজিক এণ্ড মিউজিকেল ইন্সট্ৰুমেণ্ট অব নৰ্থ-ইষ্ট', 'ভাৰতীয় সংগীত নাটক' (যুটীয়াভাৱে) আৰু 'সংগীত পৰিচয়' (যুটীয়াভাৱে)।

**দিলোৱাৰ হুছেইন (জন্ম : ১ ডিচেম্বৰ, ১৯৪৯ খ্ৰী.)**

দিলোৱাৰ হুছেইনৰ জন্মস্থান গোৱালপাৰা জিলাৰ ধুপধৰা, বৰদল। কৃষি বিভাগৰ স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা হুছেইন অসম কৃষি বিভাগৰ অৱসৰপ্ৰাপ্ত মহকুমা কৃষি বিষয়া। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'আগ-পাছ' (ধেমেলীয়া নাটিকা)। সম্পাদিত পুথি—'প্ৰগতি', 'নৱনিধি', 'স্মৃতিগ্ৰন্থ', 'গোৱালপাৰা দৰ্পণ', 'সাফল্যৰ এবছৰ' ইত্যাদি।



**দীনবৰ কলিতা (জন্ম : ১ ছেপ্টেম্বৰ, ১৯৫০ খ্ৰী.)**

শ্ৰী দীনবৰ কলিতাৰ জন্মস্থান কামৰূপ জিলাৰ পছৰীয়া। স্নাতক ডিগ্ৰী লাভ কৰা কলিতাৰ প্ৰকাশিত একমাত্ৰ কবিতাপুথিখন হ'ল—'হৃদয়ৰ বিননি' (২০০৩)।

**দীনবন্ধু শৰ্মা (জন্ম : ১ এপ্ৰিল, ১৯৪৯ খ্ৰী.)**

দীনবন্ধু শৰ্মাৰ জন্মস্থান দৰং জিলাৰ ভুক্তাবাৰী, গোবিন্দ ধাম। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'দৰঙী লোককৃষ্টি নাঙেলী গীত'।

**দীনমাধৱ বৰা (জন্ম : ৫ নবেম্বৰ, ১৯৪৩ খ্ৰী.)**

দীনমাধৱ বৰাৰ জন্মস্থান গোলাঘাট জিলাৰ কাকডোঙা, কুকুৰাপুহীয়া গাঁও। সত্ৰীয়া নৃত্য বিশাৰদ বৰা বাতিপৰীয়া বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত দুখন গীতৰ পুথি হ'ল—'নিৰিবিলি জোনাকৰ গান' (২০০৭) আৰু 'জোনাকত ভাঁহি অহা সুৰ' (২০০৯)।

**ডাঃ দীনেশ শৰ্মা (জন্ম : ২৮ জুন, ১৯৫০ খ্ৰী.)**

ডাঃ দীনেশ শৰ্মাৰ জন্মস্থান শোণিতপুৰ জিলাৰ চেচা চাহ বাগিচা। বৰ্তমান তেওঁ চিৰাং জিলাৰ বাসিন্দা। অসম চিকিৎসা মহাবিদ্যালয়ৰ স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা শৰ্মা বঙাইগাঁও শোধনাগাৰৰ চিকিৎসালয়ৰ চিকিৎসক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মাৰ্চেণ্ট অব ভেনিচ' (অসমীয়া অভিযোজনা, ১৯৯২), 'জুলিয়াচ চিজাৰ' (অসমীয়া অভিযোজনা, ১৯৯২), 'তেজে ধোঁৱা জালিয়ানাবাগ' (বুৰঞ্জীমুলক নাটক, ২০০৩) আৰু 'ছাহজাদী' (বুৰঞ্জীমুলক নাটক, ২০০৩)।

**ড° দীনেশচন্দ্ৰ গোস্বামী (জন্ম : ১ মাৰ্চ, ১৯৪৯ খ্ৰী.)**

গুৱাহাটী বি. বৰুৱা মহাবিদ্যালয়ত পদাৰ্থ বিজ্ঞানৰ অধ্যাপকৰূপে কৰ্ম জীৱন আৰম্ভ কৰি ড° গোস্বামীদেৱে কটন মহাবিদ্যালয়ত শিক্ষকতা কৰে।

১৯৭৬ খ্ৰীষ্টাব্দত পি. এইচ. ডি ডিগ্ৰী লাভ কৰি যোৰহাটৰ আঞ্চলিক গৱেষণাগাৰত বিজ্ঞানীৰূপে যোগদান কৰি ড° গোস্বামীদেৱ উক্ত গৱেষণাগাৰৰ উপ-সঞ্চালকৰূপে কাৰ্যনিৰ্বাহ কৰি অৱসৰ গ্ৰহণ কৰিছে। বিজ্ঞান পুথিৰ বাবে নেছনেল বুক ট্ৰাষ্ট, অসম সাহিত্য সভা আদি অনুষ্ঠানৰ দ্বাৰা গোস্বামী পুৰস্কৃত হয়। গণ মাধ্যমসমূহত বিজ্ঞানৰ সৰ্বোকৃষ্ট উপস্থাপনৰ বাবে ১৯৯৭ খ্ৰীষ্টাব্দত ৰাষ্ট্ৰীয় বঁটা লাভ কৰে। বিজ্ঞান অনুধাৱন কাৰ্যক্ৰম, প্ৰকল্প প্ৰস্তুতি আৰু নিৰ্দেশনাৰে ভাৰতৰ পূৰ্বাঞ্চলৰ ডেৰশৰো অধিক বিদ্যালয়ৰ দুহাজাৰতকৈয়ো অধিক ছাত্ৰ-ছাত্ৰী আৰু শিক্ষকক বৈজ্ঞানিক দৃষ্টিভংগী গ্ৰহণৰ প্ৰতি আগ্ৰহী কৰিবলৈ প্ৰশিক্ষণ দিয়া কাৰ্যৰ বাবে গোস্বামীয়ে ৰাষ্ট্ৰীয় স্বীকৃতি লাভ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—বিজ্ঞান ভিত্তিক গল্প-উপন্যাস ঃ 'ভদ্ৰতামাপক যন্ত্ৰ' (১৯৮৫), 'পৰ্টেবোল স্মেল এবচৰ্বাৰ' (১৯৮৬), 'টাইটনৰ অভিযান' (১৯৯১), 'এজাক জোনাকীৰ জিলিকনি' (১৯৯২), 'শব্দ শব্দ নিৰন্তৰ' (১৯৯২), 'উষ্ম প্ৰবাহ' (১৯৯৩) আৰু 'এক তৰংগৰ দৰে' (১৯৯৫)। বিজ্ঞান ভিত্তিক গ্ৰন্থ ঃ 'মানুহ আৰু মহাকাশ' (১৯৭৬), 'বিশ্ব ব্ৰহ্মাণ্ড' (১৯৭৭) 'সংযোগ' (১৯৭৯), 'বতৰ' (১৯৭৭), 'শব্দ' (১৯৮৫), 'আমাৰ বেলিটো' (১৯৮৮), 'কম্পিউটাৰ' (১৯৯৫), 'মহাকাশ অভিযান' (১৯৯৬), 'জোন বেলি তৰা' (১৯৯৯) আৰু 'বিজ্ঞানৰ বিচিত্ৰ জগত' (১৯৯১)। অনূদিত গ্ৰন্থ ঃ 'দানাপানী', 'সাগৰৰ তলীয়েদি কুৰি হাজাৰ লীগ', 'টেলিভিছন', 'টেলিফোন', 'কাইলৈ এনে ঘটিছিল', '২০০১ স্পেছ অডিছি' আৰু 'ভূগৰ্ভৰ কেন্দ্ৰলৈ যাত্ৰা'।

**দীনেশ্বৰ শৰ্মা (জন্ম ঃ ১ মাৰ্চ, ১৯৪৩ খ্ৰী.)**

দীনেশ্বৰ শৰ্মাৰ জন্মস্থান কামৰূপ জিলাৰ কুলহাটী। স্নাতক ডিগ্ৰী লাভ কৰা শৰ্মা অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মেঘে ঢকা সূৰ্য' (কবিতা, ১৯৯৩), 'প্ৰতিধ্বনি' (চুটিগল্প, ১৯৯৪), 'অন্তৰায়' (চুটিগল্প, ১৯৯৬) আৰু 'ত্ৰিধাৰা' (গল্পাংশ, ১৯৯৭)।

**ড° দীপক কুমাৰ বৰকাকতী (জন্ম ঃ ৬ ডিচেম্বৰ, ১৯৪৮ খ্ৰী.)**

ড° দীপক কুমাৰ বৰকাকতীৰ জন্মস্থান নগাঁও জিলাৰ ৰহা। সম্প্ৰতি ড° বৰকাকতি মিজোৰামৰ আইজলৰ বাসিন্দা। পদাৰ্থ বিজ্ঞান বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা ড° বৰকাকতিয়ে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট ডিগ্ৰী লাভ কৰে। মিজোৰাম মহাবিদ্যালয়ৰ পদাৰ্থ বিজ্ঞান বিভাগৰ অৱসৰপ্ৰাপ্ত বিভাগীয় মুৰব্বী অধ্যাপক ড° বৰকাকতীৰ প্ৰকাশিত পুথিসমূহ হ'ল—উপন্যাস ঃ 'ডিকটন' (১৯৯৮), 'উপত্যকাৰ পৰা উপত্যকালৈ' (২০০২), 'কলংপাৰৰ ইতিকথা' (২০০২), 'উদ্ভাসিত উপকূল' (২০০৫), 'স্থানান্তৰ' (অনুবাদ), ' ব্ৰাউনীয়ান ট্ৰেফিক (গল্পপুথি, ২০০৩) আৰু 'অসমৰ ইমুৰ সিমুৰ' (ভৌগোলিক বৰ্ণনা, ২০১০)।



**দীপা তামুলী (জন্ম ঃ ৭ আগষ্ট, ১৯৪৭ খ্ৰী.)**

দীপা তামুলীৰ জন্মস্থান ধুবুৰী জিলাৰ গৌৰীপুৰ। স্নাতক ডিগ্ৰীধাৰী তামুলী অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। তেওঁৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'গদাধৰৰ পাৰে পাৰে' (২০০৫)।

**দীপালি ভূঞা (জন্ম ঃ ১ জানুৱাৰী, ১৯৪৮ খ্ৰী.)**

দীপালি ভূঞাৰ জন্মস্থান গোৱালপাৰা জিলাৰ বামুণপাৰা। স্নাতক আৰু বি. এড. ডিগ্ৰী লাভ কৰা শ্ৰীমতী ভূঞা অৱসৰপ্ৰাপ্ত ভাৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ প্ৰকাশিত একমাত্ৰ কবিতাপুথিখন হ'ল—'মলয়ানিল' (২০০৬)।

**দীপিকা বৰুৱা (জন্ম ঃ ১৯৪৫ খ্ৰী.)**

দীপিকা বৰুৱাৰ জন্মস্থান যোৰহাট জিলাৰ তৰাজান। স্নাতক ডিগ্ৰী লাভ কৰা বৰুৱাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'কবিতা ঃ 'সংগম' (১৯৮৯) আৰু 'চন্দমাৰ্য' (২০০৪)। গল্প সংকলন ঃ 'ত্ৰিৰঙ্গ ত্ৰিবেণী' (১৯৭৯), 'প্ৰান্তৰে প্ৰান্তৰে' (১৯৯২), 'ৰূপালী বালিচৰ' (২০০৩), 'মন মন্দিৰৰ দুৱাৰেদি' (১৯৯৫), 'নুবুজা স্পন্দন' (২০০৫), 'অৰণ্যত আবেলি' (২০০৪)। উপন্যাস ঃ 'ইপাৰ সিপাৰ' (১৯৯৮), 'জ্বালামুখী' (১৯৯৫), 'উন্মাদ পৃথিৱী', 'বহাগৰ নিৰ্জন প্ৰহৰ' (২০০০) আৰু 'মনতৃষ্ণা' (২০০৪)। শিশু সাহিত্য ঃ 'সৰু সৰু ফুল' (১৯৯০), 'জোনাকী সাধু',

(২০০৪), 'জোন বৰণীয়া সাধু' (২০০৪), 'মৰম আৰু মনমি'। সম্পাদিত পুথি ঃ 'শিপিনী' (যোৰহাট সমবায় সমিতি), 'যজ্ঞজ্যোতি' (যোৰহাট যজ্ঞ মন্দিৰ), 'মনিহাৰ' (৪ৰ্থ, ৮ম সংখ্যা, যোৰহাট লেখিকা সমাৰোহ সমিতি)।

**দীপ্তি গগৈ (জন্ম ঃ ৫ জানুৱাৰী, ১৯৪৫ খ্রী.)**

দীপ্তি গগৈৰ জন্মস্থান ডিব্ৰুগড জিলাৰ বৰপথাৰ, ৰাঙীগাঁও। তেওঁৰ প্ৰকাশিত তিনিখন গীতৰ পুথি হ'ল—'সুৰৰ মূৰ্চনা', 'ভক্তি নিৰ্মালি' (যৌথভাৱে, দিহানাম সংকলন, ২০০৪) আৰু 'সুৰৰ অলকানন্দা' (২০০৮)।

**দিপ্তী বৰা (জন্ম ঃ ১ মাৰ্চ, ১৯৪২ খ্রী.)**

দিপ্তী বৰাৰ জন্মস্থান শিৱসাগৰ জিলাৰ জাঁজী, মৰাণ গাঁও। অৰ্থনীতি বিজ্ঞানৰ স্নাতকোত্তৰ ডিগ্ৰীধাৰী বৰাই তেজপুৰ চৰকাৰী বালক উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পৰা শিক্ষয়িত্ৰী হিচাপে অৱসৰগ্ৰণ কৰে। দিপ্তী বৰাৰ প্ৰকাশিত গ্ৰন্থৰাজি হ'ল—'অন্তিম গ্ৰহক', 'দেশী বিদেশী গল্পৰ সংকলন', 'সুনীল গংগোপাধ্যায়ৰ একাকিনী', 'বাংলাদেশৰ লিখক চালাম আজাদৰ বান্ৰা মঠ', 'চাৰ ৱাল্টাৰ স্কটৰ আইভানহো'আৰু 'দেশপ্ৰাণ লক্ষীধৰ শৰ্মা' (জীৱনী গ্ৰন্থ)। লেখিকা বৰা অসম লেখিকা সমাৰোহ সমিতিৰ তেজপুৰ শাখাৰ উপ-সভানেত্ৰী।

**দীপ্তি বৰুৱা (জন্ম ঃ ১৯৪৮ খ্রী.)**

ডিব্ৰুগড় জিলাৰ ডুমডুমা চাহ বাগিচাত জন্মগ্ৰহণ কৰা দীপ্তি বৰুৱা বৰ্তমান গুৱাহাটী আমবাৰী নিবাসী। লেখিকাৰ প্ৰকাশিত উপন্যাসকেইখন হ'ল—'আৱৰ্ত' (উপন্যাস, ১৯৯৮), 'জখলা' (শিশু উপন্যাস, ২০০৭), 'সুৰভিত সমৰ্পণ' (উপন্যাস, ২০০৮) আৰু 'ফুলৰ শৰাই' (উপন্যাস, ২০১০)।

**দ্বীপেন্দ্ৰ শৰ্মা (জন্ম ঃ ১ মে', ১৯৪৮ খ্রী.)**

দ্বীপেন শৰ্মাৰ জন্মস্থান দৰং জিলাৰ লক্ষীপুৰ। শৰ্মা প্ৰাথমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। ২০০২ খ্রীষ্টাব্দত কৃতী শিক্ষকৰ ৰাজ্যিক



পুৰস্কাৰ লাভ কৰা শৰ্মাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'জিৰণিৰ সাধু' (২০০২), 'সৰল সাধাৰণ জ্ঞান আৰু স্বাস্থ্য পাঠ সাধাৰণ জ্ঞান' (২০০০)।

**দুৰ্গাপ্ৰসাদ সভাপণ্ডিত (জন্ম ঃ ১ জুন, ১৯৪৪ খ্রী.)**

দুৰ্গাপ্ৰসাদ সভাপণ্ডিতৰ জন্মস্থান লক্ষিমপুৰ জিলাৰ শ্ৰীভূঞা। বৰ্তমান তেওঁ শোণিতপুৰ জিলাৰ গহপুৰ, সেউজপাৰৰ বাসিন্দা। গুৱাহাটী বিশ্ববিদ্যালয় পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা সভাপণ্ডিত গহপুৰ ছয়দুৱাৰ মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হ'ল—'দময়ন্তী প্ৰবাহ' (২০০৪)।

**দুৰ্গেশ্বৰ বুঢ়াগোহাঁই (জন্ম ঃ ১ জুন, ১৯৪৩ খ্রী.)**

দুৰ্গেশ্বৰ বুঢ়াগোঁহাইৰ জন্মস্থান শিৱসাগৰ জিলাৰ দিলিহি গোহাঁই গাঁও। বৰ্তমান তেওঁ গুৱাহাটীৰ বাসিন্দা। কলা শাখাৰ স্নাতক বুঢ়াগোহাঁই অসম কৃষি উদ্যোগ উন্নয়ন নিগমৰ গাণনিক অধীক্ষক হিচাপে ২০০১ খ্রীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'সদৌ অসম ধদুৱা সন্থাৰ (আদুৰ) এক প্ৰতিবেদন' (ব্যংগ, ২০০৩) আৰু 'ধৰ্ম, ঈশ্বৰ আৰু বিজ্ঞান' (প্ৰবন্ধ সংকলন, ২০০৮)।

**দেউৰাম তাছা (জন্ম ঃ ১৯৪২, মৃত্যু ঃ ১৮ জুলাই, ১৯৯৬ খ্রী.)**

দেউৰাম তাছাৰ জন্মস্থান যোৰহাট জিলাৰ হাতীগড় চাহ বাগিচা। পুলিচ বিভাগৰ বিষয়া তথা শিক্ষা বিষয়া। তাছাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'চাহ বনুৱাৰ মাজত প্ৰচলিত সাধু' (১৯৭৭), 'চাহ বাগিছাৰ পূজা-পৰ্ব্ব' (১৯৮১),'চাহ বাগিচাৰ জাতি-জনজাতি' (১৯৮৬), 'চাহ মজদুৰ অসমীয়া শব্দ আৰু খণ্ড বাক্য সম্ভাৰ' (১৯৯০), 'চাহ বাগিচাৰ ভঙ্গনী কহুনি' (সাঁথৰ, ১৯৯১), 'চাহ বাগিচাৰ কুইজ' (১৯৯৩), 'চাহ বাগিচাৰ পুৰাণ কাব্য', 'চাহ জনগোষ্ঠীৰ লোকগীতত খাদ্য সম্ভাৰ' আদি।

**দেৱকান্ত সন্দিকৈ (জন্ম ঃ ১২ মে', ১৯৫০ খ্রী.)**

দেৱকান্ত সন্দিকৈৰ জন্মস্থান ডিকমৰ নাহৰচুক গাঁও। ডিব্ৰুগড়

বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা সন্দিকৈ ভাৰত বতৰ বিজ্ঞান বিভাগৰ সৈতে জড়িত। সন্দিকৈৰ প্ৰকাশিত গ্ৰন্থসমূহ হ'ল—'ৰমনীয় অনুভৱ' (১৯৯২), 'চিন্তা শিল্প', (১৯৯৩), 'জীৱনৰ প্ৰথম পাঠ' (১৯৯৪), আৰু 'ককা আৰু নাতিৰ আধুনিক সংলাপ'(১৯৯৫)।

**দেৱেনচন্দ্ৰ গগৈ (জন্ম ঃ ১ আগষ্ট, ১৯৪২ খ্ৰী.)**

দেৱেনচন্দ্ৰ গগৈৰ জন্মস্থান যোৰহাট জিলাৰ গটঙা, হাতীচুঙি। বৰ্তমান তেওঁ ডিফু, কাৰ্বি আংলং জিলাৰ বাসিন্দা। স্নাতকোত্তৰ আৰু বি. এড. ডিগ্ৰী লাভ কৰা শ্ৰী গগৈৰ প্ৰকাশিত পুথিকেইখন হ'ল—'সাহিত্য কুকি' (১৯৭৪), 'কাৰ্বি লাংপিৰ গীত' (প্ৰবন্ধপুথি, ১৯৭৬)।

**ড° দেৱেন চন্দ্ৰ দাস (জন্ম ঃ ১ জুলাই, ১৯৪৪ খ্ৰী.)**

ড° দেৱেনচন্দ্ৰ দাসৰ জন্মস্থান কামৰূপ জিলাৰ বৰাগোগ গাঁও, কমলপুৰ। অসমীয়া আৰু হিন্দী বিষয়ত দাসদেৱে স্নাতকোত্তৰ আৰু পি. এইচ. ডি, প্ৰবীণ, এম. ডি. এইচ. এম. এচ. চি ডিগ্ৰী লাভ কৰে।

ৰাষ্ট্ৰভাষা হিন্দীৰ প্ৰচাৰক, হিন্দী শিক্ষক, হোমিঅ'পেথিক চিকিৎসক, অসমৰ বাহিৰত অসমীয়া সাহিত্য সংস্কৃতিৰ প্ৰচাৰক ইত্যাদি বহুতো অনুষ্ঠানৰ লগত জড়িত ড° দাসৰ প্ৰকাশিত পুথিসমূহ হ'ল—'মৌলিক গ্ৰন্থ (অসমীয়া, ১০ খন, অনুবাদ গ্ৰন্থ (অসমীয়া) ২৫ খন, মৌলিক অসমীয়া গ্ৰন্থ (হিন্দী) ৮ খন, অনুবাদ গ্ৰন্থ (হিন্দী, ৬ খন। ৰাষ্ট্ৰীয় উপ-সভাপতি (অখিল ভাৰতীয় সাহিত্য পৰিষদ), মুখ্য সংৰক্ষক (কেন্দ্ৰীয় সচিবালয় হিন্দী পৰিষদ, পূৰ্বোত্তৰ সীমান্ত ৰে'ল শাখা গুৱাহাটী)।

পুৰস্কাৰ ঃ 'ভাৰত চৰকাৰৰ পৰা ৩ টা, উত্তৰ প্ৰদেশ চৰকাৰৰ পৰা ২ টা, অসম চৰকাৰৰ পৰা ২ টা, ভাৰতবৰ্ষৰ বিভিন্ন সংগঠনৰ পৰা ১০ টা, অসমৰ বিভিন্ন সংগঠনৰ পৰা ৫ টা। তদুপৰি সাহিত্য ৰত্ন, অসম ৰত্ন, হিন্দী সেৱী, কৰ্মযোগী, ৰাষ্ট্ৰভাষা সংৰক্ষক, ব্ৰজগৌৰৱ, সুদামা, ভাষা ভূষণ, সাহিত্যশ্ৰী, ভাৰত ভূষণ আদি উপাধিৰে লেখক সন্মানিত।



**দেৱেন্দ্ৰচন্দ্ৰ চৌধুৰী (জন্ম ঃ ১৯৪৬ খ্ৰী.)**

দেৱেন্দ্ৰচন্দ্ৰ চৌধুৰীৰ জন্মস্থান কামৰূপ জিলাৰ কেন্দুতল। অসম চৰকাৰৰ সমবায় বিভাগৰ অৱসৰপ্ৰাপ্ত বিষয়া চৌধুৰীৰ প্ৰকাশিত পুথিকেইখন হ'ল—'সমবায় কাণ্ডাৰী', 'ভিন্নৰুচি' (গল্প), 'বাৰেবৰণীয়া' (গল্প সংকলন), 'মণিমালাৰ বিয়া' (উপন্যাস), 'কেলিগোপাল', 'গীতা জেউতি', 'হুঁচৰি' আৰু 'গীতা প্ৰদীপ' ইত্যাদি।

**দেৱেন্দ্ৰনাথ বৰা (জন্ম ঃ ৩০ ডিচেম্বৰ, ১৯৪৬ খ্ৰী.)**

দেৱেন্দ্ৰনাথ বৰাৰ জন্মস্থান যোৰহাট জিলাৰ মাজুলী ৰতনপুৰ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা বৰাদেৱে অসমীয়া বিষয়ৰ স্নাতকোত্তৰ আৰু বি. টি. ডিগ্ৰী লাভ কৰে। নকছাৰী ভেলেউগুৰি উচ্চ মাধ্যমিক বিদ্যালয়ৰ পৰা অৱসৰ গ্ৰহণ কৰা বৰাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'শ্ৰীমদ্ভাগৱত মহীৰূহ' (২০০১), 'শিক্ষা আৰু চিন্তা' (২০০২), 'ৰত্নপুৰৰ ৰত্ন ভৱকান্ত বৰা আৰু বংশাৱলী' (১৯৯৯), 'শিক্ষা-জ্যোতি' (সম্পাদনা, ২০০৪) আৰু 'সাহিত্য চেতনা' (সম্পাদনা, ২০০৩)।

**দেৱেশ কলিতা (জন্ম ঃ ২৮ ফেব্ৰুৱাৰী, ১৯৪০ খ্ৰী.)**

দেৱেশ কলিতাৰ জন্মস্থান গোৱালপাৰা জিলাৰ দলগোমা। বৰ্তমান তেওঁ মটিয়া নিবাসী। অৱসৰপ্ৰাপ্ত শিক্ষক শ্ৰী কলিতাৰ প্ৰকাশিত পুথি দুখন হ'ল—'আশা' (কবিতাপুথি) আৰু 'গুৰু দামোদৰ দেব আৰু বন্দনা'।

**দেৱেশ শৰ্মা (জন্ম ঃ ১১ নবেম্বৰ, ১৯৪০ খ্ৰী.)**

দেৱেশ শৰ্মাৰ জন্মস্থান দৰং জিলাৰ দিপীলা। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—নাটক ঃ '১৮৯৪', 'দুশাসনৰ ৰক্তপান' আৰু 'হনুমানৰ বিয়া'। জীৱনী ঃ 'মানৱ দৰদী কথাশিল্পী লক্ষ্যধৰ চৌধুৰী, 'সময়ৰ আহ্বান'। উপন্যাস ঃ 'নৰ্ত্তকী'। লেখকৰ অন্যান্য গ্ৰন্থ ঃ 'পেঁছ-মেৰপেঁছ-মহাপেঁছ (ব্যংগ ৰচনা), 'সাহিত্য আৰু অসম', 'অভূতপূৰ্ব গণ আন্দোলন', 'বিদেশী পুৰাণ', 'নাবিকৰ সাধু', 'হিমগিৰিৰ সাধু' আদি।

**দেৱ মহন্ত (জন্ম ঃ ১৩ নবেম্বৰ, ১৯৪৯ খ্ৰী.)**

দেৱ মহন্তৰ জন্মস্থান শোণিতপুৰ জিলাৰ আমগুৰি গাঁও। প্ৰৱেশিকা আৰু নৰ্মাল পৰীক্ষাত উত্তীৰ্ণ মহন্ত ধোপাবৰ মজলীয়া বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। তেওঁৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হ'ল— 'শব্দৰ সাঁকো' (২০০৮)।

**দেৱকান্ত বৰুৱা (জন্ম ঃ ১৯১৪, মৃত্যু ঃ ১৯৯৬ খ্ৰী.)**

দেৱকান্ত বৰুৱাৰ জন্মস্থান নগাঁও জিলা। বৰুৱাদেৱ অসমৰ শিক্ষামন্ত্ৰী, অসম বিধান সভাৰ অধ্যক্ষ তথা বিহাৰৰ ৰাজ্যপাল আছিল। তেখেতে সাংবাদিকতাও কৰিছিল। কলংপৰীয়া কবিজনাৰ একমাত্ৰ কবিতাপুথিখন হ'ল—'সাগৰ দেখিছা'।

**দেৱীচৰণ বেগন (জন্ম ঃ ১৯৪০ খ্ৰী.)**

দেৱীচৰণ ৰেগনৰ জন্মস্থান যোৰহাট জিলাৰ মাজুলীৰ ৰাঙ্কনিচুক। ১৯৯৮ খ্ৰীষ্টাব্দত গড়কাপ্তানী বিভাগৰ সহকাৰী কাৰ্যবাহী অভিযন্তা হিচাপে অৱসৰ গ্ৰহণ কৰা দেবীচৰণ ৰেগনৰ প্ৰকাশিত পুথিসমূহ হ'ল—'চেনিমাই চেৰেকী আনোগৈ বুলি' (২০০৩), 'ভাৰতীয় নাট্যশাস্ত্ৰৰ ক্ৰমবিকাশ' (২০০৮) আৰু 'অৱতাৰী পুৰুষ শ্ৰীমন্ত শংকৰদেৱ আৰু শংকৰ বিভ্ৰাট' (২০১০)। ইয়াৰোপৰি লেখকৰ ভালেমান প্ৰবন্ধ বিভিন্ন আলোচনী পত্ৰিকা আদিত প্ৰকাশ পাই আহিছে।

**দেৱীৰাম নাথ (জন্ম ঃ ১ জুলাই, ১৯৪৮ খ্ৰী.)**

দেৱীৰাম নাথৰ জন্মস্থান দৰং জিলাৰ গৰুখুঁটী বৰাগীঝাৰ। স্নাতক আৰু বি. টি. ডিগ্ৰী লাভ কৰা নাথ গভৰা পশ্চিম মঙলদৈ ছোৱালী হাইস্কুলৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। তেওঁৰ একমাত্ৰ প্ৰকাশিত জীৱনীমূলক পুথিখন হ'ল—'মহামতি' (২০০৯)।



# ধ

**ধনদা কলিতা (জন্ম ঃ ২০ জুন, ১৯৪৫ খ্ৰী.)**

ধনদা কলিতাৰ জন্মস্থান শোণিতপুৰ জিলাৰ কামদেৱাল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা কলিতাদেৱে স্নাতকোত্তৰ আৰু হিন্দী বিশাৰদ ডিগ্ৰী লাভ কৰে। জামুগুৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত বিষয় শিক্ষক। ২০০৬ খ্ৰীষ্টাব্দত দলিত সাহিত্য অকাডেমীৰ সাবিত্ৰী বাঈৰ ফুলে বঁটা লাভ কৰা কলিতাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'দুনৰি' (গল্প, ১৯৯৪), 'মা মোক সাধু এটা কোৱা' (অনুবাদ, শিশু গল্পপুথি, ১৯৯৭), 'সঞ্জীৱনী মণিৰ আখ্যান' (শিশু আখ্যান, ১৯৯৯), 'জুৰিটিৰ লহৰে লহৰে' (কাব্য, ২০০৪), 'বিড়ম্বনা' (নাট্য সংকলন, ২০০৮) আৰু 'গদ্য গুচ্ছ' (প্ৰবন্ধ সংকলন, ২০০৯)।

**ধনীৰাম তালুকদাৰ (জন্ম ঃ ১ ডিচেম্বৰ, ১৯৪৪ খ্ৰী.)**

ধনীৰাম তালুকদাৰৰ জন্মস্থান বৰপেটা জিলাৰ ভবানীপুৰ। বৰ্তমান তেওঁ কামৰূপ জিলাৰ গুৱাহাটী পুব শৰণীয়াৰ বাসিন্দা। জলসম্পদ বিভাগৰ অৱসৰপ্ৰাপ্ত অভিযন্তা তালুকদাৰৰ প্ৰকাশিত পুথিকেইখন হ'ল—'জীৱন নিজেই এক প্ৰেম' (২০০০), 'প্ৰবন্ধ সৌৰভ' (প্ৰবন্ধ সংকলন, ২০০০), 'অৱধাৰণ' (গল্প সংকলন, ২০০১), 'অশোক ফুলৰ সুবাস' (২০০০), 'অসময়' (২০০৪), 'স্নেহ বন্ধন' (২০০৭), আৰু 'প্ৰবন্ধ' ( ২০০৯)।

**ধনেশ্বৰ কলিতা (জন্ম ঃ ১ জানুৱাৰী, ১৯৪১ খ্ৰী.)**

ধনেশ্বৰ কলিতাৰ জন্মস্থান কামৰূপ জিলাৰ খৰাপাৰা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা কলিতা মিৰ্জাৰ দক্ষিণ কামৰূপ মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'ট্ৰেডিছনেল পাৰফৰমেন্স অব ছাউথ কামৰূপ' (ইংৰাজী)।

**ধনেশ্বৰ কলিতা (জন্ম : ১ জানুৱাৰী, ১৯৪১ খ্ৰী.)**

ধনেশ্বৰ কলিতাৰ জন্মস্থান বাক্সা জিলাৰ শিমলাবাৰী। অৱসৰপ্ৰাপ্ত শিক্ষক কলিতাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মুক্তি' (কবিতাপুথি, ১৯৮৭), 'মেঘে ঢকা জোন' (কবিতাপুথি, ২০০১) আৰু 'হিয়াৰ সুৰ' (১৯৯৬)।

**ধনেশ্বৰ শৰ্মা (জন্ম : ১ নবেম্বৰ, ১৯৪৬ খ্ৰী.)**

ধনেশ্বৰ শৰ্মাৰ জন্মস্থান দৰং জিলাৰ ঝাকুৱাপাৰা। দেওমৰনৈ উচ্চ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক শৰ্মাৰ প্ৰকাশিত পুথি দুখন হ'ল—'বেদ-ধৰ্ম-তত্ত্ব' (১৯৯৪) আৰু 'ৰামায়ণৰ কাহিনী' (১৯৯৪)।

**ধৰণীধৰ মেধি (জন্ম : ২৮ ফেব্ৰুৱাৰী, ১৯৪৩ খ্ৰী.)**

ধৰণীধৰ মেধিৰ জন্মস্থান দৰং জিলাৰ বৰদৌলগুৰি। বৰ্তমান তেওঁ টংলাৰ নিবাসী। স্নাতক ডিগ্ৰী লাভ কৰা মেধি প্ৰাথমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। কৃতী শিক্ষকৰ ৰাজ্যিক বঁটা লাভ কৰা শ্ৰী মেধিৰ প্ৰকাশিত পুথিকেইখন হ'ল—'গাভৰু প্ৰেমৰ ইতিকথা' (উপন্যাস, ২০০৯), 'এই দেশ মাটি আৰু মানুহৰ ইতিকথা' (উপন্যাস, ২০০৯), 'কুঁহিকলি আগলিকা প্ৰেম আৰু ইতিকথা' (উপন্যাস, ২০০১), 'আমানতৰ শৰাই' (উপন্যাস, ২০০৯), 'ভগা মেৰুদণ্ড' ( ব্যংগাত্মক ৰচনা, ১৯৭১), 'সান্দীপনীৰ ফুলনি' (শিশু গল্প, ১৯৭৬), 'সুৱীয়া লোকগীত সংগ্ৰহ আৰু মইনাৰ গীত' (২০০০) আৰু 'কোমল মনৰ বেদী' (কবিতা, (২০১০)।

**ধৰ্ম নাৰায়ণ ভট্টাচাৰ্য (জন্ম : ১ এপ্ৰিল, ১৯৪২ খ্ৰী.)**

ধৰ্ম নাৰায়ণ ভট্টাচাৰ্যৰ জন্মস্থান দৰং জিলাৰ খাটিকুছি, শানপাৰা। অসম চৰকাৰৰ জনসংযোগ বিভাগৰ অৱসৰপ্ৰাপ্ত অধীক্ষক ভট্টাচাৰ্যৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল —'মন মল্লিকাত মলয়াৰ ভিৰ' (কবিতা, গীত, ২০০৫)।

**ধৰ্মেশ্বৰ বড়া (জন্ম : ১ মাৰ্চ, ১৯৪৬ খ্ৰী.)**

ধৰ্মেশ্বৰ বড়াৰ জন্মস্থান পল্লী, কামৰূপ জিলা। স্নাতকোত্তৰ (ডাবল) আৰু বি. টি. ডিগ্ৰী লাভ কৰা বড়া দক্ষিণ কামৰূপ মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত



অধ্যক্ষ। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'সাহিত্যৰ কথা' (সমালোচনা সাহিত্য, ২০০১), 'জীৱনৰ চানেকি' (জীৱনী সাহিত্য, ২০০৩)।

**ধাৰণ ক্ৰ' (জন্ম : ১ মাৰ্চ, ১৯৫০ খ্ৰী.)**

ধাৰণ ক্ৰ'ৰ জন্মস্থান নগাঁও জিলাৰ যমুনামুখৰ ৰহধলা গাঁও। বৰ্তমান কাৰ্বি আংলং জিলাৰ ডিফু চহৰ নিবাসী ক্ৰ' কাৰ্বি আংলং স্বায়ত্ব পৰিষদৰ সচিবালয়ৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। তেওঁৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'জোনাক ৰাতি' (চুটিগল্প সংকলন, ২০০৫)।

**ধীৰেন্দ্ৰ তালুকদাৰ (জন্ম : ১০ মে', ১৯৪৭ খ্ৰী.)**

ধীৰেন্দ্ৰ তালুকদাৰৰ জন্মস্থান বৰপেটা জিলাৰ মুগুৰীয়া। স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা তালুকদাৰ অৱসৰপ্ৰাপ্ত ভাৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'বজালীৰ শব্দকোষ' (২০১০, অভিধান)।

**ধীৰেন্দ্ৰ নাথ (জন্ম : ৩ ফেব্ৰুৱাৰী, ১৯৪৫ খ্ৰী.)**

ধীৰেন্দ্ৰ নাথৰ জন্মস্থান বঙাইগাঁও জিলাৰ দেৱানগাঁও। নৰ্থ বইটামাৰী হাইস্কুলৰ অৱসৰপ্ৰাপ্ত সহ-শিক্ষক নাথৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'মহিমা' (জনশ্ৰুতি বিষয়ক কবিতা, ১৯৮৭)।

**ধীৰেন্দ্ৰ কুমাৰ নাথ (জন্ম : ৭ জুন, ১৯৫০ খ্ৰী.)**

ধীৰেন্দ্ৰ কুমাৰ নাথৰ জন্মস্থান গোৱালপাৰা জিলাৰ কৃষ্ণাই ভেলাখামাৰ। স্নাতক আৰু বি. এড. ডিগ্ৰী লাভ কৰা নাথ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'ৰং আৰু ৰেখা' (২০০৯)।

**ধীৰেন্দ্ৰনাথ ভুঞা (জন্ম : ৩০ নবেম্বৰ, ১৯৪৩ খ্ৰী.)**

ধীৰেন্দ্ৰনাথ ভুঞাৰ জন্মস্থান শিৱসাগৰ জিলাৰ শ'লগুৰি। অসমীয়া বিষয়ত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'সুৱদি সুৱীয়া আই মুখৰ মাত' (২০০৪)।

# ন

**নগেন কোঞ্চৰ (জন্ম ঃ ২৩ নৱেম্বৰ, ১৯৪৩ খ্ৰী.)**

নগেন কোঞ্চৰৰ জন্মস্থান নগাঁও জিলা। বৰ্তমান তেওঁ শোণিতপুৰ জিলাৰ গহপুৰৰ বাসিন্দা। প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ কোঞ্চৰে সংবাদদাতা হিচাপে কাৰ্যনিৰ্বাহ কৰে। কোঞ্চৰ বৰ্তমানলৈকে কেইবাখনো আলোচনী, পযেকীয়া বাতৰি কাকতৰ লগত জড়িত। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'সোণালী পাহাৰ উষ্ম নদী' (কবিতা , ১৯৯০), 'সাংবাদিক জীৱন বৃত্ত' (২০০৯), 'গহপুৰ আৰু কিছু গদ্য' (প্ৰবন্ধ, ২০০৯)।

**নগেন বৰা (জন্ম ঃ ১৯৪৭ খ্ৰী.)**

নগেন বৰাৰ জন্মস্থান কুৰুৱাবাহী সত্ৰ। গীতিকাৰ নগেন বৰাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'আধামেলা ফুল', 'অসম জীয়ৰী', 'দশমী', 'আবৃত্তি কৰো আহাঁ' (কবিতাপুথি), 'মানুহৰ ছবি' (গল্প), 'মিছা কথাৰ ঠেং চুটি', 'মইনাৰ গান' (শিশু গীত), 'মেম্বৰ দাইটিৰ খং', 'তিতা-মিঠা-জ্বলা', 'ডাকে বোলে শুন ববুৱা' (হাস্য-ব্যংগ), 'আকৌ যদি যাব লাগে শৰাইঘাটলৈ', 'মন দিলোঁ', 'শুকান পাতৰ পখিলা', 'নাম ৰাখিলোঁ চম্পাৱতী', 'মানুহ দেখিছোঁ আজি', 'গীতি গুঞ্জন', 'পীৰিতিৰ জৰী ছিঙিব নোৱাৰি', 'মন কুঞ্জৰ সুৰভি', 'সুৰৰ সাকোঁ' আৰু 'অলপ মৰম' (জীৱনীগ্ৰন্থ) আদি।

**নগেন্দ্ৰনাথ শৰ্মা (জন্ম ঃ ১ ছেপ্টেম্বৰ, ১৯৪২ খ্ৰী.)**

নগেন্দ্ৰনাথ শৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ ধনীয়াগোগ। নলবাৰী মহাবিদ্যালয়ৰ পৰা কলা বিভাগৰ স্নাতক আৰু বাণীকান্ত বি. টি. মহাবিদ্যালয়ৰ পৰা বি. টি. (১৯৭৪) ডিগ্ৰীধাৰী শৰ্মা বৰকুৰিহা ছোৱালী উচ্চ মাধ্যমিক বিদ্যালয়ৰ প্ৰধান শিক্ষকৰূপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল— 'তৃপ্তি' (কবিতাপুথি, ২০০৫), 'আলয়' (কবিতাপুথি, ২০০৮) আৰু 'অন্বেষণ' (প্ৰবন্ধপুথি, ২০০৬)।



**নন্দ কিশোৰ মহেশ্বৰী (জন্ম ঃ ৯ মে', ১৯৪৮ খ্ৰী.)**

নন্দ কিশোৰ মহেশ্বৰীৰ জন্মস্থান লখিমপুৰ জিলা। বিজ্ঞান বিষয়ত স্নাতক ডিগ্ৰীধাৰী মহেশ্বৰী এগৰাকী নাট্য পৰিচালক, অভিনেতা। তেওঁ বিভিন্ন সামাজিক-সাংস্কৃতিক অনুষ্ঠানৰ সৈতেও জড়িত। নন্দ কিশোৰ মহেশ্বৰীৰ প্ৰকাশিত পুথিকেইখন হ'ল—নাটকৰ কিছু কথা', 'বোলছবিৰ কথা', 'ঢুলীয়া ওজা' (নাটক), 'জাল' (নাটক), আদি। তেওঁ গণেশ গগৈৰ 'শকুনিৰ প্ৰতিশোধ'কে ধৰি কেইবাখনো নাটক হিন্দী ভাষালৈ অনুবাদ কৰিছে। নন্দ কিশোৰ মহেশ্বৰী আম্বেদকাৰ ফেল'শ্বিপ বঁটাৰে সন্মানিত।

**নন্দিৰাম ডেকা (জন্ম ঃ ১ মাৰ্চ, ১৯৪৯ খ্ৰী.)**

নন্দিৰাম ডেকাৰ জন্মস্থান দৰং জিলাৰ মহলীয়াপাৰা। তেজপুৰ আই. টি. আইৰ পৰা কাৰিকৰী শিক্ষা লাভ কৰা ডেকা অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'হুঁচৰি, মুকলি বিহু আৰু বিচাৰ' (সংস্কৃতি সম্পৰ্কীয় প্ৰবন্ধ, ২০০২)।

**নন্দেশ্বৰ দেউৰী (জন্ম ঃ ৩১ মাৰ্চ, ১৯৪৩ খ্ৰী.)**

নন্দেশ্বৰ দেউৰীৰ জন্মস্থান শিৱসাগৰ জিলাৰ টেঙাপানী দেউৰীগাঁও। বৰ্তমান তেওঁ ধেমাজি জিলাৰ জ্যোতিনগৰৰ নিবাসী। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা দেউৰী ধেমাজি মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথি—'দেউৰী লোক-সংস্কৃতিৰ ৰূপৰেখা' (২০০৯) আৰু 'নিবন্ধ নিলয়' (২০১০)।

**নবীন দত্ত (জন্ম ঃ ২ ফেব্ৰুৱাৰী, ১৯৪৫ খ্ৰী.)**

নবীন দত্তৰ জন্মস্থান গোলাঘাট জিলাৰ পুৰণি কুমাৰগাঁও। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'অঘৰী জীৱনৰ ডায়েৰী' (গল্প, ২০০৬) আৰু 'ৰজাবাহাৰ' (কবিতা, ২০০৬)।

**নবীন নাথ (জন্ম ঃ ১ নৱেম্বৰ, ১৯৪২ খ্ৰী.)**

নবীন নাথৰ জন্মস্থান শোণিতপুৰ জিলাৰ জামুগুৰিহাট। সম্প্ৰতি তেওঁ গোলাঘাট জিলা নিবাসী। স্নাতকোত্তৰ ডিগ্ৰীধাৰী নাথৰ শিশুৰ

বাবে লিখা একমাত্ৰ কবিতাপুথিখন হ'ল—'অকণিহঁতৰ পৰ্ণ' (২০০৪)।

**ড° নৰনাৰায়ণ শৰ্মা (জন্ম ঃ ১ মাৰ্চ, ১৯৪৬ খ্ৰী.)**

ড° নৰনাৰায়ণ শৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ চান্দকুছি। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা ড° শৰ্মাই এম. এন. চি বালিকা মহাবিদ্যালয়ৰ জ্যেষ্ঠ অধ্যাপক হিচাপে অৱসৰগ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'কবিতা আলোচনা', 'অসমীয়া ভাষাৰ ৰূপতত্ত্ব আৰু ব্যাকৰণ', 'হেম বৰুৱা ঃ জীৱন আৰু কৃতি', 'অসমীয়া ভাষাৰ আঁতিগুৰি' আৰু 'অসমীয়া ভাষাৰ খণ্ডবাক্য, জতুৱা ঠাঁচ আৰু ইয়াৰ বিকাশ'। ড° শৰ্মাই অসম চৰকাৰৰ সাহিত্যিক পেন্সন লাভ কৰে।

**ড° নৰেন কলিতা (জন্ম ঃ ১ মাৰ্চ, ১৯৪২ খ্ৰী.)**

ড° নৰেন কলিতাৰ জন্মস্থান নগাঁও জিলাৰ কুঁৱৰীটোল মাধৰগাঁও। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত স্নাতকোত্তৰ আৰু পি. এইচ. ডি (১৯৭৪) ডিগ্ৰী লাভ কৰা ড° কলিতাই আনন্দৰাম ঢেকিয়াল ফুকন মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপকৰূপে অৱসৰ গ্ৰহণ কৰে (২০০২)। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল— 'অনেক আকুতি', 'বৰদোৱাৰ শিল্প বস্তু', 'কপিলীপাৰ কছাৰীপাৰ', 'অসমৰ পুথিচিত্ৰ', 'বিল্বমঙ্গল কাব্য' আৰু 'বিল্বমংগল স্তোত্ৰ'। ইয়াৰ উপৰি লেখকৰ ইংৰাজী ভাষাৰ গ্ৰন্থও পোৱা গৈছে।

**নৰেন মজুমদাৰ (জন্ম ঃ ১ আগষ্ট, ১৯৪৮ খ্ৰী.)**

নৰেন মজুমদাৰৰ জন্মস্থান কামৰূপ জিলাৰ সৰপাৰা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী মজুমদাৰৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'অনুভৱ' (কাব্য গ্ৰন্থ, ১৯৮৯), 'স্পন্দিত পৃথিৱীৰ স'তে' (১৯৯৮, কাব্য গ্ৰন্থ), 'ধোঁৱা আৰু আতংক' (২০০৪, কাব্য)।



**নৰেন হাজৰিকা (জন্ম ঃ ১৪ ফেব্ৰুৱাৰী, ১৯৪৫ খ্ৰী.)**

নৰেন হাজৰিকাৰ জন্মস্থান দৰং জিলাৰ মঙলদৈ। সম্প্ৰতি হাজৰিকা গুৱাহাটীৰ বিহাবাৰীৰ বাসিন্দা। স্নাতক ডিগ্ৰীধাৰী নৰেন হাজৰিকা সংবাদপত্ৰৰ সৈতে জড়িত। তেওঁ 'দৈনন্দিন বাৰ্তা' (দৈনিক বাতৰি কাকত)ৰ সম্পাদক। তেওঁৰ ৰচিত পুথিকেইখন হ'ল—'হৃদয়ে নীৰৱে বিলাই' (উপন্যাস) আৰু 'বিভীষণৰ চকুলো'।

**ড° নৰেনচন্দ্ৰ দাস (জন্ম ঃ ১৫ ডিচেম্বৰ, ১৯৪৬ খ্ৰী.)**

কামৰূপ জিলাৰ আজাৰা, মিৰ্জাপুৰত ড° নৰেনচন্দ্ৰ দাসে জন্ম গ্ৰহণ কৰে। স্নাতকোত্তৰ, পি. এইচ. ডি আৰু বিশাৰদ ডিগ্ৰী লাভ কৰা ড° দাসৰ প্ৰকাশিত পুথিকেইখন হ'ল—'কৃষ্ণ গোসাঁই', 'পৃথিৱীৰ অসুখ', 'নজ্বলা ধূপ' আৰু 'অসমীয়া ভাষা-সাহিত্যৰ-সংস্কৃতি বীথিকা'।

**নৰেন্দ্ৰ হাজৰিকা (জন্ম ঃ ২৮ আগষ্ট ১৯৪২ খ্ৰী.)**

নৰেন্দ্ৰ হাজৰিকাৰ জন্মস্থান শোণিতপুৰ জিলাৰ জামুগুৰিহাট কমাৰচুক। মধ্য জামুগুৰি মধ্য ইংৰাজী বিদ্যালয়ৰ প্ৰধান শিক্ষকৰূপে অৱসৰ গ্ৰহণ কৰা হাজৰিকাৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হ'ল— 'মানুহৰ পৃথিৱী' (১৯৯৭)।

**ড° নৰেন্দ্ৰনাথ বৰদলৈ (জন্ম ঃ ১ অক্টোবৰ, ১৯৪৪ খ্ৰী.)**

ড° নৰেন্দ্ৰনাথ বৰদলৈৰ জন্মস্থান মৰিগাঁও জিলাৰ বৌমাৰী, খোলাগাঁও। স্নাতকোত্তৰ আৰু পি. এইচ. ডি ডিগ্ৰীধাৰী ড° বৰদলৈ ৰহা মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ঢোলত চাপৰ মাৰি', 'নগাঁৱৰ ওজা ঢুলীয়া অনুষ্ঠান ঃ এটি সামাজিক সাংস্কৃতিক অধ্যয়ন' (গৱেষণা গ্ৰন্থ, ১৯৯৯)।

**নৰেন্দ্ৰনাথ হাজৰিকা (জন্ম ঃ ১ মাৰ্চ, ১৯৪২ খ্ৰী.)**

নৰেন্দ্ৰনাথ হাজৰিকাৰ জন্মস্থান কাৰ্বি আংলং জিলাৰ জপৰাজান। নৰ্মাল স্কুলৰ পৰা শিক্ষক প্ৰশিক্ষণ লাভ কৰা হাজৰিকা অৱসৰপ্ৰাপ্ত

শিক্ষক। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'পাইলো তৰণৰ পথ' (২০০৫) আৰু 'মনৰ কাপেৰে' (২০০৭)।

**নৰেশ্বৰ হাজৰিকা (জন্ম ঃ ১ মে', ১৯৪৯ খ্ৰী.)**

নৰেশ্বৰ হাজৰিকাৰ জন্মস্থান ডিব্ৰুগড় জিলাৰ গেনীচুক গাঁও। কলা বিভাগৰ স্নাতক ডিগ্ৰীধাৰী হাজৰিকা অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মৰম নদী নিৰৱধি' (উপন্যাস, ২০০৩) আৰু 'বিহুটি আঁচলৰ ধন' (বিহুনাম, ২০০৮)।

**নলিনী গগৈ (জন্ম ঃ ৩০ জুন, ১৯৪৯ খ্ৰী.)**

নলিনী গগৈৰ জন্মস্থান শিৱসাগৰ জিলাৰ হাঁহচৰা, চেতিয়া গাঁও। স্নাতক ডিগ্ৰীধাৰী গগৈ ডিমৌ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'কেঁচা তেজৰ গোন্ধ' (গল্প), 'কেঁচা ছবি' (গল্প), 'কেঁচা বুকুৰেদি' (কবিতাপুথি) আৰু 'হাতীৰ মহানগৰ ভ্ৰমণ'।

**নলিনী মজুমদাৰ (জন্ম ঃ ১৪ এপ্ৰিল, ১৯৪৭ খ্ৰী.)**

নলিনী মজুমদাৰৰ জন্মস্থান হ'ল বঙাইগাঁও জিলাৰ ৰঙাপানী সত্ৰ। তেওঁ বীৰঝাৰা ছোৱালী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। একাধিক কাকত-আলোচনীত প্ৰবন্ধ-পাতি প্ৰকাশ কৰা নলিনী মজুমদাৰৰ একমাত্ৰ পুথিখন হ'ল—'কবিতাৰ মালা' (২০০৯)।

**নলিনী শৰ্মা (জন্ম ঃ ১ ছেপ্টেম্বৰ, ১৯৪৬, মৃত্যু ঃ ১ নবেম্বৰ, ২০০১ খ্ৰী.)**

প্ৰয়াত নলিনী শৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ কমাৰকুছি। সম্প্ৰতি শৰ্মা ধুবুৰী জিলাৰ বিলাসীপাৰাৰ নিবাসী। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা প্ৰয়াত শৰ্মা বিলাসীপাৰা মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'চিৰতা' (গল্পপুথি, ১৯৭২), 'বিপদ সীমাৰ ওপৰত' (গল্পপুথি, ১৯৭৬), 'সৃষ্টিধৰ মাল্টি পাৰ্‌পাচ' (গল্পপুথি, ১৯৮০), 'দেশপ্ৰেম' (গল্পপুথি, ১৯৮৬), 'মিঃ



সাহিত্য সভা' (গল্পপুথি, ১৯৯৬), 'শৰতৰ আকাশ' (গল্পপুথি, ১৯৯৭) আৰু 'পশুপতি নাৰ্ছিংহোম' (গল্পপুথি, ১৯৯৮)।

**নলিনীবালা দেৱী (জন্ম ঃ ১ মাৰ্চ, ১৯৪৬ খ্ৰী.)**

নলিনীবালা দেৱীৰ জন্মস্থান দৰং জিলাৰ ছিপাঝাৰ। ঘোঁৰাবন্ধা নিম্ন বুনিয়াদী বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী দেৱীৰ ছপা পুথি—'শিক্ষা, শিশু, শিক্ষক আৰু অন্যান্য', 'এক পৰিৱৰ্তনৰ প্ৰত্যাশাত', মনীষীৰ মহান বাণী'। অসম চৰকাৰৰ ৰাজ্যিক কৃতী শিক্ষকৰ বঁটা লাভ কৰিছে।

**নৰকান্ত বৰদলৈ (জন্ম ঃ ১ আগষ্ট, ১৯৪৫ খ্ৰী.)**

নৰকান্ত বৰদলৈৰ জন্মস্থান মৰিগাঁও জিলাৰ বৰছলা। ইংৰাজী বিষয়ত স্নাতকোত্তৰ আৰু এল. এল. বি ডিগ্ৰী লাভ কৰা বৰদলৈ মৰিগাঁও মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—উপন্যাস ঃ 'ভ্ৰষ্টলগ্ন' (১৯৭৩), 'মন যমুনাৰ ঢৌ' (১৯৭৮), 'আধা ফুলা ফুল' (১৯৮৩), 'শেষ বসন্তৰ আভা' (২০০৭), 'মহাবিষুৱ' (১৯৭৯), 'সৰা শেৱালিৰ সুবাস' (১৯৮১)। গল্পপুথি— 'বিৱৰ্তন (১৯৯০), 'অমিত্ৰাক্ষৰ ছন্দ' (২০০৭)। প্ৰবন্ধপুথি—'নোবেল বিজয়ী সাহিত্যিক' (১৯৯০), 'অসমীয়া সাহিত্য আৰু মহিলা লেখক' (২০০৮)। শিশু সাহিত্য ঃ 'বেতালৰ সাধু' (২০০০)। অনূদিত গ্ৰন্থ —'মা-দেউতা-বাইভনী' (অনুবাদ, ২০০৫), 'অন্দৰ মহল' (২০০৫)। সংগ্ৰহ ঃ 'অসমীয়া ভাষাত বিদেশী শব্দ' (২০০০)। পাঠ্যপুথি ঃ 'মৰ্ডান ইংলিছ গ্ৰামাৰ এণ্ড কম্পজিচন' (১৯৮৪), 'ষ্টেণ্ডাৰ্ড এছে এণ্ড লেটাৰ্ছ' (১৯৮৫)। নৰকান্ত বৰদলৈয়ে ২০০৫ খ্ৰী.ত সাহিত্যিক পুৰস্কাৰ আৰু ২০০৬ খ্ৰী.ত সাহিত্যিক পেন্সন লাভ কৰে।

**নৱলতা কোঁৱৰ (জন্ম ঃ ৩১ মাৰ্চ, ১৯৪৭ খ্ৰী.)**

নৱলতা কোঁৱৰৰ জন্মস্থান শিৱসাগৰ জিলাৰ মেছাগড়। কবি নৱলতা কোঁৱৰ এগৰাকী অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। তেওঁৰ প্ৰকাশিত কবিতাপুথিসমূহ হ'ল—'বনলতা' (২০০৫), 'জোনাক আন্ধাৰ আৰু জীৱন' (২০০৬),

'দুচকুৰ নীলা' (২০০৬), 'হৃদয় তৰঙ্গ' (২০০৭) আৰু 'অনুভৱৰ উপকূল' আদি।

**নৱাব আলি (জন্ম ঃ ১৯৪২ খ্ৰী.)**

নৱাব আলিৰ জন্মস্থান দৰং জিলাৰ হাবিভাঙ্গা। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'এটি মন অলেখ হিয়া', 'বন্ধন মুক্তি' (সামাজিক উপন্যাস), 'প্ৰতিচ্ছবি', 'নিবিড় নিশাৰ উচুপনি' আদি।

**নবীন বৰুৱা (জন্ম ঃ ১৯৪৫ খ্ৰী.)**

নবীন বৰুৱাৰ জন্মস্থান শিৱসাগৰ জিলা। স্নাতক ডিগ্ৰীধাৰী বৰুৱা অসম চৰকাৰৰ মীন বিভাগৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। বৰুৱাদেৱে আকাশবাণী গুৱাহাটীত কাৰ্যনিৰ্বাহ কৰাৰ উপৰিও সদৌ অসম পুথি প্ৰকাশন আৰু বিক্ৰেতা সন্থাৰ সভাপতিৰ দায়িত্ব পালন কৰিছিল। তেখেতে কেইবাখনো উপন্যাসেৰে অসমীয়া সাহিত্যৰ দিশটো টনকিয়াল কৰে। লেখকৰ প্ৰকাশিত উপন্যাসকেইখন হ'ল—'মন অজন্তা' (১৯৬৯), 'কটন কলেজ' (১৯৭০), 'প্ৰেমিকা' (১৯৭০), 'অমোঘ নিবিড় অন্ধকাৰ' (১৯৭৩), 'ফিনিক্স পখীৰ গান' (১৯৭০) আৰু 'গোটা তেজৰ সাৰ'। ইয়াৰ উপৰি 'একান্ত ব্যক্তিগত' (১৯৮৩ লিখকৰ একমাত্ৰ গল্প সংকলন।

**নাৰায়ণ ঘাটোৱাৰ (জন্ম ঃ ২৭ আগষ্ট, ১৯৪১ খ্ৰী.)**

নাৰায়ণ ঘাটোৱাৰৰ জন্মস্থান ৰংচঙী গাঁও, ডিব্ৰুগড়। অৱসৰপ্ৰাপ্ত শিক্ষক ঘাটোৱাৰৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ঝুম'ৰ গীতৰ মাজেদি বনুৱা জীৱনত এভুমুকি', 'চাহ বনুৱাৰ সাংস্কৃতিক জীৱনত এভুমুকি'।

তদুপৰি লেখকে নতুন অসমীয়া কাকতৰ যোগেদি চাহ জনগোষ্ঠীৰ লোকগীত ঝুমৰ সম্পৰ্কে কেইবাটাও তথ্য সমৃদ্ধ চিন্তামূলক প্ৰবন্ধ লিখে।

**ড° নাৰায়ণ দাস (জন্ম ঃ ১৯৪৮ খ্ৰী.)**

ড° নাৰায়ণ দাসৰ জন্মস্থান কামৰূপ জিলাৰ আজাৰা। ড° দাসে অসমীয়া বিভাগত ১৯৬৮ বৰ্ষত ভাষা আৰু ১৯৭০ বৰ্ষত সাহিত্যত স্নাতকোত্তৰ, ১৯৮৪ বৰ্ষত এম. ফিল, ১৯৯৩ বৰ্ষত ব্ৰজবুলি, এক সমীক্ষাত্মক অধ্যয়ন বিষয়ত পি. এইচ. ডি ডিগ্ৰী লাভ কৰে। ১৯৭০ খ্ৰীষ্টাব্দত কামপুৰ কলেজ আৰু ১৯৭০-৮৯ খ্ৰীষ্টাব্দলৈ দৰং কলেজত অধ্যাপনা কৰা শ্ৰী দাসে ২০০০ খ্ৰীষ্টাব্দত দক্ষিণ কামৰূপ ছোৱালী মহাবিদ্যালয়ৰ অধ্যক্ষ পদত অধিষ্ঠিত হৈ অৱসৰ গ্ৰহণ কৰে। সাহিত্য সংস্কৃতিৰ লগত জড়িত নিষ্ঠাৱান লেখক দাসৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'বিশ্বলিপিৰ ভূমিকা' (১৯৯৩), 'শোণিতপুৰীয়া সংস্কৃতিৰ ৰূপৰেখা' (১৯৭৯), 'উনবিংশ শতাব্দীৰ তেজপুৰ অঞ্চল' (১৯৭৮), 'পাঠ সমীক্ষাৰ ভূমিকা' (১৯৭৮), 'পুৰণি অসমৰ চিত্ৰকলা' (১৯৭৯), 'শংকৰী সাহিত্যৰ ভূমিকা' (১৯৮৯), 'ব্ৰজবুলি ভাষা আৰু সাহিত্য' (১৯৯০), 'ভট্টদেৱ জীৱন আৰু সাহিত্যকৃতি' (১৯৯৬) আৰু 'ৰচনা সঞ্চয়ন' (যুটীয়া সম্পাদনা, ২০০২)। সম্পাদনা গ্ৰন্থ ঃ 'সুভদ্ৰাহৰণ নাট' (১৯৮৬), 'কথা গীতা' (১৯৮৬), 'কুমাৰ হৰণ নাট' (১৯৮৬), 'বভ্ৰুবাহনৰ যুদ্ধ' (১৯৮৬), 'জন্মযাত্ৰা নাট' (১৯৮৭), 'ৰুক্মিণী হৰণ নাট' (১৯৮৮), 'ৰুক্মিণী হৰণ কাব্য' (১৯৮৮), 'ভট্টদেৱ আৰু ভাগৱত কথা' (১৯৯৫), 'কথা ঘোষা' (১৯৯৮), 'অসমীয়া সাহিত্যত পাশ্চাত্য প্ৰভাৱ' (যুটীয়া, ১৯৯৪) আৰু 'অসমীয়া সংস্কৃতিৰ কবিতা' (১৯৯৬)।

**নাৰায়ণচন্দ্ৰ গোস্বামী (জন্ম ঃ ১৯৪২ খ্ৰী.)**

নাৰায়ণচন্দ্ৰ গোস্বামীয়ে সত্ৰস্থ প্ৰাথমিক বিদ্যালয় (কমলাবাৰী), সত্ৰৰ বহাতে গৃহ শিক্ষকৰ দ্বাৰা হিন্দী, ইংৰাজী, সংস্কৃত টোলৰ পৰা শিক্ষা লাভ কৰি বাৰ বছৰ বয়সত (১৯৫৪ খ্ৰী.) ডেকা সত্ৰাধিকাৰ, ত্ৰিছ (১৯৭২ খ্ৰী.) বছৰ বয়সত সত্ৰাধিকাৰ পদাভিষিক্ত হয়। ১৯৭৪ খ্ৰীষ্টাব্দৰ পৰা গোস্বামীদেৱে সত্ৰস্থ সংস্কৃত টোলৰ অধ্যক্ষৰূপে সেৱা আগবঢ়ায়. তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'শংকৰী ধৰ্ম সংস্কৃতিৰ অন্তৰ্জল' (১৯৭৪), 'অস্পৃশ্যতা বৰ্জন' (১৯৭৬), 'দমোদৰদেৱৰ গুৰু কোন?' (১৯৭৭), 'সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা' (১৯৮৪), 'ব্ৰজাৱলী ভাষাৰ ব্যাকৰণ আৰু অভিধান' (১৯৯০), 'অসমত ভাওনাৰ পৰম্পৰা' (১৯৯৩), 'গুৰু কোন?' (১৯৯৬), 'কীৰ্তন-ঘোষা আৰু নামঘোষাৰ তত্ত্বাৰ্থ সমীক্ষা' (১৯৯৬)। নাটক ঃ 'গয়াসুৰৰ হৰিপাদপদ্ম লাভ' (১৯৬৫), 'ৰাসলীলা' (১৯৬৬), 'অয়ন্তী উদ্ধাৰ' (১৯৬৭),

'প্ৰহ্লাদৰ বৈকুণ্ঠ অভিযান' (১৯৬৮), 'অন্ধকাসুৰ বধ' (১৯৬৯), 'দ্বাপৰৰ দৰ্পচূৰ্ণ' (১৯৭০), 'ৰাম-হনুমানৰ যুদ্ধ' (১৯৯৮), 'নৰকাসুৰ বধ' (১৯৯৮)। সম্পাদিত পুথি ঃ 'কীৰ্তন-ঘোষা আৰু নামঘোষা' (১৯৯২, ১৯৯৯), 'বৰগীত' (১৯৯৭)।

**নাৰায়ণচন্দ্ৰ শৰ্মা (জন্ম ঃ ২০ মে', ১৯৪৭ খ্ৰী.)**

নাৰায়ণচন্দ্ৰ শৰ্মাৰ জন্মস্থান বৰপেটা জিলাৰ পাঠশালা। অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা শৰ্মা গোৱালপাৰাৰ পৃথ্বিৰাম চৰকাৰী উচ্চতৰ মাধ্যমিক আৰু বহুমুখী বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। পাঠশালা সাহিত্য সভাৰ প্ৰাক্তন সভাপতি নাৰায়ণচন্দ্ৰ শৰ্মাই তিনিখন পুথি ৰচনা কৰিছে। তেওঁৰ প্ৰকাশিত পুথি তিনিখন হ'ল—'জোনাকত আন্ধাৰৰ ছবি' (কবিতা পুথি, ২০০৩), 'মুগুৰীয়া ভাতৃসংঘৰ চমু ইতিবৃত্ত' (২০০০), 'আলোকৰে যাত্ৰা' (২০০১) আৰু তেওঁ সম্পাদনা কৰা স্মৃতিগ্ৰন্থখন হ'ল—'ধ্বনি' (২০০২)।

**নাৰায়ণচন্দ্ৰ বৰুৱা (জন্ম ঃ ১ নবেম্বৰ, ১৯৪৯ খ্ৰী.)**

নাৰায়ণচন্দ্ৰ বৰুৱাৰ জন্মস্থান দৰং জিলাৰ নাপ্তাপাৰা। ডাহী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত বিষয় শিক্ষক বৰুৱাৰ প্ৰকাশিত পুথি দুখন হ'ল— 'কবিতা প্ৰবাহ' (কবিতা, ২০০৭), 'দৰঙী প্ৰবচন সংকলন' (প্ৰবচন সংগ্ৰহ, ২০০৮)।

**নাৰায়ণচন্দ্ৰ বৰ্মণ (জন্ম ঃ ১ এপ্ৰিল, ১৯৪১ খ্ৰী.)**

প্ৰয়াত নাৰায়ণচন্দ্ৰ বৰ্মণৰ জন্মস্থান নলবাৰী জিলাৰ ককয়া। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'কেঁচা কাঠৰ জুই' (২০০৭), 'শংকৰ বিভ্ৰাট'। ইয়াৰ উপৰিও লেখকৰ ইংৰাজী ভাষাতো পুথি প্ৰকাশ কৰিছে।

**নাৰায়ণচন্দ্ৰ দেৱ শৰ্মা (জন্ম ঃ ১ ছেপ্টেম্বৰ, ১৯৫০ খ্ৰী.)**

প্ৰয়াত নাৰায়ণচন্দ্ৰ দেৱশৰ্মাৰ জন্মস্থান দৰং জিলাৰ উত্তৰ বোক্ৰাঝাৰ। স্নাতক ডিগ্ৰী লাভ কৰা দেৱশৰ্মা টেঙাবাৰী জনতা বিদ্যাপীঠ হাইস্কুলৰ



অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মুকুতামালা সংগ্ৰহ', 'মঙ্গলদৈৰ গৌৰৱ শ্ৰীঅতুলচন্দ্ৰ বৰুৱা' (জীৱনালেখ্য, ১৯৭৪) আৰু 'মঙ্গলা' (প্ৰবন্ধপুথি, ১৯৭৪)।

**নাহেন্দ্ৰ পাদুন (জন্ম ঃ ১৯ মাৰ্চ, ১৯৪১ খ্ৰী.)**

গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা নাহেন্দ্ৰ পাদুনে শিক্ষকতাৰে কৰ্মজীৱন আৰম্ভ কৰি পৰৱৰ্তী কালত ডুমডুমা মহাবিদ্যালয় (১৯৭০) আৰু তাৰ পাছত ১৯৭১ খ্ৰীষ্টাব্দত শিৱসাগৰ মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপকৰূপে অৱসৰ গ্ৰহণ কৰে। মিচিং আগম কেবাঙৰ সভাপতি, অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক (১৯৯১-৯২) নাহেন্দ্ৰ পাদুনৰ প্ৰকাশিত পুথিসমূহ হ'ল ঃ কবিতাপুথি—'তেওঁ মোৰ লগৰীয়া' (১৯৭৪),'অচিন অনুৰাগ' (১৯৯১)। অন্যান্য পুথি ঃ 'ভাষাৰ তত্ত্বকথা' (১৯৯৩), 'অসমীয়া সংস্কৃতিলৈ জনজাতীয় বৰঙনি' (১৯৮৮), 'মিচিং ভাষাৰ লিপি ঃ এটি পৰীক্ষামূলক আঁচনি' (১৯৬৯), 'মিছিং আগম লুয়িৰ' (১৯৭০), 'মিছিং আগম আয়গিৰ' (১৯৭১), 'মিছিং লোক সাধু' (১৯৮৮), 'মিছিং অসমীয়া পাঠ' (১৯৮১), 'মিছিং ভাষাৰ বাবে সংশোধিত ৰোমান লিপি' (১৯৯০)।

**নিজৰা বৰা (জন্ম ঃ ২৩ অক্টোবৰ, ১৯৫০ খ্ৰী.)**

নগাঁও জিলাৰ হাতীচোং কুজিদাঁহ গাঁৱত জন্মগ্ৰহণ কৰা নিজৰা বৰাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'আশাৰ উচুপনি' (১৯৯১), 'অনুলেখা আৰু এজাক ধুমুহা' (উপন্যাস, ২০০২) আৰু 'নিঃসংগতাত এমুঠি জোনাক' (গল্পপুথি, ২০০১)।

**নিজৰা ভট্টাচাৰ্য (জন্ম ঃ ২০ জানুৱাৰী, ১৯৪৭ খ্ৰী.)**

নিজৰা ভট্টাচাৰ্যৰ জন্মস্থান শোণিতপুৰ জিলাৰ তেজপুৰ। বৰ্তমান মঙলদৈৰ বিষ্ণুনগৰ নিবাসী ভট্টাচাৰ্য ৪৬ নং টেঙাবাৰী প্ৰাথমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। তেওঁৰ দুখন সাধু কথাৰ প্ৰকাশিত পুথি—'হিমকোঁৱৰৰ সাধু' (২০০৮) আৰু 'যাদু লগা টুপী' (২০০৮)।

**ড° নিত্যানন্দ গগৈ (জন্ম : ১ অক্টোবৰ, ১৯৫০ খ্ৰী.)**

ড° নিত্যানন্দ গগৈৰ জন্মস্থান লখিমপুৰ জিলাৰ ঘিলামাৰা, জালভাৰী। সম্প্ৰতি তেওঁ শোণিতপুৰ জিলাৰ বিশ্বনাথ চাৰিআলি, মধুপুৰৰ বাসিন্দা। স্নাতকোত্তৰ আৰু পি. এইচ. ডি ডিগ্ৰীধাৰী ড° গগৈ বিশ্বনাথ মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল— 'শ্ৰীঠাকুৰ চৰিত' (শ্ৰীমন্ত শংকৰদেৱৰ বংশধৰসকলৰ জীৱন-চৰিত, ১৯৯০), 'বুৰঞ্জীয়ে পৰশা বিশ্বনাথ প্ৰান্তৰ' (১৯৯০) আৰু 'অসম বুৰঞ্জী' (২০০০)।

**নিত্যানন্দ শৰ্মা (জন্ম : ৩ মাৰ্চ, ১৯৪৭ খ্ৰী.)**

নিত্যানন্দ শৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ নন্দগাঁও। স্নাতক (১৯৬৫) ডিগ্ৰীধাৰী শৰ্মাই অসমৰ সমবায় বিভাগৰ সহকাৰী পঞ্জীয়ক পদৰ পৰা অৱসৰ গ্ৰহণ (২০০৩) কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'শিখা' (কবিতা পুথি, ১৯৭৪), 'ৰং আহে পাখি মেলি' (কবিতা পুথি, ১৯৭৬), 'গীতি মল্লিকা' (গীতৰ পুথি, ১৯৭৯), 'অপৰাজিতা' (উপন্যাস, ১৯৮১), 'সমবায় জ্যোতি' (১৯৭৮), 'গীতি মল্লিকা' (২য় খণ্ড), 'তীব্ৰ তৃষ্ণা' (পাণ্ডুলিপি) আৰু 'চকুলোৰে লেখা' (পাণ্ডুলিপি)।

**নিত্যানন্দ সেনাপতি (জন্ম : ১ জানুৱাৰী, ১৯৪৪ খ্ৰী.)**

নিত্যানন্দ সেনাপতিৰ জন্মস্থান লক্ষীমপুৰ জিলাৰ নাওবৈচা, নাহৰবাৰী। স্নাতক আৰু বি. টি. ডিগ্ৰীধাৰী সেনাপতি নাওবৈচা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। বিভিন্ন ধৰণৰ সামাজিক-সাংস্কৃতিক অনুষ্ঠানৰ লগত জড়িত নিত্যানন্দ সেনাপতিয়ে বিভিন্ন আলোচনী, স্মৃতিগ্ৰন্থ, স্মৰণিকা, পত্ৰিকা আদিত ভালেমান প্ৰবন্ধ, কবিতা লিখিছে। কেইবাখনো আলোচনী সম্পাদনাৰ দায়িত্ব গ্ৰহণ কৰা সেনাপতিয়ে প্ৰায় ত্ৰিশখনমান একাংকিকা নাট ৰচনা কৰে। বৰ্তমান লক্ষীমপুৰ জিলা সাহিত্য সভাৰ সভাপতি সেনাপতিৰ প্ৰকাশিত পুথিসমূহ হ'ল—'গোপন চকুলো' (গল্পপুথি), 'আহত গুঞ্জন' (উপন্যাস, ১৯৯৮)।



**নিৰঞ্জন শৰ্মা (জন্ম : ১ নৱেম্বৰ, ১৯৪৮ খ্ৰী.)**

নিৰঞ্জন শৰ্মাৰ জন্মস্থান দৰং জিলাৰ আনন্দিপাৰা। স্নাতক ডিগ্ৰীধাৰী শৰ্মা ভাৰতীয় ষ্টেট বেংকৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথি—'বিতৰ্ক' (উপন্যাস, ১৯৮৪, ১৯৮৫)।

**নিৰঞ্জনা ভূঞা (জন্ম : ১৯৪৭ খ্ৰী.)**

বৰ্তমান যোৰহাট নিবাসী নিৰঞ্জনা ভূঞা এগৰাকী কবি। তেওঁৰ প্ৰকাশিত কবিতাপুথি দুখন হ'ল—'মৰম' (১৯৬৮) আৰু 'ডেউকাত সময়ৰ শব্দ' (১৯৮৪)।

**নিৰদা চৌধুৰী বৰুৱা (জন্ম : ১ মাৰ্চ ১৯৪৮ খ্ৰী.)**

নিৰদা চৌধুৰী বৰুৱাই নলবাৰী জিলাত জন্ম লাভ কৰে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা চৌধুৰী বৰুৱা অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষয়িত্ৰী। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'নিশিগন্ধা'।

**ড° নিৰদা মহন্ত (জন্ম : ১ জুন, ১৯৪৬ খ্ৰী.)**

স্নাতকোত্তৰ ডিগ্ৰীধাৰী ড° নিৰদা মহন্ত অৱসৰপ্ৰাপ্ত অধ্যাপিকা। ড° মহন্তৰ প্ৰকাশিত পুথিকেইখন হ'ল—'নাৰী, নাৰীত্ব আৰু আদৰ্শ' (প্ৰবন্ধ), 'প্ৰাণ গংগাৰ ঢৌ' (কবিতাপুথি), 'স্মৃতিতীৰ্থ' (জীৱনীপুথি), 'নাম প্ৰেমৰ জৰী' (দিহানাম) আৰু 'প্ৰজাপত্য' (বিয়ানাম)।

**নিৰদা সন্দিকৈ (জন্ম : ৬ জুলাই, ১৯৫০ খ্ৰী.)**

নিৰদা সন্দিকৈৰ জন্মস্থান ডিব্ৰুগড় জিলাৰ চাবুৱা ৰঙামাটি বাগান। স্নাতক ডিগ্ৰীধাৰী সন্দিকৈ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'চিনাকী নদীৰ ঘাট' (কবিতাপুথি, ২০০৭), 'অন্য এক আকাশ' (কবিতা পুথি, ২০০৭), 'সন্ধ্যা তৰাৰ হাঁহি' (কবিতাপুথি, ২০০৮)।

**নিৰলা শইকীয়া (জন্ম : ১৯৪৮ খ্ৰী.)**

লখিমপুৰ জিলাত জন্মগ্ৰহণ কৰা নিৰলা শইকীয়া বৰ্তমান যোৰহাট নিবাসী। লেখিকাৰ প্ৰকাশিত পুথি দুখন হ'ল—'বকুলীৰ বিয়া' (গল্প

সংকলন, ২০০০) আৰু 'অভিনৱ জ্যোতি' (জীৱনী, ২০০২)।

**নিৰু শৰ্মা (জন্ম ঃ ১৬ ডিচেম্বৰ, ১৯৪৩ খ্ৰী.)**

বৰ্তমান নগাঁও নিবাসী নিৰু শৰ্মা অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। তেখেতৰ প্ৰকাশিত পুথি দুখন হ'ল—'ধুনু কাইলৈ ডাঙৰ হ'ব' (শিশু কবিতা) আৰু 'জোনাকত মোৰ গাঁও' (কবিতা)।

**নিৰুপমা দাস (জন্ম ঃ ২৫ জুন ১৯৪৪ খ্ৰী.)**

নিৰুপমা দাসৰ জন্মস্থান বৰপেটা জিলাৰ সুন্দৰীদিয়া। এগৰাকী কবি দাসৰ একমাত্ৰ কবিতাপুথিখন হ'ল—'সৰাফুল বুটলি বুটলি' (২০০৮)।

**নিৰুপমা বৰুৱা (জন্ম ঃ ২০ জানুৱাৰী, ১৯৪১ খ্ৰী.)**

নিৰুপমা বৰুৱাৰ জন্মস্থান নগাঁও জিলাৰ পূবথৰীয়া। বৰুৱাই কলিয়াবৰ বৰুৱাচুক প্ৰাথমিক বিদ্যালয়ৰ পৰা প্ৰধান শিক্ষয়িত্ৰীৰূপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'অ' মোৰ বনৰে মৌ' (১৯৮৭), 'গুৰু সোঁৱৰণ' (২০০৯), 'ওমলো আহাঁ' (২০০০), 'কোন কাৰ বাবে' (২০০২) আৰু 'নেওঁতা শিক্ষা' (১৯৯৭)। বৰুৱা ৰাষ্ট্ৰীয় কৃতী শিক্ষকৰ বঁটাৰে সন্মানিত।

**নিৰুপমা মিশ্ৰ (জন্ম ঃ ৫ ফেব্ৰুৱাৰী, ১৯৪৩ খ্ৰী.)**

বিশিষ্ট সমাজসেৱী আৰু সাহিত্যসেৱী নিৰুপমা মিশ্ৰৰ জন্মস্থান নলবাৰী। প্ৰধানতঃ শিশু সাহিত্যিক আৰু অনুবাদিকা নিৰুপমা মিশ্ৰৰ ৰচিত পুথিসমূহ হ'ল—'পাখিয়ে পাখিয়ে ৰং' (শিশু উপন্যাস, ১৯৮৩), 'মহাভাৰতৰ কাহিনী' (অনূদিত মূল মহাভাৰত কি কথায়ে, ১৯৮৬), 'সাধুত আছে যাদু' (১৯৯০), 'সাধুৰ কৰণি' (১৯৯২), 'সোণ সঁফুৰা' (১৯৯৪), 'পাপুমণিৰ সপোন' (১৯৯৫), 'সাধুৰ সঁফুৰা', 'ৰূপ মনোলোভা গোন্ধ মনোহৰা' (শিশু উপন্যাস, ২০০৫)। ইয়াৰ উপৰিও নিৰুপমা মিশ্ৰই সদৌ অসম লেখিকা সমাৰোহ সমিতি আৰু বৰপেটা লেখিকা সমাৰোহ সমিতিৰ মুখপত্ৰকে আদি কৰি প্ৰায় দহখনমান গ্ৰন্থ সম্পাদনা কৰিছে। নিৰুপমা মিশ্ৰই একাধিক বঁটা-বাহন লাভ কৰিছে। তাৰ ভিতৰত ১৯৭৯ খ্ৰীষ্টাব্দত অসম প্ৰকাশন পৰিষদ আৰু ১৯৮৪



খ্ৰীষ্টাব্দত অসম সাহিত্য সভাৰ পৰা শিশু সাহিত্যিক বঁটা লাভ, ২০০৬ খ্ৰীষ্টাব্দত সাহিত্যিক পেন্সন লাভ, বৰপেটা জিলা সাহিত্য সভাৰ পৰা কৰুণা দত্ত সোঁৱৰণী শিশু সাহিত্য বঁটা লাভ উল্লেখযোগ্য।

**নিশুতি মজুমদাৰ (জন্ম ঃ ১ ছেপ্টেম্বৰ, ১৯৪৫ খ্ৰী.)**

নিশুতি মজুমদাৰৰ জন্মস্থান হাইলাকান্দি জিলাৰ চন্দ্ৰপুৰ। সম্প্ৰতি গুৱাহাটী নিবাসী মজুমদাৰ পি. ডব্লিউ ডি. বিভাগৰ অৱসৰপ্ৰাপ্ত মুখ্য অভিযন্তা। তেওঁৰ অসমীয়া ভাষাত ৰচিত পুথিকেইখন হ'ল—'সোণালী বাসনাবোৰ' (কাব্য গ্ৰন্থ, ১৯৯৫), 'তুমি আৰু মই' (কাব্য, ২০০৪), 'তোমাৰ বাবে' (কাব্য গ্ৰন্থ, ১৯৯৭)। তদুপৰি লেখকৰ বাংলা আৰু হিন্দী ভাষাত তেৰখনমান গ্ৰন্থ পোৱা যায়।

**নিহাৰী ৰাভা (জন্ম ঃ ৯ মে' ১৯৪৯ খ্ৰী.)**

নিহাৰী ৰাভাৰ জন্মস্থান গোৱালপাৰা জিলাৰ ৰংচাই। তেওঁৰ প্ৰকাশিত একমাত্ৰ কবিতাপুথিখন হ'ল—'সোণতৰা' (২০০৩)।

**নীত্যেন বৰুৱা (জন্ম ঃ ১ এপ্ৰিল, ১৯৪১ খ্ৰী.)**

নীত্যেন বৰুৱাৰ জন্মস্থান শিৱসাগৰ জিলাৰ নামতি, নতুন সোণপৰীয়া। বৰ্তমান তেওঁ ডিব্ৰুগড় জিলাৰ লাচিত নগৰ নিবাসী। স্নাতকোত্তৰ আৰু বি. টি. ডিগ্ৰী লাভ কৰা বৰুৱা অৱসৰপ্ৰাপ্ত অধ্যক্ষ (নগালেণ্ড শিক্ষা বিভাগ)। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ইতিহাসৰ নিৰ্বাচিত অধ্যায়' (বুৰঞ্জীমূলক, ২০০৩), 'বহাগ বিহুৰ নান্দনিক ৰূপ' (বিহু সম্বন্ধীয়, ২০০৪), 'মহাপুৰুষ শংকৰদেৱ আৰু অসমৰ নৱ-বৈষ্ণৱবাদ' (ধৰ্ম বিষয়ক, ২০০৫)।

**নীলকান্ত নাথ (জন্ম ঃ ৩০ জুন, ১৯৪৭ খ্ৰী.)**

নীলকান্ত নাথৰ জন্মস্থান দৰং জিলাৰ ছিপাঝাৰ, গৰৈমাৰা। বৰ্তমান তেওঁ নবীন নগৰ, জু-ৰোড, গুৱাহাটী, কামৰূপ জিলাৰ বাসিন্দা। অসম চৰকাৰৰ জলসম্পদ বিভাগৰ অভিযন্তা হিচাপে অৱসৰ গ্ৰহণ কৰা নাথৰ প্ৰকাশিত পুথি নাই। গুৱাহাটীৰ পৰা প্ৰকাশিত ভালেকেইখন সমসাময়িক

আগশাৰীৰ বাতৰি কাকত, আলোচনীত নাথ ধৰ্ম, যোগী জাতি, নাথ সাহিত্য সংস্কৃতিৰ ওপৰত ভালেমান প্ৰবন্ধ প্ৰকাশ পায়। তেওঁৰ সম্পাদিত আলোচনী 'যুগতীৰ্থ'।

**নীলিমা বৰঠাকুৰ (জন্ম ঃ ৪ অক্টোবৰ, ১৯৪৮ খ্ৰী.)**

ড° নীলিমা বৰঠাকুৰৰ জন্মস্থান ডিব্ৰুগড় জিলাৰ পল্টন বজাৰ। সংগীতৰ চেতাৰ বিষয়ত বিশাৰদ বৰঠাকুৰ সংগীত বিদ্যাপীঠ আৰু প্ৰয়াগ সংগীত সমিতিৰ পৰা প্ৰবীণ ডিগ্ৰী লাভ কৰে। তেওঁৰ সংগীত বিষয়ক প্ৰকাশিত পুথি তিনিখন হ'ল—'চেতাৰ বিজ্ঞান' (১৯৮০), 'ভাৰতীয় সংগীত সাধক' (যুটীয়া, ১৯৯৯) আৰু 'সংগীত পৰিচয়' (যুটীয়া)।

**নীলিমা বৰা (জন্ম ঃ ১৯৫০ খ্ৰী.)**

নীলিমা বৰাৰ জন্মস্থান নগাঁও জিলাৰ কলংপাৰ। স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা বৰাৰ প্ৰকাশিত পুথিসমূহ হ'ল—উপন্যাস ঃ 'মৌন গুঞ্জন', 'জুয়ে পোৰা সোণ' (জয়দেৱ সোঁৱৰণী বঁটাপ্ৰাপক, ১৯৮২), 'প্ৰত্যাশা' (১৯৮২, ৰাজ্যিক ভিত্তিক পুৰস্কাৰপ্ৰাপ্ত), 'অমৃত অনুভৱ' (১৯৮৭, ৰাজ্যিক পুৰস্কাৰপ্ৰাপ্ত), 'অন্য এক প্ৰতীক্ষা' (পুণ্যপ্ৰভা ৰাজখোৱা সোঁৱৰণী বঁটা প্ৰাপ্ত, ১৯৯২), 'মোৰ প্ৰিয় গল্প', (গল্প সংকলন), 'হৃদয়ে বিচাৰে কি' (গোবিন্দ মহন্ত সোঁৱৰণী বঁটা প্ৰাপ্ত, ২০০৫), 'জেচমিন' (পুণ্যপ্ৰভা ৰাজখোৱাৰ সোঁৱৰণী বঁটাপ্ৰাপ্ত, ২০০৭) আৰু 'মৈদামৰ মাও চেং' (পুণ্যপ্ৰভা ৰাজখোৱা সোঁৱৰণী বঁটাপ্ৰাপ্ত, ২০১০)। 'অদৃশ্য ঈশ্বৰৰ বাবে' (কবিতা সংকলন), 'প্ৰতিলত এটি নিশ্বাস' (গল্প সংকলন)।

শিশু সাহিত্য ঃ 'মৰমিয়াল পখিলাটি' (সাধু পুথি, ৰাষ্ট্ৰীয় পুৰস্কাৰপ্ৰাপ্ত, ১৯৯৪), 'ফাগুণৰ ৰং' (ৰাজ্যিক পুৰস্কাৰপ্ৰাপ্ত, ১৯৯৫), 'এজন সঁচা মানুহ' (ৰাজ্যিক পুৰস্কাৰ প্ৰাপ্ত, শিশু জীৱনী গ্ৰন্থ, ১৯৯৫), 'ওমলা পৰত মৌপিয়া' (ৰাজ্যিক পুৰস্কাৰপ্ৰাপ্ত, ২০০৪), 'মৌমি' (২০০৭, ৰাজ্যিক পুৰস্কাৰপ্ৰাপ্ত), 'সোঁৱৰণীত তিনিদিন' (ৰাজ্যিক পুৰস্কাৰপ্ৰাপ্ত, ২০১০), 'টুনটুনী', 'জোনাকী', 'এজাক পৰীৰ সাধু', 'এধানি ৰঙিলী' আদি ভালেমান গ্ৰন্থৰ প্ৰণেতা।



**নীলিমা শৰ্মা (জন্ম ঃ ১৯৪৮ খ্ৰী.)**

নীলিমা শৰ্মাৰ জন্মস্থান যোৰহাট জিলা। লেখিকাৰ প্ৰকাশিত পুথিসমূহ হ'ল—উপন্যাস ঃ 'অতৃপ্ত আত্মাৰ কাহিনী' (১৯৭৮), 'অন্বেষণ' (১৯৭৯), 'ত্ৰিমূৰ্তি' (১৯৯০), 'মহানগৰৰ বীজাণু' (১৯৯৫), 'শেৱালী ফুলৰ মালিতা' (৩ খন সংকলন, ১৯৯৯) আৰু 'ঈপ্সিত সুগন্ধিৰ সুবাসেৰে' (২০০৩)। গল্প সংকলন ঃ 'প্ৰাণ আৰু প্ৰাচুৰ্য' (যুটীয়া, ১৯৮২), 'পোতা পিতনিত নতুন বহাগ' (১৯৯০), 'বুকুত এজাক ধুমুহা' (২০০১), 'অনুভৱৰ শিলালিপি' (২০০৮), 'নীলিমা শৰ্মাৰ নিৰ্বাচিত গল্প সংকলন' (২০১০)। শিশু উপন্যাস ঃ 'আলোকৰ বাটেদি' ('হীৰকজ্যোতি' (২০০১), 'তৰাফুলৰ আকাশ' (২০০৩), 'ৰং বিৰঙৰ সাধু' (১৯৯১), 'কুৰুক্ষেত্ৰ'।

ইয়াৰ উপৰি লেখিকাৰ আন দুখনি পুথি হ'ল 'স্পন্দন' (গীতি সংকলন, ১৯৯০) আৰু ন-পোহৰৰ জিলিঙনি'।

**নীহাৰ দেৱী (জন্ম ঃ ৩ জুন, ১৯৪৫ খ্ৰী.)**

নীহাৰ দেৱীৰ জন্মস্থান ফতেপুৰ, বালিজান। অৱসৰপ্ৰাপ্ত শিক্ষক নীহাৰ দেৱীৰ একমাত্ৰ প্ৰকাশিত গল্পপুথিখন হ'ল—'এজনী গাভৰুৰ মৃত্যু'।

**নুৰ মহম্মদ (জন্ম ঃ ১ জুলাই, ১৯৫০ খ্ৰী.)**

নুৰ মহম্মদৰ জন্মস্থান মৰিগাঁও জিলাৰ জাপৰিগাঁও। কলা আৰু বিজ্ঞান দুয়োটা বিষয়তে স্নাতক ডিগ্ৰী লাভ কৰা মহম্মদ বালিজান মধ্য ইংৰাজী বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'আকাশৰ ৰঙা নীলা ৰংবোৰ' (উপন্যাস, ১৯৬৮) আৰু 'ৰ'দালি প্ৰভাত' (কবিতা সংকলন, ২০০৯)।

**ড° নৃপেন্দ্ৰনাথ শৰ্মা (জন্ম ঃ ১৯ নৱেম্বৰ, ১৯৪৬৭ খ্ৰী.)**

ড° নৃপেন্দ্ৰনাথ শৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ সন্ধেলী গাঁও বৰ্তমান তেওঁ নলবাৰীৰ গোপাল বজাৰ নিবাসী। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা

সংস্কৃত বিষয়ত স্নাতকোত্তৰ আৰু পি. এইচ. ডি. ডিগ্ৰী লাভ কৰা ড° শৰ্মা ১৯৭৩ খ্ৰী.ত সাহিত্য শাস্ত্ৰী, ১৯৭৬ খ্ৰী.ত বংগীয় শিক্ষা পৰিষদৰ পৰা স্বৰ্ণ পদকসহ প্ৰথম শ্ৰেণীৰ কাব্যতীৰ্থ উপাধি লাভ কৰে। নলবাৰী সংস্কৃত কলেজৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ ড° শৰ্মাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'Asvaghosha's Budha Charita : A Study' (গৱেষণা গ্ৰন্থ, ২০০৩), 'প্ৰবন্ধমালা' (২০০৯), 'ৰত্নমঞ্জুৰী' (২০০৯), 'জীৱনী সঞ্চয়ন' (২০০৯)। ইয়াৰ উপৰিও তেওঁৰ বহুতো প্ৰবন্ধ অসম আৰু ভাৰতৰ বিভিন্ন স্থানৰ আলোচনীত প্ৰকাশিত হৈছে।

২০০৪ খ্ৰী.ত কৃতী শিক্ষকৰ ৰাষ্ট্ৰীয় বঁটা লাভ কৰা ড° নৃপেন্দ্ৰনাথ শৰ্মাই ২০০৯ খ্ৰী.ত অসম চৰকাৰৰ এককালীন সাহিত্য বঁটা লাভ কৰিছিল।

**নোমল দাস (জন্ম : ১ ফেব্ৰুৱাৰী, ১৯৪৭ খ্ৰী.)**

নোমল দাসৰ জন্মস্থান মৰিগাঁও জিলাৰ শিমলুগুৰি। আঁহতগুৰিৰ মৰাকলং বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক দাসৰ প্ৰকাশিত পুথিসমূহ হ'ল—'সেৱা লহৰী' (কবিতা, ১৯৬৮), 'আঁহতগুৰিৰ ম'হযুঁজ' (১৯৭২), 'বেজবৰুৱাৰ জন্মস্থান—আঁহতগুৰি' (১৯৮০) আৰু 'হিংসাৰ দাবাগ্নিত সভ্যতাৰ সংকট' (কবিতা, ২০০৭)।



# প

**পংকজ ঠাকুৰ (জন্ম : ১ জুন, ১৯৪৮ খ্ৰী.)**

পংকজ ঠাকুৰৰ জন্মস্থান গোলাঘাট জিলাৰ দেৰগাঁও। বৰ্তমান ঠাকুৰ কামৰূপ জিলাৰ কুহিৰাম পথ, অম্বিকাগিৰী নগৰ নিবাসী। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অৰ্থনীতি বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা ঠাকুৰ টাইমচ অব ইণ্ডিয়াৰ দ্বাৰা প্ৰকাশিত অসমীয়া বাতৰি কাকত 'আমাৰ সময়'ৰ সম্পাদক। পংকজ ঠাকুৰৰ প্ৰকাশিত পুথিকেইখন হ'ল—'জীৱন মুক্তিৰ বাহিৰত' (২০০৮), 'নৰকৰ গোপন কক্ষত' (অনূদিত নাটক, ২০০৯), 'নৈৰ তৃতীয় পাৰ' (অনূদিত গল্পপুথি, ২০০৫), 'সঞ্চয়ৰ ডায়েৰীৰ পাতৰ পৰা' (অনূদিত গ্ৰন্থ, ২০০০), 'শতাব্দীৰ পোহৰত অসমীয়া চুটিগল্প' (১৯৯৭), 'সম্পাদিত সাহিত্য আলোচনা), 'Indias North-East - A Multi Faceted View' (১৯৮২), Profile of a development strateay for Indias North-East' (১৯৮৮), 'আপুনি কিবা ক'ব নেকি' (ব্যংগ গল্প, ১৯৮২), 'বিদেশী গল্প' (অনু, ১৯৮৫), 'এন. এনিমি অব দা পিপল' (অনূদিত নাটক, ১৯৭৭) আৰু 'বিদীৰ্ণ বাঘজাই' (অনূদিত, ২০০০)।

**পদুম কুমাৰ বৰুৱা (জন্ম : ১ এপ্ৰিল, ১৯৪৬ খ্ৰী.)**

পদুম কুমাৰ বৰুৱাৰ জন্মস্থান দৰং জিলাৰ ছিপাঝাৰ, মাৰৈ। গণিত শাস্ত্ৰত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা বৰুৱা গুৱাহাটীৰ বি. বৰুৱা মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ প্ৰকাশিত একমাত্ৰ কবিতাপুথিখন হ'ল—'আকাশত তেজৰ ফোট' (১৯৮০)।

**পদ্মকান্ত নাথ (জন্ম : ১ ফেব্ৰুৱাৰী, ১৯৪৫ খ্ৰী.)**

পদ্মকান্ত নাথৰ জন্মস্থান নগাঁও জিলাৰ ৰহা। স্নাতক আৰু বি. এড. ডিগ্ৰী লাভ কৰা নাথ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। তেওঁৰ প্ৰকাশিত

পুথিকেইখন হ'ল—'মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ আৰু আজান ফকীৰ'। ১৯৯৬ খ্ৰীষ্টাব্দত শ্ৰী নাথে অসম চৰকাৰৰ কৃতী শিক্ষকৰ বঁটা লাভ কৰে। ইয়াৰোপৰি লেখকৰ বিবিধ প্ৰবন্ধ আলোচনী, বাতৰি কাকত আদিত প্ৰকাশিত হৈছে।

**পদ্মধৰ বকলীয়াল (জন্ম : ৫ ছেপ্টেম্বৰ, ১৯৪৮ খ্ৰী.)**

পদ্মধৰ বকলীয়াশালৰ জন্মস্থান ডিব্ৰুগড় জিলাৰ ৰাজগড়। বৰ্তমান বকলীয়াল বঙাইগাঁও জিলাৰ শোধনাগাৰ, উপ নগৰ, চিৰাঙৰ বাসিন্দা। স্নাতক ডিগ্ৰী লাভ কৰা বকলীয়াল ভাৰতীয় তেল নিগম, বঙাইগাঁও শোধনাগাৰৰ কৰ্মচাৰী। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'ভাৰতীয় দৰ্শন আৰু শ্ৰীমন্ত শংকৰদেৱ'।

**পদ্মা দাস (জন্ম : ১৪ মে', ১৯৪২ খ্ৰী.)**

পদ্মা দাসৰ জন্মস্থান গুৱাহাটী। বৰ্তমান বঙাইগাঁও জিলা নিবাসী দাসৰ প্ৰকাশিত কবিতাপুথি দুখন হ'ল— 'সুন্দৰৰ সন্ধান' (২০০২) আৰু 'মূৰ্চ্ছনা' (২০০৪)।

**পদ্মাৱতী ভূঞা (জন্ম : ৩ অক্টোবৰ, ১৯৪১ খ্ৰী.)**

পদ্মাৱতী ভূঞাৰ জন্মস্থান লখিমপুৰ জিলাৰ নাৰায়ণপুৰ। স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা ভূঞা জয়পুৰ পিছলা প্ৰাথমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষয়িত্ৰী। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথি—'লোক-মনৰ সঁফুৰা' (২০০৯)।

**পবিত্ৰ মজুমদাৰ (জন্ম : ৫ জানুৱাৰী, ১৯৪৫ খ্ৰী.)**

প্ৰয়াত পবিত্ৰ মজুমদাৰৰ জন্মস্থান বঙাইগাঁও জিলা। স্নাতক ডিগ্ৰী লাভ কৰা মজুমদাৰৰ প্ৰকাশিত পুথি দুখন হ'ল—'ভুপেনদাৰ স'তে এৰি অহা দিনবোৰ' আৰু 'জীৱন পথৰ সৰু-বৰ মানুহবোৰ'।

**পবিত্ৰ কুমাৰ ডেকা (জন্ম : ১ জানুৱাৰী, ১৯৪৮ খ্ৰী.)**

পবিত্ৰ কুমাৰ ডেকাৰ জন্মস্থান দৰং জিলাৰ কুঁৱৰী গাঁও। স্নাতক আৰু বি. টি. ই. টি. ডিগ্ৰী লাভ কৰা ডেকা মঙলদৈ চৰকাৰী উচ্চতৰ মাধ্যমিক



বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'পাঁচকুৰি এটা সস্তা' (সাঁথৰ, ২০০৪), 'বিলুপ্তিৰ পথত জতুঁৱা ঠাঁচ' (ফকৰা-যোজনা), 'ভাগৱতৰ আখ্যান' (২০০৬) আৰু 'গোহাঁই কথা' (সাধুকথা, ২০০৭)।

**পবিত্ৰ কুমাৰ নাথ (জন্ম : ১ জানুৱাৰী, ১৯৪৬ খ্ৰী.)**

পবিত্ৰ কুমাৰ নাথৰ জন্মস্থান বঙাইগাঁও জিলাৰ বাঁশবাৰী। অৱসৰপ্ৰাপ্ত শিক্ষক নাথৰ প্ৰকাশিত পুথিসমূহ হ'ল—'পঞ্চতত্ত্ব' (১৯৯৫), 'অষ্টাংগ যোগ-সাধন' (২০০২), 'গীতা সাৰ সংগ্ৰহ' (২০০৭), 'গোৱালপৰীয়া লোক-সংস্কৃতিত দৰ্শন' (১৯৯৯), 'গোৱালপৰীয়া খাদ্য সম্ভাৰ' (২০০৭), 'হৃদয়ৰ আলাপ' (২০০২), 'চম্পাৱতী' (২০০০) আৰু 'গোৱালপৰীয়া লোক-সংস্কৃতিৰ ত্ৰিবিধ' (২০০৭)।

**ড° পবিত্ৰ কুমাৰ পাটোৱাৰী (জন্ম : ১ নবেম্বৰ, ১৯৪৩ খ্ৰী.)**

ড° পবিত্ৰ কুমাৰ পাটোৱাৰীৰ জন্মস্থান কামৰূপ জিলাৰ ৰামদিয়া। বিজ্ঞান বিষয়ৰ স্নাতকোত্তৰ আৰু পি. এইচ. ডি ডিগ্ৰী লাভ কৰা ড° পাটোৱাৰীয়ে লণ্ডন লিনিয়ান ছোচাইটিৰ পৰা ফেল'শ্বিপ লাভ কৰে। ১৯৬৬ খ্ৰীষ্টাব্দৰ পৰা ড° পাটোৱাৰীয়ে পাণ্ডু কলেজত অধ্যাপনা কৰি পৰৱৰ্তী সময়ত কটন কলেজৰ পৰা অৱসৰগ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'বিজ্ঞান কিয় আৰু কেনেকৈ' (২য় খণ্ড, ১৯৭৪), 'উদ্ভিদ বিজ্ঞানৰ সাধু' (১৯৭৯, ১ম, ২য়, ২০০৭), 'বিজ্ঞানৰ সাধু'(১৯৮৪, ২০০৭), 'বিজ্ঞান সংবাদ' (১৯৯৫), 'পৰিৱেশ সংৰক্ষণ' (১৯৮৬), 'বন বিৰিখৰ কথা' (১৯৯৪), 'কিয়' (১৯৯৪), 'মূৰ্খৰ সাধু' (১৯৯৫), 'বিজ্ঞান প্ৰবন্ধ চয়ন' (যুটীয়া, ২০০২), 'উদ্ভিদ বিজ্ঞান পত্ৰিকা'। ইয়াৰোপৰি 'প্ৰদীপ' (১৯৫৯), 'মালঞ্চ' (সম্পাদনা), 'Journal of Advanced Plant Science' (১৯৯৭), 'অকণিৰ ৰামধেনু' (১৯৯৭), 'পঞ্চগুৰু' (২০০৬) আদি স্মৃতিগ্ৰন্থ আৰু আলোচনী ড° পাটোৱাৰীৰ সম্পাদনা স্মৃতিগ্ৰন্থ আদিত প্ৰকাশ পায়।

**ড° পবিত্ৰ বৰগোহাঞি (জন্ম ঃ ১ ডিচেম্বৰ, ১৯৪০ খ্ৰী.)**

ড° পবিত্ৰ বৰগোহাঞিৰ জন্মস্থান ঢকুৱাখানা। কটন কলেজৰ পদাৰ্থ বিজ্ঞান বিভাগৰ অধ্যাপক বৰগোহাঞিয়ে অসমীয়া ভাষাত বিজ্ঞানৰ ৰচনাত বিশেষ পাৰদৰ্শিতা দেখুৱাইছে। প্ৰকাশিত পুথি—'বিন্দুৰ পৰা বিশ্ব ব্ৰহ্মাণ্ডলৈ'।

**পৰশু তামুলী (জন্ম ঃ ১ ডিচেম্বৰ, ১৯৪৩ খ্ৰী.)**

পৰশু তামুলীৰ জন্মস্থান যোৰহাট জিলাৰ মাজুলী, বনগাঁও। বৰ্তমান তামুলী গোলাঘাট জিলাৰ সৰু পথাৰ নিবাসী। স্নাতক ডিগ্ৰী লাভ কৰা তামুলী সৰুপথাৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'অৰণ্যৰ ৰমণীয় কাহিনী' (বন্য জীৱ-জন্তুৰ বিষয়ক গল্প সংকলন, ১৯৯৯) আৰু 'আশাৰ জোনাকত বিপন্ন হৃদয়' (সামাজিক উপন্যাস, ২০০৮)।

**পৰশুৰাম বৰুৱা (জন্ম ঃ ১ মাৰ্চ, ১৯৪৫ খ্ৰী.)**

পৰশুৰাম বৰুৱাৰ জন্মস্থান ওদালগুৰি জিলাৰ ভূএঞাখাট। মৰিয়নী ৰে'লৱে হাইস্কুল আৰু পৰৱৰ্তী সময়ত দলংঘাট উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পৰা অৱসৰ গ্ৰহণ কৰা বৰুৱাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ভূএঞাখাট গাঁও অঞ্চলৰ চমু ইতিহাস' (২০০৩), 'পূৰ্ণ ব্ৰহ্ম শ্ৰীমন্ত শংকৰদেৱ' (প্ৰবন্ধ পুথি, ২০০৪), 'ভক্তিতত্ত্ব' (২০০৭), 'নামধৰ্ম কৰিলা বিদিত' (২০০৮), 'দৰঙৰ খুলীয়া ডাঙৰীয়া ঃ এক দৃষ্টিপাত' (২০০৮), 'প্ৰচাৰ সংগঠক আৰু শ্ৰীমন্ত শংকৰদেৱ সংঘ, এক আলোকপাত' (২০০৯) আৰু 'বি. টি. চি চুক্তি ঃ এক ৰাজনৈতিক সমীক্ষা' (২০০৯)।

**ড° পৰাগ কুমাৰ ভট্টাচাৰ্য (জন্ম ঃ ৬ মে', ১৯৫০ খ্ৰী.)**

নলবাৰী জিলাৰ গন্ধিয়াত জন্ম লাভ কৰা ড° পৰাগ কুমাৰ ভট্টাচাৰ্য সম্প্ৰতি ব্লক বি. ৬, বিৰাট ৰেছিডেন্সিয়েল কমপ্লেক্স, জটিয়া, কাহিলীপাৰা, গুৱাহাটীৰ বাসিন্দা। ড° ভট্টাচাৰ্য গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ আৰু পি. এইচ. ডি. ডিগ্ৰী লাভ কৰে। দৰং মহাবিদ্যালয়, কামৰূপ মহাবিদ্যালয় আৰু পাণ্ডু মহাবিদ্যালয়ৰ প্ৰৱক্তাৰূপে দায়িত্ব পালন কৰাৰ পিছত বি. পি. চলিহা মহাবিদ্যালয়ৰ পৰা অধ্যক্ষ হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—কবিতাপুথি ঃ 'একোপাহ গোলাপ হিৰন্ময় পাত্ৰৰ', 'প্ৰেমৰ পোহৰত পৃথিৱী' (২০০৮) আৰু 'অভিমানী প্ৰিয়া' (২০১০, হিন্দী)। গীতি কবিতাৰপুথি—'বান্ধৈ নদীৰ নাম কি' (১৯৯৪)। উপন্যাস ঃ 'ধূপ সুৰভি আৰু ছাঁই' (১৯৭২), 'মন দিগন্তৰ মায়া' (১৯৭০), 'তামস মায়া' (১৯৭৯), 'অন্ধকূপৰ পৰা' (১৯৭৫), 'পত্নী আৰু প্ৰেমিকা' (১৯৯৩), 'ভ্ৰাম্যমাণৰ প্ৰহৰে প্ৰহৰে', 'কালৰাত্ৰি' (১৯৭৮), 'বোধিদ্ৰুমৰ ছাঁ' (১৯৮৩), 'জীৱন দেৱতা' (২০০৩) আৰু 'সাগৰ শঙ্খ' (২০০৯)। গল্পপুথি ঃ 'দুষিত দেহৰ সুবাস' (১৯৭২), 'Quite flows the River', 'যুগপতন' (১৯৭৬), 'ভগ্নছিৰি' (১৯৭৭), 'দ্বিতীয় তথাগত' (১৯৯০), 'স্ৰোতস্বিনী' (২০০২), 'আনন্দ আশ্ৰম' (১৯৯৯), 'নৈশব্দ' (১৯৯৯), 'হৃদয়ৰ সন্ধান' (১৯৭৭) আৰু 'ছায়া সঙ্গিনী' (২০০৯)। জীৱনী গ্ৰন্থ ঃ 'নিৰ্মল প্ৰভাৱ অনুপম আভা' (১৯৯১), 'যুগাচাৰ্য সংগ আৰু উপদেশমৃৎ'।

সম্পাদিত পুথি ঃ 'শ্ৰীমদ্‌ভাগৱত গীতা' (২০০২), 'অসমীয়া চুটিগল্পৰ প্ৰবাহ' (২০০৩), 'ধ্বনি-প্ৰতিধ্বনি', 'জ্যোতি চেতনা' (২০০৩), 'যোগেশ দাসৰ উপন্যাস সমগ্ৰ' (২০০৩), 'আধুনিক অসমীয়া প্ৰেমৰ গল্প' (১৯৮৯), 'বছৰৰ নিৰ্বাচিত গল্প' (১৯৪৭)। সমালোচনামূলক গ্ৰন্থ ঃ 'পাশ্চাত্য সাহিত্যৰ আলোক আৰু অসমীয়া সাহিত্য (১৯৯৯), 'সাহিত্যৰ সংজ্ঞা আৰু আংগিক' (২০০৯), 'পাশ্চাত্য নাট্য প্ৰসংগ' (২০০১), 'প্ৰেম ধৰ্ম আৰু বৈষ্ণৱ কাব্য' (১৯৮৪), 'পাশ্চাত্য কাব্য ধাৰা আৰু অসমীয়া কবিতা' (১৯৯০), 'বিশ্ব সাহিত্য চয়ন' (১৯৯০), 'বিশ্ব সাহিত্যিক ব্যক্তিত্ব আৰু সৃষ্টি' (১৯৮৭), 'ৰবীন্দ্ৰনাথ আৰু অসমীয়া চুটি গল্প' (১৯৯৪), 'বিশ্ব সাহিত্যৰ জিলিঙনি' (১৯৮৩), 'গল্পৰ প্ৰসংগ আৰু অসমীয়া গল্প সাহিত্য' (১৯৯৩), 'আধুনিক উপন্যাস' (১৯৯৩), 'প্ৰসংগ বিশ্ব সাহিত্য' (১৯৯৯) আৰু 'আধুনিক সাহিত্য ঃ চিন্তা আৰু সৃষ্টি' (২০১০)। অনুবাদ গ্ৰন্থ ঃ 'মেঘ নদীৰ আৰু ধাননী' (১৯৯৮), 'ঘৰে বাহিৰে', 'অনুশাসনৰ

অনুবাদ' (২০০৭) আৰু 'মমতাজ মহল' (২০০৮), 'বছৰৰ নিৰ্বাচিত গল্প' (১৯৮৭); পাঠ্যপুথি ঃ 'ৰচনা সঞ্চয়ন' (২০০১)।

গীতিকাৰ ভট্টাচাৰ্যদেৱৰ দূৰদৰ্শন কেন্দ্ৰ যোগে সম্প্ৰচাৰিত তথ্যচিত্ৰ আৰু কাহিনীচিত্ৰ ক্ৰমে—'গোঁসানী', 'দায়িত্ব', 'বক্ৰপথ', 'স্ৰোতস্বিনী', 'মন্দিৰ' আৰু 'এক অধ্যায়'। ইয়াৰোপৰি লেখকৰ সম্পাদনাত 'নতুন দিগন্ত' (১৯৬৯) আৰু 'আংগিক' (১৯৮৭) নামৰ দুখন আলোচনী প্ৰকাশ পায়।

**পৰেশ কলিতা (জন্ম ঃ ১ মাৰ্চ, ১৯৪৭ খ্ৰী.)**

পৰেশ কলিতাৰ জন্মস্থান কামৰূপ জিলাৰ পলাশবাৰী। বিজ্ঞানৰ স্নাতক কলিতা গুৱাহাটী বিশ্ববিদ্যালয়ৰ কৰ্মচাৰী। তেওঁৰ প্ৰকাশিত পুথিসমূহ হৈছে—'হৃদয় ভৰি এবাৰ' (কবিতা), 'কবি আৰু কবিতাৰ কথা' (আলোচনা) আৰু 'কিংবদন্তিত চানডুবি' (কাহিনী)।

**পৰেশচন্দ্ৰ ভট্টাচাৰ্য (জন্ম ঃ ৯ অক্টোবৰ, ১৯৪৭ খ্ৰী.)**

পৰেশচন্দ্ৰ ভট্টাচাৰ্যৰ জন্মস্থান নলবাৰী জিলাৰ বৰনৰ্দ্দী গাঁও। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা উদ্ভিদ বিজ্ঞান বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা ভট্টাচাৰ্য চামতা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'অসমৰ বন্য জীৱ আৰু ইয়াৰ সংৰক্ষণ' (২০০৫), 'শিমলু বাৰীৰ কাহিনী' (২০০৫) আৰু 'অসমৰ হাবি-বননিত পোৱা বনৌষধি আৰু ইয়াৰ সংৰক্ষণ' (২০০৮)।

**পৰেশচন্দ্ৰ হাজং (জন্ম ঃ ১ জানুৱাৰী, ১৯৪৯ খ্ৰী.)**

পৰেশচন্দ্ৰ হাজঙৰ জন্মস্থান মেঘালয়ৰ পশ্চিম গাৰোপাহাৰ। বৰ্তমান হাজং কাৰ্বি আংলং জিলাৰ ডিফুৰ বাসিন্দা। ডিফুৰ সহকাৰী মীন বিষয়া পদৰ পৰা অৱসৰ গ্ৰহণ কৰি মেঘালয়ৰ টিক্ৰিকিলাৰ বাসিন্দা হয়। হাজঙৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ধল পোহৰ' (হাজং ভাষাৰ কবিতা, ১৯৯৯), 'হাজং জাতি আৰু কৃষ্টিৰ আভাস' (হাজং কৃষ্টিমূলক পুথি, ২০০০), 'লোক বিশ্বাস আৰু বিজ্ঞান দৰ্শন' (গৱেষণামূলক গ্ৰন্থ, ২০০৪), 'হাজং ভাষা পৰিচিতি' (হাজং ভাষাৰ পৰিচয়মূলক পুথি, ২০০১)।



**পৱন কুমাৰ বৰুৱা (জন্ম ঃ ১ এপ্ৰিল, ১৯৪৪ খ্ৰী.)**

পৱন কুমাৰ বৰুৱাৰ জন্মস্থান দৰং জিলাৰ ছিপাঝাৰ, গুৱাহাটী। স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা বৰুৱা কটন মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'হেমচন্দ্ৰ বৰুৱাৰ সাহিত্য প্ৰতিভা', 'অৰুণোদয় আৰু আনন্দৰামৰ গদ্য', 'শিক্ষাবিদ ৰামপদ দাস', 'যোগেশ দাস', 'ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যৰ প্ৰতিনিধি ভাষা নিবন্ধ' আৰু 'ভৃগুমণি কায়গুণ্ডৰ মিছিং জনজীৱন'।

**পাৰুল বনিয়া (জন্ম ঃ ১ জুলাই, ১৯৪৭ খ্ৰী.)**

পাৰুল বনিয়াৰ জন্মস্থান নলবাৰী জিলাৰ ভেবাৰঘাট, বনিয়াপাৰা। বনিয়া অসম চৰকাৰৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। বাবা চাহেব ড° আম্বেদকাৰ ফেলোশ্বিপ বঁটাৰে সন্মানিত বনিয়াৰ প্ৰকাশিত পুথিসমূহ হ'ল—'এপলক বৈ যোৱা' (কবিতা, ২০০৫), 'তুমিয়ে প্ৰদাতা' (কবিতা) আৰু 'এইখন আমাৰ হৃদয় ফুলনি' (শিশু গীত), 'এমুঠি গীতৰ শৰাই' (গীতৰ পুথি, ২০০৯)।

**পুণ্ডৰীকাক্ষ ভৰালী (জন্ম ঃ ১২ জানুৱাৰী, ১৯৪২ খ্ৰী.)**

প্ৰয়াত পুণ্ডৰীকাক্ষ ভৰালীয়ে প্ৰাগজ্যোতিষ মহাবিদ্যালয়ত অধ্যাপক হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। মাত্ৰ ৩৭ বছৰ বয়সতে ইহ সংসাৰ ত্যাগ কৰা ভৰালীৰ মৰণোত্তৰভাৱে প্ৰকাশিত কবিতাপুথিখন হ'ল—'পদ্মৰাগ'।

**পুণ্যেশ্বৰ পূজাৰী (জন্ম ঃ ১ মাৰ্চ, ১৯৪৪ খ্ৰী.)**

পুণ্যেশ্বৰ পূজাৰীৰ জন্মস্থান গোলাঘাট জিলাৰ বৰুৱাবামুণ গাঁও। স্নাতকোত্তৰ আৰু বি. টি. ডিগ্ৰী লাভ কৰা পূজাৰীয়ে শিক্ষকতাৰে কৰ্মজীৱন আৰম্ভ কৰি পৰৱৰ্তী সময়ত বিদ্যালয় পৰিদৰ্শক হিচাপে অৱসৰগ্ৰহণ কৰে। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'চিনাকি দেশৰ অচিনাকি সাধু' (শিশুপুথি, ২০০৮)

**পুতুমাই শৰ্মা বৰঠাকুৰ (জন্ম ঃ ১৯৪৩ খ্ৰী.)**

পুতুমাই শৰ্মা বৰঠাকুৰৰ জন্মস্থান নগাঁও জিলাৰ, হৰমোহনচুক ওচৰ চতিয়াল। অৱসৰপ্ৰাপ্ত কৰ্মচাৰী শৰ্মা বৰঠাকুৰৰ একমাত্ৰ প্ৰকাশিত কবিতা পুথিখন হ'ল—'সৰা পাতৰ সুঁতিৰে' (২০০৫)।

**পুতুল বৰুৱা দিহিংগীয়া (জন্ম ঃ ২ মাৰ্চ, ১৯৪৯ খ্ৰী.)**

পুতুল বৰুৱা দিহিংগীয়াৰ জন্মস্থান শিৱসাগৰ জিলাৰ লখিমী নগৰ, চেৰেকাপাৰ। স্নাতক আৰু বি. টি. ডিগ্ৰীৰ অধিকাৰী পুতুল বৰুৱা দিহিংগীয়া বৰ্তমান অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। তেখেতৰ প্ৰকাশিত পুথি হ'ল—'প্ৰবন্ধ প্ৰবাহ' (২০০৭), 'বৃহৎ বৈদ্যসাৰ, স্বপ্নফল আৰু জানিবলগীয়া বহুতো কথা' (২০০৭). 'আহোম যুগৰ ইতিহাসৰ সোণালী সঁফুৰা' (২০০৮) আৰু 'অসমীয়া গীতৰ সুৰেৰে মুকুতা বোটলা পঞ্চৰত্ন' (২০১০)।

**ডাঃ পুনিৰাম পাটৰ (জন্ম ঃ ১ জুলাই, ১৯৪৭ খ্ৰী.)**

ডাঃ পুনিৰাম পাটৰৰ জন্মস্থান জৰাবাৰী, নগাঁও জিলা। ডাঃ পাটৰ বৰ্তমান মৰিগাঁও জিলা নিবাসী। এম. বি. বি. এছ ডিগ্ৰীধাৰী ডাঃ পাটৰদেৱ স্বাস্থ্য বিভাগৰ অৱসৰপ্ৰাপ্ত যুটীয়া সঞ্চালক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'দেখি দেখি শুনি শুনি' (২০০৭), 'নেদেখা জৰী' (কবিতা সংকলন, ২০০৭), 'অসম গৌৰৱ' (ব্যংগ কবিতা, ২০০৮) আৰু 'ভকতি ৰোচন' (আধ্যাত্মিক প্ৰবন্ধ, ২০০৯)।

**ড° পুষ্প গগৈ (জন্ম ঃ ২১ জুলাই, ১৯৪৭ খ্ৰী.)**

ড° পুষ্প গগৈৰ জন্মস্থান ধেমাজি জিলাৰ বকলগাঁও। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা বিজ্ঞান বিষয়ৰ স্নাতকোত্তৰ আৰু পি. এইচ. ডি ডিগ্ৰী লাভ কৰা ড° গগৈ ধেমাজী মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'আধুনিক পাশ্চাত্য চিত্ৰশৈলী' (১৯৮১), 'টাই ভাষা আৰু সাহিত্য' (১৯৮৫), 'পাখি লগা সিংহ' (প্ৰবন্ধ, ১৯৮৬), 'চাও লুং চুকাফা' (উপন্যাস, ২০০৬), 'মনালিছা' (উপন্যাস, ২০০৬), 'অসমৰ আধুনিক শিল্প কলাৰ ইতিহাস ঃ এক ৰেঙনি' (সম্পাদনা, ২০০৯), 'আহোম যুগৰ ভাস্কৰ্য আৰু স্থাপত্য' (১৯৮৬), 'থাইলেণ্ড, এখন তাই দেশ চাই আহিলোঁ' (ভ্ৰমণ, ১৯৮৫), 'আহোম বুৰঞ্জী' (১ম, ২০০২, ২য় ২০০৩), 'চুকাফা ক'ৰ পৰা আহিছিল' (২০০১) আৰু 'বহু ব্যৱহৃত বনৌষধ' (যুটীয়া)।



**পুষ্পধৰ বৰুৱা (জন্ম ঃ ১ ছেপ্টেম্বৰ, ১৯৪৪ খ্ৰী.)**

পুষ্পধৰ বৰুৱাৰ জন্মস্থান দৰং জিলাৰ ভুক্তাবাৰী। স্নাতক আৰু হিন্দীৰ প্ৰবীণ পৰীক্ষাত উত্তীৰ্ণ বৰুৱা ছিপাঝাৰ উচ্চতৰ মাধ্যমিক আৰু বহুমুখী বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'অঙ্গ বিভৱ' (হাস্য-ব্যংগ, ২০০৪)।

**পুণ্যধৰ চেতিয়া ফুকন (জন্ম ঃ ৩১ মে', ১৯৪১ খ্ৰী.)**

পুণ্যধৰ চেতিয়া ফুকনৰ জন্মস্থান শিৱসাগৰ জিলাৰ হাঁহচৰা নপাম চেতিয়া গাঁও। বৰ্তমান তেওঁ গুৱাহাটীৰ বাসিন্দা। শ্বিলঙৰ চেইণ্ট এষ্টনীজ মহাবিদ্যালৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰা চেতিয়া ফুকন অৱসৰপ্ৰাপ্ত জ্যেষ্ঠ প্ৰশাসনিক বিষয়া। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'পদুম কলি' (কবিতাপুথি, ১৯৭০), 'পূৰ্বাঞ্চলৰ হকে উচৰ্গিত বিমলা চলিহা' (২০০৫)। ইয়াৰ উপৰি চেতিয়া ফুকনৰ কেইবাখনো ইংৰাজী ভাষাৰ গ্ৰন্থ পোৱা গৈছে।

**পূৰ্ণচন্দ্ৰ চুতীয়া (জন্ম ঃ ১৯৪৯ খ্ৰী.)**

ধেমাজি জিলাৰ চৌখামটিঙত পূৰ্ণচন্দ্ৰ চুতীয়াই জন্মগ্ৰহণ কৰে। অৰ্থনীতি আৰু অসমীয়া বিষয়ত স্নাতকোত্তৰ চুতীয়া চিচিবৰ গাঁও চিটি চাৰিআলি উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত উপাধ্যক্ষ। শ্ৰী চুতীয়াৰ প্ৰকাশিত পুথিসমূহ হ'ল—'দুবৰি কিয়নো বাটত' (কবিতাপুথি, ১৯৯৪), 'মন ফুলনিৰ ৰং' (কবিতাপুথি, ২০০৮) আৰু 'কদৰ্য পৃথিৱী' (গল্পপুথি, ১৯৮৪)।

**পূৰ্ণকান্ত নাথ (জন্ম ঃ ১ জানুৱাৰী, ১৯৪২ খ্ৰী.)**

পূৰ্ণকান্ত নাথৰ জন্মস্থান নগাঁও জিলাৰ জামুগুৰি। অসমীয়া বিষয়ত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা নাথ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'প্ৰাণী জগতৰ ৰহস্য' (প্ৰাণী বিজ্ঞান বিষয়ক, ১৯৯৭), 'শৎৰঞ্জি' (বিভিন্ন বিষয়ৰ প্ৰবন্ধ, ২০০০) আৰু 'সাহিত্য সংস্কৃতি সমীক্ষা' (প্ৰবন্ধ, ২০০৮)।

**পূৰ্ণানন্দ শৰ্মা (জন্ম ঃ ১ জানুৱাৰী, ১৯৫০ খ্ৰী.)**

পূৰ্ণানন্দ শৰ্মাৰ জন্মস্থান নগাঁও জিলাৰ নৰৈ। স্নাতক ডিগ্ৰীধাৰী আৰু হিন্দীত প্ৰবীণ শৰ্মা বৰ্তমান অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিখন হ'ল—'মদাৰমালা আৰু ভাব বল্লৰী' (কাব্যপুথি)।

**পূৰ্ণিমা বৰা (জন্ম ঃ ৬ জুন, ১৯৪৫ খ্ৰী.)**

পূৰ্ণিমা বৰাৰ জন্মস্থান যোৰহাট জিলাৰ কাকজান। বৰ্তমান গুৱাহাটী জাপৰিগোগৰ বাসিন্দা বৰা জাপৰিগোগ সাহিত্য চ'ৰা, উন্নয়ন সমিতি, সুৰুযমুখী সংঘৰ বিষয়ববীয়া। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'এটি মন দুটি সজা' (২০০৮)।

**পূৰ্ণিমা শৰ্মা (জন্ম ঃ ১৯৪৪ খ্ৰী.)**

পূৰ্ণিমা শৰ্মাৰ জন্মস্থান যোৰহাট জিলাৰ জনদুৱাৰ চাহ বাগিচা। স্নাতক, বি. লিব ছায়েন্স, কোবিদ পৰীক্ষাত উত্তীৰ্ণ শৰ্মাই অসম কৃষি বিশ্ববিদ্যালয়ৰ পৰা অৱসৰগ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'সংগম' (কাব্যপুথি, ১৯৯৫), 'ত্ৰিৰংগ ত্ৰিবেণী' (গল্পপুথি, ১৯৮২), 'জোৱাৰ ভাটা' (গল্পপুথি, ১৯৯৩), 'অৱকাশৰ ছন্দ বিচাৰি' (গল্প পুথি, ২০০৫), 'অজান দেশত পাহি' (শিশু গল্প পুথি, ১৯৯৪), 'এমুঠি ৰঙীন সপোন' (শিশু গল্পপুথি, ১৯৯৭), 'সোণৰ সূতা' (শিশুপুথি, ২০০১), 'অকণিৰ সাধু' (সাধু কথা, ২০০৭), 'ৰামানুজন' (জীৱনী, ২০০৭) আৰু 'জৱাহৰলাল নেহৰু' (জীৱনী, ২০০৭)। শ্ৰী শৰ্মা ২০০৬ খ্ৰীষ্টাব্দৰ অসম চৰকাৰৰ সাহিত্যিক পেন্সনাৰ।



**পূৰেন্দ্ৰ প্ৰসাদ শইকীয়া (জন্ম ঃ ২৪ নবেম্বৰ, ১৯৫০ খ্ৰী.)**

পূৰেন্দ্ৰ প্ৰসাদ শইকীয়াৰ জন্মস্থান লখিমপুৰ জিলাৰ ঢকুৱাখানা, শিঙ্গিয়া গাঁও। বৰ্তমান শইকীয়া ধেমাজি জিলাৰ পছকাৰীজান, নন্দন নগৰ নিবাসী। স্নাতক ডিগ্ৰী লাভ কৰা শইকীয়া ধেমাজি জলসিঞ্চন সংমণ্ডলৰ উপ-অভিযন্তা। তেওঁৰ প্ৰকাশিত গ্ৰন্থসমূহ হ'ল—'দূৰ নক্ষত্ৰৰ পোহৰ' (উপন্যাস, ১৯৭৭), 'আহত পক্ষীৰ কণ্ঠত' (উপন্যাস,১৯৭৮), 'ৰথৰ চকৰি ঘূৰে' (কবিতা পুথি, ১৯৮১), 'চতুৰংগী খোজৰ শব্দ' (কবিতা পুথি, ১৯৮১), 'জুই জ্বলে হৃদয়ত' (উপন্যাস, ১৯৮৪), 'যুদ্ধ যাত্ৰা পৰ্ব' (উপন্যাস, ১৯৮৫), 'ৰাণী সাধিনীৰ কাহিনী' (১৯৮৮), 'সাধুৰ টোপোলা' (সাঁথৰ, সাধু, ১৯৯৩), 'মহাপ্ৰলয়' (১৯৯৫), 'বিহু বিহু লাগিছে গাত' (১৯৯৭), 'প্ৰাৰ্থনা পুথি' (১৯৯৮), 'নোবেল বঁটা বিজয়ী ভাৰতীয়' (১৯৯৯), 'অসমৰ বীৰ-বীৰাংগনা' (২০০০), 'মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ জীৱন আৰু প্ৰতিভা' (২০০১), 'সাতভনীৰ ৰূপকথা' (২০০৭) ইত্যাদি।

**পৃথুৰাম বৰুৱা (জন্ম ঃ ১০ জুলাই, ১৯৪৭ খ্ৰী.)**

পৃথুৰাম বৰুৱাৰ জন্মস্থান দৰং জিলাৰ শিঙিমাৰী। বৰুৱা ছিপাঝাৰ উচ্চতৰ মাধ্যমিক আৰু বহুমুখী বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। ৰাজ্যিক শিক্ষক বঁটা, প্ৰাইম মিনিষ্টাৰ শ্বিল্ড, মেডেল অব দি মেৰিট এৱাৰ্ড, লং ছাৰ্ভিচ ডেক'ৰেচন এৱাৰ্ড আৰু শিক্ষা ৰত্ন বঁটা লাভ কৰা শ্ৰী বৰুৱাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মনৰ মৰম' (কবিতা ১৯৮৭), 'আপোন সুৰ' (কবিতা, ১৯৯৬), 'জীৱন গঢ়াত স্কাউট শিক্ষা' (২০০১), 'এখন আকাশ এচমকা মেঘ' (উপন্যাস, ২০০৫), 'জীৱনৰ কোঁহে কোঁহে' (কবিতা, ২০০৭) আৰু 'চৰিত্ৰ গঠনত স্কাউট গাইড শিক্ষা' (২০০৭)।

**ড° পোনা মহন্ত (জন্ম ঃ ১১৯৪৩ খ্ৰী.)**

ড° মহন্তৰ জন্মস্থান নাজিৰা। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ইংৰাজী সাহিত্যৰ অধ্যাপক ড° মহন্তই নাটক আৰু তুলনামূলক সাহিত্যৰ একাধিক গ্ৰন্থ ৰচনা কৰে। তেখেতৰ এখন উল্লেখযোগ্য গ্ৰন্থ হ'ল—'নাটক আৰু নাট্যকাৰ'।

**প্ৰতিভা গোস্বামী (জন্ম ঃ ২৪ ছেপ্টেম্বৰ, ১৯৪৯ খ্ৰী.)**

প্ৰতিভা গোস্বামীৰ জন্মস্থান ডিব্ৰুগড় জিলাৰ চিৰিং চাপৰি। বৰ্তমান তেওঁ নগাঁও জিলাৰ ৰত্নপুৰ নিবাসী। সংস্কৃত বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা গোস্বামীৰ প্ৰকাশিত পুথি দুখন হৈছে—'গৃহিণী' আৰু 'নামঘোষা' (উড়িয়া, অনুবাদ)।

**প্ৰতিমা বৰুৱা (জন্ম ঃ ১৯৪৮ খ্ৰী.)**

দৰং জিলাৰ ছিপাঝাৰত জন্মলাভ কৰা প্ৰতিমা বৰুৱা অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। শিক্ষকতাৰ ৰাষ্ট্ৰীয় বঁটা প্ৰাপক শ্ৰী বৰুৱা এগৰাকী নিষ্ঠাৱান লেখিকা। তেখেতৰ প্ৰকাশিত পুথিখন হ'ল—'গীতেৰে কবিতাৰে'। ইয়াৰ উপৰি তেখেতে নিয়মীয়াকৈ প্ৰবন্ধ-পাতি লিখি আছে।

**প্ৰদীপ আচাৰ্য (জন্ম ঃ ১৯৪৮ খ্ৰী.)**

কটন কলেজৰ ইংৰাজী বিভাগৰ অধ্যাপক প্ৰদীপ আচাৰ্য এজন সমালোচক, প্ৰবন্ধকাৰ আৰু অনুবাদক। তেখেতৰ উল্লেখযোগ্য গ্ৰন্থসমূহৰ ভিতৰত 'হীৰেন ভট্টাচাৰ্যৰ নিৰ্বাচিত কবিতাৰ অনুবাদ' আৰু 'ভূপেন হাজৰিকাৰ নিৰ্বাচিত গীতৰ অনুবাদ' গ্ৰন্থ দুখন অন্যতম।

**ড° প্ৰদীপ কুমাৰ দাস (জন্ম ঃ ১৯৪৫ খ্ৰী.)**

ড° প্ৰদীপকুমাৰ দাসৰ জন্মস্থান বৰপেটা জিলা। প্ৰবক্তা হিচাপে শিৱসাগৰ কলেজত কৰ্মজীৱন আৰম্ভ কৰি ১৯৮২ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰবক্তা হিচাপে যোগদান কৰে। ১৯৮৫ খ্ৰীষ্টাব্দৰ পৰা গুৱাহাটী বিশ্ববিদ্যালয়ত ৰিডাৰ হৈ থাকি ১৯৯৫ খ্ৰীষ্টাব্দত অধ্যাপক পদত অধিষ্ঠিত হয় ১৯৯৭ খ্ৰীষ্টাব্দৰ পৰা ২০০১ খ্ৰীষ্টাব্দৰ ডিচেম্বৰলৈকে কাৰ্যনিৰ্বাহ কৰি তেওঁ মুৰব্বী অধ্যাপক হিচাপে অৱসৰ গ্ৰহণ কৰে।

ইতিমধ্যে ড° দাসৰ পোন্ধৰখন পাঠ্য-পুথি আৰু জনপ্ৰিয় বিজ্ঞান পুথি, ১০০ খনতকৈ অধিক গৱেষণা পত্ৰ, ৬০০ তকৈ বেছি প্ৰবন্ধ ভিন ভিন আলোচনীত প্ৰকাশ পাইছে।



**ড° প্ৰদীপ কুমাৰ বৰুৱা (জন্ম ঃ ১ জানুৱাৰী, ১৯৪২ খ্ৰী.)**

ড° প্ৰদীপ কুমাৰ বৰুৱাৰ জন্মস্থান যোৰহাট জিলাৰ ন-আলি বৰচৈকেটা। স্নাতকোত্তৰ আৰু পি. এইচ. ডি ডিগ্ৰী লাভ কৰা বৰুৱা অসমীয়া বিভাগৰ অৱসৰপ্ৰাপ্ত মুৰব্বী অধ্যাপক। অসম চৰকাৰৰ সাহিত্যিক বঁটা লাভ কৰা ড° বৰুৱাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ক'ত থওঁ মোৰ ওঁঠযুৰি' (কবিতা পুথি, ২০০৯), 'সুৰৰ সাঁকোৰে পাৰ হৈ আহিবা' (গীতৰ পুথি, ২০০৯), 'চতুৰংগ' (একাংকিকা সমগ্ৰ, ১৯৮০), 'অভয়াৰণ্যত সভা' (শিশু সাহিত্য, ১৯৯৪), 'অগ্ৰদূত আৰু আবেলিৰ বেলি' (পূৰ্ণাংগ নাট, ১৯৯৯), 'আধুনিক অসমীয়া উপন্যাসৰ শিল্প ৰীতি' (২০০৫), 'অসমীয়া উপন্যাসত সময় আৰু পৰিৱেশ বিন্যাস' (২০০৫), 'মৰুমায়া', (সম্পাদনা প্ৰয়াত ভৱপ্ৰসাদ ৰাজখোৱাৰ কবিতা, ১৯৮০), 'তীৰ্থৰাম বৰদলৈ ঃ এটি সোঁৱৰণ' (২০০৭), 'পূৰ্ণমূৰ্তি শ্ৰীশ্ৰীগোপালদেৱ' (সম্পাদনা, ২০০৭) আৰু 'সমাজ ৰত্ন ডাঃ নবীন চন্দ্ৰ বৰদলৈ ঃ কৃতি আৰু কৃতিত্ব' (২০০৫)।

**প্ৰদীপ কুমাৰ শৰ্মা (জন্ম ঃ ২৫ মে', ১৯৫০ খ্ৰী.)**

প্ৰদীপকুমাৰ শৰ্মাৰ জন্মস্থান শোণিতপুৰ জিলাৰ বেদেতী। অসমীয়া বিষয়ত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা শৰ্মা পূব বিহালী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত বিষয় শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মোৰ দেশ স্বাধীন স্বদেশ' (কবিতা পুথি, ১৯৮৭), 'শব্দৰ সেউজীয়া হেঁপাহ' (কবিতা পুথি, সম্পাদনা, ২০০১), 'ভাৰতৰ মুক্তিযুঁজত বিহালীৰ অৱদান' (গৱেষণাধৰ্মী গ্ৰন্থ, ২০০৩), 'নাৰী ৰত্ন অন্নপূৰ্ণা দেৱী' (জীৱনী, ২০০৪), 'বেদৱতী' (কবিতা পুথি, সম্পাদনা, ২০০৫) আৰু 'শব্দ শিল্প' (কবিতা পুথি, সম্পাদনা, ২০০৭)। ইয়াৰ উপৰিও লেখকে কেইবাখনো মুখপত্ৰ, স্মৰণিকা আদি সম্পাদনা কৰিছে।

**প্ৰদীপ কুমাৰ ভট্টাচাৰ্য (জন্ম ঃ ১ জানুৱাৰী, ১৯৪৪ খ্ৰী.)**

প্ৰদীপ কুমাৰ ভট্টাচাৰ্যৰ জন্মস্থান নলবাৰী জিলাৰ বৰনৰ্দ্দী। বৰ্তমান তেওঁ কামৰূপ জিলাৰ, গুৱাহাটীৰ জাপৰিগোগ নিবাসী। স্নাতক ডিগ্ৰী লাভ কৰা ভট্টাচাৰ্য গুৱাহাটী কটন কলেজিয়েট উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ

অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'সন্ধ্যাৰাগ' (১৯৯৬) আৰু 'বিয়লিৰ বলুকাত' (২০০৯)।

**প্ৰফুল্ল ৰাজখোৱা (জন্ম ঃ ৩০ আগষ্ট, ১৯৪৩, মৃত্যু ঃ ১০ মে', ২০১০ খ্ৰী.)**

প্ৰয়াত প্ৰফুল্ল ৰাজখোৱাৰ জন্মস্থান মৰিগাঁও জিলাৰ হাবিবৰঙাবাৰী। মাজৰবড়ি প্ৰাথমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক ৰাজখোৱাৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'নাট চয়নিকা' (২০০৯)।

**প্ৰফুল্লচন্দ্ৰ দেৱ শৰ্মা (জন্ম ঃ ১ মে', ১৯৪৫ খ্ৰী.)**

প্ৰফুল্ল চন্দ্ৰ দেৱশৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ দেহাৰকুছি। বাহাৰঘাট উচ্চ বুনিয়াদী বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত সহকাৰী শিক্ষক দেৱশৰ্মাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'যুজুৰ্ব্বেদীয় সন্ধ্যাবিধি' (২০১০) আৰু 'শিক্ষক আৰু শিক্ষা প্ৰেমীলৈ সম্বৰ্দ্ধনা' (সম্পাদনা, ২০০৯)।

**প্ৰবীণচন্দ্ৰ দাস (জন্ম ঃ ২ ডিচেম্বৰ, ১৯৪৮ খ্ৰী.)**

প্ৰবীণচন্দ্ৰ দাসৰ জন্মস্থান কামৰূপ জিলাৰ বৰুৱাবাৰী। স্নাতকোত্তৰ ডিগ্ৰী আৰু হিন্দী বিষয়ত প্ৰবীণ পৰীক্ষাত উত্তীৰ্ণ দাস পীতাম্বৰ আদৰ্শ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'মন মঞ্জৰী' (কবিতা পুথি, ১৯৮২), 'মন মোহনৰ টৌ' (উপন্যাস, ১৯৮৪) আৰু 'ভক্তি তত্ত্ব বিচাৰ' (২০০১, ধৰ্ম আলোচনা)।

**প্ৰবোধচন্দ্ৰ শৰ্মা (জন্ম ঃ ৩ জানুৱাৰী, ১৯৫০ খ্ৰী.)**

প্ৰবোধচন্দ্ৰ শৰ্মাৰ জন্মস্থান বৰপেটা জিলাৰ মুগুৰীয়া। কলা শাখাৰ স্নাতক শৰ্মা অসম কৃষি বিভাগৰ অৱসৰপ্ৰাপ্ত সহকাৰী কৃষি পৰিদৰ্শক। তেওঁৰ সম্পাদনা—'আলিপনা' (পাঠশালা সাহিত্য সভাৰ মুখপত্ৰ), 'নিজৰা' (পাঠশালা সাংস্কৃতিক সংঘৰ সোণালী জয়ন্তীৰ স্মৃতিগ্ৰন্থ) আৰু 'কৰণি' (সম্পাদনা, কহিনুৰ থিয়েটাৰ মুখপত্ৰ) প্ৰকাশ লাভ কৰে।



**প্ৰভাত চৌধুৰী (জন্ম ঃ ২৬ আগষ্ট, ১৯৪৯ খ্ৰী.)**

প্ৰভাত চৌধুৰীৰ জন্মস্থান দৰং জিলাৰ মঙলদৈ, চপাই । কৃষক, ব্যৱসায় আৰু মৌজা পৰিচালনা কৰা চৌধুৰীৰ প্ৰকাশিত পুথিকেইখন হ'ল—'তৃষ্ণাৰ এটি চৰাই' (১৯৯৯), 'সাঁজৰ সোণালী নৈ' (২০০৪) আৰু 'নতুন আলোকৰ দিন' (২০০৭)।

**প্ৰমথ নাথ (জন্ম ঃ ১ জুন, ১৯৪৩ খ্ৰী.)**

প্ৰমথ নাথৰ জন্মস্থান কামৰূপ জিলাৰ হিন্দু মৈজালি। বৰ্তমান নাথ নলবাৰী জিলাৰ জাপাৰকুছিৰ বাসিন্দা। স্নাতক ডিগ্ৰীধাৰী নাথ জীৱন বীমা নিগমৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। নাথৰ প্ৰকাশিত পুথিসমূহ হ'ল—কবিতাপুথি ঃ 'দৰ্পন' (১৯৭০), 'সৈনিকৰ কবিতা' (১৯৭৫), 'ৰঙা নদীত সূৰ্যোদয়' (১৯৮০), 'সভ্যতাৰ যীশু' (১৯৯৬), 'কোন কিমান আপোন আমাৰ' (২০০৫)। সাধুকথা ঃ 'মণি মোহনৰ কাহিনী' (২০০৩)। শিশু একাংকিকা ঃ আড্ডাৰ ফচল' (২০০৪) আৰু Modes of Music when Chaug' (২০০৫) তেওঁৰ অনুবাদ কবিতাপুথি।

**প্ৰমোদ কাকতি (জন্ম ঃ ১ আগষ্ট, ১৯৪৮ খ্ৰী.)**

প্ৰমোদ কাকতিৰ জন্মস্থান নলবাৰী জিলাৰ উলাবড়ী। বৰ্তমান তেওঁ কামৰূপ জিলাৰ গুৱাহাটী বামুণীমৈদাম পশ্চিম জ্যোতিনগৰৰ নিবাসী। স্নাতক আৰু বি. টি. ডিগ্ৰী লাভ কৰা কাকতি জাপানী ভাষাত ইন্টাৰপ্ৰেটাৰশ্বিপ (স্নাতক পৰ্যায়ৰ), বিদেশী ভাষা শিক্ষা, আৰ. কে. পুৰম, নতুন দিল্লীৰ পৰা ডিগ্ৰী লাভ কৰে। অসম মাধ্যমিক শিক্ষা বিভাগৰ পৰা সহকাৰী গৱেষণা বিষয়া হিচাপে অৱসৰ গ্ৰহণ কৰা কাকতি ২০০৯ বৰ্ষত অসম চৰকাৰৰ দ্বাৰা সাহিত্যিক বঁটা লাভ কৰে। অসম সাহিত্য সভাৰ প্ৰাক্তন সহকাৰী সম্পাদক শ্ৰী কাকতি আকাশবাণীৰ স্বীকৃতিপ্ৰাপ্ত গীতিকাৰ। তেওঁৰ সংগীতালেখ্য, কথিকা আকাশবাণীত প্ৰচাৰ হৈ আছে। বিভিন্ন বাতৰি কাকতত তেওঁৰ কবিতা, গল্প, প্ৰবন্ধ আদি প্ৰকাশ পাইছে। শ্ৰী কাকতিৰ প্ৰকাশিত পুথিসমূহ হ'ল—'পদুমণি' (গীতৰ সংকলন, ১৯৮৯), 'জাপানী সাধু' (অনুবাদ সাধু, ১৯৮৮), 'ভদ্ৰেশ্বৰেও

পাতিলে বিয়া' (চুটিগল্প, ১৯৮৮), 'বকুল ঘাটৰ সাঁকো' (চুটি গল্প, ১৯৯০), 'পূবৰ সাধু' (অনুবাদ সাধু, ১৯৯৯), 'সুবাসিত বনফুল' (শিশু উপন্যাসিকা, ২০০৭) আৰু 'পদুমনিৰ গীত' (শিশু উপন্যাস, ২০০৮)। অনূদিত পুথি অসমীয়াৰ পৰা ইংৰাজীলৈ ঃ Essence of the Brahmaputra of Dr. Paramananda Rajbonshi' (2007), 'Selected Poems of Lily Debi Barkataki' (2010), Selected shorts stories of Dr. Parag Kumar Bhattacharya' (2007), Selected shorts stories of Shri Riju Hazorika' (2008), 'Poetrical selection of Shri Bindu Bhusan Bora' (2009), "The Bed of Errors of smti Pakhila Kalita' (2009), 'Life scatech of Shri RadhaBora' (2007), 'Selected poems of Pramod Ranjan Saha' (2010)। অনূদিত পুথি ইংৰাজীৰ পৰা অসমীয়ালৈ— 100 selected shorts stories of O Henry' (2004), 'Selected shorts stories of Sadar Hassan Manto'(2004)।

**প্ৰমোদ শৰ্মা (জন্ম ঃ ১ এপ্ৰিল, ১৯৫০ খ্ৰী.)**

প্ৰমোদ শৰ্মাৰ জন্মস্থান বৰপেটা জিলাৰ মুগুৰীয়া। স্নাতক আৰু বি. এড. ডিগ্ৰী লাভ কৰা শৰ্মা বাক্সাৰ চি. কে. হাইস্কুলৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। তেওঁৰ প্ৰকাশিত পুথি—'অনুভূতি তৰংগ' (কবিতা, ১৯৮৭), 'মহন্ত ছাৰ' (চুটি গল্প, ১৯৯১), 'চিন্তা-অভিজ্ঞান' (প্ৰবন্ধ, ২০০৮), 'এন. ইজি ইংলিচ গ্ৰামাৰ এণ্ড কম্পোজিচন' (২০০৫) আৰু 'মহন্ত চাৰ' (গল্পপুথি, ২০০৭)। ইয়াৰ উপৰি লেখক ২০০৭ খ্ৰী.ৰ ৰাজ্যিক শিক্ষকৰ কৃতী বঁটাৰে সন্মানিত।

**প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য (জন্ম ঃ ৮ জানুৱাৰী, ১৯৪২ খ্ৰী.)**

প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যৰ জন্মস্থান নলবাৰী জিলাৰ পিপলিবাৰী। বৰ্তমান তেওঁ গুৱাহাটী জ্যোতিনগৰ নিবাসী। চিভিল ইঞ্জিনীয়াৰিঙৰ ডিপ্লোমা আৰু হিন্দী প্ৰবোধ পৰীক্ষাত উত্তীৰ্ণ ভট্টাচাৰ্য অসম চৰকাৰৰ জল সম্পদ বিভাগৰ অৱসৰপ্ৰাপ্ত সহকাৰী অভিযন্তা। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'শতাধিক কেলেংকাৰী' (হাস্য ব্যংগ, ১৯৮৭), ' যুগান্তৰৰ হাঁহি' (হাস্য ব্যংগ, ১৯৯২), 'বেবেৰি বাং' (ব্যংগ ৰচনা, ১৯৯৫), 'প্ৰাথমিক শিক্ষকৰ হাত পুথি' (বৰ্ণমালা শিক্ষণ পদ্ধতি, ২০০২), 'কপৌ ফুলৰ উচুপনি' (কবিতা, ২০০৫) আৰু 'অসমীয়া বৰ্ণমালা আৰু প্ৰাসংগিক ব্যাকৰণ' (ভাষা বিষয়ক, ২০০৫)। ২০০৭ খ্ৰীষ্টাব্দত শ্ৰী ভট্টাচাৰ্যই অসম চৰকাৰৰ সাহিত্যিক পেন্সন লাভ কৰিছে।



**প্ৰমোদচন্দ্ৰ মেধি (জন্ম ঃ ২৬ আগষ্ট, ১৯৪২ খ্ৰী.)**

প্ৰমোদচন্দ্ৰ মেধিৰ জন্মস্থান কামৰূপ জিলাৰ হাজো। স্নাতক ডিগ্ৰী লাভ কৰা মেধি হাজো উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ঐতিহাসিক পটভূমিত হাজো' (প্ৰবন্ধ, ২০০৭), 'হাজোৰ ইতিবৃত্ত' (সম্পাদনা, প্ৰবন্ধ), 'হাজোৰ সাহিত্য সাধক' (সম্পাদনা প্ৰবন্ধ) আৰু 'জননেতা বিষ্ণুৰাম মেধি' (সম্পাদনা, ১৯৯২)।

**প্ৰমোদ ৰঞ্জন সাহা (জন্ম ঃ ১৪ জানুৱাৰী, ১৯৪৪ খ্ৰী.)**

প্ৰমোদ ৰঞ্জন সাহাৰ জন্মস্থান খাৰুপেটীয়া। স্নাতক ডিগ্ৰী লাভ কৰা সাহা অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল— কবিতাপুথি ঃ 'পাহাৰী সন্ধ্যাৰ অভিমান', 'শ্ৰুতি-অশ্ৰুতি-প্ৰতিশ্ৰুতি', 'ৰজা, তোমাৰ কাপোৰ ক'ত', 'মানুহৰ বুৰঞ্জী' আৰু 'মিলনৰ আহ্বান'। অনুবাদ গ্ৰন্থ ঃ 'ৰূপকোঁৱৰৰ কথা' (জ্যোতিপ্ৰসাদৰ বাংলা অনুবাদ)। সাহা ড° আম্বেদকাৰ ফেলোশ্বিপ বঁটাৰে সন্মানিত (২০০৪)।

**প্ৰশান্ত বৰা (জন্ম ঃ ১৪ ফেব্ৰুৱাৰী, ১৯৪৯ খ্ৰী.)**

প্ৰশান্ত বৰাৰ জন্মস্থান গোলাঘাট জিলাৰ ৰঙামাটি, চেউনীগাঁও। তেওঁৰ প্ৰকাশিত দুখন কবিতাপুথি হ'ল—'কণ্ঠ ৰুদ্ধ শব্দ' (১৯৯৬) আৰু 'এজাক বৰষুণৰ শব্দ' (২০০৯)।

**প্ৰসাদচন্দ্ৰ দাস (জন্ম ঃ ৩ এপ্ৰিল, ১৯৪৮ খ্ৰী.)**

প্ৰসাদচন্দ্ৰ দাসৰ জন্মস্থান বঙাইগাঁও জিলাৰ ঝাউবাৰী। অৱসৰপ্ৰাপ্ত শিক্ষক দাসৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'জীৱন শলিতা' (একাংকিকা নাট, ২০০৮)।

**প্ৰসেনজিৎ চৌধুৰী (জন্ম ঃ ১৯৪৬ খ্ৰী.)**

জন্মস্থান ডিব্ৰুগড়। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা চৌধুৰী চাবুৱাৰ ডি. ডি. আৰ. মহাবিদ্যালয়ৰ ইংৰাজী বিভাগৰ অৱসৰপ্ৰাপ্ত মুৰব্বী অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ঊনবিংশ শতিকাৰ অসমত এভুমুকি' (১৯৮৪), 'অসমৰ চাহ বনুৱা আৰু ঊনবিংশ শতিকাৰ বিদ্বৎ সমাজ' (১৯৮৯), 'বিজ্ঞান বনাম অন্ধবিশ্বাস' (১৯৯৩), 'অৰুণোদই' (১৯৯৫), 'ব্যাধি আৰু বিশ্বাস' (১৯৯৮), 'বাস্তৱ নে বিভ্ৰম' (যুটীয়াভাৱে, ১৯৮৬), 'ছ'চিঅ'-কালচাৰেল আছপেক্টছ অব আছাম ইন দি নাইনটিন্থ চেঞ্চুৰি' (১৯৯৪)। সম্পাদিত গ্ৰন্থ ঃ 'ৰাম নৱমী' (১৯৮৯), 'জ্যোতিপ্ৰসাদ' (১৯৯০), 'গান্ধী চিন্তা' (১৯৯৪) আৰু 'দি টাৰ্বুলেন্ট নৰ্থ-ইষ্ট' (১৯৯৬)।

**প্ৰহ্লাদচন্দ্ৰ তাছা (জন্ম ঃ ১ মাৰ্চ, ১৯৪৭ খ্ৰী.)**

প্ৰহ্লাদচন্দ্ৰ তাছাৰ জন্মস্থান ডিব্ৰুগড় জিলাৰ জামিৰা চাহ বাগিচা। অসমীয়া সাহিত্যত স্নাতকোত্তৰ ডিগ্ৰী লোৱা তাছা অসম চৰকাৰৰ অৱসৰপ্ৰাপ্ত শিক্ষা বিষয়া। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'চাহ শ্ৰমিক সংস্কৃতিৰ ৰূপৰেখা' (১৯৮১), 'ব্যক্তিত্বৰ সন্ধানত' (জীৱনী, ১৯৮১), 'শতাব্দী' (কবিতা, ১৯৮৯), 'চাহ বগিচাত শিক্ষাৰ প্ৰসাৰ' (১৯৯১), 'চাহ বাগিচাত গন সাক্ষৰতা' (১৯৯৭), 'ঝুমুইৰ নৃত্য-গীত' (১৯৯৭), 'শিক্ষা সমীক্ষা' (২০০২), 'অসমৰ চাহ জনগোষ্ঠী' (সম্পাদনা, ২০০১) আৰু 'সুৱদী সুৰীয়া অসমীয়া ভাষা' (২০০৫)।

**ড° প্ৰহলাদ কুমাৰ বৰুৱা (জন্ম ঃ ২৮ ফেব্ৰুৱাৰী, ১৯৪৪, মৃত্যু ঃ ২০১১ খ্ৰী.)**

ড° প্ৰহ্লাদ কুমাৰ বৰুৱাৰ জন্মস্থান শিৱসাগৰ জিলাৰ নিতাইপুখুৰী দেওডুবি। বৰ্তমান ড° বৰুৱা ডিব্ৰুগড় জিলাৰ জ্যোতিবন ৰূপনগৰ, ৰতনপুৰ নিবাসী। স্নাতকোত্তৰ আৰু পি. এইচ. ডি ডিগ্ৰী লাভ কৰা বৰুৱা ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—প্ৰবন্ধ ঃ 'চিন্তাৰ আভাস' (১৯৮৩, চতুৰ্থ সংস্কৰণ), 'সাহিত্য ঃ দেশী আৰু বিদেশী' (১৯৮৯, ৩য় সংস্কৰণ), 'চিন্তা তৰংগ' (১৯৯৬), 'কবিতাৰ সৌৰভ' (প্ৰবন্ধ সংকলন, ১৯৯৬), 'সাহিত্য চিন্তা' (প্ৰবন্ধ সংকলন, ১৯৯৭), 'ধৰ্ম সমীক্ষা' (প্ৰবন্ধ সংকলন, ১৯৯৭ ২য় সংস্কৰণ), 'ধৰ্ম আৰু দৰ্শন' (প্ৰবন্ধ পুথি, ২০০২), 'ঐশ্বৰ্যময় আহোম যুগ' (প্ৰবন্ধপুথি, ২০০৩), 'ধৰ্ম সাহিত্য সংস্কৃতি' (২০০৩), 'আমাক ধৰ্ম লাগেনে' (২০০৫), 'ধৰ্ম দৰ্শন আৰু আধ্যাত্মিকতা' (প্ৰবন্ধ পুথি), 'জীৱন কলা' (জীৱনী বিষয়ক প্ৰবন্ধ, ২০০২), 'জীৱনে মোক কি দিলে' (জীৱন বিষয়ক প্ৰবন্ধ, ২০০৩), 'জীৱন সমুদ্ৰ' (প্ৰবন্ধ, ২০০৫), 'বৰ্ণময় মন বৰ্ণময় জীৱন' (২০০৫), 'শিল্পময় চিন্তা' (প্ৰবন্ধ, 'প্ৰেম আৰু জীৱন' (প্ৰবন্ধ, ২০০৫), 'তথাপি জীয়াই থাকিব লাগিব' (প্ৰবন্ধ, ২০০৫), 'নাৰী মন নাৰী জীৱন' (প্ৰবন্ধ, ২০০৫), 'উপন্যাস' (আলোচনা গ্ৰন্থ, ১৯৮৩, চতুৰ্থ সংস্কৰণ), 'জ্যোতি মনীষা' (আলোচনা গ্ৰন্থ, ১৯৯৩, ৩য় সংস্কৰণ), 'অসমীয়া চুটি গল্পৰ অধ্যয়ন' (১৯৯৫, ৩য় সংস্কৰণ), 'আধুনিক অসমীয়া কবিতাৰ গতি বৈচিত্ৰ' (আলোচনা গ্ৰন্থ, ২০০০), 'জীৱনানন্দ দাস আৰু নৱকান্ত বৰুৱাৰ কবিতা' (আলোচনা গ্ৰন্থ, ২০০৭), ' অসমীয়া সংস্কৃতিৰ উদ্ভৱ আৰু ক্ৰম বিকাশ' (আলোচনা গ্ৰন্থ, ২০০৭), 'মৃগতৃষ্ণা' (গল্পপুথি, ২০০৩), 'অন্বেষণ' (গল্পপুথি, ২০০৫), 'কোমল গান্ধাৰ' (গল্পপুথি, ২০০৫), 'মমৰ পোহৰত' (গল্প সংকলন, ২০০৫), 'মজা লগা সাধু' (শিশু সাহিত্য, ২০০৫), 'মানুহ কেনেকৈ মহৎ হ'ব পাৰি' (শিশু সাহিত্য, ২০০৫), 'আৱাহন যুগৰ অসমীয়া সাহিত্য' (সম্পাদনা, ১৯৭৪), 'ভক্তি তত্ত্ব দৰ্শন' (সম্পাদনা, ১৯৮৮), 'ভাওনা সমীক্ষা' (সম্পাদনা, ১৯৯০),'বৰগীত সমীক্ষা' (সম্পাদনা, ১৯৯৩, ২য় সংস্কৰণ), 'অসমীয়া লোক-সাহিত্য' (সম্পাদনা, ২০১০, ২য় সংস্কৰণ), 'ডিম্বধৰ বৰুৱা ঃ বৰণীয় ব্যক্তিত্ব মোহনীয় প্ৰতিভা' (প্ৰন্ধ পুথি, ২০০৭) আৰু 'জীৱন কলা আৰু অন্যান্য' (প্ৰবন্ধ)।

**প্ৰাণেশ্বৰ ৰাভা (জন্ম ঃ ১০ ফেব্ৰুৱাৰী, ১৯৫০ খ্ৰী.)**

প্ৰাণেশ্বৰ ৰাভাৰ জন্মস্থান গোৱালপাৰা জিলাৰ নাকতিপাৰা গাঁও। বৰ্তমান ৰাভা বাপুজী নগৰ, জ্যোতিনগৰ, বলদমাৰীৰ নিবাসী। অৱসৰপ্ৰাপ্ত শিক্ষক ৰাভাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'আলা-মালা' (ঘৰুৱা শব্দ অৰ্থ, ২০০৩) আৰু 'জনবিশ্বাস আৰু পৰম্পৰা' (২০০৪)।

**প্ৰিয়কান্ত নেওগ (জন্ম ঃ ২৯ জানুৱাৰী, ১৯৪৮ খ্ৰী.)**

প্ৰিয়কান্ত নেওগৰ জন্মস্থান শোণিতপুৰ জিলাৰ বাঁহবাৰী। অৱসৰপ্ৰাপ্ত শিক্ষক নেওগৰ প্ৰকাশিত একমাত্ৰ কবিতাপুথিখন হ'ল— 'এধানি পোহৰ' (২০০৫)।

**প্ৰেম গগৈ (জন্ম ঃ ১ মে', ১৯৪৮ খ্ৰী.)**

প্ৰেম গগৈৰ জন্মস্থান শিৱসাগৰ। স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা গগৈ শিৱসাগৰ মুখ্য ন্যায়িক দণ্ডাধীশ কাৰ্যালয়ৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—কবিতাপুথি ঃ 'বুকুত এখন উত্তাল নদী' (১৯৮৮), 'তেজ ফুল কাঁইট' (১৯৯১), 'শইচ, নদী, মানুহ' (২০০০), 'মোক অলপ উশাহ ল'বলৈ দিয়া' (২০০৬), 'ত্ৰিপুৰাৰ এমুঠি কবিতা' (অনুবাদ কবিতা, ২০০৫), 'মোহনাঘাটৰ ফেৰী' (২০০৩), 'বৈশালীৰ ভেম' (গল্প পুথি, ১৯৯৫), 'সাহিত্য আৰু ইতিহাস' (প্ৰবন্ধ পুথি, ১৯৯৪), 'আলোকময় জীৱন' (প্ৰবন্ধ, ২০০৩), 'বুৰঞ্জী আৰু সংস্কৃতিৰ ৰূপৰেখা' (২০০৫, চতুৰ্থ সংস্কৰণ), 'শিৱসাগৰ' (শিশু সাধু পুথি, ২০০৬), 'ৰবীন্দ্ৰনাথ ঠাকুৰ' (শিশু গ্ৰন্থ, ২০০৭), 'ৰংঘৰৰ চোতালতে' (যুটীয়া, কাব্য, ১৯৯৩) আৰু 'প্ৰভাতী আভা' (যুটীয়াভাবে, কাব্য, ২০০০)।

**প্ৰেমদা দেৱী (জন্ম ঃ ১ জানুৱাৰী, ১৯৫০ খ্ৰী.)**

প্ৰেমদা দেৱীৰ জন্মস্থান দৰং জিলাৰ হাজৰিকাপাৰা। দেৱী হাজৰিকাপাৰা বালিকা বুনিয়াদী বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত সহ শিক্ষয়িত্ৰী। অসম চৰকাৰৰ কৃতী শিক্ষয়িত্ৰীৰ বঁটা লাভ কৰা দেৱীৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'বিয়াপদ' (২০০১)।



**পোলেন বৰকটকী (জন্ম ঃ ১৯৪৩ খ্ৰী.)**

তিনিচুকীয়া জিলাত পোলেন বৰকটকীৰ জন্ম হয়। চিভিল ইঞ্জিনীয়াৰিঙৰ স্নাতক বৰকটকী অসম চৰকাৰৰ জলসিঞ্চন বিভাগৰ অভিযন্তা। তেখেতৰ প্ৰকাশিত পুথিসমূহ হ'ল—'এজন দধীচিৰ অন্বেষণত', 'শিকলি' আৰু 'দুঃসময়ৰ গান'।

# ফ

**ফজলুৰ ৰহমান (জন্ম ঃ ১০ জুন ১৯৪১ খ্ৰী.)**

ফজলুৰ ৰহমানৰ জন্মস্থান মৰিগাঁও জিলাৰ জালুগুটি। গণিত শাস্ত্ৰত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা ৰহমান অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ একমাত্ৰ প্ৰকাশিত কবিতা পুথিখন হ'ল— 'মৰিবিলৰ পানচৈ' (২০০৮)।

**ফজলুল কৰিম (জন্ম ঃ ১ এপ্ৰিল, ১৯৪৪ খ্ৰী.)**

দৰং জিলাৰ মঙলদৈত ফজলুল কৰিমে জন্মস্থান লাভ কৰে। অৱসৰপ্ৰাপ্ত শিক্ষক তথা গীতিকাৰ ফজলুল কৰিমৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ঝংকাৰ' (১৯৭৮, গীতৰপুথি)। নাটক ঃ 'সৰাফুলৰ পাপৰি' , 'কবৰৰ কান্দোন', 'শাহু আই', 'ময়ূৰীৰ স্বপ্ন', 'অৰণ্যত জোনাক', 'মুক্তিযোদ্ধা বাহাদুৰ গাঁওবুঢ়া' আদি।

**ফটিকচন্দ্ৰ গোহাঁই (জন্ম ঃ ১ এপ্ৰিল, ১৯৪৩ খ্ৰী.)**

ফটিকচন্দ্ৰ গোহাঁইৰ জন্মস্থান ডিব্ৰুগড় জিলাৰ খোৱাং, হালধিবাৰী। স্নাতক আৰু নৰ্মাল পৰীক্ষাত উত্তীৰ্ণ গোহাঁই অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। অসম ৰাজ্যিক কৃতী শিক্ষকৰ পুৰস্কাৰ লাভ কৰা গোহাঁইৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ঠাই নামৰ বুৰঞ্জী' (১৯৯৭), 'দুবৰি' (কবিতাপুথি)।

**চৈয়দ মহম্মদ ফৰজান আলী (জন্ম ঃ ৩ মাৰ্চ ১৯৪৭ খ্ৰী.)**

চৈয়দ মহম্মদ ফৰজান আলীৰ জন্মস্থান নগাঁও জিলাৰ ছোটৰূপহী। বৃত্তিত ব্যৱসায় আলীৰ প্ৰকাশিত একমাত্ৰ কবিতাপুথিখন হ'ল—'সাগৰ দেখিছানে' (২০০৫)।

**ফণী দাস (জন্ম ঃ ২২ ডিচেম্বৰ, ১৯৪৩ খ্ৰী.)**

ফণী দাসৰ জন্মস্থান বৰপেটা জিলাৰ সুন্দৰীদিয়া সত্ৰ। বৰ্তমান শ্ৰী



দাস গোৱালপাৰা জিলাৰ বামুনপাৰাৰ নিবাসী। স্নাতকোত্তৰ ডিগ্ৰীধাৰী দাস অৱসৰপ্ৰাপ্ত বিষয় শিক্ষক। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল— 'অসমীয়া সাহিত্যৰ জেউতি' (১৯৮৮) আৰু 'সাহিত্যৰ সোণালী সত্তা' (২০০১)।

**ফণীধৰ বৰা (জন্ম ঃ ৩১ মাৰ্চ ১৯৪৯ খ্ৰী.)**

ফণীধৰ বৰাৰ জন্মস্থান যোৰহাট জিলাৰ মাজুলী, বিলতীয়া গাঁও। হিন্দী বিষয়ত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা বৰা যোৰহাট চৰকাৰী বালিকা বহুমুখী বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত বিষয় শিক্ষক। অসম ৰাজ্যিক কৃতী শিক্ষকৰ পুৰস্কাৰ লাভ কৰা বৰাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মাধৱদেৱ ঃ ব্যক্তিত্ব আৰু কৃতিত্ব' (অনুবাদ, ২০০২), 'ভগৱান বুদ্ধ আৰু তেওঁৰ ধৰ্ম' (অনুবাদ), 'বৌদ্ধ পৰম্পৰাত লিক্-চাও-লামাঙ্' (অনুবাদ), 'জৈন ৰামায়ণ' (অনুবাদ, ২০০৯), 'মধুৰ মিলন' (অনুবাদ উপন্যাস, ১৯৮৭), 'গৌতম বুদ্ধ আৰু তেওঁৰ ধৰ্ম' (২০০০, অনূদিত), 'সৰল হিন্দী অসমীয়া ব্যাকৰণ' (২০০৩), 'নবীন হিন্দী অসমীয়া ব্যাকৰণ ৰচনা' (২০০৪), 'স্বয়ম্ভু মনুৰ কাহিনী' (২০০৪) আৰু 'বুদ্ধ আৰু তেওঁৰ ধৰ্মৰ ভৱিষ্যৎ (২০০০, অনুবাদ)।

**ফুল চাংমাই গগৈ (জন্ম ঃ ১৯৪৯ খ্ৰী.)**

শিৱসাগৰ জিলাৰ জজলী চাংমাই গাঁৱত ফুল চাংমাইৰ জন্ম হয়। তেওঁৰ পিতৃ প্ৰয়াত ঘনেশ্বৰ শইকীয়া আৰু মাতৃ প্ৰয়াত গোলাপী শইকীয়া। স্নাতক আৰু বি. টি. ডিগ্ৰী লাভ কৰা চাংমাই গগৈ শিৱসাগৰ দলবাগান উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত সহ শিক্ষয়িত্ৰী। লেখিকাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ইৰাণৰ সাধু শুনো আহা' (২০০৭), 'মালয়েছিয়াৰ সাধু শুনো আহা' (২০০৭), 'ইন্দোনেছিয়াৰ সাধু শুনো আহা' (২০০৮), 'ব্ৰহ্মদেশৰ সাধু শুনো আহা' (২০০৮), 'নেপালৰ সাধু শুনো আহা' (২০০৮), 'তিব্বতৰ সাধু' (২০০৮), 'থাইলেণ্ডৰ সাধু' (২০০৯) আৰু 'পাকিস্তানৰ সাধু' (২০০৯)।

**ফুলেন কুমাৰ বৰা (জন্ম ঃ ১৯৪৬ খ্ৰী.)**

ফুলেন কুমাৰ বৰাৰ জন্মস্থান গোলাঘাট জিলাৰ কাকডোঙা, কুকুৰপুহীয়া। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'জোনাকৰ গীত গোৱা বাঁহীটো' (কবিতা, যুটীয়াভাৱে সম্পাদিত, ১৯৯৫) আৰু 'স্বীকাৰোক্তি' (কবিতাপুথি, ১৯৯৭)।



# ব

**বংশীবদন ৰাজ খনিকৰ (জন্ম ঃ ১ মে', ১৯৪৩ খ্ৰী.)**

শিৱসাগৰ জিলাৰ বহুৱাবাৰীত জন্ম লাভ কৰা বংশীবদন ৰাজ খনিকৰ কলা শাখাৰ স্নাতক আৰু বি. এড. ডিগ্ৰীধাৰী। তেওঁৰ প্ৰকশিত একমাত্ৰ কবিতাপুথিখন হ'ল—'ভিন্ন সুৰ'।

**বনানী বুঢ়াগোহাঁই (জন্ম ঃ ৪ এপ্ৰিল, ১৯৪৮ খ্ৰী.)**

বনানী বুঢ়াগোঁহাইৰ জন্মস্থান শিৱসাগৰ জিলাৰ গোহাঁই গাঁও। মৰাণ মধ্য ইংৰাজী বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত সহকাৰী শিক্ষয়িত্ৰী বুঢ়াগোহাঁইৰ প্ৰকাশিত দুখন কবিতা সংকলন হ'ল—'নিঃশব্দ হৃদয়ৰ অনুভূতি' (২০০৭) আৰু 'এমুঠি সেউজ অনুভৱ' (২০০৮)।

**বলোৰাম বৰা (জন্ম ঃ ১ মাৰ্চ, ১৯৪৪ খ্ৰী.)**

শিৱসাগৰ জিলাৰ গৌৰীসাগৰত বলোৰাম বৰাই জন্মগ্ৰহণ কৰে। বিভিন্ন অনুষ্ঠানত সেৱা আগবঢ়োৱা বৰাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'গায়ন বংশাৱলী আৰু অশৌচ প্ৰকৰণ' (১৯৯১), 'নিবনুৱা সমস্যা সমাধানৰ মূলধন' (১৯৯৫), 'ব্যৱসায়ৰ আঁত বিচাৰি' (১৯৯৬), 'কবিতা আৰু সুৰ' (১৯৯৬)।

**বন্দিতা ফুকন (জন্ম ঃ ১৯৪৮ খ্ৰী.)**

বিজ্ঞানভিত্তিক কাহিনী ৰচয়িতা প্ৰথমগৰাকী মহিলা বন্দিতা ফুকনে ১৯৭১ খ্ৰীষ্টাব্দত গুৱাহাটীৰ জালুকবাৰীৰ অসম ইঞ্জিনীয়াৰিং কলেজৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰে। ফুকন অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰথম মহিলা মেকানিকেল ইঞ্জিনীয়াৰ। চাকৰিসূত্ৰে তেওঁ আমেৰিকাত দুবছৰকাল কটাই অসমলৈ উভতি আহে। বন্দিতা ফুকন শিশু সাহিত্যিক আৰু বিজ্ঞান

ভিত্তিক কাহিনীৰ ৰচয়িতা। বন্দিতা ফুকনৰ প্ৰকাশিত পুথিসমূহ হ'ল— চুটিগল্প পুথি ঃ 'আন্তৰিক', 'বোজা', 'শিপা', 'আমেৰিকাৰ আপোন কাহিনী'। বিজ্ঞানভিত্তিক কাহিনীৰ সংকলন ঃ 'তেওঁ কেনে আছে?', 'আপেক্ষিকতাবাদ তেওঁৰ বাবেই', 'আট ৰহস্য'। শিশু উপন্যাস ঃ 'জুমি, ৰীমা আৰু সিহঁত' (পুৰস্কাৰপ্ৰাপ্ত ষষ্ঠ সংস্কৰণ), 'সিহঁতে খেলিছিল' (পুৰস্কাৰপ্ৰাপ্ত দ্বিতীয় সংস্কৰণ), 'বন্ধৰ দিনত সোণটিহঁত' (পুৰস্কাৰপ্ৰাপ্ত), 'সোণটিৰ দিনবোৰ', 'বান আহিছিল', 'সুন্দৰপুৰত সোণটি', 'এখন চাৰ্কাচ আহিছিল', 'সোণটিৰ কেইদিনমান', 'গৰমৰ বন্ধত সোণটি', 'ককাৰ জিমি', 'সোণটিহঁতৰ পিকনিক', 'মিনুৰ অতিথি', 'সোণটি আৰু হেনৰিহঁত', 'সেউজীয়া ধৰণী', 'বুবুলৰ পোহনীয়বোৰ', 'সোণটিৰ খেতি', 'সোণটিৰ বেমেজালি', 'সোণটিৰ এদিন', 'সোণটিহঁতৰ চুবুৰীত', 'বিদেশী সাধু কথা' (অনূদিত সাধু), 'হাকলবেৰি ফিনৰ ৰোমাঞ্চকৰ কাহিনী' (মূল মাৰ্ক টোৱেইন, অনূদিত উপন্যাস), 'ৰাজু এণ্ড জিমি' (শিশু উপন্যাস ইংৰাজী), 'ৰাজীৱৰ গান', 'অপত্য'। অনূদিত শিশু পুথি ঃ 'জোনবাই', 'পৰুৱা', 'মৌমাখি', 'আপোনজন', 'মই, আমি ইত্যাদি', 'জীৱন এনেকৈয়ে', 'সিহঁত', 'প্ৰিয় বান্ধৱী' (অনূদিত উপন্যাস, মূল ঃ জৰ্জ অৰৱেল), 'অৰ মাইচ এণ্ড মেন' (মূল ঃ জৰ্জ ষ্টেইনবেক), 'এজাক উৰণীয়া পাৰ' (মূল ঃ ৰাস্কিন বণ্ড), 'ডেৰাডুনত আমাৰ গছবোৰ আজিও বাচি আছে' (মুল ঃ ৰাস্কিন বণ্ড, সাহিত্য অকাডেমী বঁটাপ্ৰাপক), 'চাৰ্লক হোমছৰ ৰহস্য অনুসন্ধান' (অনূদিত পুথি), 'জয়মতী' (সচিত্ৰ ইংৰাজী কাহিনী'। কাৰিকৰী পুথি ঃ 'মটৰ গাড়ী কেনেকৈ চলে' (কাৰিকৰী পুথি), 'কোনে কেনেকৈ কাম কৰে?', 'পৰীক্ষা কৰোঁ আহাঁ', 'মানুহৰ যন্ত্ৰ-পাতি', 'হৰিশচন্দ্ৰ গোস্বামী' (জীৱনী পুথি), 'জ্যোতিপ্ৰকাশ মেধি' (জীৱনী পুথি)। অনূদিত জীৱনী পুথি ঃ 'এলবাৰ্ট আইনষ্টাইন', 'টমাছ আলভা এডিচন', 'আলেকজেণ্ডাৰ ফ্লেমিং', 'চাৰ্লচ ৰবাৰ্ট ডাৰউইন', 'ৰাইট ভ্ৰাতৃদ্বয়', 'মেৰী কুৰী', 'চাৰ আইজ্যাক নিউটন', 'গেলিলিঅ' গেলিলি', 'চি.ভি ৰমন', 'আৰ্কিমিডিছ', 'লুই পেণ্টুওৰ', 'আলফ্ৰেড বাৰ্নহাড' নোবেল', 'গুগ্লিয়েল্মো মাৰ্কনি', 'মাইকেল ফেৰাডে', 'হোমি জাহাংগীৰ ভাবা', 'বিক্ৰম চাৰাভাই', 'আব্দুচ চালাম', 'যোচেফ লিষ্টাৰ', 'উইলিয়াম হাৰ্ভে', 'আলেকজেণ্ডাৰ



গ্ৰাহাম বেল'। বুৰঞ্জীমূলক জীৱনী পুথি ঃ 'জোৱান অব আৰ্ক। শিশু উপযোগী জীৱনী ঃ 'মহান বিজ্ঞানীৰ শৈশৱ কাল'। পাঠ্যপুথি ঃ 'অকণিৰ প্ৰথম পাঠ' (গদ্যেৰে) আৰু 'অকণিৰ প্ৰথম পাঠ' (পদ্যেৰে)।

**ড° বসন্তকুমাৰ শৰ্মা (জন্ম ঃ ২৪ অক্টোবৰ, ১৯৪৫ খ্ৰী.)**

বসন্তকুমাৰ শৰ্মাৰ জন্মস্থান বৰপেটা জিলাৰ পূব বজালী মৌজাৰ মৰিপুৰ আনন্দপুৰ। বসন্তকুমাৰ শৰ্মাই গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ আৰু পৰৱৰ্তী সময়ত এম. ফিল আৰু পি. এইচ. ডি ডিগ্ৰী লাভ কৰে। তেওঁ ২০০৭ বৰ্ষত বজালী মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অৱসৰপ্ৰাপ্ত মুৰব্বী অধ্যাপক। গুৱাহাটী বিশ্ববিদ্যালয়ৰ শৈক্ষিক পৰিষদৰ সদস্য, গুৱাহাটী বিশ্ববিদ্যালয়ৰ কলা শাখাৰ সদস্য, গুৱাহাটী বিশ্ববিদ্যালয়ৰ গৱেষণা নিৰ্দেশক হিচাপে অনুমোদন লাভ কৰা শ্ৰী শৰ্মাই অসম সাহিত্য সভাৰ দুধনৈ অধিৱেশনৰ পুথি প্ৰকাশন উপ সমিতিৰ সম্পাদক (১৯৯১) হিচাপে কাৰ্যনিৰ্বাহ কৰাৰ উপৰিও সাহিত্য সভাৰ লগত ওতঃপ্ৰোতভাৱে জড়িত তথা বিভিন্ন সামাজিক অনুষ্ঠানৰ লগতো জড়িত। ড° শৰ্মাৰ প্ৰকাশিত পুথিসমূহ হ'ল—নাটিকা ঃ 'ৰাহুৰ গ্ৰাস' (১৯৭৭), 'মেঘমুক্ত আকাশ' (১৯৮৪) আৰু 'নিশাৰ পৃথিৱী' (১৯৯২)। গল্প সংকলন ঃ 'মাজনিশাৰ সংলাপ' (১৯৯০), 'প্ৰতীক্ষা' (১৯৯৯), 'প্ৰতিফলন' (২০০৫)। উপন্যাস ঃ 'ছিন্নমুল' (১৯৮১)। সম্পাদিত গ্ৰন্থ ঃ 'নবীন জেউতি' (১৯৯০), 'ভাষাৰ পৰিচয়' (১৯৯১), 'লোক-সংস্কৃতিৰ ৰেঙনি' (১৯৯১), 'সাহিত্য পৰাগ' (১৯৯১), 'ডাঃ দীননাথ শৰ্মা ঃ জীৱন আৰু কৃতি' (১৯৯৫), 'শিক্ষাবিদ কামেশ্বৰ দাস' (১৯৯৭), 'স্মৃতি সৌৰভ' (২০০১), 'প্ৰবন্ধ সৌৰভ' (২০০৩), 'জিতেন্দ্ৰনাথ শৰ্মা ঃ বৰ্ণাঢ্য কৃতিত্ব' (২০০৬) আৰু 'প্ৰবন্ধ সঁফুৰা' (২০০৭)। সম্পাদিত বাতৰি কাকত ঃ 'সাপ্তাহিক দাপোণ' (২০০৬)।

**বাণীকান্ত শইকীয়া (জন্ম ঃ ১ মাৰ্চ, ১৯৪৪ খ্ৰী.)**

বাণীকান্ত শইকীয়াৰ জন্মস্থান নগাঁও জিলাৰ চাংচকি। কলা শাখাৰ স্নাতক শইকীয়া অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—

'নতুন দিগন্ত' (১৯৭৯) আৰু 'সপোনপুৰী দাৰ্জিলিং' (১৯৮০)।

**বাণেশ্বৰী ডেকা (জন্ম : ১ ছেপ্টেম্বৰ, ১৯৪৩ খ্ৰী.)**

দৰং জিলাৰ পাতিদৰঙত জন্ম লাভ কৰা বাণেশ্বৰী ডেকাই পাথৰিঘাট মজলীয়া বিদ্যালয়ৰ পৰা প্ৰধান শিক্ষয়িত্ৰী হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত একমাত্ৰ কবিতাপুথিখন হ'ল—'ভঙা কাঁচৰ টুকুৰা আৰু টুকুৰা কাগজৰ ফুল' (১৯৯৩)।

**বিউতি ভট্টাচাৰ্য (জন্ম : ১৬ মে', ১৯৪৬ খ্ৰী.)**

বিউতি ভট্টাচাৰ্যৰ জন্ম হয় তিনিচুকীয়া জিলাৰ মাৰ্ঘেৰিটাত। কলা শাখাৰ স্নাতক ভট্টাচাৰ্যৰ প্ৰকাশিত পুথিসমূহ হ'ল—'শ্ৰীশ্ৰী পঞ্চকন্যাধামৰ শৃংখলা' (১৯৯৪), 'অলৌকিক শক্তিমন্ত শ্ৰীশ্ৰী ভৃগুগিৰি মহাৰাজ' (১৯৯৫), 'অমল সত্তাৰ বাবে' (কবিতা, ২০০০), 'অন্য এক সন্ত্ৰাস' (গল্প সংকলন, ১৯৯৪)।

**বিচিত্ৰনাৰায়ণ মহন্ত (জন্ম : ১ জুন, ১৯৪৫ খ্ৰী.)**

শোণিতপুৰ জিলাৰ নতুন আমোলাপট্টিত জন্ম লাভ কৰা বিচিত্ৰনাৰায়ণ মহন্ত কলা শাখাৰ স্নাতক। তেওঁৰ প্ৰকাশিত কবিতাপুথি তিনিখন হ'ল—'হেৰুৱা দিগন্তত নতুন সপোন' (১৯৮৬), 'অনামি আভা' (১৯৮৭) আৰু 'কল্লোলিত প্ৰহৰ' (১৯৮৯)।

**বিজু সৰকাৰ (জন্ম : ১০ এপ্ৰিল, ১৯৪৯ খ্ৰী.)**

যোৰহাটত জন্ম লাভ কৰা বিজু সৰকাৰ বিজ্ঞানৰ স্নাতক। কৃষি বিশ্ববিদ্যালয়ৰ কৰ্মচাৰী সৰকাৰৰ প্ৰকাশিত পুথি দুখন হ'ল—'মৰমৰ পীউ পীউ' (২০০৩) আৰু 'প্ৰবন্ধ সংকলন' (২০০৯)।

**বিজুলী শৰ্মা (জন্ম : ৩ জুন, ১৯৪৩ খ্ৰী.)**

শিৱসাগৰত জন্মগ্ৰহণ কৰা বিজুলী শৰ্মাই অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী গ্ৰহণ কৰে। আম্বেদকাৰ বঁটাৰে সন্মানিত শৰ্মাৰ প্ৰকাশিত



পুথিকেইখন হ'ল—'আলোকৰ যাত্ৰা' (২০০০), 'মন বিৰিণাৰ জুই' (২০০৯), 'সহযাত্ৰী' (২০১০), 'উপলব্ধি' (২০১০) আৰু 'বিদেশী গল্পৰ অনুবাদ' (২০১০)।

**বিজয়চন্দ্ৰ ভাগৱতী (জন্ম : ২৩ জুন, ১৯৪১ খ্ৰী.)**

দৰং জিলাৰ সৰুঠেকেৰাবাৰীত জন্ম লাভ কৰা বিজয়চন্দ্ৰ ভাগৱতীয়ে গৃহৰক্ষী বাহিনীৰ মুখ্য সহায়ক হিচাপে অৱসৰ গ্ৰহণ কৰে। ভাগৱতীৰ প্ৰকাশিত পুথিকেইখন হ'ল—'অসমীয়া সাহিত্যৰ ভঁৰালত মঙলদৈয়া সাহিত্যিকৰ অৱদান' (১৯৭৪), 'পথৰুঘাট ৰণৰ কথা' (২০০৩), 'কুৰকুটি ভুৰকুটি' (শিশু কবিতা, ২০০৩)। সম্পাদিত গ্ৰন্থকেইখন হ'ল—'পণ্ডিত দীনেশ্বৰ শৰ্মা জীৱন পৰিক্ৰমা' (২০০৪), 'দৰঙী কলাকৃষ্টি' (১৯৭৬), 'পাৰিজাত' (মঙলদৈ জিলা মইনা পাৰিজাতৰ শিশু আলোচনী) আৰু 'কেইবাগৰাকী স্বৰ্গগামী ব্যক্তি জীৱনৰ আলেখ্যৰে স্মৃতিগ্ৰন্থ'।

**বিনন্দ বৰুৱা (জন্ম : ১ অক্টোবৰ, ১৯৪১ খ্ৰী.)**

যোৰহাট জিলাৰ ঢেকীয়াখোৱা গাঁৱত জন্ম লাভ কৰা বিনন্দ বৰুৱাই অসমীয়া বিষয়ৰ স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। শিক্ষা বিভাগৰ অৱসৰপ্ৰাপ্ত প্ৰশাসনীয় বিষয়া শ্ৰী বৰুৱাৰ প্ৰকাশিত পুথিকেইখন হ'ল—উপন্যাস : 'সংঘাত' (১৯৯৪), 'জীয়াই থকাৰ সপোন' (১৯৯৩), 'ৰজনীগন্ধা' (১৯৯৩), 'সেউজীয়া চাহ বাগিছাৰ সেউজীয়া কথা' (২০০৮), 'সংক্ৰান্তি' (২০০৮)। 'অকণিৰ চোৰ পুলিচ' (ৰাষ্ট্ৰীয় পুৰস্কাৰপ্ৰাপ্ত শিশু পুথি, ১৯৯২)। তেওঁৰ আন কেইখনমান শিশু পুথি হ'ল—'অকণিৰ জ্যোতিপ্ৰসাদ', 'বকুল বনৰ সঁফুৰা', 'অকণিৰ নিৰ্মলপ্ৰভা বৰদলৈ', 'সজ লোকৰ সজ চিন্তা', 'বান্দৰৰ বান্দৰামী', 'যত্ন কৰিলে ৰত্ন পায়', 'মইনাৰ লক্ষ্মীনাথ বেজবৰুৱা', 'সাধু শুনো আহাঁ', 'সাধুৰ মেৰপাক', 'সাধুৰ সঁফুৰা', 'সাধুৰ কুনকুনি', 'সাধুৰ ৰহঘৰা', 'সাধুৰ আমেজ', 'সাধু সাধু আৰু সাধু', 'সাধু এটা কোৱাচোন', 'সাধুৰে নীতিশিক্ষা' (১ম চিৰিজ), 'সোণটোৰ সজ কথা' (শিশু কবিতা), 'সম্প্ৰীতিৰ প্ৰাচীৰ' (শিশু উপন্যাস), 'আইতাৰ মুখত সেউজীয়া চাহ বাগিচাৰ কথাবোৰ',

'অকণিহঁতৰ হজৰত মহম্মদ', 'বিষ্ণুৰাভাক জানো আঁহা', 'কৃষ্ণকান্ত সন্দিকৈক জানো আহাঁ', 'পিংকীৰ সপোন' (শিশুৰ গল্প), 'সাধুৰ ছলেৰে জতুৱা ঠাঁচ শিকো আঁহা', 'শুৱনী আমাৰ গাঁওখন', 'জোন, জোনাক আৰু জোনাকী', 'বৰ নামঘৰৰ বৰ কথা', 'গৰমৰ বন্ধত মুনমুন টুন আৰু ঢেকীয়াখোৱা বৰনামঘৰ', 'যত্নৰ অসাধ্য একো নাই', 'সৎৰামৰ সজ কথা', 'বুঢ়া ডাঙৰীয়াৰ বগা ঘোঁৰা', 'নামত নহয় কামতহে', 'ভাল ভাল সাধু', 'সাধু শুনো আহাঁ', 'ৰজা আৰু প্ৰজাৰ সাধু', 'সহিলে সম্পদ পায়', 'এহোঁ আৰু কেহোৰ সাধু', 'বান্দৰ আৰু শালিকাৰ সাধু', 'সাধুৰে নীতি শিক্ষা', 'সুন্দৰ সুঠাম মন'। জীৱনী সাহিত্য ঃ 'শিক্ষাবিদ শশী শৰ্মা', 'বীৰেন বৰকটকীৰ জীৱনালেখ্য', 'পদ্মনাথৰ পৰা লক্ষ্মীনাথলৈ', 'হিতেশ ডেকা মানুহজন', 'একেজন বীৰেনদা একেটাই কলম', 'মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ জীৱন আৰু জ্যোতি', 'জ্যোতি সমাজৰ জ্যোতি', 'অধ্যাপক ডিম্বেশ্বৰ দয়াল শৰ্মা', 'সাহিত্যাচাৰ্য যতীন্দ্ৰনাথ গোস্বামী', 'বিষ্ণুৰাভাৰ জীৱন আৰু প্ৰতিভা', 'ড° বাণীকান্ত কাকতি কৃতি আৰু কৃতিত্ব', 'সাহিত্যাচাৰ্য চৈয়দ আব্দুল মালিক', 'কবি নৱকান্ত বৰুৱাৰ জীৱনৰ মধুৰ কথাবোৰ', 'ভাৰতবৰ্ষৰ ৰাষ্ট্ৰপতিসকল', 'পাপৰি কবি গণেশ গগৈৰ জীৱনৰ কথাবোৰ', 'কেইগৰাকীমান বিশিষ্ট ব্যক্তিৰ জীৱনী', 'ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ জীৱন আৰু প্ৰতিভা', 'ড° মহেশ্বৰ নেওগৰ জীৱন আৰু কীৰ্তি', 'ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ জীৱন আৰু সাহিত্য', 'মহামানৱ মহাত্মা গান্ধীৰ জীৱন আৰু দৰ্শন'। কবিতাপুথি হ'ল—'তিলফুলা মাটিৰ গোন্ধ', 'মানুহ', 'পৃথিৱী' আৰু 'জোনাক'। গল্পপুথি ঃ 'আধালিখা গল্প' আৰু 'গল্প মঞ্জৰী'।

**বিনয়বালা ডাকুৱা (জন্ম ঃ ১ অক্টোবৰ, ১৯৪৭ খ্ৰী.)**

বিনয়বালা ডাকুৱাৰ জন্মস্থান বৰপেটা জিলাৰ আমৃখোৱা। বৰ্তমান ডাকুৱা বৰপেটাৰ ১ নং গলিয়াহাটী নিবাসী। বৰপেটাৰ মাধৱ চৌধুৰী মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অৱসৰপ্ৰাপ্ত অধ্যাপক ডাকুৱাৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'প্ৰবন্ধমালা' (২০০৬)।



**বিনন্দিৰাম দাস (জন্ম ঃ ১ অক্টোবৰ, ১৯৪৯ খ্ৰী.)**

কামৰূপ জিলাৰ হালোগাঁও বামুন্দিত জন্ম লাভ কৰা বিনন্দিৰাম দাস ভাৰতীয় দূৰসঞ্চাৰ বিভাগৰ অৱসৰপ্ৰাপ্ত উপ-মাণ্ডলিক বিষয়া। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ইউৰোপৰ সাধু' (১৯৮৮), 'আলফ্ৰেড নোবেল আৰু কুৰিজন প্ৰথম নোবেল বঁটা বিজয়ী সাহিত্যিক' (১৯৯৬), 'অন্ধকাৰ মহাদেশৰ ৰ'দ জিলমিল সাধু' (১৯৯৮), 'বিশ্ববিশ্ৰুত চাৰিজন অমৰ শিল্পী' (২০০০), 'সুখী ৰাজকোঁৱৰ' (২০০১), 'বিশ্ব সাহিত্যত বৰেণ্য প্ৰতিভা ঃ অনন্য সৃষ্টি' (২০০২), 'অনন্য, অবিস্মৰণীয় অবিশ্বাস' (২০০৩), 'খলিল জিব্ৰান ঃ প্ৰতিভাৰ মুকুতামালা' (২০০৬), 'বিশ্ব সাহিত্যত পাশ্চাত্য প্ৰজ্ঞাৰ সুবাস' (২০০৭), 'প্ৰফেট' (২০০৭) আৰু 'সাগৰ থাকিব চিৰদিন' (২০০৯)।

**বিনীতা দত্ত (জন্ম ঃ ১৯৪৬ খ্ৰী.)**

যোৰহাটত জন্মগ্ৰহণ কৰা বিনীতা দত্ত স্নাতকোত্তৰ ডিগ্ৰীধাৰী। যোৰহাট পোষ্ট গ্ৰেজুৱেট ট্ৰেইনিং কলেজৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষা দত্ত সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ বৰ্তমানৰ সভানেত্ৰী। ২০১০ চনত সাহিত্যিক পেঞ্চনাৰ দত্তৰ প্ৰকাশিত পুথিকেইখন হ'ল—'উদ্দেশ্যভিত্তিক পাঠদান আৰু মূল্যায়ন' (১৯৯০), 'মনৰ পখীৰ পাখি মেলি' (শিশু পুথি), 'সৃজনীমূলক জীৱনৰ বাবে শিক্ষা' (অনুবাদ, ২০১০) আৰু 'পূণ্যতীৰ্থ এধানি পোহৰ' (কবিতা সংকলন, ২০১০)।

**বিনোদচন্দ্ৰ শৰ্মা (জন্ম ঃ ২ মে' ১৯৪৬ খ্ৰী.)**

নগাঁও জিলাৰ বেবেজীয়াত জন্ম লাভ কৰা বিনোদচন্দ্ৰ শৰ্মা স্বাস্থ্য বিভাগৰ চেনিটেৰী ইন্সপেক্টৰ। তেওঁৰ প্ৰকাশিত একমাত্ৰ কবিতা পুথিখন হ'ল—'পূজা' (২০০৬)।

**বিপিন চুতীয়া (জন্ম ঃ ১ ফেব্ৰুৱাৰী, ১৯৪৫ খ্ৰী.)**

বিপিন চুতীয়াৰ জন্ম স্থান ধেমাজি জিলাৰ বাহৰটিকা গাঁও। অসমীয়া বিষয়ত স্নাতকোত্তৰ চুতীয়াই কেইবাখনো বিদ্যালয়ত শিক্ষকতা কৰি

অৱশেষত অধ্যক্ষৰূপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'অধ্যয়ন প্ৰণালী', (১৯৭১), ইতিবৃত্ত' (১৯৭২), 'শিক্ষা আৰু শিক্ষাদান প্ৰণালী' (১৯৮৯), 'শিক্ষা, শিক্ষাদান আৰু অধ্যয়ন' (১৯৯৯), 'নিষ্ঠা আৰু আন্তৰিকতাৰে শিক্ষকতা' (২০০৫), 'আধ্যাত্মিক আৰু নৈতিক শিক্ষা' (২০০০), 'হৃদয় বৃন্দাবনত গীতাৰ প্ৰতিধ্বনি', (১৯৯৮), 'উপনিষদ, বৰগীত আৰু নামঘোষাৰ তত্ত্ব ৰহস্য' (২০০১), 'কথা কীৰ্তন ঘোষা' (২০০৫), 'প্ৰাচীন অসমীয়া অভিধান' (২০০৭), 'মহাভাৰতৰ কথামৃত', 'পৰমাৰ্থিকতত্ত্ব', 'শ্ৰীকৃষ্ণ গীতা' (২০০৮), 'সাহিত্য সম্ভাৰ', 'গদ্য ৰামায়ণ' (২০০৯)। অসম চৰকাৰৰ কৃতী শিক্ষকৰ বঁটা লাভ কৰিছে।

**বিভা বুজৰবৰুৱা (জন্ম ঃ ১৯ এপ্ৰিল, ১৯৫০ খ্ৰী.)**

নলবাৰী জিলাত বিভা বুজৰবৰুৱাই জন্ম গ্ৰহণ কৰে। স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা বুজৰবৰুৱা নলবাৰী লিটিল ফ্লাৱাৰ্ছ স্কুলৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষা। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'শিখা' (নাটক, ২০০৪), 'স্নেহৰ এজাক বৰষুণ' (গল্প সংকলন, ২০০৫)। বুজৰবৰুৱাই 'শিখা' গ্ৰন্থখনৰ বাবে টিহু অধিৱেশনত সদৌ অসম নাট্য সন্মিলনৰ দ্বাৰা পুৰস্কাৰ লাভ কৰে।

**বিমল ৰাজখোৱা (জন্ম ঃ ১৯৪৭ খ্ৰী.)**

বিমল ৰাজখোৱাৰ জন্মস্থান টেঙাপুখুৰী। বিমল ৰাজখোৱাৰ প্ৰকাশিত গ্ৰন্থকেইখন হ'ল—'সজাগ পৃথিৱী', 'ছাগলী প্ৰফেছাৰ', সম্পাদিত ব্যংগাত্মক বাৰ্তালোচনী—'ভাকুট কুট'।

**বিমলচন্দ্ৰ বৰবৰা (জন্ম ঃ ৩১ মে', ১৯৪৭ খ্ৰী.)**

নগাঁও জিলাৰ বৰপাথলি ঘূৰীয়া গাঁৱত জন্ম লাভ কৰা বিমলচন্দ্ৰ বৰবৰাই নগাঁও জিলা মুখ্য ন্যায়িক দণ্ডাধীশৰ কাৰ্যালয়ৰ উচ্চ বৰ্গৰ সহায়ক হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'অনুভূতি' (কবিতা, ১৯৯২), 'ফুল আৰু কাঁইট' (প্ৰবন্ধ, ১৯৯৮), 'কল্পনাৰ সুবাসে বাৰুদৰ ধোঁৱাৰে' (কবিতা, ১৯৯৯), 'ভকতি অঞ্জলি' (প্ৰবন্ধ, ২০০৩), 'তুমি যদি ফুল মই তোমাৰ সুবাস' (কবিতা, ২০০৬), 'জীৱন ধুমুহা' (গল্প, ২০০৬), 'মাধৱ কন্দলী ৰামায়ণৰ সুন্দৰাকাণ্ড গদ্যানুবাদ' (২০০৮), 'সংগ্ৰাম' (উপন্যাস, ২০০৮) আৰু 'ৰসময়ী মাগোহো ভকতি' (কবিতা, ২০০৯)। শ্ৰী বৰবৰাই অসম চৰকাৰৰ সাহিত্যিক পেন্সন লাভ কৰে।



**বিমলা গগৈ গোহাঁই (জন্ম ঃ ১৯৪৮ খ্ৰী.)**

ধেমাজি জিলাৰ কোৱাফলাত জন্মগ্ৰহণ কৰা বিমলা গগৈ গোহাঁই ধেমাজি জিলা পৰিষদ কাৰ্যালয়ৰ সহায়কৰ পদৰ পৰা ২০০৮ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে। ২০০৬ খ্ৰীষ্টাব্দত ভাৰতীয় দলিত সাহিত্য অকাডেমী আম্বেদকাৰ বঁটাৰে সন্মানিত গগৈ গোঁহাইৰ প্ৰকাশিত পুথিকেইখন হ'ল—'চকুলোৰ সিপাৰে' (কবিতাপুথি, ১৯৮৭),'সোণালী কিৰণ' (আলেখ্য আৰু নাট্য সংকলন, ২০০৩), 'অকণিহঁতৰ হাঁহি' (২০০৯) আৰু 'ধেমাজিৰ বিহু ঃ এক অৱলোকন' (২০০৪)।

**বিমলা দেৱী (জন্ম ঃ ১ জুলাই, ১৯৪৮ খ্ৰী.)**

বিমলা দেৱীৰ জন্মস্থান নলবাৰী জিলাৰ আঠঘৰীয়া। স্নাতক শিক্ষাৰে শিক্ষিত দেৱী নলবাৰী মজলীয়া বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'সন্ধিয়াৰ সাধু' (১৯৮৪, ১৯৮৭), 'পৌৰাণিক সাধু' (১৯৮৮), 'অশ্ৰুবন্যা' (গল্প সংকলন, ২০০৩) আৰু 'কবিৰত্ন কালিদাস' (জীৱনীমূলক)।

**বিমলা ৰায় চৌধুৰী (জন্ম ঃ ৩১ মাৰ্চ, ১৯৫০ খ্ৰী.)**

নলবাৰী জিলাৰ উলুবাৰীত জন্ম লাভ কৰা বিমলা ৰায় চৌধুৰীৰ প্ৰকাশিত পুথিসমূহ হ'ল—'স্পন্দন' (কবিতা, ১৯৯৫), 'দাপোণ' (কবিতা, ২০০০), 'প্ৰবন্ধ সংকলন' (২০০৭)। ২০০৮ খ্ৰী. চৌধুৰীয়ে অসম ৰাজ্যিক কৃতী শিক্ষকৰ বঁটা লাভ কৰে।

**বিমলাপ্ৰসাদ শৰ্মা ভট্টাচাৰ্য (জন্ম ঃ ৩ মে', ১৯৪৬ খ্ৰী., মৃত্যু ঃ ১৪ জানুৱাৰী, ২০০১ খ্ৰী.)**

দৰং জিলাৰ পাথৰিঘাটত জন্ম গ্ৰহণ কৰা প্ৰয়াত বিমলাপ্ৰসাদ শৰ্মা

ভট্টাচাৰ্যৰ প্ৰকাশিত গ্ৰন্থৰাজি হ'ল—'মোৰ আই অসম' (কবিতা, ১৯৮০), 'প্ৰকৃতি মানস কন্যা' (কবিতা, ১৯৮২), 'জ্যোতিষ ঘনকান্তি' (জ্যোতিষ, ১৯৯৫) আৰু 'শ্ৰীশ্ৰী দেৱ-দেৱীৰ বন্দনা' (প্ৰাৰ্থনা পুথি, ১৯৯৯)।

**ড° বিৰিঞ্চিকুমাৰ মেধি (জন্ম ঃ ১৯৫০ খ্ৰী.)**

ড° বিৰিঞ্চিকুমাৰ মেধিৰ জন্মস্থান দৰং জিলা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক ড° মেধি একাধাৰে গল্পকাৰ, ঔপন্যাসিক তথা সু-সাহিত্যিক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'অন্তৰীপ', 'আগচোতালৰ মেল', 'অসমৰ প্ৰতিবেশী পতংগ', 'অতীজৰ সাধু' আদি শিশু উপযোগী গ্ৰন্থ। 'আজন্মৰ সহচৰ', 'আজৰি পৰৰ কবিতা', 'আকাশ যিমান'।

'অভিনন্দিত অৱসাদ' হ'ল তেখেতৰ উপন্যাস। 'নৃগোষ্ঠীতত্ত্বৰ ৰূপৰেখা' আৰু 'নৃগোষ্ঠীতত্ত্বৰ সম্ভেদ' লেখকৰ দুখন তত্ত্বমূলক গ্ৰন্থ, 'পদ্মপাতৰ পানী' আৰু 'লোকাৰণ্য' লেখকৰ আন দুখন সাহিত্য কৃতী।

**ডাঃ বিশ্ববিহাৰী দাস (জন্ম ঃ ৩ মাৰ্চ, ১৯৪৫ খ্ৰী.)**

বঙাইগাঁও জিলাৰ কটশবাৰীত জন্ম লাভ কৰা ডাঃ বিশ্ববিহাৰী দাসৰ প্ৰকাশিত গ্ৰন্থসমূহ হ'ল—'আগলিপাত' (১৯৯৫), 'অষ্টৰাগ' (২০০৭), 'উত্তাল তৰংগ' (২০০৮) আৰু 'মল্লিকা' (২০০৮)।

**বীণা গোহাঁই (গগৈ) (জন্ম ঃ ১ নৱেম্বৰ, ১৯৪৫ খ্ৰী.)**

যোৰহাট জিলাৰ চৰাইবাহীত জন্ম লাভ কৰা বীণা গোহাঁই সৰুপথাৰ ছোৱালী মধ্য ইংৰাজী বিদ্যালয়ৰ পৰা প্ৰধান শিক্ষয়িত্ৰী হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত কবিতাপুথিকেইখন হ'ল—'নিষিদ্ধ গলিৰ ফুল' (২০০৬), 'ৰণুৱা ঘোঁৰাৰ খোজ' (২০০৮) আৰু 'সোঁৱৰণী' (১৯৯৭)।

**বীণা চাংমাই (জন্ম ঃ ১ জানুৱাৰী, ১৯৪৪ খ্ৰী.)**

ডিব্ৰুগড়ৰ কলালোৰ কোঁচ গাঁৱত জন্ম লাভ কৰা বীণা চাংমাই অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। তেওঁৰ প্ৰকাশিত দুখন পুথি হ'ল—'আয়তী উৰুলি' (বিয়ানাম, ২০০৭) আৰু 'দিহা নাম' (২০০৯)।



**বীণাপাণি মহন্ত (জন্ম ঃ ৪ নৱেম্বৰ, ১৯৪৮ খ্ৰী.)**

বীণাপাণি মহন্তৰ জন্মস্থান শোণিতপুৰ জিলাৰ গহপুৰ। স্নাতকোত্তৰ ডিগ্ৰীধাৰী মহন্ত এগৰাকী অৱসৰপ্ৰাপ্ত বিষয় শিক্ষয়িত্ৰী। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'মন ফুলৰ পাহে পাহে' (২০০৩), 'নিৰিবিলি এই সন্ধ্যাপৰত' (১৯৯৬),'বিজ্ঞানৰ প্ৰশ্নোত্তৰ' (১৯৯৪) আৰু 'সুবাসিত' (স্মৃতিগ্ৰন্থ সম্পাদনা, ২০০৩)। মহন্ত দলিত সাহিত্য অকাডেমী বঁটাৰে সন্মানিত।

**বীণাপাণি বৰকটকী (জন্ম ঃ ২৮ ফেব্ৰুৱাৰী, ১৯৪৭ খ্ৰী.)**

বীণাপাণি বৰকটকীৰ জন্মস্থান যোৰহাট জিলাৰ মেলেং কাঠগাঁও। কাকজান উচ্চ বালিকা বিদ্যালয়ৰ পৰা হাইস্কুল শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হয়। বৰকটকী লেখিকাৰ গল্প, কবিতা, প্ৰবন্ধ, শিশুৰ উপযোগী বিভিন্ন লেখা আলোচনী, বাতৰি কাকত আদিত প্ৰকাশ হোৱাৰ উপৰিও ডিব্ৰুগড় আৰু যোৰহাট অনাতাঁৰ কেন্দ্ৰৰ যোগেদি 'মোৰ স্বৰচিত প্ৰবন্ধ', গল্প, কবিতা আদি প্ৰচাৰ হৈ আছে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ইন্দ্ৰধনু' (শিশু পুথি, ১৯৯৭), 'হেমহাৰ' (চেমনীয়া উপন্যাসিকা), 'মৰম' (শিশু গ্ৰন্থ, ১৯৯২, ২০০৫), 'তপোবন' (চেমনীয়া উপন্যাসিকা, ১৯৯৩), 'আনন্দ মেলালৈ যাওঁ' (১৯৭৯, ২০০৭, উপন্যাস), 'ডেউকা' (গল্প পুথি, ১৯৯১, ২০০৭) আৰু 'স্বদেশ হৃদয়' (কাব্যগ্ৰন্থ, ১৯৯৫)। লেখিকাই ইন্দ্ৰধনু পুথিৰ বাবে NCERT (১৯৯৬-৯৭) দ্বাৰা ৰাষ্ট্ৰীয় শিশু সাহিত্য বঁটা লাভ কৰে। এখেতে অসম চৰকাৰৰ দ্বাৰা ২০০৭ বৰ্ষত সাহিত্যিক পেঞ্চন লাভ কৰে।

**বীৰেন্দ্ৰচন্দ্ৰ কছাৰী (জন্ম ঃ ১ ফেব্ৰুৱাৰী, ১৯৪৬ খ্ৰী.)**

কামৰূপ জিলাত জন্ম লাভ কৰা বীৰেন্দ্ৰচন্দ্ৰ কছাৰী কলা শাখাৰ স্নাতক। শ্ৰী কছাৰী বাগডোবা বেছিমাৰী উচ্চ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। তেওঁৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হ'ল—'মাটিৰ মন' (১৯৭৬)।

**ড° বীৰেন্দ্ৰ কুমাৰ গোহাঁই (জন্ম ঃ ২৪ নবেম্বৰ, ১৯৪৬ খ্ৰী.)**

শোণিতপুৰ জিলাৰ গহপুৰৰ নাওলিয়ালত বীৰেন্দ্ৰ কুমাৰ গোঁহাইৰ জন্ম হয়। সম্প্ৰতি গুৱাহাটী নিবাসী গোঁহাইদেৱে ভাৰতীয় প্ৰশাসনীয় সেৱাত খ্যাতি অৰ্জন কৰি সাহিত্য সংস্কৃতিৰ সাধনাত ব্ৰতী হৈ আছে। পদাৰ্থ বিজ্ঞান বিষয়ত স্নাতকোত্তৰ আৰু ডক্টৰেট ডিগ্ৰী লাভ কৰা গোঁহাইদেৱে অসম চৰকাৰৰ বিভিন্ন বিভাগৰ সচিব তথা আয়ুক্তৰ দৰে শীৰ্ষস্থানীয় পদত সুখ্যাতিৰে কাৰ্যনিৰ্বাহ কৰি অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত গ্ৰন্থসমূহ হ'ল— 'দা হিল কাৰ্বিজ' (১৯৮৪), 'টআই ৰামায়ণ', '(১৯৮৭), 'শ্ৰী শ্ৰী অনিৰুদ্ধদেৱ' (১৯৯০), 'মৰান জনগোষ্ঠী' (১৯৯৩), 'আমাৰ দেৱতা শিৱ' (১৯৯৪), 'মহামতি চুকাফা' (১৯৯৭), 'টাই সৃষ্টিতত্ত্ব আৰু অন্যান্য প্ৰসংগ', 'মহাসতী জয়মতী', 'তোমাৰ মান শুৱনি নাই' (ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ জীৱন কথা), 'টাই আহোম জনগোষ্ঠী আৰু টাই পৰম্পৰা'। ইয়াৰ উপৰিও ড° গোঁহাইদেৱে কেইবাখনো ইংৰাজী গ্ৰন্থ ৰচনা কৰে।

**বীৰেন্দ্ৰ কুমাৰ নাথ (জন্ম ঃ ১ অক্টোবৰ, ১৯৪৮ খ্ৰী.)**

বীৰেন্দ্ৰ কুমাৰ নাথৰ জন্মস্থান মৰিগাঁও জিলাৰ কোমোৰাগুৰি। স্নাতকোত্তৰ ডিগ্ৰীধাৰী নাথ মৰিগাঁও টাউন হাইস্কুলৰ অৱসৰপ্ৰাপ্ত সহ শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'আকৰ্ষণ' (সামাজিক নাটক, ১৯৬২), 'প্ৰতিভাৰ সন্ধানত' (জীৱনী, ১৯৯৫), 'জীৱনীমালা' (জীৱনী, ১৯৯৩), 'ৰ'দ জিলমিল' (শিশু উপন্যাস, ১৯৯৯), 'যোগী জাতি আৰু সাম্প্ৰতিক চিন্তাধাৰা' (প্ৰবন্ধ, ২০০৩), 'সামবেদীয় সন্ধ্যাবিধি আৰু স্বাস্থ্যকথা' (ধৰ্মীয়, ২০০৬) আৰু 'সুখৰ দিনত দুখৰ দিনত' (কবিতা, ২০০৭)। লেখক ২০০৭ খ্ৰী.ৰ অসম চৰকাৰৰ কৃতী শিক্ষকৰ বঁটাৰে সন্মানিত।

**ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য (জন্ম ঃ ১ নৱেম্বৰ, ১৯৪৯ খ্ৰী.)**

নলবাৰী জিলাৰ ভোজকুছিত জন্ম লাভ কৰা ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য খানাপাৰা, গুৱাহাটী পশু চিকিৎসা বিজ্ঞান মহাবিদ্যালয়ৰ



অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'আদৰ্শ পশুপালন' (১৯৯৪), 'পশু আৰু কৃত্ৰিম প্ৰজনন' (১৯৮৪), আৰু 'সামাজিক স্বাস্থ্যবিধি' (১৯৮৮)।

**বীৰেন্দ্ৰনাথ শইকীয়া (জন্ম ঃ ১০ ছেপ্টেম্বৰ, ১৯৪৫ খ্ৰী.)**

শিৱসাগৰ জিলাৰ দিচাংমুখৰ লেপাই গাঁৱত জন্ম লাভ কৰা বীৰেন্দ্ৰনাথ শইকীয়া বাণিজ্য শাখাৰ স্নাতক। কেন্দ্ৰীয় চৰকাৰৰ অসামৰিক প্ৰতিৰক্ষা বিভাগৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী শইকীয়াৰ প্ৰকাশিত পুথিকেইখন হ'ল—'আৰ্য দেহা অনাৰ্য মন' (সামাজিক উপন্যাস, ১৯৮০), 'অব্যক্ত বেদনাৰে সিক্ত' (সামাজিক উপন্যাস, ১৯৯০), 'নংগ্ৰিম, ৰজ আৰু মই' (সামাজিক উপন্যাস, ১৯৯০), 'মানৰ দিনৰ প্ৰেম' (বুৰঞ্জীমূলক উপন্যাস, ২০০১), 'লেইমাখউৰ জীৱনী' (২০০৬), 'সাহিত্যিক বীৰেন শইকীয়াৰ প্ৰকাশিত ৰচনা সংকলন' (২০০৭) আৰু 'শ্ৰী মন্তাগৱতৰ সাধু' (শিশু পুথি, ১৯৯৭)

**বুধিন ফুকন (জন্ম ঃ ১০ অক্টোবৰ, ১৯৪৬ খ্ৰী.)**

যোৰহাট জিলাৰ পকামুৱা গাঁৱত জন্ম লাভ কৰা বুধিন ফুকন সৰুপথাৰ বালিকা মধ্য ইংৰাজী বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত গ্ৰন্থৰাজি হ'ল—'সোণালী আভা' (১৯৯১), 'লাল বাহাদুৰ শাস্ত্ৰী' (জীৱনী, ১৯৯৬), 'নেতাজী সুভাষ' (জীৱনী, ১৯৯৭) আৰু 'মহৎ লোকৰ অমৃত বাণী' (২০০৮)।

# ভ

**ভবানীকান্ত বৰা (জন্ম ঃ ১৯৪৭ খ্রী.)**

ভবানীকান্ত বৰাৰ জন্মস্থান কার্বি আংলং জিলাৰ হাওৰাঘাট। তেওঁৰ প্রকাশিত পুথি হ'ল—'অনুভূতি আৰু পাহাৰীফুল'।

**ভবেন্দ্রনাথ হাজৰিকা (জন্ম ঃ ১৯৪৩ খ্রী.)**

ভবেন্দ্রনাথ হাজৰিকাৰ জন্মস্থান লখিমপুৰ জিলাৰ নটাবাৰী। অৱসৰপ্রাপ্ত পশু চিকিৎসা পৰিদর্শক হাজৰিকাৰ প্রকাশিত পুথিকেইখন হ'ল—'ইতিহাসৰ পাতনিত সোণোৱাল কছাৰী', 'স্বর্ণৰাজ্য ইতিহাসত হুক্‌ৰাল বংশ', 'ল ভাই হৰিনাম', 'একবিনে নাই কেৱ', 'দীপ্তিশিখা', 'জীৱন নৈ জাজৰি', 'চিমেয়জনীনো ক'লৈ গ'ল' (গল্পপুথি), 'সংস্কৃতিৰ ইতিহাসত সম্প্রদায় আৰু স্বায়ত্ব শাসন', 'পৰেনে মনত তোমাৰ' (কবিতা), 'তিনিটা শ একেখনি চিতাত' (উপন্যাস), 'মইনাহঁতৰ সাধু' আৰু 'বুদ্ধিয়ক বিক্রম কুমাৰৰ সাধু'।

**ভবেশ দত্ত (জন্ম ঃ ৫ ফেব্রুৱাৰী, ১৯৫০ খ্রী.)**

ভৱেশ দত্তৰ জন্মস্থান ওদালগুৰি জিলাৰ পুৰণি গৰৈমাৰী। ওদালগুৰি ৰাজহচক্র বিষয়াৰ কার্যালয়ৰ অৱসৰপ্রাপ্ত কর্মচাৰী দত্তৰ প্রকাশিত কবিতাপুথি তিনিখন হ'ল—'ৰূপালী জাহাজ' (১৯৮২), 'নাম যাৰ প্রেমৰ নৈ' (২০০২) আৰু 'আশা স্বপ্ন ইত্যাদি' (২০০৫)।

**ভবেন শর্মা (জন্ম ঃ ১ ফেব্রুৱাৰী, ১৯৪৩ খ্রী.)**

ভবেন শর্মাৰ জন্মস্থান দৰং জিলাৰ জয়পুৰ। দৰঙৰ দুনী ছোৱালী হাইস্কুলৰ অৱসৰপ্রাপ্ত শিক্ষক শর্মাৰ প্রকাশিত একমাত্র কবিতাপুথিখন হ'ল—'মানুহৰ কবিতা' (২০০১)।

**ভৰতচন্দ্র ডেকা (জন্ম ঃ ১ জুলাই, ১৯৪৮ খ্রী.)**

ভৰতচন্দ্র ডেকাৰ জন্মস্থান নলবাৰী জিলাৰ সানেকুছি, চথাৰকুছি। অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্রী লাভ কৰা ডেকাই আৰক্ষী বিভাগৰ



জ্যেষ্ঠ সহায়কৰূপে অৱসৰগ্রহণ কৰিছে। তেওঁৰ প্রকাশিত পুথিকেইখন হ'ল—'শিশু সাহিত্যিক অনন্ত দেৱশর্মা' (জীৱনী, ১৯৭৬), 'অতীতক নেযাবা পাহৰি' (জীৱনী, ১ম, ২য় খণ্ড, ১৯৮৬), 'অস্তিত্বৰ সংগ্রাম' (উপন্যাস, ২০০১), 'লুইতপৰীয়া এনাজৰী' (উপন্যাস, ২০০৪) আৰু 'প্রয়াত মথুৰামোহন বৰুৱা' (স্মৃতিমাল্য, ১৯৯২)।

**ভাস্কৰ ৰায় (জন্ম ঃ ৩ মার্চ, ১৯৪৮ খ্রী.)**

ভাস্কৰ ৰায়ৰ জন্মস্থান বৰপেটা জিলাৰ ডুবি। ৰাষ্ট্রীয় শিক্ষার্থী বাহিনীৰ প্রশিক্ষকৰূপে অৱসৰ গ্রহণ কৰা ৰায়ৰ প্রকাশিত পুথি দুখন হ'ল—'সময়ৰ দাপোণ (কবিতাপুথি, ১৯৯৮) আৰু 'ডুবি দেৱালয়ৰ চমু ইতিবৃত্ত' (১৯৯৫)।

**ভূধৰ ফুকন (জন্ম ঃ ১ জুলাই, ১৯৪১ খ্রী.)**

ভূধৰ ফুকনৰ জন্মস্থান লখিমপুৰ জিলাৰ অশোক গাঁও। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্রী লাভ কৰা ফুকন অৱসৰপ্রাপ্ত শিক্ষক। ফুকনৰ প্রকাশিত একমাত্র প্রবন্ধ পুথিখন হ'ল—'অসমীয়া ভাষা-সাহিত্যৰ একুঁকি' (২০০৮)।

**ভূপেন্দ্র নাথ চহৰীয়া (জন্ম ঃ ১ জানুৱাৰী, ১৯৪৯ খ্রী.)**

ভূপেন্দ্র নাথ চহৰীয়াৰ জন্মস্থান দৰং জিলাৰ ছিপাঝাৰ। স্নাতক ডিগ্রী লাভ কৰা চহৰীয়া অসম চৰকাৰৰ কৃষি বিভাগৰ অৱসৰপ্রাপ্ত কর্মচাৰী। তেওঁৰ প্রকাশিত পুথিকেইখন হ'ল—'ভিন্নসুৰ' (গল্পপুথি, সম্পাদনা), 'বেদনা' (গল্প), 'দর্পন' (গল্প), 'ৰং-বিৰঙৰ সাধু', 'সন্ধ্যাৰ সাধু' আৰু 'জীৱনৰ ভিটামিন' (কৌতুকপুথি)।

**ড° ভৃগুমোহন গোস্বামী (জন্ম ঃ ১৯৪৩ খ্রী.)**

ড° ভৃগুমোহন গোস্বামীৰ জন্ম স্থান কামৰূপ জিলাৰ শালমাৰ। অসমীয়া বিষয়ত স্নাতকোত্তৰ আৰু পি. এইচ. ডি. ডিগ্রী লাভ কৰা ড° গোস্বামী বর্তমান অৱসৰপ্রাপ্ত অধ্যক্ষ। অসম চৰকাৰৰ কৃতী শিক্ষকৰ ৰাজ্যিক পুৰস্কাৰ লাভ কৰা ড° গোস্বামীৰ প্রকাশিত পুথিসমূহ হ'ল—

'আলোচনা সাহিত্য' (১৯৬৮), 'বাইদেউ' (গল্পপুথি, ১৯৭১), 'সেন্দুৰৰ ফোঁট' (গল্প, ১৯৮৫), 'সাহিত্য-সংস্কৃতি প্ৰসংগ' (প্ৰবন্ধ পুথি, ১৯৯০), 'সপ্তমণি' (চেমনীয়া পুথি, ১৯৮২), 'জনকৃষ্টিৰ সাধক ডক্টৰ প্ৰফুল্লদত্ত গোস্বামী' (১৯৯০), 'লোক-সংস্কৃতিৰ সেৱক ৰেবনাথ শৰ্মা' (২০০৪), 'চকুৰ পচাৰতে ড° বীৰেন্দ্ৰনাথ দত্ত' (২০০৩), 'সংস্কৃতি আৰু লোক-সংস্কৃতি' (১৯৯৪), 'ব্ৰহ্মপুত্ৰই আমাক ওভোটাই দিলে' (১৯৯০), ' অসমীয়া সংস্কৃতিৰ একুঁকি' (১৯৯৯), 'A Study of the Ojapali Art Form of Assam (১৯৯৯), 'কবি কঙ্কন পুথি আৰু উত্তৰ' (১৯৭৭), 'জীৱনী সংযোগ' (১৯৯৫), 'পদ্মনাথ গোহাঞিবৰুৱাৰ পৰা হোমেন বৰগোহাঞিলৈ' (২০০৩), 'উত্তৰ গুৱাহাটী কলেজৰ শিক্ষক আৰু কৰ্মচাৰীসকল' (২০০৩), 'সপোন ৰেখা' (গল্প, ২০০৪), 'গোঁসাইৰ ল'ৰা' (জীৱনীমূলক উপন্যাস, ২০০৮), 'চৰ্যাপদ' (২০০৭), 'অসমীয়া আলোচনা সাহিত্য' (২০০৬), 'ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ সৈতে সুবাসিত আলাপ' (২০০৯), 'ব্যক্তিত্বৰ জিলিঙনি' (২০১০), 'শ্ৰী ৰাম আতাকৃত সুভদ্ৰাহৰণ' (নাটক, ১৯৮৭), 'শ্ৰীশ্ৰী শংকৰদেৱ বিৰচিত পাৰিজাত হৰণ' (১৯৯৬, অংকীয়া নাট), 'ভট্টদেৱৰ কথা-গীতা' (১৯৯৪), 'শ্ৰীমন্ত শংকৰদেৱৰ কালিয় দমন নাট' (১৯৯৬), 'শ্ৰীশ্ৰী গোপালদেৱৰ জন্মযাত্ৰা' (১৯৯৭), 'শ্ৰীশ্ৰী মাধৱদেৱৰ চোৰধৰা আৰু পিম্পৰা গুচোৱা নাট' (১৯৯৭), 'অতুলচন্দ্ৰ বৰুৱাৰ জীৱন আৰু কৃতি' (২০০২) আৰু 'বিভিন্নজনৰ দৃষ্টিত হলিৰাম শৰ্মা মিশ্ৰ' (১৯৯০)।

**ভোলানাথ শৰ্মা (জন্ম ঃ ১ ডিচেম্বৰ, ১৯৪১ খ্ৰী.)**

ভোলানাথ শৰ্মাৰ জন্মস্থান গোলাঘাট জিলাৰ কছাৰীহাট, ভকত গাঁও। অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা শৰ্মাই তিতাবৰ মিহিৰাম শইকীয়া বিদ্যালয়ৰ উপাধ্যক্ষৰূপে অৱসৰ গ্ৰহণ (১৯৯৯) কৰিছে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মহাভাৰতৰ বিচিত্ৰ কাহিনী', (২০০১), 'ৰামায়ণৰ কাহিনী' ২০০২), 'আলিবাবা আৰু চল্লিশ চোৰ' (২০০৩),'ড° সৰ্বপল্লী ৰাধাকৃষ্ণন' (২০০৭), 'ছিন্দাবাদৰ সাতোটা সমুদ্ৰযাত্ৰা' (২০০৮), 'অসমীয়া ব্যাকৰণৰ আদিপাঠ' (২০০৩), 'অনেক ফুলৰ সুৰভি' (অনূদিত গল্প, ২০০৬) আৰু 'বীৰবলৰ সাধু'।



# ম

**মণিকা শইকীয়া (জন্ম ঃ ৯ মাৰ্চ, ১৯৪৯ খ্ৰী.)**

মণিকা শইকীয়াৰ জন্মস্থান নগাঁও জিলাৰ উৰিয়াগাঁও। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা শইকীয়াই শিৱসাগৰ মহাবিদ্যালয়ৰ পৰা অৱসৰ গ্ৰহণ কৰে। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'আধুনিক পাশ্চাত্য দৰ্শনৰ ইতিহাস' কাণ্টৰ দৰ্শন' (১৯৭৬)। তেওঁ সম্পাদনা কৰা গ্ৰন্থকেইখন হ'ল—'সাধু শুনো আঁহক', 'আমাৰ সাধু', চাহ জনগোষ্ঠীৰ সাধু', 'মহামতি আকবৰ আৰু বীৰবল' (কমিকচ্‌ৰ ৰূপত) আৰু 'ৰং-ধেমালি'। তদুপৰি তেওঁ 'ৰংপুৰ জেউতি' নামৰ মাহেকীয়া বাতৰি কাকত এখনো এবছৰৰ বাবে সম্পাদনা কৰিছিল।

**মতিদেৱ শৰ্মা শাস্ত্ৰী (জন্ম ঃ ১ মাৰ্চ, ১৯৪২ খ্ৰী.)**

মতিদেৱ শৰ্মা শাস্ত্ৰীৰ জন্মস্থান দৰং জিলাৰ হাজৰিকাপাৰা, ভাগৱতী সত্ৰ। স্নাতকোত্তৰ ডিগ্ৰীধাৰী শৰ্মা শাস্ত্ৰীয়ে সাহিত্য ৰত্ন, বেদ সাহিত্য শাস্ত্ৰী উপাধি লাভ কৰিছে। অৱসৰপ্ৰাপ্ত শিক্ষক মতিদেৱ শৰ্মা শাস্ত্ৰীৰ প্ৰকাশিত পুথিকেইখন হ'ল—'আধ্যাত্মিক প্ৰবন্ধ কল্পতৰু' (২০০২), 'ভাৰতীয় আখ্যান মঞ্জৰী' (২০০৪), 'মৃগনয়নী' (চুটিগল্প, ২০০৪), 'অমৃত তীৰ্থ বসুন্ধৰা' (ভ্ৰমণ কাহিনী, ২০০৪) আৰু 'কিশোৰ বন্ধু' (শিশু সাহিত্য, ২০০৬)।

**মথুৰামোহন কলিতা (জন্ম ঃ ৭ মাৰ্চ, ১৯৪৮ খ্ৰী.)**

মথুৰামোহন কলিতাৰ জন্মস্থান বঙাইগাঁও জিলাৰ ঝাউবাৰী, গোঁসাইপাৰা। কলিতা ঝাউবাৰী প্ৰাথমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। তেওঁৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হ'ল—'খোজ' (২০০৭)।

**মথুৰামোহন গোস্বামী (জন্ম ঃ ১ নবেম্বৰ, ১৯৪০ খ্ৰী.)**

মথুৰামোহন গোস্বামীৰ জন্মস্থান বৰপেটা জিলাৰ গোবিন্দপুৰ সত্ৰ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা গোস্বামী

সৰুক্ষেত্ৰীৰ বাপুজী মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অৱসৰপ্ৰাপ্ত মুৰব্বী অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মধুলগ্ন' (উপন্যাস, ১৯৮১), 'জীৱন চন্দ্ৰ' (কবিতাপুথি, ১৯৮৭), 'সুৰ লহৰী' (গীতৰ পুথি, ১৯৮৯), 'ত্ৰিপদী' (কবিতাপুথি, ১৯৮৯), 'সেই ৰাত্ৰি কালৰাত্ৰি', 'দীপশিখা' (কবিতাপুথি, ১৯৮৬), 'সাহিত্যৰ পৰিমল বিচাৰি' (প্ৰবন্ধ পুথি, ১৯৮৯) আৰু 'নয়নমণিৰ সংসাৰ' (একাংকিকা নাট, ১৯৭৪)।

**মদনচন্দ্ৰ দাস (জন্ম ঃ ১৩ ছেপ্টেম্বৰ, ১৯৪৭ খ্ৰী.)**

মদনচন্দ্ৰ দাসৰ জন্মস্থান বৰপেটা জিলাৰ গাড়ীসত্ৰ। বৰ্তমান দাস গুৱাহাটীৰ কাহিলীপাৰা নিবাসী। ইঞ্জিনীয়াৰিং মহাবিদ্যালয়ৰ চিভিল ইঞ্জিনীয়াৰিঙৰ স্নাতক দাস অৱসৰপ্ৰাপ্ত কাৰ্যবাহী অভিযন্তা। তেওঁৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হ'ল—'তেজৰ নদীৰ ধাৰ' (১৯৯৩)।

**ড° মনমোহন দাস (জন্ম ঃ ১৫ জানুৱাৰী, ১৯৪৪ খ্ৰী.)**

ড° মনমোহন দাসৰ জন্মস্থান বৰপেটা জিলাৰ গলিয়াহাটী। বৰ্তমান তেওঁ গুৱাহাটী মহানগৰীৰ দিশপুৰ পাঞ্চজন্য পথৰ বাসিন্দা। বিজ্ঞানত স্নাতকোত্তৰ আৰু পি. এইচ. ডি. ডিগ্ৰীধাৰী দাস গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভূগোল বিভাগৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। তেওঁৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হ'ল—'মন নিজৰাৰ সুৰ' (২০০৯)।

**মনোৰঞ্জন নাথ (জন্ম ঃ ১৮ অক্টোবৰ, ১৯৪৮ খ্ৰী.)**

মনোৰঞ্জন নাথৰ জন্মস্থান নগাঁও জিলাৰ কুলিডোঙা, আমবাগান। বৰ্তমান নাথ শোণিতপুৰ জিলাৰ মাজগাঁও, নৱপুৰৰ বাসিন্দা। নগালেণ্ডৰ কোহিমা কলেজৰ পৰা এন. ই. এইচ. ইউৰ ডিগ্ৰী চূড়ান্ত বাৰ্ষিকলৈ অধ্যয়ন কৰা নাথ ভাৰত সঞ্চাৰ নিগম লিমিটেডৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মন দাপোণত' (কবিতা, ২০০৪), 'স্পন্দিত হৃদয়ৰ ভাষা' (কবিতা, ২০০৮), 'স্বাৰ্থহীন বন্ধুত্ব' (অনুবাদ, ২০০৮) আৰু 'কবি আৰু কবিতা' (সম্পাদিত পুথি)।



**মনোৰঞ্জন মাৰাক (জন্ম ঃ ১ এপ্ৰিল, ১৯৪৬ খ্ৰী.)**

মনোৰঞ্জন মাৰাকৰ জন্মস্থান চিৰাং জিলাৰ বল্লামগুৰী। বৰ্তমান বঙাইগাঁও জিলাৰ খগৰপুৰ নিবাসী। স্নাতক ডিগ্ৰী লাভ কৰা অৱসৰপ্ৰাপ্ত শিক্ষক মাৰাকৰ প্ৰকাশিত পুথিকেইখন হ'ল —'গাৰোসকলৰ জাতীয় উৎসৱ ওৱামগালা' (১৯৮৬), 'গাৰো ভাষা শিক্ষাৰ পাতনি' (১৯৮৯), 'খগৰপুৰ মহাৰাণী পূজাৰ চমু পৰিচয়' (২০০১) আৰু 'গাৰো সমাজৰ ৰীতি-নীতি' (২০০৭)।

**মনোৰমা দাস মেধি (জন্ম ঃ ৫ ছেপ্টেম্বৰ, ১৯৫০ খ্ৰী.)**

মনোৰমা দাস মেধিৰ জন্মস্থান ওদালগুৰি জিলাৰ বেংবাৰী। সম্প্ৰতি টংলা নিবাসী। অসমীয়া বিষয়ৰ স্নাতকোত্তৰ ডিগ্ৰীধাৰী দাস মেধিৰ প্ৰকাশিত পুথিকেইখন হ'ল—'কাঠগড়াত ঈশ্বৰ' (চুটিগল্প সংকলন, ১৯৯৫), 'প্ৰেমগাথা' (চুটিগল্প, ২০০৩) আৰু 'সপোনৰ সোণাৰু' (চুটিগল্প, ২০০৩)। শ্ৰী দাস মেধি এগৰাকী বিশিষ্ট গল্পকাৰ।

**মহেন কোঁৱৰ (জন্ম ঃ ১৯৪২ খ্ৰী.)**

মহেন কোঁৱৰৰ জন্মস্থান শিৱসাগৰ জিলাৰ ম'ৰাবজাৰ। জনস্বাস্থ্য কাৰিকৰী বিভাগৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী কোঁৱৰৰ প্ৰকাশিত পুথি দুখন হ'ল—'সাধুৰ মজা' (সাধু, ২০০৪) আৰু 'পকেট কুইজ'।

**মহেন্দ্ৰনাথ নাথ (জন্ম ঃ ১৯৪০ খ্ৰী.)**

মহেন্দ্ৰনাথ নাথৰ জন্মস্থান দৰং জিলাৰ মঙলদৈ আউলাচৌকা। নাথৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'শিলে কথা কয়' (শিশু পুথি)।

**মহেন্দ্ৰ নাথ শৰ্মা (জন্ম ঃ ১ এপ্ৰিল, ১৯৪২ খ্ৰী.)**

মহেন্দ্ৰ নাথ শৰ্মাৰ জন্মস্থান দৰং জিলাৰ বৰাচুক। অৱসৰপ্ৰাপ্ত শিক্ষক নাথৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হ'ল—'ফুলকলি' (১৯৯৬)।

**মহেন্দ্ৰ বৰা (জন্ম ঃ ১০ জুলাই, ১৯৪৮ খ্ৰী.)**

মহেন্দ্ৰ বৰাৰ জন্মস্থান নগাঁও জিলাৰ বৰপাথৰিৰ ঘূৰীয়া গাঁও। সেনা

বিভাগৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী বৰাৰ প্ৰকাশিত পুথিসমূহ হ'ল 'মাতৃ-ভক্তি' (অনূদিত সাধু, ২০০৫), 'ভীষ্ম পিতামহ' (কাহিনী, ২০০৯), 'নল-দময়ন্তী' (কাহিনী, ২০০৯) আৰু 'কলঙৰ গুণ্‌গুণনি' (কবিতা, ২০০৯)।

**মহেন্দ্ৰ শইকীয়া (জন্ম ঃ ১ মে', ১৯৪৬ খ্ৰী.)**

মহেন্দ্ৰ শইকীয়াৰ জন্মস্থান যোৰহাট জিলাৰ মাজুলী, ৰঙাচাহী। অৱসৰপ্ৰাপ্ত কৰ্মচাৰী শইকীয়াৰ প্ৰকাশিত পুথিকেইখন হ'ল—'গল্প' (গল্পপুথি, ২০০৪), 'ভৱ সাগৰৰ বুকুত' (আধ্যাত্মিক বিষয়ক, ২০০৪) আৰু 'বৈষ্ণৱৰ নীতি পথ' (ধৰ্মীয়, ২০০৫)।

**মহেন্দ্ৰ নাথ শৰ্মা (জন্ম ঃ ২৪ জানুৱাৰী, ১৯৫০ খ্ৰী.)**

মহেন্দ্ৰনাথ শৰ্মাৰ জন্মস্থান দৰং জিলাৰ দুনী। স্নাতক ডিগ্ৰীধাৰী আৰু ব্যাকৰণ শাস্ত্ৰী পৰীক্ষাত উত্তীৰ্ণ শৰ্মা অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'কোকিল' (কবিতাপুথি, ১৯৭৫), 'অলকাৰ প্ৰিয়া' (কবিতাপুথি, ১৯৭৬), 'হৰ-গৌৰী মিলন' (১৯৯০), 'আশুতোৰা ভোলা মহেশ্বৰ' (২০০৫), 'অকাইপকাই দীঘলা ককাই' (১৯৯৩) আৰু 'অকণিৰ ক-খ' (১৯৯৩)।

**ড° মলয়া খাওন্দ (জন্ম ঃ ১১ জুলাই, ১৯৪৩ খ্ৰী.)**

ড° মলয়া খাওন্দৰ জন্মস্থান হ'ল শিৱসাগৰ জিলাৰ হাতীগড় চাহ বাগিচা। খাউন্দ বৰ্তমান দিল্লী মহানগৰীৰ গুৰগাঁৱৰ বাসিন্দা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ১৯৬৫ খ্ৰীষ্টাব্দত অসমীয়া বিষয়ৰ সাহিত্য শাখাত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা খাউন্দে দিল্লী বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট ডিগ্ৰী লাভ কৰে। তেওঁ ১৯৭১ খ্ৰীষ্টাব্দৰ পৰা ১৯৭৬ খ্ৰীষ্টাব্দলৈ শ্বিলঙৰ শংকৰদেৱ কলেজত অসমীয়া বিভাগত অধ্যাপনা কৰিছিল। ১৯৮৯ খ্ৰীষ্টাব্দৰ পৰা ১৯৯৬ খ্ৰীষ্টাব্দলৈকে দিল্লী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগত অতিথি অধ্যাপিকাৰূপে আৰু সেই বিভাগতে ২০০১ খ্ৰীষ্টাব্দত অধ্যাপিকাৰূপে যোগদান কৰি ২০০৬ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে। তদুপৰি তেওঁ দিল্লী আছিল শাখা সদৌ অসম লেখিকা



সমাৰোহ সমিতিৰ সভানেত্ৰী, দিল্লী শাখা অসম সাহিত্য সভাৰ সভানেত্ৰী (২০০৩), দিল্লীৰ অসম এছোচিয়েচনৰ উপ-সভানেত্ৰী (১৯৮৯-৯১), দিল্লীৰ অসম এছোচিয়েচন, গুড়গাঁও অসম এছোচিয়েচন আৰু মহিলানুষ্ঠান 'উৰুলি'ৰ সক্ৰিয় সদস্যা। ড° খাওন্দৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য আৰু তেওঁৰ উপন্যাস' (১৯৮৯), 'চিন্তা, মন্থন আৰু অভিব্যক্তি' (২০০৫), 'ত্ৰৈলোক্যপূজিতে দেৱী' (১৯৯৯), 'এৰি থৈ অহা দিনবোৰ' (২০০০, অসমীয়া অভিজ্ঞা মহিলাৰ আত্মজীৱনীৰ সংকলনৰ সম্পাদনা প্ৰথম খণ্ড ১৯৯৩, দ্বিতীয় খণ্ড ২০০০) আৰু 'ইন্দিৰা গোস্বামী ঃ এ ক্ৰিটিকেল ষ্টাডি অব্ হাৰ ৰাইটিং' (১৯৯৪)। অনুবাদমূলক গ্ৰন্থ ঃ 'সমকালীন গুজৰাটী চুটিগল্প' (১৯৯৩), 'পৰিৱৰ্তনৰ অধিকাৰ' (১৯৯৪), 'দাদিবুঢ়া' (২০০২)।

তেওঁ সাহিত্য অকাডেমীৰ ২০০৬-২০০৭ খ্ৰীষ্টাব্দৰ অনুবাদ বঁটা লাভ কৰে।

**মন্দিৰা নাথ (জন্ম ঃ ১৯৪৬, মৃত্যু ঃ ১৪ জুন, ২০০৪ খ্ৰী.)**

প্ৰয়াত মন্দিৰা নাথৰ জন্মস্থান গোৱালপাৰা জিলা। অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী নাথৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'এখিলা নিলিখা পাত'।

**মন্দিৰা বৰুৱা চক্ৰৱৰ্তী (জন্ম ঃ ২৪ আগষ্ট, ১৯৪৭ খ্ৰী.)**

শিৱসাগৰ জিলাত জন্মগ্ৰহণ কৰা মন্দিৰা বৰুৱা চক্ৰৱৰ্তী বিজ্ঞান বিষয়ৰ স্নাতক আৰু বি. এড. ডিগ্ৰীধাৰী। অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী বৰুৱা চক্ৰৱৰ্তীৰ প্ৰকাশিত পুথিকেইখন হ'ল—'নাৰী তুমি অনন্যা' (কবিতাপুথি, ২০১০), 'অনুভূতি' (উপন্যাস) আৰু 'সাগৰ সংগমত বুটলা গীতৰ মুক্তাৱলী'।

**মহী বৰকাকতি (জন্ম ঃ ৩০ নৱেম্বৰ, ১৯৪৮ খ্ৰী.)**

মহী বৰকাকতিৰ জন্মস্থান শোণিতপুৰ জিলা। স্নাতক ডিগ্ৰীধাৰী বৰকাকতি এগৰাকী অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত সাধু কথাৰ পুথি দুখন হ'ল—'ৰংতলিৰ সাধু' আৰু 'ভীমৰ সাধু'।

**মহেশ ৰাজবংশী (জন্ম : ১৫ আগষ্ট, ১৯৪৭ খ্ৰী.)**

মহেশ ৰাজবংশীৰ জন্মস্থান দৰং জিলাৰ পাতিদৰং। অসম ৰাজ্যিক বিদ্যুৎ পৰিষদ, মঙলদৈ উপ সংমণ্ডলৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। তেওঁৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হ'ল—'প্ৰিয়াৰ স্মৃতিত'।

**মহেশ্বৰ বৰা (জন্ম : ১ মাৰ্চ, ১৯৪৪ খ্ৰী.)**

মহেশ্বৰ বৰাৰ জন্মস্থান শোণিতপুৰ জিলাৰ জামুগুৰিহাট। স্নাতক আৰু বি. এড ডিগ্ৰীধাৰী বৰা বৰ্তমান অৱসৰপ্ৰাপ্ত শিক্ষক। ৰাজ্যিক চৰকাৰৰ কৃতী শিক্ষকৰ বঁটা লাভ কৰা বৰাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'প্ৰত্যহ' (কবিতাপুথি, ১৯৮৭), 'অমৃত লগন' (কবিতাপুথি, ১৯৯০), 'অপৰাহ্নৰ ৰং' (গল্পপুথি, ১৯৮৭), 'যাকেৰি নাহিকে উপাম আৰু অন্যান্য' (প্ৰবন্ধপুথি, ১৯৯৮), 'শিক্ষকৰ আনন্দ আৰু অন্যান্য' (প্ৰবন্ধপুথি, ২০০৯)।

**মহেশ্বৰ নাথ (জন্ম : ২৫ জুলাই, ১৯৪৯ খ্ৰী.)**

মহেশ্বৰ নাথৰ জন্মস্থান গোৱালপাৰা জিলাৰ বগুৱান পেস্কাৰপাৰা। কলা আৰু বিজ্ঞান উভয় বিভাগৰ স্নাতক আৰু বি. এড. ডিগ্ৰীধাৰী নাথ উৰিয়া ভাষাৰো ডিপ্লোমাধাৰী। বলবলা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অধ্যক্ষ নাথৰ প্ৰকাশিত গ্ৰন্থ হ'ল—'কমলা কুঁৱৰী' (নাটক, ১৯৯৭)।

**মাণিক বৰা (জন্ম : ১ নৱেম্বৰ, ১৯৪৮ খ্ৰী.)**

মাণিক বৰাৰ জন্মস্থান যোৰহাট জিলাৰ মাজুলী, গোৱালগাঁও। স্নাতক ডিগ্ৰী লাভ কৰা বৰা অসম চৰকাৰৰ খাদ্য আৰু অসামৰিক যোগান বিভাগৰ অৱসৰপ্ৰাপ্ত যুটীয়া সঞ্চালক (২০০৭)। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ভগা আয়নাৰ প্ৰতিবিম্ব' (গল্পপুথি, ১৯৮৪), 'সময়ৰ মাজুলীত মই' (গল্পপুথি, ২০০৭) আৰু 'ঈশ্বৰৰ ঠিকনা' (গল্পপুথি, ২০০০), 'মানুহৰ পৃথিৱী' (উপন্যাস, ১৯৯২)।

**মাণিকচন্দ্ৰ বৰা (জন্ম : ১ ডিচেম্বৰ, ১৯৪৯ খ্ৰী.)**

মাণিকচন্দ্ৰ বৰাৰ জন্মস্থান যোৰহাট জিলাৰ সবাই খঙীয়া। স্নাতক ডিগ্ৰী লাভ কৰা বৰা সবাই খঙীয়া মধ্য ইংৰাজী বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। অসম চৰকাৰৰ ৰাজ্যিক কৃতী শিক্ষকৰ বঁটা লাভ কৰা বৰাৰ প্ৰকাশিত গ্ৰন্থসমূহ হ'ল—'হৃদয়ৰ সংবাদ' (গল্পপুথি, ১৯৯৭), 'সুউচ্চ পৰ্বতৰ ৰম্যভূমিৰ এচুকত' (ভ্ৰমণ কাহিনী, ২০০১) আৰু 'অনুভৱৰ শব্দ শিখা' (কবিতাপুথি, ২০০৮)।



**মাণিকচন্দ্ৰ শৰ্মা (জন্ম : ১ এপ্ৰিল, ১৯৪৮ খ্ৰী.)**

মাণিকচন্দ্ৰ শৰ্মাৰ জন্মস্থান কামৰূপ জিলাৰ বৰডেক্পাৰ। বৰ্তমান তেওঁ ওদালগুৰি জিলাৰ বাসিন্দা। স্নাতক আৰু নৰ্মাল উত্তীৰ্ণ শৰ্মা ওদালগুৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ভাৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'উত্তৰণ' (গল্প সংকলন, ১৯৯৮) আৰু 'সমস্ত মস্তক মণি' (২০০৭)।

**মাধৱ গোস্বামী (জন্ম : ১৯৪৩ খ্ৰী.)**

মাধৱ গোস্বামীৰ জন্মস্থান দৰং জিলাৰ দিপীলা। অৱসৰপ্ৰাপ্ত শিক্ষক গোস্বামীৰ একমাত্ৰ প্ৰকাশিত গল্পপুথিখন হ'ল—'বালিঘৰৰ মাহ' (২০০৩)।

**মাধৱী চৌধুৰী (জন্ম : ১ মাৰ্চ, ১৯৪১ খ্ৰী.)**

মাধৱী চৌধুৰীৰ জন্মস্থান কামৰূপ জিলাৰ শুৱালকুছি। ৰাষ্ট্ৰভাষাত প্ৰবোধ পৰীক্ষাত উত্তীৰ্ণ। কল্লাপাৰা প্ৰাথমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী চৌধুৰীয়ে ২০০৪ খ্ৰীষ্টাব্দত কৃতী শিক্ষয়িত্ৰীৰ ৰাজ্যিক বঁটা লাভ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'দুখৰ মাৰলি' (কবিতাপুথি, ২০০০), 'সোণ মইনাৰ সাধু' (২০০০), 'তুলসীৰ আখ্যান' (ধৰ্মপুথি, ২০০১), 'জ্ঞানৰ সন্ধান' (ধৰ্মমূলক পুথি, ২০০২), 'স্তুতিমালা' (ধৰ্মমূলক, ২০০১), 'জীৱন নাটৰ ভাৱৰীয়া' (গল্প প্ৰবাহ, ২০০১), 'প্ৰত্যাৱৰ্তন' (গল্প সংকলন, ২০০২), 'নাম মাহাত্ম্য' (ধৰ্মমূলক, ২০০৪), 'আইতাৰ সাধু' (সাধুকথা, ২০০৫), 'অকণিৰ আখৰ চিনাকি' (২০০৪), 'অকণিৰ বৰ্ণমালা আৰু ওমলাগীত' (২০০৪), 'কয়দী' (উপন্যাস), 'ভকতি অমিয়া ৰস',

'ৰক্তজবা', 'নামৰত্ন', 'বেদনাৰ জুই' (২০০৭), 'তৰংগ' (২০০৮), 'হেৰোৱা দিগন্ত' (২০০৬)।

**মামণি বৰুৱা (জন্ম ঃ ১ অক্টোবৰ, ১৯৪৭ খ্ৰী.)**

মামণি বৰুৱাৰ জন্মস্থান যোৰহাট জিলাৰ বৰছেকেটা সোণাৰী গাঁও। কলা শাখাৰ স্নাতক মামণি বৰুৱাই সহকাৰী কৰ আয়ুক্ত কাৰ্যালয়ৰ মুখ্য কাৰ্যালয় সহায়িকা হিচাপে অৱসৰ গ্ৰহণ কৰে। বৰুৱাৰ প্ৰকাশিত পুথি হ'ল—'ওমলা ঘৰৰ নীতিকথা' (২০০০), 'ত্ৰিধাৰা' (সম্পা., ২০০৪)।

**মায়াৰাম দাস (জন্ম ঃ ১ মে', ১৯৪৪ খ্ৰী.)**

কামৰূপ জিলাৰ মিৰ্জা বটিয়াপাৰাত জন্ম লাভ কৰা মায়াৰাম দাস স্নাতক আৰু বি. টি. ডিগ্ৰীৰ অধিকাৰী। পলাশবাৰী ছোৱালী হাইস্কুলৰ অৱসৰপ্ৰাপ্ত শিক্ষক দাসৰ প্ৰকাশিত পুথিকেইখন হ'ল—'প্ৰস্তুতি' (উপন্যাস, ১৯৮২), 'ছাইদ বিজনেছ, দুই নম্বৰী ধান্দা ইত্যাদি' (ব্যংগ ৰচনা, ১৯৯২), 'গাঁৱক গেছিলু আৰু অন্যান্য ৰচনা' (ব্যংগ, ২০০৯)।

**মিত্ৰদেৱ শৰ্মা (জন্ম ঃ ১ জানুৱাৰী, ১৯৪৪ খ্ৰী.)**

মিত্ৰদেৱ শৰ্মাৰ জন্মস্থান শোণিতপুৰ জিলাৰ গাংমৌথান। তেওঁ ১৯৬৮ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা পৰিসংখ্যা বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। শৰ্মাই অৰুণাচল প্ৰদেশৰ ইটানগৰত অৰ্থনীতি আৰু পৰিসংখ্যা বিভাগৰ সঞ্চালক হিচাপে ২০০১ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'নেফাৰ পৰা ৰাজস্থানলৈ' (সমাজ বিজ্ঞানৰ সংস্কৰণ, ২০০৫), 'আন্দামান আৰু আজমীৰ আদি' (ভ্ৰমণ, ২০০৬), 'আন্তঃৰাষ্ট্ৰীয় নেপালী কাব্য' (অনূদিত কবিতাপুথি, ২০০৭), 'ওপজা মাটিৰ সুবাস' (অনূদিত উপন্যাস, ২০০৭), 'স্মৃতিৰ লেচেৰি বুটলি' (ঐতিহাসিক আৰু সামাজিক পুথি, ২০০৭)।

**মিনাৰাম হাতীমূৰীয়া (জন্ম ঃ ১ জানুৱাৰী, ১৯৪৯ খ্ৰী.)**

মিনাৰাম হাতীমূৰীয়াৰ জন্মস্থান শিৱসাগৰ জিলাৰ টেঙাপুখুৰী



ধামধুলি। অৱসৰপ্ৰাপ্ত শিক্ষক হাতীমূৰীয়াৰ প্ৰকাশিত পুথিকেইখন হ'ল—'পানী পৰুৱাৰ সপোন' (২০০৯), 'জীৱন ডিঙা' (২০০৯), 'আখ্যান মালা' (২০০৯) আৰু 'প্ৰবন্ধৰ শৰাই'।

**মিলেশ্বৰ পাতৰ (জন্ম ঃ ২ জুন, ১৯৫০ খ্ৰী.)**

মিলেশ্বৰ পাতৰৰ জন্মস্থান মৰিগাঁও জিলাৰ জৰাবাৰী, অলকাপুৰ। স্নাতক ডিগ্ৰী লাভ কৰা পাতৰে পঞ্চায়ত আৰু গ্ৰামোন্নয়ন বিভাগৰ সহকাৰী প্ৰকল্প বিষয়াৰূপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'অসমৰ সংকট ঃ কিছু চিন্তা' (প্ৰবন্ধ সংকলন, ১৯৯৭), 'তিৱা সংস্কৃতিৰ জিলিঙনি', (সম্পা.,২০০৪), 'ফুলগুৰি ধেৱা' (স্মাৰক গ্ৰন্থ, সম্পা., ২০০৫), 'বিম্ব-প্ৰতিবিম্ব' (প্ৰবন্ধ সংকলন, ২০০৭), 'ঐতিহ্য আৰু সমকাল' (প্ৰবন্ধ সংকলন, ২০০৯)।

**মিহিৰ কুমাৰ বৰুৱা (জন্ম ঃ ১ ফেব্ৰুৱাৰী, ১৯৪২ খ্ৰী.)**

মিহিৰ কুমাৰ বৰুৱাৰ জন্মস্থান দৰং জিলাৰ সৰাবাৰী। বৰুৱা বৰ্তমান গুৱাহাটী নাৰেংগী নিবাসী। স্নাতক ডিগ্ৰীধাৰী মিহিৰ কুমাৰ বৰুৱাৰ প্ৰকাশিত পুথি দুখন হ'ল—'পূবালী সুৰুয' (কবিতাপুথি, ২০০৩) আৰু 'প্ৰেমিক পণ্ডিত আৰু মামণি'।

**মীৰা ডেকা (জন্ম ঃ ১২ অক্টোবৰ, ১৯৪৭ খ্ৰী.)**

মীৰা ডেকাৰ জন্মস্থান নলবাৰী জিলাৰ নামডোঙা। চুৰুচুৰী নিম্ন বুনিয়াদী বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষয়িত্ৰী মীৰা ডেকাৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'নীল আকাশৰ পখী' (শিশু উপন্যাসিকা)।

**মুকুন্দ শৰ্মা (জন্ম ঃ ১ মাৰ্চ, ১৯৪৬ খ্ৰী.)**

মুকুন্দ শৰ্মাৰ জন্মস্থান বৰপেটা জিলাৰ সৰুপেটা ভালাগুৰী। বৰ্তমান তেওঁ বঙাইগাঁও জিলাৰ বাসিন্দা। বীৰঝাৰা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ শৰ্মাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'চেতনাৰ ভগ্ন চিৰিত এদিন' (কবিতাপুথি, যুটীয়াভাৱে, ১৯৮৪), 'বিকশিত কমলৰ গন্ধ'

(গীতৰ পুথি, ১৯৮৬) আৰু 'সূৰ্য-সাপ-শব্দ' (একাংকিকা নাটৰ সংকলন, ১৯৮৭)।

**ড° মুকুন্দ ৰাজবংশী (জন্ম ঃ ১ জানুৱাৰী, ১৯৪১ খ্ৰী.)**

ড° মুকুন্দ ৰাজবংশীৰ জন্মস্থান ডিব্ৰুগড় চহৰ। বৰ্তমান ড° ৰাজবংশী খেলমাটি, লখিমপুৰ জিলাৰ বাসিন্দা। স্নাতকোত্তৰ আৰু পি. এইচ. ডি ডিগ্ৰীধাৰী ড° ৰাজবংশী লখিমপুৰ বালিকা মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'বিজ্ঞান সংস্কৃতি' (১৯৯৭), 'আধুনিক শিক্ষাৰ বালিচাপৰিত' (২০১০) আৰু 'ছাইন্স এডুকেশ্যন' (সম্পা., ১৯৭৭)। বিভিন্ন বাতৰি কাকত, আলোচনীত তেখেতৰ লেখা প্ৰকাশিত হৈ আছে।

**মুৰুলীধৰ দাস (জন্ম ঃ ১৭ মে', ১৯৪৭ খ্ৰী.)**

মুৰুলীধৰ দাসৰ জন্মস্থান কামৰূপ জিলাৰ ক্ষেত্ৰী। স্নাতক মহলালৈ শিক্ষা গ্ৰহণ কৰা দাস বৃত্তিত এগৰাকী শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ডিমৰুৱাৰ সাধু' (সাধুপুথি, ১৯৮৭), 'কবিতা কানন' (কবিতাপুথি সম্পাদনা, ১৯৯০), 'সমীপেষু' (জীৱনী, ১৯৯১), 'কাৰ্বি আইতাৰ সাধু' (সাধুকথা, ১৯৯৩), 'এতিয়া দোভাগ ৰাতি' (কবিতাপুথি), 'ৰঙিলী আইতাৰ সাধু' (সাধুকথা, ১৯৯৯), 'কাহিনী গীতত কাৰ্বি সাধু' (সাধু কথা, ১৯৯৯), 'আইতাৰ মুখৰ এমুঠি সাধু' (সাধুকথা, ২০০০), 'অকণি মেলৰ সাধু' (সাধুপুথি, ২০০০), 'কাৰ্দমককাৰ সাধু' (সাধুকথা, ২০১০), 'ভৈয়াম কাৰ্বি লোক-সংস্কৃতিত এভুমুকি' (২০১০, প্ৰবন্ধপুথি), 'পাঁচকুৰি লালিলাং, কেঁচা বিহুগীত' (২০০২), 'কাৰ্বি গাভৰুৰ প্ৰেমৰ সাধু' (সাধুকথা, ২০০৩), 'অ' পখী তহঁত আমাৰ সখী' (সাধুকথা, ২০০৩), 'জমতলীৰ সাধু' (সাধুকথা, ২০০৩), 'তিৱা লোকগীতৰ শিল্পী লানচিং বৰদলৈ আৰু লগৰীয়াসকল' (জীৱনী, ২০০৪), 'ঢুলীয়া ককাৰ সাধু' (সাধুকথা, ২০০৭), 'পাহাৰ-ভৈয়ামৰ সাধু' (সাধুকথা, ২০০৭) আৰু 'ভৈয়াম কাৰ্বিৰ লোক-পৰম্পৰা' (প্ৰবন্ধ আৰু গীত-পদ, ২০০৭)।



**মুহিকান্ত নাথ (জন্ম ঃ ১ ডিচেম্বৰ, ১৯৪৭ খ্ৰী.)**

শিৱসাগৰ জিলাৰ হাতীঘূলি গাঁৱত মুহিকান্ত নাথৰ জন্ম হয়। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা নাথ শিলপুখুৰী উচ্চ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। তাৰ পাছত তেওঁ গৌৰীসাগৰ কনিষ্ঠ মহাবিদ্যালয়ৰ অধ্যক্ষ হয়।

**মুস্তাফিজুৰ ৰহমান (জন্ম ঃ ২৬ মাৰ্চ, ১৯৪৮ খ্ৰী.)**

মুস্তাফিজুৰ ৰহমানৰ জন্মস্থান বঙাইগাঁও জিলাৰ অভয়াপুৰী। বৰ্তমান পাৱাৰ হাউচ ৰোড, গোৱালপাৰা জিলাৰ বাসিন্দা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা ৰহমানৰ কৰ্মক্ষেত্ৰ কানাডা। ৰহমানৰ প্ৰকাশিত পুথিকেইখন হ'ল—'চিনাকি অন্ধকাৰ' (চুটিগল্প), 'মুখৰ নিৰ্জনতা' (চুটিগল্প), 'মৌচুমী' (চুটিগল্প), 'হে বসন্ত ক্ৰন্দসী তুমিও'। উপন্যাস ঃ 'নিঃসংগ জোনাক', 'বিদেশিনী', 'অন্তহীন নীৰৱতা', 'মন ডিঙাৰে পাল', 'যন্ত্ৰণাৰ ছাঁবোৰ', 'প্ৰকৃতি য'ত প্ৰাণময়ী' (ভ্ৰমণ কাহিনী) আৰু 'তুষাৰ মৰুৰ প্ৰান্তত' (ভ্ৰমণ কাহিনী)।

**মুৰাৰী ডেকা (জন্ম ঃ ১ জানুৱাৰী, ১৯৫০ খ্ৰী.)**

মুৰাৰী ডেকাৰ জন্মস্থান কামৰূপ জিলাৰ আল্টা। বৰ্তমান ধুবুৰী জিলাৰ গৌৰীপুৰ নিবাসী ডেকা বিজ্ঞানৰ স্নাতক হোৱাৰ লগতে ন্যায়শাস্ত্ৰতো স্নাতক ডিগ্ৰী লাভ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'পুৱে হাঁহ, পশ্চিমে বাঁহ' (১৯৮২, গছ সম্বন্ধীয়) আৰু 'কাজিৰঙা আৰু গঁড়' (১৯৮৬)।

**ডাঃ মেদিনী কুমাৰ চাংমাই (জন্ম ঃ ১ জানুৱাৰী, ১৯৪৭ খ্ৰী.)**

ডাঃ মেদিনী কুমাৰ চাংমাইৰ জন্মস্থান ডিব্ৰুগড় জিলাৰ ন-খাট চাংমাই গাঁও। অৱসৰপ্ৰাপ্ত মহকুমা চিকিৎসা আৰু স্বাস্থ্য বিষয়া। ডাঃ চাংমাইৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল ঃ 'প্ৰতিশ্ৰুতি' (প্ৰবন্ধপুথি, ২০০৯)।

**মোহেন কোঁৱৰ (জন্ম ঃ ১৯৪২ খ্ৰী.)**

মোহেন কোঁৱৰৰ জন্মস্থান শিৱসাগৰ জিলাৰ ম'ৰাবজাৰ। উচ্চতৰ মাধ্যমিকলৈ শিক্ষা গ্ৰহণ কৰা কোঁৱৰে জনস্বাস্থ্য কাৰিকৰী বিভাগত কাৰ্যনিৰ্বাহ কৰি অৱসৰগ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল— 'সাধুৰ মজা' (সাধুকথাৰ পুথি, ২০০৪) আৰু 'পকেট কুইজ'।

**মোহন সোণোৱাল (জন্ম ঃ ১৯৫০ খ্ৰী.)**

মোহন সোণোৱালৰ জন্মস্থান ডিব্ৰুগড় জিলাৰ টেঙাখাত। অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা সোণোৱাল টেঙাখাত উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অধ্যক্ষ। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল— কাব্য সংকলন ঃ 'কবিতা কুঞ্জ' (কবিতাপুথি), 'শিক্ষা সমীক্ষাৰ এটি দুটি তৰাফুল আৰু অন্যান্য' (প্ৰবন্ধপুথি),'সাহিত্য সংস্কৃতিৰ চমু আভাস' (প্ৰবন্ধপুথি), 'উত্তৰণ' (সম্পাদনা), 'অভিজ্ঞান' (সম্পাদনা) আৰু 'সমাহাৰ' (সম্পাদনা) আদি।



# য

**যতীন্দ্ৰ কুমাৰ বৰগোঁহাঞি (জন্ম ঃ ৮ ছেপ্টেম্বৰ, ১৯৫০ খ্ৰী.)**

যতীন্দ্ৰ কুমাৰ বৰগোঁহাঞিৰ জন্মস্থান নগাঁও জিলাৰ জখলাবন্ধা। বৰ্তমান বৰগোঁহাঞি কামৰূপ জিলাৰ হেঙেৰাবাৰী মিলন চ'কৰ বাসিন্দা। স্নাতকোত্তৰ ডিগ্ৰীধাৰী বৰগোহাঞিদেৱ অৰ্থনীতি বিভাগৰ অধ্যাপকৰূপে অৱসৰগ্ৰহণ কৰে। 'নতুন দৈনিক' কাকতৰ সম্পাদক হিচাপে কাৰ্য সম্পাদন কৰা যতীন্দ্ৰকুমাৰ বৰগোহাঞিৰ প্ৰকাশিত পুথিসমূহ হ'ল— কবিতাপুথি—'একুৱাৰিয়ামত বন্দী মাছ' (১৯৮৩), 'কৃষ্ণাংগ কবিৰ কবিতা' (অনুবাদ, ১৯৭৬), 'পাবলো নেৰুদাৰ কবিতা' (১৯৯৭, অনুবাদ)। উপন্যাস ঃ 'কলং নিঃস্ব সুদূৰ' (১৯৮৭), 'তৃষাগ্নি' (১৯৯৪), 'পৃথিৱীৰ মৰম' (১৯৯৬) আৰু 'কিশোৰ'। গল্পপুথি ঃ 'ইকেৰাচৰ ডেউকা' (১৯৯৮) আৰু 'অলিখিত ইতিহাস' (২০০৫)। প্ৰবন্ধ আৰু অন্যান্য পুথি ঃ 'অসমৰ অৰ্থনৈতিক ইতিহাস' (১৯৮৫), 'অসমৰ সাংস্কৃতিক ইতিহাস' (১৯৮৯), 'মুং ডুন চুন খাম এটি সপোনৰ নাম' (১৯৯৬), 'সন্ত্ৰাস বিদ্ৰোহ বিপ্লৱ' (১৯৯৩), 'বিজ্ঞানীৰ জীৱনী আৰু আৱিষ্কাৰ' (২০০২), 'অসমৰ উৎসৱ আৰু পূজা' (২০০৫), 'অসমৰ সামাজিক ৰূপান্তৰ আৰু মধ্য শ্ৰেণীৰ বিকাশ' (২০০৪), 'অসমৰ সাংস্কৃতিক ইতিহাস' (২০০৭), 'উত্তৰ আধুনিকতা আৰু মানৱোত্তৰ ভৱিষ্যৎ' (২০১০), 'লোকায়ত দৰ্শন' (২০০৮), 'অৰ্থনৈতিক তত্ত্ব' (১৯৮৬), 'ভাৰতীয় অৰ্থবিজ্ঞান' (১৯৮৮), 'ৰাজস্ব বিজ্ঞান' (১৯৮৮), 'মুদ্ৰা বেংক ব্যৱস্থা আন্তৰ্জাতিক বাণিজ্য' (১৯৮৭), 'অসমৰ অৰ্থনীতি' (১৯৮৮), 'অসমৰ সাংবাদিকতাৰ পৰিৱৰ্তিত ৰূপ' (১৯৯৫), 'জাতীয়তাবাদৰ বিকাশৰ ঐতিহাসিক পটভূমি' (১৯৯৮), 'গোলকীয় কৃষ্টিৰ ৰাজনৈতিক অৰ্থনীতি' (২০০১), 'ইণ্ডিয়ান ষ্ট্ৰাগল ফৰ ইণ্ডিপেণ্ডেনচ' (২০১০) আৰু 'কৰ্ট লেজিচলেচাৰ এণ্ড প্ৰিভিলেজ' (২০১০)। যতীন্দ্ৰনাথ বৰগোহাঞিয়ে ১৯৮৯ খ্ৰী.ত বিষ্ণুৰাভা বঁটা, ২০০৫ খ্ৰী.ত ভৰত চন্দ্ৰ বঁটা, ২০০৭ খ্ৰী.ত গাণ্ডীৱ বঁটা,

২০০৯ খ্ৰী. সাহিত্য অকাডেমীৰ অনুবাদ বঁটা, ১৯৭২ খ্ৰী.ত বিৰিঞ্চি কুমাৰ বৰুৱা লিটাৰেৰী ট্ৰফী আৰু ২০০৯ খ্ৰী.ত সংবাদৰত্ন বঁটাৰে সন্মানিত।

**যতীন্দ্ৰ নাৰায়ণ চৌধুৰী (জন্ম ঃ ১ মাৰ্চ ১৯৪৪ খ্ৰী.)**

যতীন্দ্ৰ নাৰায়ণ চৌধুৰীৰ জন্মস্থান বঙাইগাঁও জিলাৰ ৰঘুনন্দনপুৰ। প্ৰৱেশিকা আৰু নৰ্মাল উত্তীৰ্ণ চৌধুৰী এগৰাকী অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'গোৱালপৰীয়া বিয়া গীত' (১৯৯৭), 'গোৱালপৰীয়া গোপিনী নাম' (১৯৯৯) আৰু 'গোৱালপৰীয়া পাতি নাম' (২০০৪)।

**যদু বৰুৱা (জন্ম ঃ ৭ জুলাই, ১৯৪২ খ্ৰী.)**

যদু বৰুৱাৰ জন্মস্থান গোলাঘাট জিলাৰ বৰুৱাগাঁও। বৰুৱাই পুষ্পবন দৈয়াং অঞ্চলত কৰ্মজীৱন সমাপ্ত কৰে। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'দৈয়াংপৰীয়া ঢুলীয়া' (লোক সাহিত্য-কলা-সংস্কৃতি বিষয়ক, ১৯৯৯)।

**যমুনা কলিতা (জন্ম ঃ ১ ফেব্ৰুৱাৰী, ১৯৪২ খ্ৰী.)**

যমুনা কলিতাৰ জন্মস্থান শোণিতপুৰ জিলাৰ বিশ্বনাথ চাৰিআলি, বামগাঁও। বুনিয়াদী প্ৰশিক্ষণ লাভ কৰা কলিতা প্ৰাথমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। তেওঁৰ প্ৰকাশিত কাব্যপুথিখন হ'ল—'ৰান্ধনী বেলি' (২০০৮)।

**যমুনা বৰগোঁহাই (জন্ম ঃ ৩০ জানুৱাৰী, ১৯৪৪ খ্ৰী.)**

যমুনা বৰগোঁহাই ১৯৬৬ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। গড়গাঁও কলেজত অধ্যাপনাৰে তেওঁ কৰ্মজীৱন আৰম্ভ কৰে। পৰৱৰ্তী সময়ত তেওঁ শিৱসাগৰ ছোৱালী মহাবিদ্যালয়ৰ ভাৰপ্ৰাপ্ত অধ্যক্ষ হৈ অৱসৰ গ্ৰহণ কৰে। বৰগোহাঁইৰ প্ৰকাশিত পুথিসমূহ হ'ল—'পষ্টমৰ্টেম' (নাটক), 'পূবেৰুণ' (শিশু নাটক), 'ছিন্নমূল' (পূৰ্ণাংগ নাটক), 'প্ৰভাতী পক্ষীৰ গীত' (একাংকিকা নাটক), 'পদুম পাতৰ পানী' (একাংকিকা), 'ঘৰ' (একাংকিকা), 'শুকুলা পখীৰ গীত' (শিশু উপন্যাস), 'মোৰ জীৱন ঃ ৰাগ ভৈৰৱ' (আত্মজীৱনী), 'ৰ'দালি এ ৰ'দ দে' (কবিতা সংকলন), 'ভেকুলীৰ সাধু' (সাধুকথাৰ পুথি), 'এটি ৰূপৰ মঞ্জুষা আৰু এথুপি তৰা' (গল্প সংকলন), 'সূৰুযমুখীৰ স্বপ্ন' (কাব্যনাট), 'বাৰীৰ পাছ ফালে কান্দে তাঁতশালে' ইত্যাদি।



**যমুনী শৰ্মা পাঠক (জন্ম ঃ ৩১ জানুৱাৰী, ১৯৪৫ খ্ৰী.)**

যমুনী শৰ্মা পাঠকৰ জন্মস্থান যোৰহাট জিলাৰ মলীয়াগাঁও। স্নাতক আৰু বি. টি. ডিগ্ৰীধাৰী শৰ্মা পাঠক সম্প্ৰতি সৰুপথাৰ নিবাসী। অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী শৰ্মা পাঠকৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মৰহা ফুলৰ সৌৰভ' (জীৱনীপুথি, ২০০০) আৰু 'অসাধাৰণ নাৰী প্ৰতিভা' (জীৱনীপুথি, ২০০৯)।

**যোগেন দত্ত (জন্ম ঃ ১ জুলাই, ১৯৪৮ খ্ৰী.)**

যোৰহাট জিলাৰ আকাহু গাঁৱত জন্ম লাভ কৰা যোগেন দত্ত পি. এম. ধলাজান মধ্য ইংৰাজী বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। কৃতী শিক্ষকৰ ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ কৰা দত্তৰ প্ৰকাশিত পুথিসমূহ হ'ল—'মেঘমুক্ত আকাশ' (সামাজিক উপন্যাস, ১৯৭৭), 'যেন কুকুৰ তেন টাঙোন' (একাংকিকা নাটক, ১৯৭০), 'মৰুদ্যান' (একাংকিকা নাটক, ১৯৭৮), 'ৰাজনীতিজ্ঞ কীৰ্তিচন্দ্ৰ বৰবৰুৱা' (বুৰঞ্জীমূলক, ১৯৮৪), 'যোগাৰূঢ় শ্ৰীকণ্ঠ' (শিশু উপযোগী সাধু), 'ভাগৱত তত্ত্ব' (ধৰ্মীয় তত্ত্বকথা, ১৯৯৮), 'শ্ৰীশ্ৰী ৰাধিকানন্দ গোস্বামী' (জীৱনী, ১৯৯৯), 'বৰতমণি' (বুৰঞ্জীমূলক শিশু গ্ৰন্থ, ২০০২), 'পঞ্চতন্ত্ৰ আৰু জাতকৰ সাধু' (সাধু, ২০০৬), 'পঞ্চতন্ত্ৰ, জাতক আৰু হিতোপদেশৰ সাধু' (২০০৭), 'ভুচুং পহু আৰু লুইতৰ হিন্দোল' (১৯৮১, একাংকিকা), 'সৰা ফুলৰ সুবাস' (বুৰঞ্জীমূলক, ১৯৯২), হিন্দু ধৰ্মৰ তত্ত্ব আৰু তথ্য' (ধৰ্মীয় তত্ত্বকথা, ১৯৯৫) আৰু 'বুৰঞ্জীৰ মণিমুকুতা' (বুৰঞ্জীমূলক, ১৯৯৬)।

**যোগেন্দ্ৰ কলিতা (জন্ম ঃ ১ মাৰ্চ, ১৯৪২ খ্ৰী.)**

যোগেন্দ্ৰ কলিতাৰ জন্মস্থান কামৰূপ জিলাৰ শুৱালকুছি। বৰ্তমান কলিতা শোণিতপুৰ জিলাৰ বালিজান নিবাসী। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰীধাৰী কলিতা জ্যোতি আগৰৱালা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল— 'ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ সেনানী শ্বহীদ মুকুন্দ কাকতী' (২০০১), 'ভলুকাগুৰি ঘাটৰ ইপাৰে-সিপাৰে' (২০০৫), 'থৈ যাব পাৰোঁ খোজ' (২০০৫), 'এই হত্যা বন্ধ হওঁক' (২০০৬) আৰু '৪২ এ ৰিঙিয়ায়'(২০০৭)।

**যোগেন্দ্ৰ নাথ শইকীয়া (জন্ম ঃ ২০ জুন, ১৯৪৭ খ্ৰী.)**

যোগেন্দ্ৰ নাথ শইকীয়াৰ জন্মস্থান নগাঁও জিলাৰ বাৰপূজীয়া, দৰঙীয়াল। সাহিত্য ব্যাকৰণ শাস্ত্ৰী শইকীয়া ৰহা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পৰা সংস্কৃত শিক্ষক হিচাপে অৱসৰগ্ৰহণ কৰে। ড° আম্বেদকাৰ ফেল'শ্বিপ বঁটা লাভ কৰা শ্ৰী শইকীয়াৰ প্ৰকাশিত পুথিকেইখন হ'ল— 'বৈষ্ণৱ সাহিত্যত এভূমুকি' (সমালোচনা গ্ৰন্থ, ১৯৯৪), 'ৰাধা চৰিত' (অনুবাদ, ১৯৯৯), 'উপদেশমালা', 'স্যমন্তক হৰণ' (১৯৯৯), 'বৈষ্ণৱ দৰ্পণ' (২০০৮), 'শুকৰতি পুথি'।

**যোগেন্দ্ৰনাথ দত্ত (জন্ম ঃ ১ ফেব্ৰুৱাৰী, ১৯৪৮ খ্ৰী.)**

যোগেন্দ্ৰনাথ দত্তৰ জন্মস্থান লখিমপুৰ জিলাৰ পানবাৰী। স্নাতক আৰু বি. টি. ডিগ্ৰী লাভ কৰা দত্ত মাধৱদেৱ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ প্ৰতিষ্ঠাপক অধ্যক্ষ হিচাপে অৱসৰ গ্ৰহণ কৰে। ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় পৰ্যায়ৰ কৃতী শিক্ষকৰ বঁটাৰে সন্মানিত হোৱা যোগেন্দ্ৰনাথ দত্তৰ প্ৰকাশিত পুথিসমূহ হ'ল—'মোৰ জীৱনৰ আগে পিচে' (আত্মজীৱনী, ২০০১), 'মহানুভৱ' (গল্পপুথি, ২০০২), 'লক্ষীমপুৰৰ পৰা বিশ্ব দৰবাৰলৈ অবিনাশী 'ড° বিশ্বনাৰায়ণ শাস্ত্ৰী' (জীৱনী, ২০০৩), 'বৰ্ণনাত্মক কুইজ' (দেশ-বিদেশৰ জ্ঞানৰ সঁফুৰা, ২০০৪), 'কালিন্দীৰ বিয়া' (গল্প, ২০০৪), 'বাপু আৰু বিনোৱাৰ কিছুকথা' (কাহিনীমূলক, ২০০৬),'থাপনাৰ ফুল' (জীৱনী পুথি, ২০০৩), 'অভিজ্ঞতাৰ তৰংগত' (২০০৭), 'মহৎ লোকৰ চমু পৰিচয়' (২০০৫), 'পূতবিত্ত' (উপন্যাস, ২০০৭), 'অদৃশ্য নৰখাদক' (গল্পপুথি, ২০০৮), 'এই নৈ বোৱতী' (উপন্যাস, ২০০৯)।



**যোগেন্দ্ৰ নাথ মেধি (জন্ম ঃ ১৪ আগষ্ট, ১৯৫০ খ্ৰী.)**

যোগেন্দ্ৰ নাথ মেধিৰ জন্মস্থান নলবাৰী জিলাৰ লাউপাৰা। স্নাতক, বি. এড. আৰু বি. এল. ডিগ্ৰী লাভ কৰা মেধিয়ে বামুন্দী হাইস্কুলৰ পৰা শিক্ষকৰূপে অৱসৰগ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল— 'মহানদীৰ পাৰে পাৰে' (২০০২) আৰু 'মহিমাময়ী নাৰী' (২০০৬)।

**যোগেন্দ্ৰ নাথ শৰ্মা সভাপণ্ডিত (জন্ম ঃ ৫ আগষ্ট, ১৯৪২ খ্ৰী.)**

যোগেন্দ্ৰনাথ শৰ্মা সভাপণ্ডিতৰ জন্মস্থান শিৱসাগৰ জিলাৰ জাঁজী, বামুণগাঁও। বৰ্তমান শৰ্মা বৰচাপৰি, গোলাঘাট জিলাৰ বাসিন্দা। তেওঁৰ প্ৰকাশিত দুখন কবিতাপুথি হ'ল—'অৰ্চনা' (১৯৭৯) আৰু 'আহ্বান' (১৯৮০)।

**যোগেশ্বৰ বৰা (জন্ম ঃ ৯ মে', ১৯৪৯ খ্ৰী.)**

যোগেশ্বৰ বৰাৰ জন্মস্থান শোণিতপুৰ জিলাৰ খৰাশিমলু গাঁও। বিজ্ঞান শাখাৰ স্নাতকোত্তৰ বৰা এগৰাকী অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'নৱতম শৰাইঘাট' (উপন্যাস, ১৯৮৬)।

**যোগেশচন্দ্ৰ কলিতা (জন্ম ঃ ১ ফেব্ৰুৱাৰী, ১৯৪৪ খ্ৰী.)**

যোগেশচন্দ্ৰ কলিতাৰ জন্মস্থান কামৰূপ জিলাৰ গৰমছুং। স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা কলিতাই ভাৰপ্ৰাপ্ত অধ্যক্ষ হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'অচিন বেদনা প্ৰকৃত মানুহ' (১৯৯৪), 'শামুকৰ পেটত মাণিক' (১৯৯৫, শিশু পুথি), 'Students fovarite English Grammar And composition' (২০০৮), 'দিগন্ত' (১৯৭২, কবিতাপুথি), 'মিলন কলি' (১৯৭৬, কবিতাপুথি), 'জাগ্ৰত অসম' (১৯৭৯), 'অসীমতে সময়ৰ সীমা' (১৯৯৮)।

# ৰ

**ৰঘু শৰ্মা (জন্ম ঃ ১ জানুৰাৰী, ১৯৪৯ খ্ৰী.)**

ৰঘু শৰ্মাৰ জন্মস্থান দৰং জিলাৰ সৰাবাৰী, বৰমপুৰ। সুকুমাৰ কলাৰ তিনিবছৰীয়া ডিপ্লোমা পৰীক্ষাত উত্তীৰ্ণ শৰ্মা এগৰাকী অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'সৰল চিত্ৰাংকন পদ্ধতি' (২০০৮)।

**ৰজনীকান্ত কলিতা (জন্ম ঃ ১ ছেপ্টেম্বৰ, ১৯৪১ খ্ৰী.)**

ৰজনীকান্ত কলিতাৰ জন্মস্থান নলবাৰী জিলাৰ দিঘেলী ভক্ততোলা। স্নাতক ডিগ্ৰীধাৰী কলিতা সমবায় সমিতিৰ অৱসৰপ্ৰাপ্ত হিচাপ পৰীক্ষক। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'মহাপুৰুষ শ্ৰীশ্ৰীশংকৰদেৱ' (৪ৰ্থ সংস্কৰণ, ২০০৭)।

**ৰঞ্জিত কুমাৰ কলিতা (জন্ম ঃ ১ ফেব্ৰুৱাৰী, ১৯৪৯ খ্ৰী.)**

ৰঞ্জিত কুমাৰ কলিতাৰ জন্মস্থান গোৱালপাৰা জিলাৰ দহেলা। বৰ্তমান তেওঁ কামৰূপ জিলাৰ গুৱাহাটীৰ দুই নং মঠঘৰীয়া, জোনাকী নগৰ নিবাসী। তেওঁৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হ'ল—'সাগৰৰ লহৰ লেখি' (২০০২)।

**ৰণজিৎ কুমাৰ সেন (জন্ম ঃ ৪ এপ্ৰিল, ১৯৪৯ খ্ৰী.)**

ৰণজিৎ কুমাৰ সেনৰ জন্মস্থান কাৰ্বি আংলং জিলাৰ ধৰমনলা। স্নাতকোত্তৰ ডিগ্ৰীধাৰী সেনে উৰিষ্যাৰ ভুৱনেশ্বৰ কেন্দ্ৰীয় আঞ্চলিক ভাষা প্ৰশিক্ষণ কেন্দ্ৰৰ পৰা উৰিয়া ভাষাত ডিপ্লোমা লাভ কৰে। অৱসৰপ্ৰাপ্ত শিক্ষক সেনৰ সম্পাদিত গ্ৰন্থ দুখন হ'ল—'সুভচনী', 'অনন্যা আৰু সুন্দৰম'।

**ৰঞ্জনা দেৱী (জন্ম ঃ ২৬ ডিচেম্বৰ, ১৯৫০ খ্ৰী.)**

ৰঞ্জনা দেৱীৰ জন্মস্থান বাক্সা জিলাৰ ২-নং দৰঙ্গাপাৰা। বাণিজ্য শাখাৰ



প্ৰাক্ বিশ্ববিদ্যালয় আৰু হিন্দী পৰীক্ষাৰ প্ৰবীণ উত্তীৰ্ণ ৰঞ্জনা দেৱী কুমাৰীকাটা তামুলপুৰ আঞ্চলিক গ্ৰামদান সংঘত কৰ্মৰত। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'দাক্ষায়িনী' (কবিতাপুথি) আৰু 'তুমি স্পৃহনীয় স্বৰ্ণ তৰু'।

**ৰতন লহকৰ (জন্ম ঃ ১৮ ফেব্ৰুৱাৰী, ১৯৪১ খ্ৰী.)**

ৰতন লহকৰৰ জন্মস্থান বৰপেটা জিলাৰ ৰামপুৰ। মধ্য প্ৰদেশৰ সাগৰ বিশ্ববিদ্যালয়ৰ পৰা ৰাজনীতি বিজ্ঞান বিষয়ত স্নাতকোত্তৰ লহকৰৰ একমাত্ৰ প্ৰকাশিত পুথি হ'ল—'গামোচাৰে চিপজৰি' (১৯৯৬)।

**ৰত্নেশ্বৰ ডেকা (জন্ম ঃ ১ নৱেম্বৰ, ১৯৪৩ খ্ৰী.)**

ৰত্নেশ্বৰ ডেকাৰ জন্মস্থান দৰং জিলাৰ ঝাকুৱাপাৰা। স্নাতক ডিগ্ৰীধাৰী ডেকাই হাজৰিকাপাৰা নেহৰু বিদ্যালয়ৰ পৰা অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'মহাভাৰতৰ কাহিনী' (১৯৮৯) আৰু 'গেৰিমাৰীৰ গেৰি' (১৯৯৪)।

**ৰত্নেশ্বৰ বৰা (জন্ম ঃ ২০ জুলাই, ১৯৫০ খ্ৰী.)**

ৰত্নেশ্বৰ বৰাৰ জন্মস্থান যোৰহাট জিলাৰ বাহেকগাঁও। বৰ্তমান তেওঁ ডিব্ৰুগড় জিলাৰ পশ্চিম মিলন নগৰৰ বাসিন্দা। স্নাতকোত্তৰ আৰু বি. এড ডিগ্ৰীধাৰী বৰা ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ জ্যেষ্ঠ গৱেষণা সহায়ক, অৱসৰপ্ৰাপ্ত শিক্ষক আৰু জিলা প্ৰাথমিক শিক্ষা বিষয়া। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'তৰোৱালৰ ধাৰ' (গল্পপুথি, ১৯৯৩), 'তুমি আঘোনৰ সোণোৱালী পথাৰ' (কাব্য পুথি, ২০০৪), 'জেংবাইৰ এবাতি' (গল্পপুথি, ২০০৫) আৰু 'প্ৰতিপদত জোনৰ পোহৰ' (গল্পপুথি, ২০০৮)। তেওঁ 'দৈনিক জনমভূমি' কাকতৰ উপ-সম্পাদক। ইয়াৰ উপৰিও তেওঁৰ বিভিন্ন লেখা বাতৰি কাকত, আলোচনী আদিত প্ৰকাশ পাইছে।

**ৰমলা বৰা (জন্ম ঃ ১ মাৰ্চ, ১৯৪২ খ্ৰী.)**

ৰমলা বৰাৰ জন্মস্থান ডিব্ৰুগড় জিলাৰ টিপলিং চাহ বাগিচা। বৰ্তমান বৰা শোণিতপুৰ জিলাৰ বামুণীৰোডৰ বাসিন্দা। স্নাতকোত্তৰ ডিগ্ৰীধাৰী

বৰা ঢেকীয়াজুলিৰ লোকনায়ক অমিয় কুমাৰ দাস মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত উপাধ্যক্ষ। তেওঁৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল— 'আইতাৰ সাধু' (২০০৩, দ্বিতীয় সংস্কৰণ)।

**ৰত্নেশ্বৰ ৰায় (জন্ম ঃ ৩১ আগষ্ট, ১৯৪৮ খ্ৰী.)**

প্ৰয়াত ৰত্নেশ্বৰ ৰায়ৰ জন্মস্থান বঙাইগাঁও জিলাৰ কাকৈজানা। বৃত্তিত কৃষক ৰায়ৰ প্ৰকাশিত দুখন গল্পপুথি হ'ল—'আশ্ৰয় বিচাৰি' আৰু 'এমুঠি অন্ন'।

**ৰত্নমালা শইকীয়া (জন্ম ঃ ১ জুন, ১৯৪৫ খ্ৰী.)**

ৰত্নমালা শইকীয়াৰ জন্মস্থান নগাঁও জিলাৰ চেঁচামুখ। বিজ্ঞানৰ স্নাতক আৰু বি. এড. ডিগ্ৰী লাভ কৰা শইকীয়াই নগাঁও চৰকাৰী বালিকা বিদ্যালয়ৰ অধ্যক্ষ পদৰ পৰা অৱসৰ গ্ৰহণ কৰিছে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'পুৰাৰ গীত' (চুটিগল্প পুথি, ২০০৬) আৰু 'কেন্দ্ৰৰ পৰা পৰিধিলৈ' (চুটিগল্প পুথি, ২০০৯)।

**ৰবীন্দ্ৰ বৰা (জন্ম ঃ ২৫ ফেব্ৰুৱাৰী, ১৯৪০ খ্ৰী.)**

ৰবীন্দ্ৰ বৰাৰ জন্মস্থান তিনিচুকীয়া জিলাৰ মাকুম। বৰ্তমান গুৱাহাটী নিবাসী বৰা শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ গুৱাহাটী বি. বৰুৱা কলেজৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰে। ৰবীন্দ্ৰ বৰাই অসম চৰকাৰৰ জনসংযোগ বিভাগৰ কৰ্মচাৰী হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁ নতুন দিল্লীত ১৯৮২ খ্ৰীষ্টাব্দত অনুষ্ঠিত হোৱা অনাতাঁৰ কেন্দ্ৰৰ সৰ্বভাষা কবি সন্মিলনত অংশগ্ৰহণ কৰিছিল। ১৯৮৮ খ্ৰীষ্টাব্দত স্থাপিত 'অসম কবি সমাজ'ৰ তেওঁ প্ৰতিষ্ঠাপক সভাপতি হোৱাৰ উপৰিও ১৯৯৬ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাৰ বোকাখাত অধিৱেশনৰ কবি সন্মিলনত তেওঁ সভাপতিত্ব কৰিছিল। 'ৰামধেনু' আলোচনীৰ জৰিয়তে সাহিত্যত আত্মপ্ৰকাশ কৰা বৰাৰ প্ৰকাশিত পুথিসমূহ হ'ল—কাব্য সংকলন ঃ 'দীৰ্ঘদিনৰ প্ৰস্তুতিৰে' (১৯৮০), 'নিৰ্বাসিত সময়' (১৯৮৫), 'শইচৰ মানুহ' (১৯৯০), 'উত্তৰ প্ৰজন্ম' (১৯৯৩), 'ৰাতি ভাঙি আহে' (১৯৯৬), 'সাহচৰ্য' (২০০০)। গল্পপুথি ঃ 'আলি দোমোজাত' (১৯৯৩), 'পূৰ্বাপৰ' (১৯৯৮)। উপন্যাস ঃ 'দ্ৰৌপদী' (১৯৯৬)। শিশুপুথি ঃ 'এমুঠি বিদেশী সাধু' (১৯৯৮)। তেওঁ একাধিক পুথিও সম্পাদনা কৰিছে।



**ৰবীন্দ্ৰ সৰকাৰ (জন্ম ঃ ১৯৪৩ খ্ৰী.)**

শৈশৱকাল কলিকতাত অতিবাহিত কৰি পৰৱৰ্তী সময়ত সৰকাৰ চৰকাৰী কৰ্মচাৰী হিচাপে অসমলৈ আহে। অৱসৰগ্ৰহণ কৰা সৰকাৰে অসমীয়া সাহিত্যৰ প্ৰতি আকৃষ্ট হৈ প্ৰথমে কবিতা লিখিবলৈ আৰম্ভ কৰে। প্ৰগতিশীল চিন্তাধাৰাৰ কবি, নিবন্ধকাৰ, সমালোচক সৰকাৰৰ প্ৰকাশিত পুথিসমূহ হ'ল—কবিতাপুথি ঃ 'নাজিম হিকমতৰ নিৰ্বাচিত কবিতা' (অনুবাদ, ১৯৮৪), 'শান্তি কল্যাণ কবিতা' (১৯৮৮), 'নিজানত ৰাতিৰ শব্দ' (১৯৯০), 'কালান্তৰৰ কবিতা' (১৯৮২), 'সত্তৰৰ পদাতিক' (১৯৯০), 'তুমি মোক স্পৰ্শ কৰা' (১৯৮৭) আদি। একমাত্ৰ প্ৰকাশিত প্ৰবন্ধপুথিখন হ'ল—'চিন্তা আৰু মনীষী' (১৯৮৬)।

**ৰবীন্দ্ৰনাথ ঠাকুৰ (জন্ম ঃ ১৭ মাৰ্চ, ১৯৪৫ খ্ৰী.)**

ৰবীন্দ্ৰনাথ ঠাকুৰৰ জন্মস্থান যোৰহাট জিলাৰ দেৰগাঁও। বৰ্তমান তেওঁ কামৰূপ জিলাৰ বেলতলা নিবাসী। স্নাতক ডিগ্ৰীৰ ঠাকুৰ পি. ডব্লিউ ডি. বিভাগৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। তেওঁৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল— 'সূৰ্যাস্তৰ হেঙুল কিৰণ' (গল্প সংকলন, ২০১০)।

**ৰবীন্দ্ৰ কুমাৰ ৰামছিয়াৰী (জন্ম ঃ ১৯৪৪ ·, মৃত্যু ঃ ১৯৯৪ খ্ৰী.)**

ৰবীন্দ্ৰ কুমাৰ ৰামছিয়াৰীৰ প্ৰকাশিত পুথি হৈছে—'মোৰ আইৰ গীত'। লেখকৰ কেবাটিও কবিতা, প্ৰবন্ধ প্ৰকাশ পাইছে।

**ৰমা ভাগৱতী (জন্ম ঃ ১ জানুৱাৰী, ১৯৪৮ খ্ৰী.)**

ৰমা ভাগৱতীৰ জন্মস্থান মৰিগাঁও জিলাৰ ঔগুৰি। স্নাতকোত্তৰ ডিগ্ৰীধাৰী ভাগৱতী মৰিগাঁৱৰ জ্ঞানদীপ কনিষ্ঠ মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। জিলা প্ৰশাসনৰ পৰা কৃতী শিক্ষকৰ বঁটা লাভ কৰা ৰমা ভাগৱতীৰ

প্ৰকাশিত পুথিকেইখন হ'ল—'মন দিগন্তৰ মায়া' (উপন্যাস, ২০০১), 'স্নেহবন্ধন' (উপন্যাস, ২০০৪), 'প্ৰাণ গংগাৰ পাৰে পাৰে' (উপন্যাস, ২০০৩), 'আমাৰ ওমলা ঘৰ' (উপন্যাস, ২০০৭), 'হেৰুৱা দিগন্তৰ স্মৃতি' (উপন্যাস, ২০০৭), 'কপিলি পাৰত বহাগ' (গল্পপুথি, ২০০১), 'অচিন পথৰ যাত্ৰী' (গল্পপুথি, ২০০৩), 'অশ্ৰু নদীৰ বান্ধ' (একাংকিকা নাট, ২০০৭)।

**ৰমাকান্ত বড়া (জন্ম ঃ ১ জানুৱাৰী, ১৯৪৬ খ্ৰী.)**

ৰমাকান্ত বড়াৰ জন্মস্থান শিৱসাগৰ জিলাৰ বোকাবিল, শান্তিপুৰ। তেল আৰু প্ৰাকৃতিক গেছ আয়োগৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'লুইতৰ পাৰৰ কহুঁৱা বন' (কবিতা, ২০০৩) আৰু 'নৰোত্তম' (প্ৰবন্ধাৱলী, ১৯৯৭)।

**ৰমেন কলিতা (জন্ম ঃ ২০ অক্টোবৰ, ১৯৪৬ খ্ৰী.)**

ৰমেন কলিতাৰ জন্মস্থান কামৰূপ জিলাৰ গুৱাহাটীৰ ভৰলুমুখ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা বি. ই. চিভিল ডিগ্ৰী লাভ কৰা কলিতা অসম গড়কাপ্তানি বিভাগৰ অৱসৰপ্ৰাপ্ত অতিৰিক্ত মুখ্য অভিযন্তা। তেওঁৰ প্ৰকাশিত কবিতাপুথিকেইখন হ'ল—'নৈ উপত্যকা ইত্যাদি' (১৯৯৩), 'অনুৰাগ' (১৯৯৩), 'সোঁৱৰণি পখিলা' (২০০০), 'এনেকৈয়ে গঢ়িছোঁ ভাঙিছোঁ'। তেওঁৰ একমাত্ৰ গল্পপুথিখন হ'ল 'অহৈতুকী প্ৰীতি' (১৯৮৬)।

**ডাঃ ৰমেন্দ্ৰ কুমাৰ ভূঞা (জন্ম ঃ ১৯৪০ খ্ৰী.)**

ডাঃ ৰমেন্দ্ৰ কুমাৰ ভূঞাৰ জন্মস্থান শিৱসাগৰ জিলাৰ কালুগাঁও। বৰ্তমান তেওঁ কামৰূপ জিলাৰ গুৱাহাটী মহানগৰীৰ ছাৰ্ভে, বেলতলা নিবাসী। বৃত্তিত এগৰাকী চিকিৎসক ডাঃ ভূঞাই জনমভূমি, আমাৰ অসম, প্ৰান্তিক, প্ৰতিদিন আদি অসমৰ আগশাৰীৰ ভালেমান বাতৰি কাকত, আলোচনীত স্বাস্থ্য সম্বন্ধীয় আৰু অন্যান্য বিষয়ৰ প্ৰায় দুকুৰিৰো অধিক প্ৰবন্ধ লেখিছে। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'হাৰ্ট আৰু কিড়নি'।



**ড° ৰমেশচন্দ্ৰ কলিতা (জন্ম ঃ ১ এপ্ৰিল, ১৯৪৮ খ্ৰী.)**

ড° ৰমেশচন্দ্ৰ কলিতাৰ জন্মস্থান কামৰূপ জিলাৰ কেন্দুকোনা। বৰ্তমান শোণিতপুৰ জিলাৰ তেজপুৰ নিবাসী কলিতাই স্নাতকোত্তৰ আৰু পি. এইচ. ডি. ডিগ্ৰী লাভ কৰে। লেখকৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ভাৰতৰ স্বাধীনতা আন্দোলনত অসমীয়া ছাত্ৰৰ ভূমিকা' (১৯৮৬), 'প্ৰাচীন ভাৰতবৰ্ষৰ ইতিহাস' (২০০৫), 'আধুনিক ভাৰতবৰ্ষৰ ইতিহাস' (২০০৯), 'তত্ত্ব তথ্য ইতিহাস আৰু বিতৰ্ক' (২০০৮), 'অসমৰ কালানুক্ৰমিক ইতিহাস' (২০০৬), 'বিশ্ব সভ্যতাৰ জিলিঙনি' (২০০৭), 'ঔপনিৱেশিক আমোলত অসম' (২০০৮, যুটীয়াভাৱে), 'স্বাধীনতা আন্দোলন আৰু অসম' (২০০৮, সম্পাদিত)। তেখেতে ইংৰাজী ভাষাত ৰচনা কৰা পুথিকেইখন হ'ল— 'Assam in the Eighteenth Century (১৯৯২), 'History of Land Rights in the Brahmaputra Valley under British Rule' (১৯৯৭), 'Assam Association : A study in Regionalism' (২০০৮), 'Jawaharlal Nehru and the Indian Freedom Movement' (২০০৮) আৰু 'A Bunch of Discursive Essays' (2001)।

**ড° ৰমেশচন্দ্ৰ গোস্বামী (জন্ম ঃ ১০ ফেব্ৰুৱাৰী, ১৯৫০ খ্ৰী.)**

ড° ৰমেশচন্দ্ৰ গোস্বামীৰ জন্মস্থান নলবাৰী জিলাৰ কৈহাটী। বৰ্তমান ড° গোস্বামী শোণিতপুৰ জিলাৰ বাসিন্দা। বিজ্ঞানৰ স্নাতকোত্তৰ, এল. এল. বি., পি. এইচ. ডি. ডিগ্ৰীধাৰী ড° গোস্বামী দৰং মহাবিদ্যালয়ৰ পদাৰ্থ বিজ্ঞান বিভাগৰ অৱসৰপ্ৰাপ্ত মুৰব্বী অধ্যাপক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হৈছে—'সাগৰৰ কথা' (বিজ্ঞান বিষয়ক, ১৯৭৫), 'হাঁহি' (উপন্যাস, ১৯৭৬), 'উৰাজাহাজ আৱিষ্কাৰৰ মনোৰম কাহিনী' (২০০৩), 'ভাৰতীয় বিজ্ঞানীৰ সোণালী অতীত আৰু বিৱৰ্তন' (২০০৭), 'প্ৰদূষণ' (১৯৯০), 'প্ৰসিদ্ধ ভাৰতীয় বিজ্ঞানী' (বিজ্ঞানীৰ জীৱনী, সম্পাদনা, ১৯৯০, ৩য় সংস্কৰণ), 'ৰং ৰং নানা ৰং' (শিশু বিজ্ঞান, ১৯৯১), 'প্ৰবাদ পুৰুষ চি. ভি ৰমন' (বিজ্ঞানীৰ জীৱনী ২০০৭), 'পৃথিৱীৰ কথা' (অনুবাদ, ১৯৭৯), 'শক্তি' (অনুবাদ, ১৯৯৯), 'পৰমাণু শক্তি' (বিজ্ঞান,

১৯৮৭),'পদাৰ্থৰ ভিতৰখন' (বিজ্ঞান, ১৯৯০) আৰু 'লেজাৰ' (বিজ্ঞান, ১৯৯৫)।

**ৰসন্তী বৰ্মন (জন্ম ঃ ১৯৫০ খ্ৰী.)**

ৰসন্তী বৰ্মন বৃত্তিত এগৰাকী শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'লগে ভাগে গাওঁ আহা' (কবিতাপুথি), 'অকণিৰ কবিতা' (কবিতাপুথি), 'সাধুৰ সঁফুৰা' (সাধুকথাৰ পুথি) আৰু 'সাধুৰ সম্ভাৰ' (সাধুকথাৰ পুথি)।

**ৰহেনচন্দ্ৰ ৰায় (জন্ম ঃ ১৯ জানুৱাৰী, ১৯৪৯ খ্ৰী.)**

ৰহেনচন্দ্ৰ ৰায়ৰ জন্মস্থান চোকাপাৰা গাঁৱৰ মেধিপাৰা অঞ্চল। প্ৰাক্ বিশ্ববিদ্যালয় উত্তীৰ্ণ ৰায়ৰ একমাত্ৰ প্ৰকাশিত কবিতা সংকলনখন হ'ল—'সাগৰ তীৰ্থ'।

**ৰাণু দুৱৰা (জন্ম ঃ ১ ছেপ্টেম্বৰ, ১৯৪৬ খ্ৰী.)**

ৰাণু দুৱৰাৰ জন্মস্থান ডিব্ৰুগড় জিলা। বৰ্তমান তেওঁ গুৱাহাটীৰ দিশপুৰ নিবাসী। স্নাতক আৰু বি. মিউজিক ডিগ্ৰী লাভ কৰা দুৱৰাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ভাৰতবৰ্ষৰ শাস্ত্ৰীয় সংগীত আৰু পাশ্চাত্য সংগীত', 'মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ' ইত্যাদি।

**ৰাধিকা বল্লভ গোস্বামী (জন্ম ঃ ১৮ এপ্ৰিল, ১৯৪৯ খ্ৰী.)**

ৰাধিকা বল্লভ গোস্বামীৰ জন্মস্থান গোলাঘাট জিলাৰ ঘিলাধাৰী বৰুৱা গাঁও। অৱসৰপ্ৰাপ্ত বিষয় শিক্ষক গোস্বামীৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'লোকশিল্পী মেথোন ওজা' (জীৱনীভিত্তিক ৰচনা, ২০০৪)।

**ৰামচন্দ্ৰ চুতীয়া (জন্ম ঃ ১ জুলাই, ১৯৫০ খ্ৰী.)**

বৰ্তমান শোণিতপুৰ জিলাৰ তেজপুৰ নিবাসী ৰামচন্দ্ৰ চুতীয়া এগৰাকী অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—



'মীৰজুমলাৰ অভিযান' (নাটক, ১৯৭০), 'সাহিত্য অনুশীলন' (প্ৰবন্ধ পুথি, ১৯৭৩), 'ৰক্তক্ষৰা ভূজাঙ্গিনী' (উপন্যাস, ১৯৭৭), 'সংস্কৃতিৰ ৰূপ' (১৯৭৮), 'সত্ত্বাৰ ঠাই ঐক্যতান' (কবিতাপুথি সম্পাদিত, ১৯৭৩), 'পৰ্বতীয়া মিৰি' (১৯৮১), 'মানুহ হোৱাৰ বাণী' (১৯৯৮), 'কুসুম সুবাস' (উপন্যাস, ১৯৮৪), 'ডাৱৰৰ দেশৰ ৰূপ কথা' (১৯৮৭), 'কথা গীতা' (২০০৩), 'সেউজী অৰুণাচল' (১৯৯৮), 'প্ৰবন্ধ নিচয়' (সম্পাদিত, ১৯৭৪), 'কথা নাম ঘোষা' (২০০৭) আৰু 'জীৱন যুদ্ধ আৰু অভিজ্ঞতা' (২০০৯), 'Arunachal Pradesh land of the Rising Sun' (2001), 'The Hill Miris of Arunachal Pradesh' (2003), Nyishi Customs Folkore and language' (2008) আদি চুতীয়াৰ ইংৰাজী ভাষাত প্ৰকাশিত পুথি।

**ৰামচৰণ পাঠক (জন্ম ঃ ২১ জুলাই, ১৯৪৬ খ্ৰী.)**

ৰামচৰণ পাঠকৰ জন্মস্থান নলবাৰী জিলাৰ মাখিবাহা। সম্প্ৰতি কামৰূপ জিলাৰ জোনাকপুৰ, বিৰুবাৰী নিবাসী পাঠকে অৰ্থনীতি বিভাগত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে । ভাৰতীয় জীৱন বীমা নিগমৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী পাঠকৰ প্ৰকাশিত দুখন গীতৰ পুথি হ'ল—'ৰ'দ পাই জিলিকে' (১৯৯১) আৰু 'আজিও ফুলে' (২০০৫)।

**ৰাম কুমাৰ বৰুৱা (জন্ম ঃ ১ মাৰ্চ, ১৯৪৯ খ্ৰী.)**

ৰাম কুমাৰ বৰুৱাৰ জন্মস্থান শিৱসাগৰ জিলাৰ কোঁৱৰপুৰ। সম্প্ৰতি কামৰূপ জিলাৰ জাপৰিগোগ নিবাসী বৰুৱা ইঞ্জিনীয়াৰিং বিভাগত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। অৱসৰপ্ৰাপ্ত অভিযন্তা বৰুৱাৰ প্ৰকাশিত একমাত্ৰ কবিতাপুথিখন হ'ল—'তুমি বিচৰা ছবিখন' (১৯৯৫)।

**ৰামেশ্বৰ নাথ (জন্ম ঃ ১ ছেপ্টেম্বৰ, ১৯৪৩ খ্ৰী.)**

ৰামেশ্বৰ নাথৰ জন্মস্থান দৰং জিলাৰ কবৈছুবা, বৰদৌলগুৰি। স্নাতক ডিগ্ৰীধাৰী নাথ মঙলদৈ পৌৰ সভাৰ অৱসৰপ্ৰাপ্ত মুখ্য সহায়ক। তেওঁৰ

প্ৰকাশিত পুথিসমূহ হ'ল— 'বনজুই' (নাটক, ১৯৮৯), 'আন্ধাৰৰ অতিথি' (চুটিগল্প, ২০০৫) আৰু 'দৰঙীয়া বিয়াপদ' (২০০১)।

**ৰুকমল হাজৰিকা (জন্ম ঃ ১৯৪৬ খ্ৰী.)**

ৰুকমল হাজৰিকাৰ জন্মস্থান দৰং জিলাৰ ছিপাঝাৰৰ দক্ষিণ চুবুৰী। বৰ্তমান তেওঁ গোৱালপাৰা জিলা নিবাসী। স্নাতক ডিগ্ৰীধাৰী হাজৰিকা অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—নাটক ঃ 'মকৰা জাল' (১৯৬৯), 'সংগ্ৰাম' (১৯৭১), 'নীলা শিয়াল' (১৯৭৩), 'ৰজা হৰিশ্চন্দ্ৰ' (১৯৯৯), 'তেজৰ মৰণ নাই' (১৯৯৯), 'চহৰৰ এপিটাফ' (১৯৯৯), 'চাইৰেণ' (১৯৭৮), 'ক্ৰীতদাসৰ মৃত্যু' (১৯৭৮), 'ৰঘুমলা' (১৯৮৮), 'এজন ৰজা আছিল' (১৯৭৫) আৰু '৪২০ দেৱতা' আদি।

**ৰুণু বৰঠাকুৰ (জন্ম ঃ ১৯৫০ খ্ৰী.)**

ৰুণু বৰঠাকুৰৰ জন্ম হয় তেজপুৰত। সম্প্ৰতি যোৰহাট নিবাসী বৰঠাকুৰৰ একমাত্ৰ অনুবাদ গল্প সংকলনখন হ'ল—'যশোৱন্তী' (২০০১)।

**ৰূপলেখা শইকীয়া (জন্ম ঃ ১৯৪৭ খ্ৰী.)**

গোলাঘাট জিলাত জন্মগ্ৰহণ কৰা ৰূপলেখা শইকীয়া স্নাতকোত্তৰ আৰু বি. এড. ডিগ্ৰীধাৰী। শইকীয়াৰ প্ৰকাশিত পুথি দুখন হ'ল—'বেলি লহিওৱাৰ পৰত' (চুটিগল্প, ২০০৬) আৰু 'আইতাৰ মুখৰ সুৱদি কাহিনী' (২০০৮)।

**ৰেণু বৰুৱা (জন্ম ঃ ৩০ নৱেম্বৰ, ১৯৪৯ খ্ৰী.)**

ৰেণু বৰুৱাৰ জন্মস্থান শিৱসাগৰ জিলাৰ নিতাইপুখুৰী দোপনি। বৰ্তমান ডিব্ৰুগড় জিলাৰ মৰাণহাট লাচিত নগৰ নিবাসী বৰুৱাৰ প্ৰকাশিত একমাত্ৰ ধৰ্মমূলক পুথিখন হ'ল—'অনুভূতিৰ সুবাস' (২০০৮)।

**ৰেণুকা দাস (জন্ম ঃ ৩১ মে', ১৯৪৭ খ্ৰী.)**

ৰেণুকা দাসৰ জন্মস্থান বঙাইগাঁও জিলা। তেওঁৰ প্ৰকাশিত পুথিখন হ'ল—'ইউৰোপত দুমাহ' (ভ্ৰমণ বিষয়ক, ২০০৪)।



**ৰেণুদত্ত বৰফুকন (জন্ম ঃ ১৫ এপ্ৰিল, ১৯৫০ খ্ৰী.)**

ৰেণু দত্ত বৰফুকনৰ জন্মস্থান শিৱসাগৰ জিলাৰ জজলী পুখুৰীৰ ডবা তিনিআলি। সম্প্ৰতি গুৱাহাটীৰ বিৰুবাৰী, নিজৰাপাৰৰ বাসিন্দা। স্নাতক ডিগ্ৰীধাৰী বৰফুকনে অসমৰ প্ৰথম মহিলা আৰক্ষী বিষয়া হিচাপে নিযুক্তি লাভ কৰে আৰু বৰ্তমান অৱসৰ গ্ৰহণ কৰা তেওঁৰ প্ৰকাশিত পুথিসমূহ হৈছে—'মনৰ সুৰ' (গীতিকবিতা, ১৯৭৩), 'নামপুষ্প দিহানাম' (২০০১), 'বৰ্ণমালাৰ কবিতা' (শিশুপুথি, ২০০৪), 'উৰুলি বিয়ানাম' (২০০৮), 'পুৰুষোত্তম শ্ৰীশ্ৰী জগন্নাথৰ মহিমা' (২০০৪) আৰু 'শ্ৰীক্ষেত্ৰৰ ঐতিহ্য আৰু জগন্নাথৰ মহিমা' (২০০৫), 'উৰেষা বৰ্ণনা' (২০০৭) আৰু 'শ্ৰীশ্ৰী জগন্নাথৰ মহিমা' (উৰিয়া ৰূপান্তৰ, ২০০৯)।

**ৰেণুপ্ৰভা দাস হাজৰিকা (জন্ম ঃ ১১ জানুৱাৰী, ১৯৪২ খ্ৰী.)**

যোৰহাট জিলাৰ টীয়ক গোৱালগাঁৱত শ্ৰীমতী ৰেণুপ্ৰভা দাস হাজৰিকাৰ জন্ম হয়। বৰ্তমান শ্ৰীমতী হাজৰিকা ধুবুৰী জিলাৰ গোলোকগঞ্জ নিবাসী। শ্ৰীমতী হাজৰিকাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'বিশ্ববিখ্যাত ব্যক্তিৰ জীৱনীমালা' (১৯৯০), 'অসমৰ নামজ্বলা শিল্পী-সাহিত্যিকৰ জীৱনীমালা' (১৯৯৬), 'মনৰ বননিত সময়ৰ কবিতা' (১৯৭৭), 'জীৱন নদীৰ ঘাটে ঘাটে' (কবিতাপুথি, ১৯৯৩), 'সংঘাত আৰু সংঘাত' (কবিতাপুথি, ১৯৯৯) আৰু 'নিৰ্বাচিত প্ৰবন্ধ সংকলন' (২০০৬)।

**ৰেৱনচন্দ্ৰ নাথ (জন্ম ঃ ১ মাৰ্চ, ১৯৪৩ খ্ৰী.)**

ৰেৱনচন্দ্ৰ নাথৰ জন্মস্থান দৰং জিলাৰ সলগাম। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰীধাৰী নাথ ছিপাঝাৰ মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'সাৰদী সন্ধিয়াৰ সুৰ' (কবিতাপুথি, ১৯৯৬), 'ৰূপহী গাভৰু' (উপন্যাস, ১৯৮৯), 'সুৰ তৃষ্ণা' (গীত, ১৯৮৭), 'এই সুৰে ৰিঙিয়ায়' (গীত, ১৯৭৬), 'ধৰম পুৰত ৰাতি পুৱাল' (গল্প, ২০০৫), 'দৰঙৰ যুগমীয়া কলাকৃষ্টি' (২০০৫), 'ফকৰা-যোজনা' (২০০৫), 'প্ৰবাদ-প্ৰৱচন আৰু সাঁথৰ' (২০০৫)। তেওঁ অসম চৰকাৰৰ সাহিত্য বঁটাৰে সন্মানিত (২০১০)।

**ৰোহিনী কুমাৰ শৰ্মা (জন্ম ঃ ২২ জুলাই, ১৯৪২ খ্ৰী.)**

ৰোহিনী কুমাৰ শৰ্মাৰ জন্মস্থান নলবাৰী জিলাৰ চামতাৰ গামেৰিমুৰী। সম্প্ৰতি শৰ্মা গুৱাহাটীৰ বেলতলা নিবাসী। স্নাতকোত্তৰ আৰু বি. টি. ডিগ্ৰীধাৰী ৰোহিনী কুমাৰ শৰ্মা গুৱাহাটীৰ কামাখ্যা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—কাব্য পুথি—'লোতক' (১৯৭১), 'বিষাদৰ সুৰ' (১৯৭৫), 'শ্ৰেয়সী' (১৯৮১), 'প্ৰেয়সী' (১৯৯৯), 'শ্ৰদ্ধাঞ্জলি' (১৯৮৮), 'অঞ্জলি' (২০০৭), 'প্ৰণতি' (২০০২), 'স্মৃতি অৰ্ঘ' (২০০৩), 'মাধুৰী' (২০০৫), 'অসমী', 'সোঁৱৰণী' (২০০৪), 'সন্ধান' (২০০৫), জেউতি' (২০০৬), ঘোষামৃত' (২০০৭), 'বোৱতী নদী' (২০০৮), 'সেই নদীৰ শেষ ক'ত?' (২০০৮), 'ৰামায়ণ তত্ত্ব' (২০০৮), 'গীতামৃত' (২০০৯) আৰু 'শ্ৰীমদ্ভাগৱত' (২০১০)। জীৱনী কাব্য ঃ 'মুক্তিযুঁজাৰু কৃষ্ণকান্ত শৰ্মা' (২০০৩), 'প্ৰাক্তন মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহ' (২০০৬), 'পদ্মশ্ৰী অতুল চন্দ্ৰ হাজৰিকা' (১৯৮৪), 'সাহিত্যিক জলতিৰাম লহকৰ' (২০০৩), 'সতী সুদক্ষণা দেৱী' (২০০৩), 'মেজৰ সত্যব্ৰত লহকৰ' (২০০৪), 'পদ্মশ্ৰী সতীশচন্দ্ৰ কাকতী' (২০০৫), 'পতিব্ৰতা শ্ৰীযুতা সভাপ্ৰিয়া দেৱী' (২০০৫), 'দলিত বন্ধু হৰেন্দ্ৰ তালুকদাৰ' (২০০৬), 'মানৱমোহন পৰমেশ দত্ত' (২০০৬), 'পণ্ডিত ভৱদেৱ ভাগৱতী' (২০০৬), 'পণ্ডিত সুৰেন্দ্ৰ নাথ ভট্টাচাৰ্য' (২০০৩),'পাঠ সমীক্ষাৰ আৰ্হি' (২০০৯), 'ভাষাবিদ ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য' (২০০৬), 'প্ৰাচ্যতত্ত্ববিদ শৰৎচন্দ্ৰ শৰ্মা' (২০০৬), 'পণ্ডিত ড° নবীনচন্দ্ৰ শৰ্মা' (২০০৮), 'অধ্যক্ষ ৰবীন চৌধুৰী' (২০০৭), 'আচাৰ্য শ্ৰীশ্ৰী ভৃগুগিৰি মহাৰাজ' (২০০৭)। নাটক ঃ 'শকুন্তলা' (১৯৭২), 'সীতা হৰণ' (১৯৭৩), 'ভাই বোৱাৰী' (১৯৭৫) আৰু 'মায়াসিংহ'। সম্পাদিত আলোচনী ঃ 'নয়ন' (১৯৬০), 'ডিগাৰু স্মৃতি' (১৯৮৬), 'জীৱনীমালা' (১৯৯১), 'মহৎ লোকৰ বাণী' (১৯৯৮) আৰু 'শিক্ষা আৰু শিক্ষক' (প্ৰবন্ধ পুথি, ২০০৮)। গণিত পুথি ঃ 'অকণিৰ নেওতা' (১৯৯২), 'গণিত শিক্ষা' (২০০১), 'জ্যামিতি পৰিচয়' (২০০১), 'ত্ৰিকোণমিতি' (২০০৩), 'পৰিসংখ্যা বিজ্ঞান পৰিচয়' (২০০২)।



স্মৃতিগ্ৰন্থ ঃ 'পণ্ডিত চন্দ্ৰকান্ত বিদ্যালংকাৰ' (১৯৮৪), 'ভীমকৰ্মা গিৰিধৰ শৰ্মা' (১৯৮৫), 'সংগীত সাধক শশীকান্ত' (১৯৮৬), 'মুক্তিযুঁজাৰু কৃষ্ণকান্ত শৰ্মা' (২০০৩) আৰু 'স্বৰ্গীয় হৰেন্দ্ৰমোহন তালুকদাৰ' (১৯৯১)। অভিনন্দন গ্ৰন্থ ঃ 'দলিত বন্ধু হৰেন্দ্ৰ তালুকদাৰ' (২০০৪), 'পদ্মশ্ৰী সতীশচন্দ্ৰ কাকতি' (২০০৫), 'পতিব্ৰতা শ্ৰীযুতা সভাপ্ৰিয়া দেৱী' (২০০৬)।

**মঃ ৰৌচান আলী (জন্ম ঃ ১ অক্টোবৰ, ১৯৪৫ খ্ৰী.)**

মঃ ৰৌচান আলীৰ জন্মস্থান নলবাৰী জিলাৰ জানিগোগ। ১৯৭১ খ্ৰীষ্টাব্দত মঃ আলীয়ে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে আৰু নলবাৰী কৰ্মাচ কলেজৰ পৰা অধ্যাপক হিচাপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হ'ল—'মুক্তিৰ সন্ধান' (১৯৭৯)।

# ল

**লতি গগৈ (জন্ম ঃ ১২ মে', ১৯৪৪ খ্ৰী.)**

শ্বিলঙত জন্মগ্ৰহণ কৰা লতি গগৈ বৰ্তমান গুৱাহাটী ৰিহাবাৰী নিবাসী। অসম চৰকাৰৰ সাহিত্যিক পেন্সনাৰ লতি গগৈৰ প্ৰকাশিত পুথিকেইখন হ'ল—'এনাজৰী' (১৯৮৮), 'মুক্ত বিহংগম' (১৯৯১), 'দূৰণি দেশৰ সাধু' (১৯৯৩), 'মৰীচিকা' (২০০১), 'সমাজ্ঞী' (অনুবাদ উপন্যাস, ২০০০), 'কিমান যে সাধু কিমান যে ঘটনা' (শিশুপুথি, ২০০৫) আৰু 'মেঘালয়ৰ সুবাস' (শিশু উপন্যাস)।

**লক্ষী বৰগোহাঁই (জন্ম ঃ ১৯৫০ খ্ৰী.)**

ধেমাজি জিলাৰ কোৱাফলাত জন্মগ্ৰহণ কৰা বৰগোহাঁয়ে দুটা বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী গ্ৰহণ কৰাৰ উপৰিও হিন্দী প্ৰবীণ পৰীক্ষাত উত্তীৰ্ণ হয়। ২০১০ খ্ৰীষ্টাব্দত পৰিদৰ্শন সহায়িকা পদৰ পৰা অৱসৰ গ্ৰহণ কৰা বৰগোহাঁই বিভিন্ন সামাজিক অনুষ্ঠানৰ সৈতে জড়িত। তেওঁৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'ভাৰতীয় স্ত্ৰী আৰু স্ত্ৰীশক্তি'।

**লক্ষ্মীনাৰায়ণ উপাধ্যায় (জন্ম ঃ ১৯৪৭ খ্ৰী.)**

লক্ষ্মীনাৰায়ণ উপাধ্যায়ৰ জন্মস্থান নগাঁও জিলাৰ পোকেখাতী। বৰ্তমান উপাধ্যায় লখিমপুৰ জিলাৰ লেটেকুজান কোকছাবাৰীৰ বাসিন্দা। গুৱাহাটী মুনি কুলাশ্ৰম বৈদিক বিদ্যালয়ৰ পৰা পাণিনি ব্যাকৰণ শাস্ত্ৰত প্ৰথম বিভাগত উত্তীৰ্ণ, অসম ৰাষ্ট্ৰভাষা বিশাৰদ। উপাধ্যায় শিমলুগুৰিৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'শুভ চিন্তাৰ প্ৰভাৱ' (২০০৬) আৰু 'আজকোখাঞ্চে' (নেপালী, ২০০৯)।

**লক্ষীপ্ৰভা কলিতা (জন্ম ঃ ৩১ ডিচেম্বৰ ১৯৪৫ খ্ৰী.)**

মৰিগাঁও জিলাৰ ৰজাগাঁৱত জন্ম লাভ কৰা লক্ষীপ্ৰভা কলিতা



সম্প্ৰতি নগাঁও জিলাৰ কঠিয়াতলীৰ বাসিন্দা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা কলিতা কঠিয়াতলী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পৰা বিষয় শিক্ষয়িত্ৰীৰূপে অৱসৰ গ্ৰহণ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ভাবৰ লহৰ' (কবিতা, ১৯৮৬), 'আইদেউৰ বিয়ানাম' (২০০৯), 'চিত্ৰ-বিচিত্ৰ গল্পমালা' (২০০৯) আৰু 'ফকৰা-যোজনা' (২০১০), 'উত্তৰণ'। উল্লেখযোগ্য যে তেওঁ আম্বেদকাৰ ৰাষ্ট্ৰীয় পুৰস্কাৰেৰে সন্মানিত হৈছে।

**ললিতচন্দ্ৰ নাথ (জন্ম ঃ ২১ অক্টোবৰ, ১৯৪৮ খ্ৰী.)**

ললিতচন্দ্ৰ নাথৰ জন্মস্থান বৰপেটা জিলাৰ সৰভোগ টাউন, বায়নপাৰা। বিজ্ঞানৰ স্নাতক, এল. এল. বি., এ. জে. এচ. শিক্ষাৰে শিক্ষিত নাথ অৱসৰপ্ৰাপ্ত ন্যায়পালিকা বিষয়া (ওকালতি)। তেওঁৰ প্ৰকাশিত গ্ৰন্থৰাজি হ'ল—'টিটুৰ অভিযান' (১৯৯৭), 'ভুত পুৰাণ' (২০০৯), 'সোণালী মকৰা' (কমিক) আৰু 'অৰণ্যৰ বন্ধু' (কমিক)। উল্লেখযোগ্য যে তেওঁ 'টিটুৰ অভিযান' গ্ৰন্থৰ বাবে গোলাঘাট শাখা সাহিত্য সভাৰ নগেন্দ্ৰনাথ গোস্বামী সোঁৱৰণি বঁটা লাভ কৰিছে। তদুপৰি তেওঁ বিভিন্ন বাতৰি কাকত-আলোচনীত লেখা প্ৰকাশ কৰি সাহিত্য সাধনাত ব্ৰতী হৈ আছে।

**লাৱণ্য বৰুৱা (জন্ম ঃ ৩০ ছেপ্টেম্বৰ, ১৯৪৭ খ্ৰী.)**

লাৱণ্য বৰুৱাৰ জন্মস্থান শোণিতপুৰ জিলা আৰু সম্প্ৰতি তেওঁ ধেমাজি জিলাৰ বৰদলনিৰ বাসিন্দা। প্ৰৱেশিকা উত্তীৰ্ণ বৰুৱা এগৰাকী অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। বৰ্তমান লেখিকা সমাৰোহৰ উপদেষ্টা হিচাপে সাহিত্য সেৱাত ব্ৰতী হৈ থকা বৰুৱাৰ প্ৰকাশিত পুথিকেইখন হ'ল— 'শতপত্ৰ', 'ধেমাজিৰ সাধু' আৰু 'পাহি'। তদুপৰি বিভিন্ন আলোচনী, স্মৃতিগ্ৰন্থত তেওঁৰ প্ৰবন্ধ, গল্প, কবিতা, লিমাৰিক আদি প্ৰকাশ পাইছে।

**লাৱণ্য লস্কৰ (জন্ম ঃ ১৯৪৩ খ্ৰী.)**

বৰ্তমান নগাঁও জিলাৰ কামপুৰ নিবাসী লাৱণ্য লস্কৰ স্নাতকোত্তৰ ডিগ্ৰীধাৰী। স্কুল পৰিদৰ্শকৰূপে অৱসৰ গ্ৰহণ কৰা লেখিকাৰ প্ৰকাশিত

পুথি দুখন হ'ল—'কপিলীত শব্দৰ সোঁত' (উপন্যাস) আৰু 'ধ্রুব' (শিশু নাটিকা)।

**লিলি দেৱী (জন্ম ঃ ২৫ জানুৱাৰী, ১৯৪৭ খ্রী.)**

লিলি দেৱীৰ জন্মস্থান দৰং জিলাৰ মঙলদৈ। বৰ্তমান গুৱাহাটী, চান্দমাৰী, ৰাজগড় পথ নিবাসী লিলি দেৱী সাহিত্য-সংস্কৃতিৰ লগত জড়িত হৈ আছে। তেওঁৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হ'ল—'নিস্তব্ধ প্ৰহৰ' (২০১০)।

**লীলা গোহাঁই (জন্ম ঃ ১৯৪৬ খ্রী.)**

লীলা গোহাঁইৰ জন্মস্থান গোলাঘাট জিলাৰ ভগাগাঁও। স্নাতক ডিগ্ৰীধাৰী গোহাঁই বৃত্তিত এগৰাকী সংবাদিক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'একেখন আকাশৰ তলতে' (উপন্যাস, ১৯৯৬) আৰু 'লাখটকীয়া জোঁৱাই' (হাস্যব্যংগ গল্প, ২০০৮)। তেওঁ সপ্তৰ্ষি গোষ্ঠীৰ সৌজন্যত 'ৰসিক কবি' উপাধি লাভ কৰিছিল।

**লোকেশ্বৰী সন্দিকৈ (জন্ম ঃ ৩০ জানুৱাৰী, ১৯৪৫ খ্রী.)**

লোকেশ্বৰী সন্দিকৈৰ জন্মস্থান দৰং জিলা। বৰ্তমান শোণিতপুৰ জিলাৰ বৰঙাবাৰী গাঁও নিবাসী সন্দিকৈয়ে স্নাতক ডিগ্ৰী লাভ কৰি যোৰহাট শিক্ষক প্ৰশিক্ষণ মহাবিদ্যালয়ৰ পৰা প্ৰশিক্ষণ গ্ৰহণ কৰিছে। কনকলতা আদৰ্শ ছোৱালী হাইস্কুলৰ পৰা প্ৰধান শিক্ষয়িত্ৰীৰূপে অৱসৰগ্ৰহণ কৰা লোকেশ্বৰী সন্দিকৈৰ প্ৰকাশিত দুখন কবিতাপুথি হ'ল—'প্ৰভাতী প্ৰবাহ' (১৯৯৯) আৰু 'প্ৰতুষাৰ প্ৰতিশ্ৰুতি' (২০০৪)।

**লোহিতচন্দ্ৰ কলিতা (জন্ম ঃ ১ জুলাই, ১৯৫০ খ্রী.)**

লোহিতচন্দ্ৰ কলিতাৰ জন্মস্থান দৰং জিলাৰ ২ নং মাজগাঁও। অসমীয়া বিষয়ত স্নাতকোত্তৰ আৰু বি. টি. ডিগ্ৰীধাৰী কলিতা মঙলদৈ নগৰ বালিকা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'দৰঙৰ ইতিহাসৰ ৰেঙনি' (দৰঙৰ ইতিহাস, ২০০৯) আৰু 'শৈক্ষিক চিন্তাৰ প্ৰবাহ' (শৈক্ষিক বিষয়, ২০০৯)। তেওঁ ২০০৯ খ্ৰীষ্টাব্দত অসম চৰকাৰৰ কৃতী শিক্ষকৰ পুৰস্কাৰেৰে সন্মানিত হৈছে।



**ড° লোহিন্দ্ৰ কুমাৰ শইকীয়া (জন্ম ঃ ১ মাৰ্চ, ১৯৪৩ খ্রী.)**

লোহিন্দ্ৰ কুমাৰ শইকীয়াৰ জন্মস্থান লখিমপুৰ জিলাৰ মাধৱপুৰ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা শইকীয়া অসম চৰকাৰৰ বন বিভাগত কৰ্মজীৱনৰ পাতনি মেলে। পৰৱৰ্তী সময়ত অশোক কাগজ কল, ২০০৩ খ্ৰীষ্টাব্দৰ ৪ মাৰ্চত শংকৰদেৱ মহাবিদ্যালয়ৰ পৰা অধ্যাপক হিচাপে অৱসৰ গ্ৰহণ কৰা শইকীয়াৰ প্ৰকাশিত পুথিসমূহ—'উৰি যোৱা পক্ষীৰ কণ্ঠত' (গীতৰ পুথি, ১৯৮৫), 'সুকোমল শেৱালিৰ পাহি' (গীতৰ পুথি, ২০০৩), 'সুবাসিত সময়' (কবিতাপুথি, ২০০৬), 'সাহিত্য সংস্কৃতিৰ সুবাস' (২০০৮), 'ধান হালধীয়া, ৰ'দ হালধীয়া' (১৩ জন কবিৰ কবিতা, ১৯৯৮), 'এমুঠি কবিতা' (১৯৯৮), 'মাটি, মানুহ আৰু স্বপ্ন' (২০০৯), 'বিদায় তাঁতী বাহাৰ' (২০০৮)।

# শ

**শংখধৰ চাহু (জন্ম ঃ ১৫ নবেম্বৰ, ১৯৫০ খ্ৰী.)**

শংখধৰ চাহুৰ জন্মস্থান শোণিতপুৰ জিলাৰ ককালভাগী। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'উদয়ভানু' (সংস্কাৰধৰ্মী, ২০০৭)।

**শম্ভু দত্ত শৰ্মা (জন্ম ঃ ১৩ অক্টোবৰ, ১৯৪৭ খ্ৰী.)**

শম্ভু দত্ত শৰ্মাৰ জন্মস্থান কামৰূপ জিলাৰ হাজো, দোমোঠাৰগুৰি। অসম চৰকাৰৰ জলসম্পদ বিভাগৰ অৱসৰপ্ৰাপ্ত কৰ্মচাৰী দত্ত শৰ্মাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মণিকূটত শ্ৰীশ্ৰী হয়গ্ৰীৱ মাধৱ' (২০০১), 'শ্ৰীশ্ৰী হয়গ্ৰীৱ মাধৱ' (২০০২), 'পঞ্চতীৰ্থ হাজো' (২০০৫) আৰু 'পঞ্চ দেৱতা আৰু পঞ্চতীৰ্থ' (২০০৮)।

**শৰৎ চন্দ্ৰ ডেকা (জন্ম ঃ ২৩ ডিচেম্বৰ, ১৯৪১ খ্ৰী.)**

শৰৎচন্দ্ৰ ডেকাৰ জন্মস্থান দৰং জিলাৰ বেংবাৰী। কলা শাখাৰ স্নাতক ডেকা বেংবাৰী হাইস্কুলৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'জীৱন ৰোমন্থন' (জীৱন গাঁথা, ২০০৭)।

**শৰ্মাৰাম দাস (জন্ম ঃ ২৩ ডিচেম্বৰ, ১৯৪৬ খ্ৰী.)**

শৰ্মাৰাম দাসৰ জন্মস্থান বঙাইগাঁও জিলাৰ আমগুৰি। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা দাস ৰাজনীতি বিজ্ঞানৰ অৱসৰপ্ৰাপ্ত বিষয় শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মৎস্য কন্যাৰ সন্তানত' (শিশু উপন্যাস, ২০০১) আৰু 'মৰীচিকা খেদি' (গল্প সংকলন, ১৯৯৭)।

**শশীমোহন দাস (জন্ম ঃ ১ ছেপ্টেম্বৰ, ১৯৪৩ খ্ৰী.)**

শশীমোহন দাসৰ জন্মস্থান বৰপেটা জিলাৰ মৰানদীৰ পাৰ। স্নাতক ডিগ্ৰী লাভ কৰা দাসৰ প্ৰকাশিত পুথিসমূহ হ'ল—'শ্ৰীমন্তশংকৰদেৱ যুগ ধৰ্ম আৰু মহত্বৰ মূল্যায়ন' (আলোচনামূলক, ২০০১), 'গুৰুবন্দন লোকগীত আৰু থিয়নামৰ দিহা' (১৯৭৬)। জীৱনী ঃ 'অসম গৌৰৱ ড° ভূপেন হাজৰিকা' (১৯৯৩), 'অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী' (১৯৮৬), 'স্বাধীনতা সংগ্ৰামী, গান্ধীবাদী আৰু সমাজকৰ্মী নবীনচন্দ্ৰ দাস' (২০০৩), 'প্ৰখ্যাত ভাষাতত্ত্ববিদ ড° বাণীকান্ত কাকতি' (১৯৯৪)। কবিতা ঃ জ্যোতিয়ী' (১৯৭৭), 'অনন্ত কল্লোল' (১৯৮২)। উপন্যাস ঃ জীৱনৰ ছাঁ পোহৰত'। নাটক ঃ 'আকাশত চাং' (২০০৩), 'অৰণ্যৰ পৰিহাস' (১৯৯৮), 'শংকৰদেৱৰ পৰকাশ'। গল্প সংকলন ঃ নিষ্ঠুৰ বাস্তৱ' (২০০৬)। গীতি নাটক ঃ 'অসমা সুষমা অনুপমা' (১৯৮০)। গীত ঃ 'লোকমন আৰু তোমাৰ সুৰেৰে লোকগীত' (১৯৭৩)।

**শশীপ্ৰভা দাস (জন্ম ঃ ১৯৪৭ খ্ৰী.)**

শশীপ্ৰভা দাসৰ জন্মস্থান গোলাঘাট জিলাৰ বামুণগাঁও। বৰ্তমান তেওঁ নন্দনপুৰ, শিৱ মন্দিৰ পথ, গুৱাহাটীৰ বাসিন্দা। প্ৰকাশন পৰিষদত কৰ্মজীৱনৰ পাতনি মেলি ২০০৪ খ্ৰীষ্টাব্দত পৰিষদৰ পৰা অৱসৰ গ্ৰহণ কৰা দাসৰ প্ৰকাশিতসমূহ পুথিসমূহ হ'ল—কাব্যগ্ৰন্থ ঃ 'হৃদয়ৰ গান' (১৯৮৫), 'প্ৰীতিশ নন্দীৰ কবিতা' (অনুবাদ, ১৯৯১)। শিশু সাহিত্য ঃ 'ৰূপৰ পাহাৰ সোণৰ খনি' (১৯৯০), 'ৰাণী গোলাপ আৰু অভজা শিল' (১৯৯৯), 'নীতি মল্লিকা' (নৈতিক শিক্ষাৰ পুথি, ১ম, ১৯৯৯), 'জনা-বুজা লোকৰ কথা' (নীতি শিক্ষাৰ গল্প, ২০০৫), 'পাপুৰ পয়মাল' (শিশু উপন্যাসিকা, ১৯৯৯), 'গুণী মানী হয় সেয়ে শিশু' (শিশু উপন্যাসিকা, ২০০৫), 'অকণিৰ জ্ঞান ৰত্ন' (নৈতিক শিক্ষা, ২০০৭), 'শব্দত উজুতি খাও' (শিশু কবিতাপুথি)। প্ৰবন্ধ পুথি ঃ 'সাম্প্ৰতিক দৃষ্টিত বিহুকৃষ্টি' (২০০৯)। সম্পাদিত ঃ 'কবি আৰু কবিতা' (দ্বিভাষিক কবিতাপুথি, ১৯৯২), 'তোমালৈ আনিছোঁ মানিক বুটলি' (১৯৯২, শিশুগল্প সংকলন),

**শশীপ্ৰভা দেৱী (জন্ম ঃ ২৬ অক্টোবৰ, ১৯৫০ খ্ৰী.)**

অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী শশীপ্ৰভা দেৱী বৰ্তমান মাজগাঁও বামুনচুবুৰী নিবাসী। ৰাষ্ট্ৰীয় পৰ্যায়ৰ কৃতী শিক্ষকৰ বঁটা প্ৰাপক শশীপ্ৰভা দেৱীয়ে

বাবু জগজীৱন ৰাম কলা সংস্কৃতি তথা সাহিত্য অকাডেমীৰ দ্বাৰা 'শ্ৰীমতী ইন্দ্ৰানী জগজীৱন ৰাম ৰাষ্ট্ৰীয় সন্মান' পদক লাভ কৰে। বহু ধৰণৰ সামাজিক অনুষ্ঠানৰ সৈতে জড়িত দেৱীৰ প্ৰকাশিত পুথিসমূহ হ'ল— 'আৰতি' (কাব্য সংকলন), 'অসমীয়া যুক্তাক্ষৰৰ হাত পুথি' (পাঠ সহায়ক, শিক্ষা), 'আমি জানোনে' (সাধাৰণ জ্ঞানৰ পুথি) আৰু 'বাণী মহান' (সংগ্ৰহ)।

**শান্তনু তামুলী (জন্ম ঃ ১৯৪৮ খ্ৰী.)**

শান্তনু তামুলীৰ জন্মস্থান গোলাঘাট জিলা। বিজ্ঞান আৰু পেট্ৰ'লিয়াম টেকনোলজী বিভাগত স্নাতকোত্তৰ ডিগ্ৰী গ্ৰহণ কৰাৰ উপৰিও তামুলীদেৱে এম. বি. এ. ডিগ্ৰীও লাভ কৰে। যোৰহাট আঞ্চলিক গৱেষণাগাৰত বৈজ্ঞানিক হিচাপে কাৰ্যনিৰ্বাহ কৰা তামুলীদেৱে মৌচাক, ত্ৰিশূল, ভূমিকা, নতুন আৱিষ্কাৰ, স্বাস্থ্য চিন্তাকে ধৰি কেইবাখনো আলোচনীৰ সম্পাদনা কৰে। ৰাষ্ট্ৰীয় পৰ্যায়ৰ শিশু সাহিত্য বঁটা প্ৰাপক শান্তনু তামুলীৰ প্ৰকাশিত পুথিকেইখন হ'ল—'জোন আৰু জোনাক' (১৯৭৩), 'সৰীসৃপ', 'অসমৰ বনৌষধি' (১৯৭৮), 'বিজ্ঞানৰ মেজিক' (১৯৭৯), 'ফটোগ্ৰাফী' (১৯৯৩), 'মনি, বাণী আৰু এখন ফুলনি' (১৯৯৩), 'ইলেকট্ৰনিক নামৰ বস্তুটো' (১৯৯৩), 'মায়ামৃগ' (১৯৯৭) আৰু 'ভাৰতৰ বিপন্ন প্ৰাণী' (অনুবাদ, ১৯৯৬)।

**ড° শ্যামা প্ৰসাদ শৰ্মা (জন্ম ঃ ১৯৪৪ খ্ৰী.)**

ড° শ্যামা প্ৰসাদ শৰ্মাৰ জন্মস্থা গুৱাহাটী। কটন মহাবিদ্যালত অধ্যাপনা কৰা ড° শৰ্মা নাট্যকাৰ আৰু ঔপন্যাসিক। তেখেতৰ প্ৰকাশিত পুথি—'অসমীয়া মঞ্চ সাহিত্য' আৰু 'গল্পৰ চলেৰে বিদ্যুৎপ্ৰবাহ'।

**ড° শিৱনাথ বৰ্মন (জন্ম ঃ ১৯৪২ খ্ৰী.)**

ড° শিৱনাথ বৰ্মনৰ জন্মস্থান যোৰহাট জিলা। পদাৰ্থ বিজ্ঞান বিভাগৰ স্নাতকোত্তৰ ডিগ্ৰী গ্ৰহণ কৰা ড° বৰ্মনে বিজ্ঞানৰ বুৰঞ্জী বিষয়ত পি. এইচ. ডি. ডিগ্ৰী লাভ কৰে। আৰ্যবিদ্যাপীঠ মহাবিদ্যালয়ত অধ্যাপনা কৰা ড° বৰ্মন সাংবাদিকতাৰ লগতো জড়িত। অসম সাহিত্য সভাৰ দ্বাৰা 'মোহনচন্দ্ৰ শৰ্মা' বঁটা প্ৰাপক ড° বৰ্মনৰ প্ৰকাশিত আৰু সম্পাদিত পুথিসমূহ হ'ল— 'স্বদেশ স্বমত' (১৯৮০), 'মনুষ্যাৎ' (১৯৮২) 'লোকসৃষ্টিৰ উৎস' (১৯৮২), 'অন্বেষা' (১৯৮৪), 'বিষ্ণুপ্ৰসাদ ৰাভা ঃ জীৱন আৰু কৃতি' (সম্পাদিত), 'শ্ৰীমন্ত শংকৰদেৱ ঃ কৃতি আৰু কৃতিত্ব' (১৯৮৬), 'বাস্তৱ নে বিভ্ৰম' (১৯৭৬), 'ভাৰতীয় চিন্তা' (১৯৮৭), 'পদাৰ্থ বিজ্ঞান প্ৰৱেশ' (১৯৮৭), 'ভবানন্দ দত্ত ঃ জীৱন আৰু প্ৰতিভা', 'টংকমামাৰ অংকৰ সাধু' (১৯৮৮), 'বিশ্ববৰেণ্য বিজ্ঞানী' (১৯৮৮), 'অসমীয়া জীৱনী অভিধান' (১৯৯১), 'কীতিযষ্য' (১৯৯১), 'একক সংস্কৃতিৰ অভিমুখে' (১৯৯২), 'অসমীয়া আখৰ জোঁটনিৰ কথা' (১৯৯৩), 'শ্ৰীমন্ত শংকৰদেৱ আৰু তেওঁৰ যুগৰ বৈষ্ণৱসকল' ৯১৯৯৩), 'সংস্কৃতিৰ সংকট আৰু অন্যান্য ৰচনা' (১৯৯৪), 'অসমীয়া ব্যাকৰণ অভিধান' (১৯৯৬), 'অসমৰ জনজাতি সমস্যা ঃ ঐতিহাসিক উৎস-সন্ধান' (১৯৯৫), 'স্মৃত বিস্মৃত' (১৯৯৫), 'ভাৰতীয় চিন্তা' (১৯৯৫), 'ইমানুৱেল কাণ্ট ঃ মানুহজন আৰু তেওঁৰ দৰ্শন' (১৯৯৫), 'বন্দিত বৰেণ্য' (১৯৯৫), 'কাশীনাথ বৰ্মন' (১৯৯৫), 'ৰবীন্দ্ৰনাথ' (১৯৯৬), 'অসমত আধুনিকতাৰ অগ্ৰদূত পণ্ডিত হেমচন্দ্ৰ বৰুৱা' (১৯৯৬), 'অসমীয়া সাহিত্যৰ বুৰঞ্জী' (১৯৯৭),'মহান বিজ্ঞানীৰ চানেকি জীৱনৰ' (১৯৯৮), 'শ্ৰীমন্ত শংকৰদেৱ' (১৯৯৮), 'সংগ্ৰামেই যাৰ জীৱন ঃ কমৰেড অৰবিন্দ ঘোষ' (স্মৃতিমালা), 'সুন্দৰৰ সৈনিক ঃ নলিনীধৰ ভট্টাচাৰ্য অভিনন্দন গ্ৰন্থ' ইত্যাদি।

**শিৱপ্ৰসাদ গগৈ (জন্ম ঃ ১ অক্টোবৰ, ১৯৪৪ খ্ৰী.)**

শিৱপ্ৰসাদ গগৈৰ জন্মস্থান যোৰহাট জিলাৰ চেলেংহাট, বৰনগঞা গাঁও। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা শিৱপ্ৰসাদ গগৈ ঢকুৱাখানা মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ প্ৰকাশিত কবিতা সংকলন দুখন হ'ল—'তেজত ফুলা দিন' আৰু 'এজাক বাখৰুৱা বৰষুণ'।

**শৈলেন দাস (জন্ম ঃ ১৮ মার্চ, ১৯৪৮ খ্রী.)**

শৈলেন দাসৰ জন্মস্থান গোৱালপাৰা জিলাৰ বৰভিটা। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'কমৰেড মদন ৰায় জিন্দাবাদ' (১৯৭৯), 'অন্ধকাৰৰ কবলত দক্ষিণ গোৱালপাৰা জিলা' (১৯৮২), 'গোৱালপাৰা চহৰৰ আচৰিত মানুহজন' (১৯৮৩), 'সংগ্ৰাম' (কবিতা আৰু গীত, ১৯৮৪), 'ত্ৰিকলা' (কবিতা, গল্প আৰু নাটক, ১৯৮৫), 'ত্ৰিবেণী' (কবিতা, গল্প, নাটক, ১৯৮৮),'বালিকুছি' (উপন্যাস, ১৯৮৯), 'সোণৰ মুদ্ৰা আৱিষ্কাৰ হোৱা বৰভিটা গাঁৱৰ ইতিবৃত্ত', 'বিশ্বই টুকিলে চকুলো' (কবিতা, ১৯৯১), 'সত্যক বিচৰা' (কবিতা, গীত, ১৯৯৩), 'তৰংগমালা' (প্ৰবন্ধ পুথি), 'হেৰি শুনকচোন' হেৰি নহয়..' (প্ৰবন্ধ, ১৯৯৬), 'বগা ৰাতি দেখিছা' (কবিতা, ১৯৯৪), 'অংগীকাৰ' (উপন্যাস, ২০০৭) আদি।

**ড° শৈলেন ভঁৰালী (জন্ম ঃ ১ জানুৱাৰী, ১৯৪২ খ্রী.)**

ড° শৈলেন ভঁৰালীৰ জন্মস্থান নলবাৰী। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজী বিষয়ত স্নাতকোত্তৰ আৰু পি. এইচ. ডি. ডিগ্ৰী লাভ কৰা ড° ভঁৰালী গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ আৰু জৱাহৰলাল নেহৰু বিশ্ববিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। ড° ভঁৰালীৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ঐতিহাসিক উপন্যাস' (১৯৭৩), 'সাহিত্যৰ কথা' (১৯৭৩), 'নাটক' (১৯৭৩), 'অসমীয়া লোক-নাট্য পৰম্পৰা' (১৯৮৪)। 'উপন্যাস ঃ বিচাৰ আৰু বিশ্লেষণ' (১৯৮৬), 'নাট্যকলা ঃ দেশী আৰু বিদেশী' (১৯৮৭), 'আধুনিক অসমীয়া সাহিত্যৰ ইতিহাস' (১৯৮৯), 'নাটক আৰু অসমীয়া নাটক' (১৯৯০), 'আধুনিক ভাৰতীয় সাহিত্য' (২০০০) আদি।

**শৈলেন্দ্ৰ ৰায় (জন্ম ঃ ৪ ফেব্ৰুৱাৰী, ১৯৪৯ খ্রী.)**

শৈলেন্দ্ৰ ৰায়ৰ জন্মস্থান বঙাইগাঁও জিলাৰ বৰবিল। তেওঁৰ প্ৰকাশিত একমাত্ৰ কবিতাপুথিখন হ'ল—'সংগ্ৰামৰ সেউজীয়া গান' (১৯৯৯)।

**শৈলেন্দ্ৰকুমাৰ চহৰীয়া (জন্ম ঃ ৩১ জুলাই, ১৯৫০ খ্রী.)**

শৈলেন্দ্ৰ কুমাৰ চহৰীয়াৰ জন্মস্থান দৰং জিলাৰ ছিপাঝাৰৰ দক্ষিণ



চুবুৰী। মঙলদৈ চৰকাৰী উচ্চ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক চহৰীয়াৰ প্ৰকাশিত পুথিসমূহ হ'ল—'প্ৰাথমিক ৰচনা শিক্ষা (পাঠ্যপুথি), 'প্ৰাথমিক ব্যাকৰণ আৰু ৰচনা শিক্ষা' (পাঠ্যপুথি, ২০০০), 'পৰিৱেশ অধ্যয়ন' (পাঠ্যপুথি), 'আমাৰ পৰিৱেশ অধ্যয়ন' (পাঠ্যপুথি) আৰু 'প্ৰাথমিক সহজ মৌখিক' (পাঠ্যপুথি)।

# স

**সতীশচন্দ্ৰ দাস (জন্ম ঃ ৯ জুন, ১৯৫০ খ্ৰী.)**

সতীশচন্দ্ৰ দাসৰ জন্মস্থান বৰপেটা জিলাৰ জি. চি. লেন গলিয়াহাটী। প্ৰৱেশিকা (১৯৬৮) আৰু নৰ্মাল উত্তীৰ্ণ (১৯৮৪) দাস বৰপেটা টাউন এম. ই স্কুলৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। তেওঁৰ একমাত্ৰ প্ৰকাশিত কবিতাপুথিখন হ'ল—'তেজাল পুৱাৰ প্ৰতীতি' (২০০১)।

**ড° সতীশচন্দ্ৰ ভট্টাচাৰ্য (জন্ম ঃ ১৫ এপ্ৰিল, ১৯৪৫ খ্ৰী.)**

ড° সতীশচন্দ্ৰ ভট্টাচাৰ্যৰ জন্মস্থান নলবাৰী জিলাৰ টিহু পিপলিবাৰী। বৰ্তমান তেজপুৰ নিবাসী ড° ভট্টাচাৰ্যৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ভোমোৰাগুৰিৰ ইতিবৃত্ত' (বুৰঞ্জী আৰু পুৰাতত্ত্ব, ১৯৮১), 'সাহিত্য সমুচ্চয়' (প্ৰবন্ধপুথি, ১৯৯৮), 'কামধেনু' (ধৰ্ম বিষয়ক প্ৰবন্ধপুথি সম্পাদনা, ২০০০), 'অৰুণোদয় যুগৰ সাহিত্য ঃ অসমীয়া সমাজ আৰু সংস্কৃতি' (২০০৩), 'ভাৰতবৰ্ষৰ বুৰঞ্জী' (অনুবাদ, সম্পাদনা, ২০০৪)।

**সমৰ সিংহ বৰকাকতি (জন্ম ঃ ১ মাৰ্চ, ১৯৪৯ খ্ৰী.)**

সমৰ সিংহ বৰকাকতিৰ জন্মস্থান নগাঁও জিলাৰ শেনচোৱা। অৱসৰপ্ৰাপ্ত শিক্ষক বৰকাকতিৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'মহাপ্ৰলয় বা ক্বয়ামত' (ধৰ্মীয়, ২০০৩)।

**সতীশচন্দ্ৰ ৰাভা (জন্ম ঃ ১১ ছেপ্টেম্বৰ, ১৯৪৪, মৃত্যু ঃ ৩০ এপ্ৰিল, ২০০৯ খ্ৰী.)**

প্ৰয়াত সতীশচন্দ্ৰ ৰাভাৰ জন্মস্থান ওদালগুৰি জিলাৰ বগপুৰী। আই. টি. আই আৰু বেচিক ট্ৰেইনিং লোৱা ৰাভাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'টোটোলা ৰাভাৰ সাধু', 'পদ্মাৱতী সাধু', 'টোটলা ৰাভাৰ সমাজ আৰু সংস্কৃতি'।



**সতীশচন্দ্ৰ কলিতা (জন্ম ঃ ৯ নবেম্বৰ, ১৯৫০ খ্ৰী.)**

সতীশচন্দ্ৰ কলিতাৰ জন্মস্থান দৰং জিলাৰ বানেইকুছি। স্নাতকোত্তৰ আৰু বি. এড. ডিগ্ৰী লাভ কৰা কলিতা দেওমৰনৈ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত বিষয় শিক্ষক। তেওঁৰ প্ৰকাশিত একমাত্ৰ চুটিগল্পপুথিখন হ'ল—'বন্ধন' (২০০৩)।

**সত্যনাথ গোস্বামী (জন্ম ঃ ১ নবেম্বৰ, ১৯৪৪ খ্ৰী.)**

সত্যনাথ গোস্বামীৰ জন্মস্থান কামৰূপ জিলাৰ বৰবড়ী সত্ৰ। বৰ্তমান তেওঁ গুৱাহাটীৰ বাসিন্দা। স্নাতক আৰু বি. টি. ডিগ্ৰী লাভ কৰা গোস্বামী অৱসৰপ্ৰাপ্ত খণ্ড প্ৰাথমিক শিক্ষা বিষয়া। তেওঁৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'অসমীয়া সহজ ব্যাকৰণ ৰচনা' (১৯৮০)। তদুপৰি তেওঁ অন্যান্য বহুতো প্ৰবন্ধ ৰচনা কৰিছে।

**সত্যহাস দাস (জন্ম ঃ ১ এপ্ৰিল, ১৯৪৫ খ্ৰী.)**

সত্যহাস দাসৰ জন্মস্থান মৰিগাঁও জিলাৰ আঁহতগুৰি। স্নাতক আৰু বি. টি. ডিগ্ৰী লাভ কৰা দাসৰ প্ৰকাশিত একমাত্ৰ গল্পপুথিখন হ'ল—'প্ৰতিশোধ'।

**সন্তোৰাম চহৰীয়া (জন্ম ঃ ১ ফেব্ৰুৱাৰী, ১৯৪৮ খ্ৰী.)**

সন্তোৰাম চহৰীয়াৰ জন্মস্থান দৰং জিলাৰ বৰমপুৰ সৰাবাৰী। বৰমপুৰ প্ৰাথমিক বিদ্যালয়ৰ প্ৰধান শিক্ষকৰূপে অৱসৰ গ্ৰহণ কৰা চহৰীয়াৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'জ্ঞানৰ সঁফুৰা' (২০০৩)।

**স্বৰ্ণ বৰুৱা গগৈ (জন্ম ঃ ৩০ নৱেম্বৰ, ১৯৪৫ খ্ৰী.)**

যোৰহাট তিতাবৰ নিবাসী স্বৰ্ণ বৰুৱা গগৈ স্নাতকোত্তৰ আৰু বি. টি. ডিগ্ৰীধাৰী। শিক্ষয়িত্ৰীৰূপে অৱসৰগ্ৰহণ কৰা গগৈ অসম লেখিকা সমাৰোহ সমিতিৰ প্ৰাক্তন প্ৰধান সম্পাদিকা। লেখিকাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'হৃদয় নদীৰ ঢৌ' (কবিতাপুথি), 'এলানি চিন্তাৰ তৰংগ' (প্ৰবন্ধ),'ফুল ফুলাৰ বতৰত' (শিশুগল্প পুথি), 'এমুঠি চিন্তাৰ

জিলিঙনি' (প্ৰবন্ধ), 'দাপোণত হৃদয়ৰ ছাঁ' (কবিতা), 'অবতৰত কেতেকী ফুল' (গল্প), 'ভক্তিৰসৰ সঁফুৰা' (শিশু সাহিত্য), 'শতাব্দীৰ সাধু' (সম্পাদনা) আৰু 'লুইতপৰীয়া মহিলা মুক্তি যোদ্ধাৰ জীৱন গাঁথা' (সম্পাদনা)।

**স্বৰ্ণ শইকীয়া (জন্ম ঃ ১৯৪৫ খ্ৰী.)**

স্বৰ্ণ শইকীয়াৰ জন্মস্থান গোলাঘাট জিলাৰ লেতেকুজান চাহবাগিচা। স্নাতক ডিগ্ৰীধাৰী শইকীয়া ফৰকাটিং গজানন জালান বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষয়িত্ৰী। সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ কাৰ্যকৰী সভানেত্ৰী স্বৰ্ণ শইকীয়াৰ প্ৰকাশিত পুথিকেইখন হ'ল—'জুয়ে পোৱা সোণ' (১৯৮৫), 'মধুছন্দাৰ মুক্তি' (গল্পপুথি, ২০০৭), 'ৰচকী পখিলা বাই' (শিশু পুথি), 'ওমলা দলং আৰু ৰাজকুমাৰীৰ সাধু', 'বৈজয়ন্তী', 'শিৰীষ গছৰ ছাঁ', 'দুসুঁতি মুখৰ জুই', লেতেকুঘাটত জোনালীৰ বিয়া', 'আলহী চৰাইৰ বিদায় সভাত' (শিশু পুথি), 'ডাৱৰ ফালি ৰংমেলালৈ যাওঁ' (শিশু পুথি), 'গীতৰ ববষুণ' (শিশু পুথি) আৰু 'ববচা বনৰ ফুল' (প্ৰবন্ধ সংকলন)।

**সবুজ চক্ৰৱৰ্তী (জন্ম ঃ ১ অক্টোবৰ, ১৯৪৪ খ্ৰী.)**

সবুজ চক্ৰৱৰ্তীৰ জন্মস্থান ধুবুৰী জিলাৰ গৌৰীপুৰ। বিষয় শিক্ষকৰূপে অৱসৰ গ্ৰহণ কৰা চক্ৰৱৰ্তীৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'অসমৰ আহ্বকাল'।

**সমুদ্ৰ কুমাৰ শৰ্মা (জন্ম ঃ ৩১ ডিচেম্বৰ, ১৯৪৭ খ্ৰী.)**

সমুদ্ৰ কুমাৰ শৰ্মাৰ জন্মস্থান দৰং জিলাৰ সৰুঠেকেৰাবাৰী। স্নাতক ডিগ্ৰী লাভ কৰা শৰ্মা অৱসৰপ্ৰাপ্ত উপ-সঞ্চালক। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'আইতাৰ সাধু' (১৯৯৯) আৰু 'মালতীৰ সঞ্চয়' (১৯৯৮)।

**সৰুমাই গায়ন চমুৱা (জন্ম ঃ ১ ফেব্ৰুৱাৰী, ১৯৪৭ খ্ৰী.)**

সৰুমাই গায়ন চমুৱাৰ জন্মস্থান নগাঁও জিলাৰ মুঢ়ানি গাঁও। অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী গায়ন চমুৱাৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল —'অনুভূতি' (কবিতাপুথি,২০০৩)। অসম চৰকাৰৰ কৃতী শিক্ষয়িত্ৰীৰ ৰাজ্যিক বঁটা লাভ কৰা চমুৱাই ২০০৩ খ্ৰীষ্টাব্দত নতুন দিল্লীৰ পৰা দলিত সাহিত্য অকাডেমীৰ বীৰাংগনা সাবিত্ৰী বাঈ ফুলে ফেলশ্বিপ বঁটা লাভ কৰিছে।



**সৰ্বেশ্বৰ ৰায় (জন্ম ঃ ১ জুন, ১৯৪৮ খ্ৰী.)**

সৰ্বেশ্বৰ ৰায়ৰ জন্মস্থান বঙাইগাঁও জিলাৰ আওঁলাগুৰি। আওঁলাগুৰি এম. ভি স্কুলৰ অৱসৰপ্ৰাপ্ত শিক্ষক ৰায়ৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'জীৱন সুৰভি' (শিশু উপযোগী কেইগৰাকীমান প্ৰখ্যাত ব্যক্তিৰ চমু জীৱনী, ২০০৯)।

**সৰোজিনী দাস (জন্ম ঃ ১৯৪৭ খ্ৰী.)**

সৰোজিনী দাসৰ জন্মস্থান কামৰূপ জিলাৰ পলাশবাৰী। বৰ্তমান কামৰূপ জিলাৰ মিৰ্জা নিবাসী দাস এগৰাকী অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'একাঁজলি সুৰাগমণি'।

**সাদৰী বৰা (জন্ম ঃ ১৯৪৪ খ্ৰী.)**

সাদৰী বৰাৰ জন্মস্থান নগাঁও জিলাৰ গাড়ীকুৰি। স্নাতকোত্তৰ আৰু বি. টি. ডিগ্ৰীধাৰী বৰা অৱসৰপ্ৰাপ্ত অধ্যক্ষা। তেওঁৰ প্ৰকাশিত একমাত্ৰ পুথিখন হ'ল—'মহতো মহীয়ান গুৰু শ্ৰীমন্ত শংকৰ' (২০০০)।

**ড° স্বাধীনতা মহন্ত (জন্ম ঃ ২০ অক্টোবৰ, ১৯৫০ খ্ৰী.)**

শোণিতপুৰ জিলাৰ ডিপোটাত ড° স্বাধীনতা মহন্তৰ জন্ম হয়। স্নাতকোত্তৰ আৰু ডক্টৰেট ডিগ্ৰী লাভ কৰা ড° মহন্ত দৰং মহাবিদ্যালয়ৰ উপাধ্যক্ষ। ড° মহন্তৰ প্ৰকাশিত পুথিকেইখন হ'ল— শিশু কবিতাপুথি ঃ 'ৰ'দ জিলমিল' (১৯৮৯) আৰু 'ৰং চিলমিল' (১৯৯৩)। প্ৰবন্ধ পুথি ঃ 'জ্যোতিপ্ৰসাদৰ কাব্য-নাটৰ সমীক্ষা' (২০০৩), 'নামঘোষানুপম' (২০০৪)। দ্ৰুতপাঠ ঃ সপোনৰ ভাৰত (২০০৫, দশম মানৰ বাবে)। 'সোণালী মেঘ' (কবিতা সংকলন, ১৯৯৭) আৰু 'অন্বেষণ' (গৱেষণা পত্ৰৰ সংকলন, ২০০৬) তেওঁৰ সম্পাদিত পুথি।

**ড° সুখ বৰুৱা (জন্ম ঃ ৩১ ডিচেম্বৰ, ১৯৪৭ খ্ৰী.)**

শিৱসাগৰ জিলাৰ বেতবাৰীত জন্মগ্ৰহণ কৰা ড° সুখ বৰুৱা বৰ্তমান মৰাণ নিবাসী। মৰাণ মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাপক অধ্যক্ষৰূপে অৱসৰগ্ৰহণ কৰা ড° বৰুৱা সদৌ অসম লেখিকা সমাৰোহৰ কাৰ্যকৰী সভানেত্ৰী। লেখিকাৰ প্ৰকাশিত পুথিকেইখন হ'ল—'শব্দৰ স'তে আলাপ' (কবিতা সংকলন, ২০০৬), 'আহোমসকলৰ উৎসৱ অনুষ্ঠান' (গৱেষণা গ্ৰন্থ, ২০০৭), 'বুৰঞ্জীয়ে পৰশা মধ্য যুগৰ সোণালী সুবাস' (২০০৯) আৰু 'দুবৰিত নিয়ৰৰ মুকুতা সৰে' (কবিতা সংকলন, ২০০৯)।

**সুতৰাম দাস (জন্ম ঃ ১৯৫০ খ্ৰী.)**

সুতৰাম দাসৰ জন্মস্থান নগাঁও জিলাৰ বটদ্ৰবা কোবাইকটা সত্ৰ। বৰ্তমান দাস কাৰ্বি আংলং জিলাৰ ৰজাপথাৰ তিনিআলিৰ বাসিন্দা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা দাস কাৰ্বি আংলং জিলাৰ ৰজাপথাৰ তিনিআলি উচ্চ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল— কাব্যগ্ৰন্থ ঃ 'তৰংগ' (১৯৬৯), 'লহৰে লহৰে' (১৯৭২), 'তপত-চকুলো' (১৯৮২)। 'গীতি-মল্লিকা' (গীতৰপুথি, ১৯৮৪), 'অকণ অকণিৰ গীত' (গীতৰ পুথি, ২০০১)। জীৱনীগ্ৰন্থ ঃ সতী-ৰাধিকা' (জীৱনীমূলক, ১৯৮৮), 'ভাৰতৰত্ন ড° ভীমৰাও আম্বেদকাৰ' (জীৱনী, ১৯৯৪), 'ভাৰতৰত্ন ড° সৰ্ব্বপল্লী ৰাধাকৃষ্ণণ' (জীৱনী পুথি, ১৯৯৯), 'কছাৰী বীৰ তুলাৰাম সেনাপতি' (জীৱনী পুথি, ১৯৯৮), 'বাগ্মীপুৰুষ আচাৰ্য ইলাৰাম দাস' (জীৱনী পুথি, ২০০৪)। অন্যান্য বিষয়ক গ্ৰন্থ ঃ 'কলিৰ পৰম ধৰ্ম' (প্ৰবন্ধপুথি, ১৯৯৩), 'আইমাতৃ' (মাতৃ বিষয়ক, ২০০৮), 'গোপিনী কীৰ্তন' (দিহানাম, ২০০৯) আৰু 'পালনাম' (সংকলিত পুথি, ২০০৯)। ইয়াৰ উপৰি দাস ড°. বি. আৰ. আম্বেদকাৰ ৰাষ্ট্ৰীয় বঁটাৰে সন্মানিত।

**সুধীৰ দাস (জন্ম ঃ ১ মাৰ্চ, ১৯৪৪ খ্ৰী.)**

সুধীৰ দাসৰ জন্মস্থান বৰপেটা জিলাৰ গলিয়াহাটী। স্নাতক ডিগ্ৰী লাভ কৰা দাসৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ফুল ফুলাৰ বতৰতে' (গীতৰ সংকলন, ২০০০), 'নিয়ৰ ফুলৰ মালা' (গীতৰ সংকলন, ২০০৯)।



**সুনীতি দেৱী (জন্ম ঃ ৩১ অক্টোবৰ, ১৯৪৪ খ্ৰী.)**

সুনীতি দেৱীৰ জন্মস্থান নলবাৰী জিলাৰ চামতা শিমলীয়া। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা দেৱীৰ প্ৰকাশিত পুথিসমূহ হ'ল—'বিশ্বসাহিত্যৰ মণিমুকুতা' (শিশুপুথি, ১৯৭২), 'জিনজিৰামৰ দুই পাৰে' (উপন্যাস, ১৯৮৬), 'স্বীকাৰোক্তি' (অনুবাদ, ১৯৯৪), 'মোৰ দেশ মোৰ কবিতা' (কবিতাপুথি, ১৯৯৪), 'মৰমৰ আই' (শিশুপুথি, ১৯৯৫), 'সংস্কৃত সাহিত্যৰ কাব্য-কলা আৰু নাট্যকলা' (প্ৰবন্ধাৱলী), 'নাৰী অধিকাৰ আৰু সুৰক্ষা ইত্যাদি' (২০০৮)।

**সুনীল বৰ্মন (জন্ম ঃ ১ আগষ্ট, ১৯৪১ খ্ৰী.)**

সুনীল বৰ্মনৰ জন্মস্থান ধুবুৰী জিলাৰ মানকাচৰ, জোৰাডাঙ্গা। বৰ্তমান তেওঁ অভয়াপুৰী-৩, বঙাইগাঁও জিলাৰ বাসিন্দা। বিজ্ঞানৰ স্নাতক বৰ্মন এগৰাকী অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'ট্ৰেনজিষ্টাৰ ৰেডিঅ' শিক্ষা' (১৯৭৭), 'ইলেক্ট্ৰনিক বিজ্ঞান মডেল' (১৯৭৯), 'আধুনিক টেলিভিছন শিক্ষা' (১৯৮১) আৰু 'আধুনিক ৰঙীন টেলিভিছন' (১৯৮৭)।

**সুবৰ্ণ বৰা (জন্ম ঃ ১ ফেব্ৰুৱাৰী, ১৯৪৮ খ্ৰী.)**

সুবৰ্ণ বৰাৰ জন্মস্থান শোণিতপুৰ জিলাৰ জামুগুৰিহাট, গেৰেকীচুক। কলা শাখাৰ স্নাতক বৰা বৰভগীয়া মজলীয়া বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষয়িত্ৰী। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'মন প্ৰজাপতি' (কবিতাপুথি, ২০০৩), 'মন মাধুৰী' (চুটিগল্প, ২০০১) আৰু 'মহৎ কথামৃত' (মহৎ লোকৰ বাণী সংগ্ৰহ, ২০০৩)।

**সুবোধ চন্দ্ৰ শইকীয়া (জন্ম ঃ ৩১ আগষ্ট, ১৯৪৪ খ্ৰী.)**

সুবোধ চন্দ্ৰ শইকীয়াৰ জন্মস্থান কামৰূপ জিলাৰ দদৰা। স্নাতক ডিগ্ৰী লাভ কৰা শইকীয়া অৱসৰপ্ৰাপ্ত কৰ্মচাৰী। তেওঁৰ প্ৰকাশিত কবিতাপুথিখন হ'ল—'অঞ্জলি' (২০০৩)। ইয়াৰ উপৰিও তেওঁ কেবাখনো স্মৃতিগ্ৰন্থ সম্পাদনা কৰিছে।

**সুভদ্রা কোঁৱৰ (জন্ম ঃ ১৬ মার্চ, ১৯৪৭ খ্রী.)**

সুভদ্রা কোঁৱৰৰ জন্মস্থান দৰং জিলাৰ মঙলদৈৰ জনাৰামচৌকা গাঁও। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথিখন হ'ল—'অচিন পখীৰ কলধ্বনি' (কবিতাপুথি, ১৯৯২)। ইয়াৰ উপৰি তেওঁৰ বহুতো লেখনি কাকত-আলোচনীত প্ৰকাশ পাইছে।

**সুৰেন গোস্বামী (জন্ম ঃ ১ অক্টোবৰ, ১৯৪৮ খ্ৰী.)**

সুৰেন গোস্বামীৰ জন্মস্থান বৰপেটা জিলাৰ পাটাছাৰকুছি, বেজকুছি। বৰ্তমান তেওঁ গুৱাহাটীৰ ভঙাগড় নিবাসী। গোস্বামীয়ে হাইদৰাবাদৰ ওচমানিয়া বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজী বিষয়ত স্নাতকোত্তৰ আৰু বাণীকান্ত বি. টি. মহাবিদ্যালয়ৰ পৰা বি. টি. ডিগ্ৰী লাভ কৰে। কলকাতাৰ ফোৰ্ট উইলিয়াম কেন্দ্ৰীয় বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক গোস্বামীৰ প্ৰকাশিত পুথিসমূহ হ'ল—'সাধুৰ জপা মেলিলোঁ' (শিশু সাহিত্য, ১৯৭৮), 'মানুহৰ চানা' (শিশু উপন্যাস, ১৯৮৫), 'আধুনিক গীতত দৃষ্টিপাত' (সমালোচনামূলক, ১৯৯৫), 'আদমী কা বচ্ছা' (হিন্দী, ১৯৯৪), 'বেলুন' (হিন্দী, ২০০৮) আৰু 'সুকোমল দেশৰ সাধু' (২০০৮)। ১৯৯৪ খ্ৰীষ্টাব্দত 'আদমী কা বচ্ছা' গ্ৰন্থৰ বাবে তেওঁ ভাৰতীয় তেল নিগমৰ দ্বাৰা উত্তৰ-পূব গোপীনাথ বৰদলৈ ৰাজভাষা পুৰস্কাৰ লাভ কৰিছে। কৃতী শিক্ষকৰ ৰাষ্ট্ৰীয় বঁটাৰে গোস্বামী সন্মানিত হৈছে।

**সুৰেন্দ্ৰ কাকতি (জন্ম ঃ ১০ ফেব্ৰুৱাৰী, ১৯৪৮ খ্ৰী.)**

সুৰেন্দ্ৰ কাকতিৰ জন্মস্থান নলবাৰী জিলাৰ উদিয়ানা। স্নাতক আৰু এল. টি (উৰিয়া) ডিগ্ৰী লাভ কৰা কাকতি খাতা মৌজা কালিমন্দিৰ হাইস্কুলৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'পাশুৰাৰ বাকচ' (১৯৮৭), 'কৰ্মযোগী অধ্যক্ষ গিৰিধৰ শৰ্মা' (১৯৯০),'অৱতাৰী পুৰুষ শ্ৰীকৃষ্ণ' (২০০৭) আৰু 'সন্ধিয়াৰ ৰং' (২০০৯)।

**সুশীল কুৰ্মী (জন্ম ঃ ১ এপ্ৰিল, ১৯৫০ খ্ৰী.)**

সুশীল কুৰ্মীৰ জন্মস্থান শোণিতপুৰ জিলাৰ চতিয়া, সাপেখাটি। স্নাতক



ডিগ্ৰী লাভ কৰা কুৰ্মী অসম চৰকাৰৰ উদ্যোগ আৰু বাণিজ্য বিভাগৰ বিষয়া। তেওঁ আন্তঃৰ্জাতিক ফ্ৰেণ্ডশ্বিপ ফৰাম অব ইণ্ডিয়া, নতুন দিল্লী 'ভাৰত গৌৰৱ' বঁটা (২০০৩) লাভ কৰিছে। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'চাহ মজদুৰ লোকগীত' (১৯৭৩), 'টুচু গীতৰ মাজে মাজে' (১৯৭৮), 'চাহ বাগিচাৰ কথা' (১৯৮০), 'চাহ বাগিচাৰ অসমীয়া সম্প্ৰদায়' (১৯৮২), 'চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতি' (১৯৯৩), 'কৰমপৰব আৰু ঝুমইৰ গীত' (১৯৯৪), 'অসমৰ চাহ শ্ৰমিকৰ অৱদান' (২০০৭), 'চাহ গছৰ মাজে মাজে' (২০০৮) আৰু 'মাংৰি ওৰাওঁ' (২০০৯)।

**সুশীল কুমাৰ গোস্বামী (জন্ম ঃ ২১ জুন ১৯৪৬ খ্ৰী.)**

সুশীল কুমাৰ গোস্বামীৰ জন্মস্থান নলবাৰী জিলাৰ গামৰিমুৰী। তেওঁ স্নাতকোত্তৰ, বাণীকান্ত শিক্ষক প্ৰশিক্ষণ মহাবিদ্যালয়ৰ পৰা বি. টি. ডিগ্ৰী আৰু সংস্কৃত বিষয়ত ব্যাকৰণ শাস্ত্ৰী উপাধি লাভ কৰে। কৈঠালকুছি উচ্চ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক গোস্বামীৰ প্ৰকাশিত পুথিসমূহ হ'ল—'গোপন মায়া' (চুটিগল্প সংকলন, ১৯৮৯), 'অষ্টপুষ্প' (শিক্ষা বিষয়ক প্ৰবন্ধ সংকলন, ২০০৩) আৰু 'মইনামতী' (চুটিগল্প সংকলন, ২০০৪)। গোস্বামী ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় কৃতী শিক্ষকৰ বঁটাৰে সন্মানিত হৈছে।

**সুহাগমণি বৰ্মন (জন্ম ঃ ১ ছেপ্টেম্বৰ ১৯৪১ খ্ৰী.)**

সুহাগমণি বৰ্মনৰ জন্মস্থান হাইলাকান্দি চহৰ। বৰ্তমান কাছাৰ জিলা নিবাসী বৰ্মন স্নাতক আৰু হিন্দী কুবিদ ডিগ্ৰীৰ অধিকাৰী। শিক্ষক হিচাপে অৱসৰগ্ৰহণ কৰা বৰ্মনৰ প্ৰকাশিত পুথিসমূহ হ'ল—কবিতাপুথি ঃ 'শৃংখল' (১৯৮০), 'চাকনৈয়া' (১৯৯০), 'বৰাকৰ ফুলনি' (১৯৯১), 'বড়াইল' (১৯৯৯)। শিশুপুথি ঃ 'অসমীয়া আখৰ শিক্ষা' (১৯৭১) আৰু 'অকণিৰ হিমালয়' (১৯৭৯)। গীতি-কবিতাৰ পুথি ঃ 'ভাষা শ্বহীদৰ কবিগান' (১৯৭২), 'প্ৰেম ৰসৰ কবিগান' (১৯৭৩), 'মদাহীৰ কবিগান' (১৯৭৫), 'শংকৰদেৱৰ কবিগান' (১৯৭৪), 'বজৰং অভিযানৰ কবিগান' (১৯৭৬)। ধৰ্মমূলক পুথি ঃ 'ভক্ত বৈষ্ণৱৰ হাতপুথি' (১৯৯০), 'মহাপুৰুষীয়া প্ৰসাদ নৈবেদ্য আৰু

শংকৰী সংস্কৃতিৰ তাৎপৰ্য বিচাৰ' (২০০৪)। নাটক ঃ 'শংকৰদেৱ' (১৯৭৬)। জীৱনী পুথি ঃ 'বীৰ শ্বহীদ শ্যামাকান্ত' (২০০০), 'আইদেউ সন্দিকৈ' (২০০৩), 'সমাজসেৱী নৃপেন্দ্ৰ ৰাজবংশী' (২০০৭), 'সৈনিক শিল্পী কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা' (২০০৮) আৰু 'সংগ্ৰাম সিংহ মহাবীৰ চিলাৰায় আৰু ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চল' (২০০৯)। বাংলা ভাষাৰ ঃ 'শিখা' (কবিতা পুস্তক, ১৯৭৪), 'হৰিনাম ধৰ্ম' (ধৰ্মীয় পুস্তক, ১৯৯২), 'প্ৰাথমিক হাৰমোনিয়াম শিক্ষা' (শিক্ষামূলক, ১৯৯৭), 'প্ৰতিশোধ' (এক অংকেৰ নাটক, ১৯৭৭), 'জ্যোতিপ্ৰসাদ' (জীৱনী পুস্তক, ১৯৯৭) আৰু 'জননেতা সন্তোষকুমাৰ ৰায়' (জীৱনী পুস্তক, ২০০৪)।

**সোণাৰাম নাথ (জন্ম ঃ ১ মাৰ্চ, ১৯৪২ খ্ৰী.)**

সোণাৰাম নাথৰ জন্মস্থান দৰং জিলাৰ কবেইচুবা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ আৰু বি. টি. লাভ কৰা নাথ কৌপাতী বল্লভভাই পেটেল উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল—'ভাগৱত পুৰাণৰ আখ্যান' (১৯৯৯) আৰু 'গুৰু নিৰ্ণয়' (২০০৩)।

**সোণাৰাম বৰুৱা (জন্ম ঃ ১৪ জুন, ১৯৪৪ খ্ৰী.)**

সোণাৰাম বৰুৱাৰ জন্মস্থান যোৰহাট জিলাৰ জাঁজী, বামুণপুখুৰী। উত্তৰ প্ৰদেশৰ আগ্ৰা বিশ্ববিদ্যালয়ৰ (১৯৬০-৬৭) পৰা তেওঁ স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। শিৱসাগৰ ছোৱালী মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ বৰুৱা ১৯৯৩ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাৰ ৫৯ তম শিৱসাগৰ অধিৱেশনৰ সময়ত সহ সম্পাদক, স্মৃতিগ্ৰন্থ সম্পাদকৰ দায়িত্ব বহন কৰিছে। সাংবাদিকৰূপেও কাৰ্যনিৰ্বাহ কৰা বৰুৱাৰ সাহিত্য-সংস্কৃতিমূলক মৌলিক প্ৰবন্ধ বিভিন্ন কাকত-আলোচনীত প্ৰকাশ পাইছে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—সম্পাদিত পুথি—'জেতুকা পাতৰ দৰে', ৰংপুৰ'। 'বুৰঞ্জীয়ে পৰশা ৰংপুৰ', 'ভুবন চন্দ্ৰ সন্দিকৈৰ নিৰ্বাচিত বুৰঞ্জীমূলক প্ৰবন্ধ সংকলন' আৰু 'বুৰঞ্জী বিভাৱন' আদি তেওঁৰ অন্যান্য বিষয়ক গ্ৰন্থ।



**সোণাৰাম বৰুৱা (জন্ম ঃ ১ এপ্ৰিল, ১৯৪১ খ্ৰী.)**

সোণাৰাম বৰুৱাৰ জন্মস্থান শিৱসাগৰ জিলাৰ গেলেকী চাংমাই গাঁও। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা বৰুৱা শ্বহীদ পিয়লি ফুকন মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'ভঙা আইনাৰ প্ৰতিচ্ছবি' (চুটিগল্প সংকলন ১৯৮৯) আৰু 'হৃদয় এখন নদী' (চুটিগল্প সংকলন, ১৯৯৩)।

**সোণাৰাম হাজৰিকা (জন্ম ঃ ১৯৪৬ খ্ৰী.)**

সোণাৰাম হাজৰিকাৰ জন্মস্থান লখিমপুৰ জিলাৰ বাগিচা গাঁও। হাজৰিকাৰ প্ৰকাশিত পুথি দুখন হ'ল—'অকণিৰ বিষ্ণুপ্ৰসাদ ৰাভা' (১৯৯৬) আৰু 'নিজৰা' (১৯৯৩)।

# হ

**হংসেশ্বৰী চহৰীয়া (জন্ম ঃ ৩১ ডিচেম্বৰ, ১৯৪৯ খ্ৰী.)**

হংসেশ্বৰী চহৰীয়াৰ জন্মস্থান দৰং জিলাৰ ভুক্তাবাৰী। অৱসৰপ্ৰাপ্ত শিক্ষক চহৰীয়াৰ প্ৰকাশিত গল্পপুথিখন হ'ল—'বুকুৰ মাজৰ ঘৰ' (২০০৫)।

**হৰিলাল উপাধ্যায় (জন্ম ঃ ১ নবেম্বৰ, ১৯৪৬ খ্ৰী.)**

হৰিলাল উপাধ্যায়ৰ জন্মস্থান শোণিতপুৰ জিলাৰ বিশ্বনাথ চাৰিআলি, গলিয়া। ত্ৰিভূৱন বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা উপাধ্যায় বাপুজী উচ্চ ইংৰাজী বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিকেইখন হ'ল—'শব্দ বটুলদই' (নেপালী ভাষাৰ কবিতাপুথি), 'পল্লৱ' (কবিতাপুথি, সম্পাদনা), 'চ্যাগী' (স্মৃতিগ্ৰন্থ সম্পাদনা) আদি।

**হৰেকৃষ্ণ ডেকা (জন্ম ঃ ১৯৪৩ খ্ৰী.)**

জন্মস্থান তিনিচুকীয়া। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা ডেকাই গুৱাহাটী কমাৰ্চ কলেজৰ অধ্যাপক হিচাপেযোগদান কৰে। ১৯৬৮ চনত হৰেকৃষ্ণ ডেকা ভাৰতীয় আৰক্ষী সেৱাত যোগ দিয়ে। এজন বিশিষ্ট কবি শ্ৰী ডেকাই বিভিন্ন আলোচনীত নিয়মীয়াকৈ কবিতা লিখি আহিছে। ১৯৮৭ চনত সাহিত্য অকাডেমী বঁটা প্ৰাপক শ্ৰী ডেকাই আৰক্ষী সঞ্চালক প্ৰধান হিচাপে অৱসৰ গ্ৰহণ কৰে। হৰেকৃষ্ণৰ প্ৰকাশিত পুথিসমূহ হ'ল— কবিতাপুথি ঃ 'স্বৰবোৰ' (১৯৭৩), 'ৰাতিৰ শোভাযাত্ৰা' (১৯৮১), 'আন এজন' (১৯৮৭, সাহিত্য 'অকাডেমী বঁটাপ্ৰাপ্ত), 'প্ৰতিসাৰিত ৰশ্মি' (১৯৯১) আদি। গল্পপুথি ঃ 'প্ৰাকৃতিক আৰু অন্যান্য' (১৯৮৫), 'মধুসূদনৰ দলং' (১৯৯২), আৰু 'বন্দীয়াৰ' (১৯৯৬)। প্ৰবন্ধ পুথি—'আধুনিকতাবাদ আৰু অন্যান্য' (১৯৯৮)।

**হৰেকৃষ্ণ দাস (জন্ম ঃ ১ নবেম্বৰ, ১৯৪১ খ্ৰী.)**

হৰেকৃষ্ণ দাসৰ জন্মস্থান বৰপেটা জিলাৰ মধ্যপালাংদিহাটী। স্নাতক



আৰু হিন্দী বিশাৰদ। অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক দাসৰ প্ৰকাশিত পুথিকেইখন হ'ল—'পোহৰ বিচাৰি' (২০০৬), 'শ্ৰেষ্ঠ জীৱন' (কবিতাপুথি, ২০০৯) আৰু 'আছে ভগৱান' (২০০৯)।

**হৰেন্দ্ৰনাথ বৰা (জন্ম ঃ ১ জানুৱাৰী, ১৯৪৯ খ্ৰী.)**

হৰেন্দ্ৰনাথ বৰাৰ জন্মস্থান নগাঁও জিলাৰ মৰিকলং। স্নাতকোত্তৰ আৰু বি. টি. ডিগ্ৰী লাভ কৰা বৰা এগৰাকী অৱসৰপ্ৰাপ্ত শিক্ষক। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'শিক্ষাৰ মাধুৰ্য' (প্ৰবন্ধ পুথি), 'হৃদি পদ্ম' (কবিতাপুথি), 'শ্ৰীল প্ৰভুপাদ চিন্ময়তত্ত্ব' (প্ৰবন্ধ পুথি)।

**হামিদা বেগম (জন্ম ঃ ৩১ আগষ্ট, ১৯৪৮ খ্ৰী.)**

হামিদা বেগমৰ জন্মস্থান ডিব্ৰুগড় জিলাৰ কোটোহাগাঁও। অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী হামিদা বেগমৰ প্ৰকাশিত পুথিকেইখন হ'ল—'মেহ্‌ফিলে কোৰবানি' (১৯৯৮), 'শান্তিৰ নিজৰা' (গীতৰ পুথি, ১৯৯৮) আৰু 'অকণিৰ গীতমালা' (২০০১)।

**হিতেশ্বৰ শৰ্মা (জন্ম ঃ ১ নবেম্বৰ, ১৯৪৪ খ্ৰী.)**

হিতেশ্বৰ শৰ্মাৰ জন্মস্থান দৰং জিলাৰ বড়িগাঁও। অৱসৰপ্ৰাপ্ত শিক্ষক শৰ্মাৰ প্ৰকাশিত পুথিসমূহ হ'ল—'বুঢ়া জঁকাৰ কঁপনি' (গল্পপুথি, ২০০৬) আৰু 'মৰহা পাপৰি' (কবিতাপুথি, ২০০০)।

**হিৰণময়ী দত্ত (জন্ম ঃ ২২ জুলাই, ১৯৪০ খ্ৰী.)**

হিৰণময়ী দত্তৰ জন্মস্থান শিৱসাগৰ জিলা। স্নাতক আৰু হিন্দী বিশাৰদ উত্তীৰ্ণ দত্তৰ প্ৰকাশিত পুথিসমূহ হ'ল—শিশুনাট সংকলন ঃ 'শিশু নাটিকা' (১৯৮৫), 'অকণিৰ নাট' (১৯৯৩)। গল্পপুথি ঃ 'আবেলিৰ ৰং' (১৯৯৫), 'বিয়লিৰ বলুকাত জোনায়ে হাঁহে' (২০০৭)। গীতি কবিতা ঃ 'প্ৰাণে প্ৰাণে গীতৰ সুবাস' (২০০৬), 'অকণিৰ ৰামায়ণ' (২০০৭), 'কীৰ্তনৰ সাধু' (২০০৬) আৰু 'অকণিৰ শংকৰদেৱ' (২০০৮)। শ্ৰী দত্তই অসম চৰকাৰৰ সাহিত্যিক পেন্সন লাভ কৰিছে।

